**Kalakram**
A collection of articles based on national-international problems and political crisis written by Nilamani Sen Deka and published by Surendra Chandra Baishya on behalf of Journal Emporium, Nalbari, Assam - 781 335
Price Rupees One hundred twenty five only General Edition
Rupees One hundred sixty only Library Edition

First Edition 15 August, 2008

# কালক্ৰম

প্ৰকাশক সুৰেন্দ্ৰ চন্দ্ৰ বৈশ্য
জাৰ্ণাল এম্প'ৰিয়াম,
পি এন চি পথ, নলবাৰী - ৭৮১ ৩৩৫
পাণবজাৰ, গুৱাহাটী - ৭৮১০০১
☎. ০৩৬১ ২৭৩২৫৭৩

প্ৰথম প্ৰকাশ ১৫ আগষ্ট ২০০৮

প্ৰচ্ছদ মিহিৰ দেউৰী

মুদ্ৰণ অৰিন্দম অফ্‌চেট এণ্ড ইমেজিং চিষ্টেমচ্, বাজগড

মূল্য : ১২৫ ০০ টকা (সাধাৰণ সংস্কৰণ)
১৬০ ০০ টকা (পুথিভঁৰাল সংস্কৰণ)




# উছৰ্গা

মোৰ চিৰশ্ৰদ্ধেয় মাজু দাদা তথা
বিগত সময়ছোৱাৰ সুখ-দুখৰ অন্যতম সমভাগী
শ্ৰীযুত অতুল সেন ডেকাৰ নামত
এই গ্ৰন্থখন উছৰ্গা কৰিলো।

*A man can be free without being great*
*but a man cannot be great*
*without being freed*

**–Khalil Gibran**

# মোৰ একাষাৰ




বিগত সময়ছোৱাত অভাৱনীয়ভাৱে পৰিৱৰ্তন ঘটিছে বিশ্বৰ ৰাজনৈতিক জগতখনৰ। আমেৰিকাৰ ইৰাক আক্ৰমণ, পৰৱৰ্তী কালত চাদ্দাম হুছেইনৰ ফাঁচি, মধ্যপ্ৰাচ্যত ক্ৰমশঃ বৃদ্ধি পোৱা উত্তেজনা, [illegible] চীনৰ সম্প্ৰসাৰণবাদী মনোভাৱ ইত্যাদিয়ে প্ৰতিজন বিবেকবানলোকৰে হৃদয় জোকাৰি গৈছে। বিশ্বায়নৰ যুগত পৃথিৱীৰ কোনো এটি ঘটনাকে আছুতীয়াভাৱে অথবা বিচ্ছিন্ন ঘটনাৰূপে চিনাক্ত কৰাটো সম্ভৱ নহয়। অৰ্থনৈতিক ক্ষেত্ৰত দেখা দিয়া সংকটসমূহৰো এক যোগসূত্ৰ দেখা যায় সামান্য নিৰীক্ষণ কৰিলে। আমাৰ চিন্তাবিদ, বুদ্ধিজীৱী সমাজে এই পৰিৱৰ্তনসমূহৰ বিষয়ে সময়ে সময়ে বিশ্লেষণ আগ বঢ়াই অহাটো চিৰাচৰিত নিয়ম যদিও কিছুমান বিশ্লেষণে আমাক বহু সময়ত বিমৰ্ষ কৰে। সেয়েহে, নিজৰ মনত উদ্ভৱ হোৱা চিন্তাখিনি প্ৰকাশ কৰাৰ বাবে আমি ব্যগ্ৰ হওঁ। এই আৱেগ, উৎকণ্ঠাবোৰেই হয়তো বিগত সময়ছোৱাত হাতত কলম তুলি লোৱাৰ অন্যতম কাৰণ। 'কালক্ৰম' আমি যোৱা দুটা বছৰত বিভিন্ন কাকত, আলোচনীত লিখা প্ৰবন্ধৰ একত্ৰ প্ৰকাশ। সাম্প্ৰতিক বিশ্ব, ভাৰত তথা ওপজা ভূমি অসমৰ ৰাজনৈতিক আৰু আৰ্থ-সামাজিক ঘটনাপ্ৰবাহক সামৰি লোৱা এই প্ৰবন্ধসমূহ ৰাজ্যখনৰ কেইবাখনো আগশাৰীৰ কাকতত নিয়মীয়াভাৱে প্ৰকাশ পাই আহিছে। প্ৰবন্ধকেইটাক গ্ৰন্থ আকাৰে প্ৰকাশ কৰাৰ কাৰণে কেবাজনো সাংবাদিক আৰু ৰাজনৈতিক বন্ধুৱে অনুৰোধ কৰাৰ বাবে সংকলনটি প্ৰকাশ কৰা হ'ল। পাঠক সমাজে সেই লেখাসমূহৰ মাজত থকা যোগসূত্ৰ বিচাৰি পোৱাৰ বাবে ইয়াক সুকীয়া সুকীয়া শিতান আকাৰে সন্নিবিষ্ট কৰা হৈছে। নিজৰ ৰাজনৈতিক দূৰদৃষ্টিৰ সম্ভাৱনা আৰু সীমাবদ্ধতা সম্পৰ্কে আমি সচেতন। তৎসত্বেও বিগত সময়ছোৱাত সংঘটিত বহু ঘটনাৰ তথ্য আদি এই গ্ৰন্থখনৰ জৰিয়তে পাঠক সমাজে লাভ কৰিব বুলি মই আশা কৰিছো। এইক্ষেত্ৰত কিমানদূৰ সফল হৈছো সেইটো পাঠকৰ বিচাৰ্যৰ বিষয়।

গ্ৰন্থখন প্ৰকাশৰ ক্ষেত্ৰত আৰম্ভণিৰে পৰা পৰিকল্পনা আদি যুগুত কৰিছিল বন্ধুবৰ সাংবাদিক মিহিৰ দেউৰীয়ে। অভ্যন্তৰৰ অংগসজ্জা ইত্যাদিৰ

ক্ষেত্ৰতো তেওঁৰ পৰা সহায় পাইছো। আনহাতে আমাৰ অনুৰোধ ৰক্ষা কৰি তেওঁ গ্ৰন্থখনৰ বেটুপাতটিও অংকন কৰি দি আমাক কৃতজ্ঞতাৰ পাশত বন্দী কৰি ৰাখিলে। 'আজিৰ দৈনিক বাতৰি'ৰ সম্পাদক তথা ৰাজ্যখনৰ জ্যেষ্ঠ সাংবাদিক শ্ৰীযুত ৰাধিকা মোহন ভাগৱতীদেৱে আমাৰ লেখনীসমূহ পঢ়ি বিভিন্ন সময়ত সুচিন্তিত পৰামৰ্শ আগ বঢ়াইছে। তেওঁলৈ শ্ৰদ্ধা জনোৱাৰ লগতে এনে পৰামৰ্শ আগলৈকো পাই থাকিম বুলি আশা কৰিলো। অন্যান্য দিশত সততে সহযোগিতা লাভ কৰিছো শংকৰ লস্কৰ, কুমুদ দাস, হিতেন মহন্ত আদিৰ পৰা। গ্ৰন্থাকাৰে নিবন্ধসমূহ প্ৰকাশৰ ক্ষেত্ৰত সহযোগিতা আগ বঢাইছে মুনীন চৌধুৰী, হিৰণ্য কুমাৰ বৰ্মন, বিপুল বৰ্মন আৰু শৈলেন শৰ্মাই। তেওঁলোকলৈ এই চেগতে ধন্যবাদ যাছিছোঁ। আমাৰ অনুৰোধ ৰক্ষা কৰি অসমৰ আগশাৰীৰ গ্ৰন্থ প্ৰকাশক নলবাৰীৰ 'জাৰ্ণাল এম্পৰিয়ামে' একেষাৰে গ্ৰন্থখন প্ৰকাশৰ দায়িত্ব গ্ৰহণ কৰিছে। সেয়েহে যশস্বী শিক্ষাসদী প্ৰতিষ্ঠানটোৰ স্বত্বাধিকাৰী সুৰেন্দ্ৰ চন্দ্ৰ বৈশ্যলৈ আমাৰ কৃতজ্ঞতা নজনালে আমাক অপৰাধে চুব। লেখা-মেলাৰ ক্ষেত্ৰত সততে তাগিদা দি অহা সহধৰ্মিণী অনুলেখা ভূঞা ডেকালৈকো ধন্যবাদ যাচিছো।

আশা কৰো পাঠকসমাজে এই অভাজনৰ আন কেইখন গ্ৰন্থৰ দৰে 'কালক্ৰম'কো সাদৰেৰে গ্ৰহণ কৰাৰ লগতে যাৱতীয় দিহা-পৰামৰ্শ আদি প্ৰদান কৰিব।

কনকলতা পথ
লাচিত নগৰ, গুৱাহাটী

**নীলমণি সেন ডেকা**

# সূচীপত্ৰ

# মুকেশ আম্বানি বনাম দেশৰ দৰিদ্ৰতা

২৬ ছেপ্টেম্বৰ, ২০০৭ তাৰিখে 'ফ'ৰ্বছ' নামৰ বিখ্যাত আলোচনীখনে পৃথিৱীৰ আটাইতকৈ ধনী ব্যক্তিসকলৰ এই বছৰৰ তালিকাখন প্ৰকাশ কৰিছে। এই তালিকাত শীৰ্ষস্থান লাভ কৰিছে ভাৰতৰ ৰিলায়েন্স ইণ্ডাষ্ট্ৰিজৰ অধ্যক্ষ মুকেশ আম্বানিয়ে। তৃতীয় বিশ্বৰ দেশ এখনৰ এজন উদ্যোগপতিয়ে বিশ্বৰ সবাতোকৈ ধনী ব্যক্তিৰ তালিকাৰ শীৰ্ষস্থান অধিকাৰ কৰিব পৰাটো আমাৰ দেশবাসীৰ কাৰণে নিঃসন্দেহে গৌৰৱৰ কথা। দেশৰ প্ৰায়বোৰ মানুহেই কম-বেছি পৰিমাণে উল্লসিত হৈছে এই সংবাদ শুনাৰ পাছত। মুকেশ আম্বানিয়ে পূৰ্বে শীৰ্ষস্থানত থকা মাইক্ৰ'ছফ্টৰ স্বত্বাধিকাৰী বিল গেট্‌ছ আৰু মেক্সিকোৰ উদ্যোগপতি বাফেট আৰু কাৰ্ল'ছ শ্লিমক দ্বিতীয় আৰু তৃতীয় স্থানলৈ অৱনমিত কৰি এই শীৰ্ষস্থানৰ অধিকাৰী হ'ল। ৰিলায়েন্স ইণ্ডাষ্ট্ৰিজৰ গৰাকী মুকেশ আম্বানিৰ অধীনৰ কোম্পানীসমূহৰ মুঠ সম্পত্তিৰ মূল্য প্ৰায় দুই লাখ কোটি টকাৰ অধিক বুলি প্ৰকাশ পাইছে। অলপতে 'আউট লুক বিজিনেছ' নামৰ আলোচনীখনত প্ৰকাশ পাইছে যে পাঁচ বছৰ আগেয়ে ধীৰুভাই আম্বানিৰ উক্ত কোম্পানীটোৰ মুঠ মূলধনৰ পৰিমাণ আছিল ৪১,৯৮৯ কোটি টকা। বৰ্তমান কোম্পানীৰ মূলধন হৈছেগৈ ৩ ৮২ লাখ কোটি টকা। সমীক্ষাত এইটোও প্ৰকাশ যে ৰিলায়েন্সৰ বাৰ্ষিক বৃদ্ধিৰ পৰিমাণ ৫০ শতাংশ, আনহাতে মুঠ বাৰ্ষিক লাভ হ'ল ১০ হাজাৰ কোটি টকা। বিশ্বৰ প্ৰথম ধনাঢ্য ব্যক্তিজন হোৱাৰ সুবাদতেই হওক বা কোম্পানীৰ এই বিশাল বৈভৱত উৎসাহিত হৈয়েই হওক, পত্নীৰ জন্মদিনত মুকেশ আম্বানিয়ে উপহাৰ হিচাপে আগবঢ়াইছে সাম্প্ৰতিক বিশ্বৰ নৱতম বিলাসী বিমান এখন।

কিছুদিন আগতে প্ৰকাশ পাইছে যে আমেৰিকাৰ মূল অৰ্থনৈতিক সম্পদৰ অৰ্ধেক অংশ কায়েম কৰি ৰাখিছে দেশখনৰ ৩৫ হাজাৰ ব্যৱসায়িক গোষ্ঠীয়ে। তেওঁলোক আমেৰিকাৰ সবাতোকৈ ধনী লোক। আজি ভাৰততো ৰতন টাটা, লক্ষ্মী মিত্তাল, কে এম বিৰলা, নবীন জিন্দাল, অনিল আম্বানি, আজিম প্ৰেমজী, সুব্ৰত ৰয়, এন আৰ নাৰায়ণমূৰ্তি আদি উদ্যোগপতিৰ হাতত দেশৰ মূল অৰ্থনৈতিক সম্পদৰ অৰ্ধেক কুক্ষিগত হৈছে। আমেৰিকাৰ নিচিনা ৩৫ হাজাৰৰ হাতত নহয় যদিও আমাৰ দেশৰ এশ কোটিতকৈও অধিক মানুহৰ সম্পদৰ ওপৰত লুণ্ঠনৰ হাতোৰা মেলিছে

প্ৰায় এহাজাৰগৰাকীৰো অধিক উদ্যোগপতিয়ে। এওঁলোকৰ উদ্যোগৰ বিকাশৰ বাবেই শেহতীয়াভাৱে ভাৰতৰ মুঠ ঘৰুৱা উৎপাদন বছৰি ৯ শতাংশলৈ বৃদ্ধি পাইছে। বিশ্ব-বজাৰত ভাৰতে এখন সুস্থিৰ, শক্তিশালী অৰ্থনৈতিক ৰাষ্ট্ৰ হিচাপে নিজকে চিনাকি দিবলৈ সক্ষম হৈছে বিগত কেইটামান বছৰৰ ভিতৰত। তেওঁলোকে নিজৰ অৰ্থনীতিৰ বিশাল বজাৰখন গঢ়ি তুলিছে পেট্ৰ'লিয়াম উদ্যোগ আৰু প্ৰয়োজনীয় অত্যাধুনিক সামগ্ৰীসমূহৰ উৎপাদনেৰে, অথচ তেওঁলোকে কম লাভজনক কৃষিখণ্ডত বিনিয়োগৰ কাৰণে বেছি উৎসাহ কেতিয়াও দেখুওৱা নাই, যাৰ কাৰণে ভাৰতৰ কৃষি উৎপাদনে সৰ্বমুঠ ঘৰুৱা উৎপাদনৰ ২ শতাংশও পূৰ্ণ কৰিব পৰা নাই। হয়তো এই বছৰ ভাল বতৰৰ বাবে কৃষিখণ্ডৰ উৎপাদন অপেক্ষাকৃতভাৱে বৃদ্ধি পাব পাৰে, সিও কিন্তু ভগবানৰ আশীৰ্বাদৰ বাবেহে।

১৯৯১ চনৰ পৰা আৰম্ভ হোৱা নব্য অৰ্থনীতিয়ে ভাৰতৰ অৰ্থনৈতিক ক্ষেত্ৰত এক নতুনত্ব আৰু বৈপ্লৱিক পৰিৱৰ্তন নিশ্চয়কৈ আনিছে। এই কথাত সন্দেহ কৰিবলগীয়াও বিশেষ নাই। কিন্তু এই বৈপ্লৱিক পৰিৱৰ্তনৰ ফলত দুটা বিষয় স্পষ্ট হৈছে। প্ৰথম কথা দেশৰ অনগ্ৰসৰ অঞ্চলসমূহৰ মূল্যবান সম্পদসমূহ এইসকল উদ্যোগপতিয়ে নিজৰ হস্তগত কৰিছে। আনহাতে উল্লিখিত অঞ্চলৰ জনসাধাৰণক ন্যূনতম মূল্য দি নিজে সৰ্বাধিক লাভ আদায় কৰিছে। ঝাৰখণ্ড, উৰিষ্যা আদি প্ৰদেশত কোটি কোটি টকা বিনিয়োগ হৈছে, কিন্তু সেই অঞ্চলৰ সাধাৰণ পিছপৰা জনসাধাৰণৰ অৰ্থনৈতিক পৰিৱৰ্তন সামান্যতমো হোৱা নাই। এতিয়াও উৰিষ্যাৰ বহু অঞ্চলৰ মানুহে খাবলৈ আৰু পিন্ধিবলৈ ভালদৰে পোৱা নাই। ঝাৰখণ্ড, ছত্তিশগড় অঞ্চলৰ মানুহে এমুঠি ভাতৰ বাবে হাহাকাৰ কৰি ফুৰিবলগীয়া হৈছে। অকল ছত্তিশগড় আৰু উৰিষ্যাই ভাৰতৰ অৰ্থনীতিৰ সম্যক চিত্ৰ নহয়। দেশৰ কমেও ৩০ৰ পৰা ৪০ কোটি মানুহে জীয়াই থকাৰ বাবে সংগ্ৰাম কৰিব লগা হৈছে অহৰ্নিশে। এতিয়াও অৰ্থনৈতিক বন্ধ্যাত্বৰ পৰা মুক্ত হোৱা নাই দেশৰ গ্ৰামাঞ্চলৰ জনসাধাৰণ।

পৰিকল্পনা আয়োগে দাবী কৰা মতে, ভাৰতৰ গ্ৰামাঞ্চলত দৰিদ্ৰতাৰ সীমাৰেখাৰ তলত বাস কৰা লোকৰ সংখ্যা ৩৭ ৩ শতাংশৰ পৰা ২৭ ৪ শতাংশলৈ হ্ৰাস পাইছে। এয়া হ'ল ১৯৯৯ চনৰ সমীক্ষা। কিন্তু বিশ্ব বেংকৰ 'ৱৰ্ল্ড ডেভেলপমেণ্ট ৰিপ'ৰ্ট ২০০৬' মতে, এতিয়াও ভাৰতৰ দৰিদ্ৰ সীমাৰেখাৰ তলত আছে ৩০ ২ শতাংশ লোক। আনহাতে নেচনেল ছেম্প'ল ছাৰ্ভেৰ সমীক্ষা মতে, গ্ৰামাঞ্চলত দৰিদ্ৰতাৰ সীমাৰেখা তলত বাস কৰা লোকৰ সংখ্যা হ্ৰাস পাইছে আনুমানিক ২৮.৫ শতাংশলৈ। এয়া সামগ্ৰিক চিত্ৰহে। কিন্তু বাস্তৱ ক্ষেত্ৰত হিচাপ কৰিলে দাৰিদ্ৰ্য সীমাৰেখাৰ তলত বাস কৰা লোকৰ পৰিসংখ্যা ৰেখাডাল উৰ্ধ্বমুখীহে হ'ব। আমি প্ৰত্যেকে দেখিছোঁ

যে চৰকাৰে ইতিমধ্যে ৰাজসাহায্যৰ জৰিয়তে দৰিদ্ৰতা নিৰ্মূল কৰাৰ অৰ্থে কিছু আঁচনি গ্ৰহণ কৰিছে। একাংশ লোকক হিতাধিকাৰীৰ তালিকাত অন্তৰ্ভুক্ত কৰি চৰকাৰে তেওঁলোকক বাসগৃহ, ন্যুনতম মূল্যত চাউল আদি যোগান ধৰি আহিছে বিগত কিছু বছৰ ধৰি। এনেধৰণৰ লোকসকলক যদি দৰিদ্ৰতা নিৰ্মূল আঁচনিৰ উল্লিখিত সমীক্ষাই বাহিৰত ৰাখিছে, তেতিয়াহ'লে মুঠ দৰিদ্ৰতাৰ সীমাৰেখাৰ তলত বাস কৰা লোক ৪৫ শতাংশৰ কম নহ'ব। আজি দেশৰ চৰকাৰসমূহে বিভিন্ন সস্তীয়া আৰু ক্ষণস্থায়ী আঁচনি গ্ৰহণ কৰি দৰিদ্ৰতা নিৰ্মূলকৰণৰ আচহুৱা পন্থা কিছুমান গ্ৰহণ কৰিছে। এই পন্থাসমূহে দেশৰ দৰিদ্ৰতা প্ৰকৃতাৰ্থত নিৰ্মূল কৰিব পাৰিবনে? তদুপৰি ই এক স্থায়ী প্ৰক্ৰিয়ানে? ৰাষ্ট্ৰীয় গ্ৰাম্য নিশ্চিত নিয়োগ আঁচনিৰ অন্তৰ্ভাগ আমি দেখিছো। ১০০টা নিশ্চিত কৰ্মদিনৰ বিনিময়ত দৰিদ্ৰতাৰ সীমাৰেখাৰ তলত বাস কৰা লোকসকলক হাজিৰা দিয়া হয়। তদুপৰি তিনিটকীয়া বা তাতোকৈ কম দৰত চাউল দি তেওঁলোকৰ ভোকো নিবাৰণ কৰা হৈছে। কিন্তু এই কল্যাণমূলক আঁচনিসমূহ প্ৰকৃতাৰ্থত স্থায়ী ব্যৱস্থা হ'ব নোৱাৰে। ই এক ক্ষণস্থায়ী আৰু দুৰ্বল আঁচনি। আচলতে এই আঁচনিৰ ফলত ভাৰতৰ বহু কোটি জনসাধাৰণক নিষ্কৰ্মা কৰি তোলাহে হৈছে। আনহাতে এই আঁচনিয়ে এক ভয়াবহ পৰম্পৰাৰো সৃষ্টি কৰিব। ফলস্বৰূপে এনে পৰম্পৰাই এদিন এক বিস্ফোৰণমুখী পৰিস্থিতিৰো সৃষ্টি কৰিব পাৰে ।

পৰিকল্পনা আয়োগে নৱম পাঁচ বছৰীয়া পৰিকল্পনা অনুসৰি ১৯৭১ৰ পৰা ২০০২ চনলৈ দেশৰ গাঁও অঞ্চলৰ শ্ৰম শক্তিৰ এক সমীক্ষা যুগুতাই উলিয়াইছে।

| জনসংখ্যা | | | শ্ৰম শক্তি | |
|---|---|---|---|---|
| বছৰ | নিযুত | বৃদ্ধিৰ হাৰ (%) | নিযুত | বৃদ্ধিৰ হাৰ (%) |
| ১৯৭৮ | ৬৩৭ ৬ | - | ২২৫ ৮ | - |
| ১৯৮৩ | ৭১৮ ২ | ২ ১৬ | ২৮৬ ৬ | ২ ০৭ |
| ১৯৯৪ | ৮৯৫ ০ | ২ ১০ | ৩৮৬ ৫ | ২ ৩৯ |
| ১৯৯৭ | ৯৫১ ২ | ১ ৮৫ | ৩৯৭ ২ | ২ ২৭ |
| ২০০২ | ১০২৮ ৯ | ১ ৫৭ | ৪৪৯ ৬ | ২ ৪৮ |
| ২০০৭ | ১১১২ ৯ | ১ ৫৭ | ৫০৭ ৯ | ২ ৪৪ |
| ২০১২ | ১১৯৬ ৪ | ১ ৪৫ | ৫৬২ ৯ | ২ ০৬ |

উৎস : নৱম পঞ্চবাৰ্ষিক পৰিকল্পনা আয়োগৰ প্ৰতিবেদন (১৯৯৭-২০০২, খণ্ড ১)

এই সমীক্ষৰ পৰা এইটো প্ৰতীয়মান হয় যে ভাৰতত শ্ৰম শক্তি বৃদ্ধি পাইছে। এই শ্ৰম শক্তিক প্ৰকৃতাৰ্থত কৰ্মত নিয়োজিত কৰা হৈছে নে নাই সেইটোও লক্ষণীয় কথা। প্ৰধান মন্ত্ৰীৰ অৰ্থনৈতিক উপদেষ্টা পৰিষদৰ অধ্যক্ষ চি ৰংগৰাজনে অলপতে

'দ্য হিন্দু' কাকতত লিখা প্ৰবন্ধ এটাত গভীৰ উদ্বেগ প্ৰকাশ কৰিছে দেশৰ বৰ্ধিত নিবনুৱা সমস্যা সন্দৰ্ভত। তেওঁ উল্লেখ কৰিছে যে নিয়োগ বৃদ্ধিৰ হাৰ ১৯৮৩ চনৰ ২ শতাংশৰ সলনি ১৯৯৩-৯৪ত ই কমি গৈ বছৰি ১ শতাংশলৈ নিম্নগামী হৈছে। এই তথ্য নেচনেল ছেম্পল ছাৰ্ভেৰ পৰিসংখ্যাৰ উদ্ধৃতি দি তেওঁ প্ৰকাশ কৰিছে নিবন্ধটোত। তেওঁ অৱশ্যে নিবন্ধটোত নগৰ আৰু গাঁৱৰ নিবনুৱাৰ কৰ্মসংস্থাপনৰ পাৰ্থক্য দেখুওৱা নাই। তেওঁৰ এই পৰিসংখ্যাৰ লগত পৰিকল্পনা আয়োগৰ সমীক্ষাৰ অৱশ্যে কিছু আমিল দেখা যায়। তেওঁৰ মতে, ১৯৯৩-৯৪ চনত শ্ৰম শক্তি আছিল ৩৮১ ৯৪ নিযুত, ১৯৯৯-২০০০ চনত ৪০৬ ০৫ নিযুত, ২০০৪-০৫ চনত ৪৬৯ ০৬ নিযুত। আনহাতে নিয়োজিত শ্ৰম শক্তি হ'ল ১৯৯৩-৯৪ চনত ৩৭৪ ৪৫ নিযুত (কৰ্মৰত হৈ থকা), ১৯৯৯-২০০০ চনত ৩৯৭ ০০ নিযুত আৰু ২০০৪-০৫ চনত ৪৫৭ ৮২ নিযুত। আনহাতে নিবনুৱাৰ সংখ্যা ১৯৯৩-৯৪ চনত ৭ ৪৯ নিযুত, ১৯৯৯-২০০০ চনত ৯ ০৫ আৰু ২০০৪-০৫ চনত ১১ ২৪ নিযুত। তেওঁৰ মতে, শ্ৰম শক্তি বৃদ্ধিৰ হাৰ ২ ৯৩ শতাংশ আৰু নিবনুৱা বৃদ্ধিৰ হাৰ ২ ৩৯ শতাংশ।

ওপৰৰ এই পৰিসংখ্যাৰ পৰা দেখা গৈছে যে দেশত নিবনুৱাৰ সংখ্যা বৃদ্ধি হাৰ এনে ধৰণে বৃদ্ধি পাইছে যদিও চিত্ৰখনৰ পৰিবৰ্তন কৰাৰ কাৰণে বাস্তৱমুখী পদক্ষেপ কোনো চৰকাৰেই লোৱা নাই। এইক্ষেত্ৰত কোনো আগ্ৰহ আৰু সদিচ্ছাও দেখুওৱা নাই দেশৰ বৃহৎ উদ্যোগসমূহে। যদি চৰকাৰৰ ভূমিকা নেতিবাচক হয়, তেতিয়াহ'লে ভাৰতৰ অৰ্থনীতিত দুই ধৰণে ইয়াৰ প্ৰভাৱ পৰিব। প্ৰথম কথা হ'ল ভাৰতৰ প্ৰায় ৩০ৰ পৰা ৪০ কোটি মানুহ চৰকাৰে উন্নয়নমূলক আঁচনি গ্ৰহণ কৰিলেও দৰিদ্ৰতাৰ সীমাৰেখাৰ পৰা উন্নতি লাভ কৰিব নোৱাৰিব। সহজলভ্য আঁচনিসমূহে মানুহক অস্থায়ীভাৱে সকাহ দিব, কিন্তু তেওঁলোকক সমগ্ৰ জীৱনৰ বাবে শাৰীৰিক আৰু মানসিকভাৱে পংগু কৰি পেলোৱা হ'ব। সমান্তৰালভাৱে দেশখনে এই বৃহৎ শ্ৰম শক্তিৰ দ্বাৰা উৎপাদিত সম্পদৰ ভোগৰ পৰা বঞ্চিত হ'ব। যিমান দিনলৈ অত্যাধুনিক প্ৰযুক্তিবিদ্যাৰ দ্বাৰা দেশৰ সম্পদ আহৰণ আৰু উৎপাদন কৰাৰ চেষ্টা চৰকাৰে কৰিব, সিমান দিনলৈ কিন্তু এই বৈষম্য দিনে দিনে বাঢ়ি গৈহে থাকিব। বৰং নিবনুৱাসকলক কৰ্মশক্তিৰ পৰা বঞ্চিত কৰাৰ ন ন কৌশলহে গ্ৰহণ কৰা হ'ব। একেদৰে কম শ্ৰম শক্তিৰ জৰিয়তে বেছি মুনাফা লাভৰ বাবে বৃহৎ শক্তিসমূহে অহৰহ চেষ্টা কৰিব বুলিও অনুমান কৰিব পাৰি। বৃহৎ উদ্যোগপতিসকলে লোৱা এই পদক্ষেপে ভাৰতৰ নিচিনা বৃহৎ জনশক্তিৰ দেশখনলৈ সাংঘাতিক বিপৰ্যয় নমাই আনিব বুলিও পূৰ্বানুমান কৰিছে দেশৰ আগশাৰীৰ অৰ্থনীতিবিদসকলে। তদুপৰি বৃহৎ উদ্যোগপতিসকলক ব্যৱসায়ৰ কাৰণে সকলো ধৰণৰ দুৱাৰ মুকলি কৰি দিয়াৰ ফলত ভাৰতৰ সকলো

খণ্ডৰ সকলো শ্ৰেণীৰ ব্যৱসায়ৰ ক্ৰমশঃ অৱনতি ঘটিছে।বৃহৎ উদ্যোগপতিসকলে খুচুৰা ব্যৱসায়, বিশেষকৈ ফল-মূল, শাক-পাচলিৰ বজাৰখনো দখল কৰাৰ বাবে পদক্ষেপ লৈছে। অলপতে এই পদক্ষেপৰ বিৰুদ্ধে মুম্বাই, দিল্লী আদিৰ ক্ষুদ্ৰ ব্যৱসায়ীসকলে এই বৃহৎ উদ্যোগপতিসকলৰ বিক্ৰী কেন্দ্ৰসমূহৰ ওপৰত আক্ৰমণো কৰিছিল। কাৰণ তেওঁলোকে উপলব্ধি কৰিছে যে বৃহৎ উদ্যোগপতিসকলৰ হস্তক্ষেপে তেওঁলোকৰ ব্যৱসায়ৰ লগতে পৰিয়ালসমূহৰ জীৱনলৈকো অন্ধকাৰ নমাই আনিব। তেওঁলোকৰ শংকা আৰু সন্দেহ পূৰ্ণ শতাংশই সত্যলৈ পৰিৱৰ্তিত হ'বলৈ বেছিপৰ নাই।

মহাত্মা গান্ধীৰ গ্ৰাম্য অৰ্থনীতিৰ বুনিয়াদ শক্তিশালীকৰণ আৰু পঞ্চায়তীৰাজ প্ৰৱৰ্তন ভাৰতৰ পটভূমিত অতিকৈ বাস্তৱসন্মত বুলি অৰ্থনীতিবিদ আৰু চিন্তাবিদসকলে বহুদিনৰ পূৰ্বেই বিশ্লেষণ কৰি দেখুৱাইছিল। এই আদৰ্শক সাৰোগত কৰিয়ে স্বাধীন ভাৰতৰ সংবিধান প্ৰণয়ন তথা পৰৱৰ্তী সময়ৰ পঞ্চবাৰ্ষিক পৰিকল্পনাৰ আঁচনি যুগুত কৰা হৈছিল। কেন্দ্ৰীয় চৰকাৰে মুক্ত অৰ্থনীতি ঘোষণা কৰাৰ মুহূৰ্তত এই বিশেষ অৰ্থনৈতিক আঁচনিসমূহৰ গুঢ়াৰ্থ তথা ভাৰতীয় জনমানসৰ ক্ষেত্ৰত ইযাৰ সম্ভাৱনা আৰু সীমাবদ্ধতাৰ দিশসমূহ লক্ষ্য কৰা উচিত আছিল। এনে উদ্দেশ্যে অৰ্থনৈতিক নীতি-নিৰ্দেশনা যুগুতালে হয়তো আজিৰ বিযাদজনক পৰিস্থিতিৰ উদ্ভৱ নহ'লহেঁতেন। তদুপৰি দেশৰ এহাজাৰগৰাকী পুঁজিপতিৰ হাতত ১১০ কোটি মানুহৰ সম্পদ কুক্ষিগত নহ'লহেঁতেন। মুক্ত অৰ্থনীতিৰ ধাৰক আৰু বাহকসকলে হয়তো আনন্দ লভিছে ভাৰতৰ অৰ্থনীতিৰ শেহতীয়া পাৰামিটাৰ বৃদ্ধি পোৱাত। কিন্তু দেশৰ দুখীযা-নিচলা মানুহখিনিৰ জীৱন নিৰ্বাহৰ আৰু ভৱিষ্যতৰ পাৰামিটাৰৰ পৰিমাপ কৰাৰ সময় হয়তো তেওঁলোকে পোৱা নাই। ভাৰতত ক্ৰমশঃ বৃদ্ধি পাইছে কৰ্মসংস্থাপনৰ সমস্যা। ইয়াৰে ভুক্তভোগী দুখীয়া আৰু শ্ৰমজীৱী জনসাধাৰণ। এইবোৰ তুলনামূলকভাৱে নিৰীহ লোক। বহু কথাৰ ভু তেওঁলোকে নাপায়। কিন্তু সকলো কথা বুজি উঠাৰ পাছত চৌদিশে জুই জ্বলিব পাৰে। দেশৰ বিভিন্ন অংশত বিচ্ছিন্ন ৰূপত গঢ় লৈ উঠা জনবিক্ষোভবোৰে চিন্তিত কৰি আছে সংশ্লিষ্ট চৰকাৰ আৰু প্ৰশাসনক। এই ক্ষোভবোৰে একত্ৰিত ৰূপ পাবলৈ কেতপৰ বাৰু!

মুকেশ আম্বানিহঁতৰ সম্পদ আৰু সমৃদ্ধি আৰু বাঢ়ক। কিন্তু এই সম্পদ বৃদ্ধি যাতে খাবলৈ নোপোৱা দুখীয়া মানুহৰ পৰা শোহা তেজেৰে নহয়— এই দৃষ্টি আগত ৰাখি চৰকাৰে বিশেষ ব্যৱস্থা লওক। তেতিয়াহে ভাৰসাম্য ৰক্ষা কৰি দেশে ভৱিষ্যতলৈ উজুতি নোখোৱাকৈ আগবাঢ়ি যাব পাৰিব। ■■

---

*অসমীয়া খবৰ, ১৩ নৱেম্বৰ, ২০০৭*

# ভাৰতৰ বিপন্ন কৃষিখণ্ডৰে অৰ্থনৈতিক বিকাশ সাধন হ'বনে ?

যোৱা ১৪ মে'ত একাদশ পৰিকল্পনাত কৃষিৰ ক্ষেত্ৰত কৌশল নিৰ্ণায়কৰ বাবে পৰিকল্পনা আয়োগৰ অধ্যক্ষ ডঃ মনমোহন সিঙৰ অধ্যক্ষতাত উক্ত আয়োগৰ এখন গুৰুত্বপূৰ্ণ বৈঠক অনুষ্ঠিত হৈ যায়। এই বৈঠকত কৃষিজাত সামগ্ৰী উৎপাদনৰ নিম্নগামী হাৰ তথা দেশখনত দেখা দিয়া খাদ্যজাত সামগ্ৰীৰ ভয়াবহ মূল্যবৃদ্ধিয়ে সৃষ্টি কৰা সমস্যাবোৰৰ বিষয়ে সম্যকভাৱে আলোচনা কৰা হয়। এই বৈঠকত সিদ্ধান্ত লোৱা হয় যে একাদশ বাৰ্ষিক পৰিকল্পনাত প্ৰায় সাত হাজাৰ কোটি টকা ৰাজ্যসমূহক অতিৰিক্তভাৱে স্থানীয় আঁচনিসমূহৰ ৰূপায়ণৰ বাবে দিয়া হ'ব। তদুপৰি গম, ধান আৰু তৈলজাত সামগ্ৰীৰ উৎপাদন বৃদ্ধিৰ বাবে কোষ গঠনৰ সিদ্ধান্তও লোৱা হয়। বৈঠকত দশম পৰিকল্পনাত কৃষিৰ উৎপাদনৰ হাৰ চাৰি শতাংশলৈ বৃদ্ধি কৰাৰ যি পৰিকল্পনা হাতত লোৱা হৈছিল, সেই লক্ষ্য পূৰণ নোহোৱা আৰু কৃষিজাত সামগ্ৰীৰ উৎপাদনৰ হাৰ দুই শতাংশলৈ কমি যোৱাত গভীৰ উদ্বেগ প্ৰকাশ কৰে। দশম পৰিকল্পনা আয়োগে কৃষিখণ্ডৰ বাবে নিৰ্ধাৰণ কৰা ৫৮,৯৩৩ কোটি টকাৰ বিপৰীতে কৃষিমন্ত্ৰী শাৰদ পাৱাৰে একাদশ পৰিকল্পনাত এইবাৰ প্ৰায় ১ লাখ ৩৩ হাজাৰ কোটি টকাৰ আনুমানিক ব্যয়ৰ খচৰা দাখিল কৰে। ইয়াৰে প্ৰায় ৮৩ হাজাৰ কোটি টকা হ'ব কেন্দ্ৰীয় চৰকাৰৰ অংশ। পৰিকল্পনা আয়োগে দশম পৰিকল্পনা আয়োগত কৃষি আৰু ইয়াৰ সহযোগী খণ্ডৰ উৎপাদনৰ হাৰ নিৰ্ধাৰিত লক্ষ্যতকৈ কমি যোৱাত শংকিত হৈ পৰিছে। ইয়াৰ কাৰণ হিচাপে উল্লেখ কৰিছে যে খৰাং বতৰ আৰু জলসিঞ্চন খণ্ডক অৱহেলা কৰাৰ কাৰণেই কৃষিখণ্ডই ঈপ্সিত লক্ষ্য পূৰণত ব্যৰ্থ হ'ল। ১৯৮০-৮১ চনৰ পৰা ১৯৯৫ চনলৈকে দেশৰ কৃষিৰ উৎপাদনৰ হাৰ আছিল ৩.২ শতাংশ। কিন্তু অৰ্থনৈতিক সংস্কাৰৰ পাছৰ সময়ছোৱাত ঔদ্যোগিক খণ্ডত বিশেষ গুৰুত্ব দিয়া বাবে লাহে লাহে কৃষিখণ্ড এলাগী হ'ল। সেয়েহে ১৯৯৬ চনৰ পৰা ২০০২ চনলৈ কৃষিখণ্ডৰ উৎপাদনৰ হাৰ কমি গৈ ১.৯ শতাংশ হৈছেগৈ। কৃষিখণ্ডত সময়ে সময়ে উৎপাদন বঢ়াৰ জয়ঢোল বজালেও এতিয়াও ঘেঁহু আৰু তৈলজাত সামগ্ৰীকে আদি কৰি বহুবিধ সামগ্ৰী ভাৰতে বিদেশৰ পৰাই আমদানি কৰিবলগীয়া হৈছে। এইবাৰো পৰিকল্পনা আয়োগৰ

প্ৰতিবেদন মতে ২০০২-২০০৩ চনত কৃষিজাত সামগ্ৰীৰ উৎপাদন কমি গৈ ১৭৪ ২ মিলিয়ন টন হৈছেগৈ। ২০০৬ আৰু ২০০৭ চনত দেশখনত কৃষিজাত সামগ্ৰীৰ প্ৰয়োজন হ'ব ২ লাখ ৩০ মিলিয়ন টন। আজি মুঠ উৎপাদিত সামগ্ৰীতকৈ এই পৰিমাণ বহু বেছি। অলপতে কৃষিমন্ত্ৰী শাৰদ পাৱাৰে বিদেশৰ পৰা ঘেঁহু আমদানি কৰাৰ কথা ঘোষণা কৰিছে। যদি এইদৰে কৃষিজাত সামগ্ৰীৰ উৎপাদন কমি গৈ থাকে, তেতিয়াহ'লে ভাৰতত অৰ্থনৈতিক সংস্কাৰৰ জৰিয়তে যি আৰ্থিক বিপ্লব অনাৰ পৰিকল্পনা কৰা হৈছিল, সেয়া বাস্তৱত পৰিণত নহ'ব। দশম পৰিকল্পনাত কৃষিৰ লগত জড়িত কেইবাটাও বিষয়ৰ লগতে কৃষিজাত সামগ্ৰীৰ উৎপাদনৰ ওপৰত গুৰুত্ব দিয়া হৈছিল। সেইবোৰ হ'ল জলসিঞ্চনৰ উন্নতিকৰণ, ফাৰ্মিং ব্যৱস্থাৰ উন্নতি, খেতিপথাৰৰ উন্নয়ন সাধন ইত্যাদি। আমাৰ ভাৰতৰ আটাইতকৈ দুৰ্ভাগ্যজনক দিশটো হৈছে সকলোবোৰ ক্ষেত্ৰতে আঁচনি গ্ৰহণ কৰা হয় যদিও উপযুক্ত আৰু বাস্তৱসন্মত পৰিকল্পনাৰ অভাৱত ঈপ্সিত লক্ষ্যত উপনীত হ'ব পৰা নাযায়। এটা-দুটাকৈ দহটা পাঁচবছৰীয়া পৰিকল্পনা সম্পূৰ্ণ হ'ল। এইছোৱা সময়ত বিভিন্ন দিশত দেশখনক সুশৃংখলভাৱে আগবঢ়াই নিয়াৰ বিভিন্ন কৌশল ৰচা হৈছিল। কিন্তু কোনো এটা পৰিকল্পনাতেই কেন্দ্ৰীয় পৰিকল্পনা আয়োগে কৃতকাৰ্য হোৱা বুলি দাবী কৰিব নোৱাৰিলে। ইয়াৰ কাৰণ হ'ল বাস্তৱসন্মত চিন্তা আৰু গৱেষণাৰ অভাৱ। তদুপৰি পৰিস্থিতি অধ্যয়ন কৰিব নোৱাৰাৰ বাবেই বহু ক্ষেত্ৰত পৰিকল্পনা আয়োগৰ সিদ্ধান্তসমূহ কাগজৰ মাজতে আবদ্ধ হৈ থাকিল। দশম পৰিকল্পনাৰ সময়ছোৱাত কৃষিখণ্ডত চাৰি শতাংশ লক্ষ্য আগত ৰাখি তাৰ অৰ্ধেকো সম্পূৰ্ণ কৰিব নোৱাৰিলে। তাৰ বাবে সম্পূৰ্ণ জগৰীয়া পৰিকল্পনা আয়োগ। কিন্তু মেকুৰীৰ ডিঙিত টিলিঙা আঁৰে কোনে? আজি পৰিকল্পনা আয়োগক ইয়াৰ জবাবদিহি কৰিবলৈ সাহস কোনে কৰিব? কৃষিজাত সামগ্ৰীৰ উৎপাদন বৃদ্ধি নোহোৱাৰ বাবেই দেশৰ জনসাধাৰণে বেছি মূল্যত আমদানিকৃত সামগ্ৰী ক্ৰয় কৰিবলগীয়া হৈছে, যাৰ ফলত সৰ্বসাধাৰণ ৰাইজ, বিশেষকৈ গাঁও অঞ্চলৰ দুখীয়া ৰাইজৰ মূৰত মাধমাৰ পৰিছে।

আজি তিনিটা দশক পাৰ নৌহওঁতেই ভিয়েটনামে কৃষিখণ্ডত অভূতপূৰ্ব সাফল্য লাভ কৰিছে। অকল কৃষিখণ্ডত উৎপাদন বৃদ্ধিৰ বাবে চিএৰি থকাতকৈ ইয়াৰ বাবে প্ৰয়োজনীয় ৰাসায়নিক সাৰ, পানী যোগান আদিত গুৰুত্ব দিয়াটো অধিক প্ৰয়োজনীয় বিষয় আছিল, যিয়ে কৃষিখণ্ডত ভাৰসাম্যতা ৰক্ষা কৰি ইয়াৰ উৎপাদন বৃদ্ধি কৰিব। কিন্তু এই সহজ-সৰল বিষয়টো কেন্দ্ৰীয় চৰকাৰ আৰু পৰিকল্পনা আয়োগৰ অৰ্থনীতিবিদসকলে বুজি নোপোৱাটো হাস্যকৰ। স্বাধীনতাৰ প্ৰায় ৬০ বছৰৰ পিছতো এতিয়াও যদি আমাৰ কৃষকে বতৰৰ ওপৰত নিৰ্ভৰ কৰি

চলিবলগীয়া হয়, কৃষকসকলে যদি খৰাঙৰ বাবে খেতিৰ বাবে ধাৰ লোৱা মহাজনৰ সূত পৰিশোধ কৰিব নোবাৰি আত্মহত্যা কৰিবলগীয়া হয়, তাতকৈ দুখ আৰু পৰিতাপৰ কথা কিবা থকিব পাৰেনে?

এইবাৰ বাজেটত কৃষিখণ্ডত আটাইতকৈ বেছি গুৰুত্ব দিছে। ইতিমধ্যে নেছনেল কমিছন অৱ ফাৰ্মাৰে প্ৰণয়ন কৰা পলিচীখন কেন্দ্ৰীয় চৰকাৰৰ বিবেচনাধীন হৈ আছে বুলি বিত্তমন্ত্ৰী পি চিদাম্বৰমে উল্লেখ কৰিছে। জলসিঞ্চনৰ ওপৰতো যোৱা বছৰৰ তুলনাত এহাজাৰ কোটিৰো অধিক টকা ধাৰ্য কৰা হৈছে। ৰাসায়নিক সাৰৰ ছাবছিডিৰ বাবে প্ৰায় ২২ হাজাৰ ৪৫২ কোটি টকা ধৰা হৈছে। ইতিমধ্যে পৰিকল্পনা আয়োগে একাদশ পৰিকল্পনাৰ বাবে নতুন এটা সেউজ বিপ্লৱ গঢ়ি দেশখনক কৃষিৰ ক্ষেত্ৰত স্বাৱলম্বী হোৱাৰ পৰিকল্পনাৰ কথা ঘোষণা কৰিছে। অৱশ্যে এতিয়ালৈকে একাদশ পঞ্চবাৰ্ষিক পৰিকল্পনা আঁচনিয়ে পূৰ্ণাংগ ৰূপ পোৱা নাই। পৰিকল্পনা আয়োগৰ হিচাপ মতে, কেৱল ৪০ শতাংশ মাটিতহে জলসিঞ্চনৰ ব্যৱস্থা আছে। এই ব্যৱস্থা আৰু উন্নত কৰাৰ বাবে তথা পানী সংৰক্ষণৰ বাবে বিভিন্ন আঁচনি গ্ৰহণ কৰাৰ কথা ঘোষণা কৰিছে। কেইবাটাও কাৰণত কৃষিৰ উৎপাদন বৃদ্ধিৰ ক্ষেত্ৰত স্থবিৰতা আহিছে বুলি কেইবাজনো কৃষি অৰ্থনীতিবিদে মন্তব্য কৰে। ২০০৪ চনত বিশিষ্ট কৃষি বিজ্ঞানী চি হনুমন্ত ৰাৱে অন্ধ্ৰপ্ৰদেশ চৰকাৰৰ দ্বাৰা আয়োজিত এখন আলোচনা-চক্ৰত ভাষণ দি ভাৰতৰ কৃষিখণ্ডৰ উৎপাদন হ্ৰাসে গোটেই অৰ্থনৈতিক ব্যৱস্থাটো জটিল কৰি তোলা বুলি মন্তব্য কৰিছে। তেওঁৰ মতে, কৃষিখণ্ডতে দেশৰ সৰ্বাধিক নিবনুৱা আছে। অথচ অৰ্থনৈতিক সংস্কাৰৰ পৰৱৰ্তী সময়ছোৱাত কৃষিখণ্ডৰ উন্নতিৰ বাবে ৰাজহুৱা আৰু ব্যক্তিগত খণ্ডই কোনো পদক্ষেপ লোৱা নাই। বিনিয়োগৰ প্ৰতি অনীহা তেওঁলোকৰ। ইয়াৰ ফলত কৃষিখণ্ডত নিবনুৱাৰ সংখ্যা বাঢ়িল, উৎপাদনৰ গতিও স্থবিৰ হ'ল। চৰকাৰসমূহে উদ্যোগীকৰণত বিনিয়োগৰ প্ৰতি মনোযোগ দিয়াৰ ফলত কৃষিখণ্ডৰ ৰাজহুৱা আৰু ব্যক্তিগত বিনিয়োগ কমি আহিল অভাৱনীয়ভাৱে। ফলত অৱধাৰিতভাৱে কৃষি উৎপাদন হ্ৰাস পায়। চীন, ভিয়েটনাম আদি দেশে উদ্যোগীকৰণৰ লগতে কৃষিখণ্ডকো সমানে গুৰুত্ব দিয়া বাবে সেই দেশসমূহৰ ঔদ্যোগিক আৰু কৃষিখণ্ডই এতিয়াও ভাৰসাম্য হেৰুওৱা নাই। কৃষিৰ বিকাশৰ বাবে ন ন কৌশল উদ্ভাৱনত এতিয়ালৈকে চৰকাৰে সামান্যও গুৰুত্ব আৰোপ কৰা নাই। কেন্দ্ৰীয় বাজেটত এই ক্ষেত্ৰত খৰচ কৰা হৈছে মাত্ৰ ০.৩ শতাংশ। কৃষিৰ বিকাশৰ কাৰণে যিধৰণে গৱেষণা কৰিব লাগিছিল সেইধৰণে হোৱা নাই। ন'বেল বঁটা বিজয়ী অমৰ্ত্য সেনেও কৃষিখণ্ডৰ অধোমুখী গতি দেখি শংকা প্ৰকাশ

কৰিছে। তেওঁ কৈছে যে ভাৰতবৰ্ষত কৃষি উৎপাদন নিম্নগামী হোৱাৰ আন এটা কাৰণ হ'ল প্ৰকৃত ৰূপত ভূমি  সংস্কাৰ নোহোৱাটো। অৰ্মত্য সেনৰ এই মন্তব্যক ১৯৮৯ চনত ডঃ ভোৱেলকাৰেও কৈছিল, যি মন্তব্য আজিও কৃষি উৎপাদনৰ ক্ষেত্ৰত প্ৰাসংগিক হৈ আছে। ভাৰতৰ কৃষিনীতিত তিনিটা কথাক গুৰুত্ব দিয়া হৈছে— উৎপাদন ক্ষমতা, আয়ৰ সুৰক্ষা আৰু অৰ্থনৈতিক সুস্থিৰতা। কিন্তু আজি সকলো ক্ষেত্ৰত দেখা গৈছে যে ভাৰতৰ কৃষিখণ্ডত এই তিনিওটা মূল বিষয়ৰ অভাব। আনকি ডি আৰ গেটগিলেও ১৯৬২ চনতে পৰিকল্পনা আৰু অৰ্থনৈতিক নীতিৰ ওপৰত লিখা গ্ৰন্থখনত উল্লেখ কৰিছে— 'Develop agriculture means highly commercialized agricultural and usually intensive agriculture Without the fullest expoitation of irrigation, recources or the undertaking of large public works in particular contexts such as conservation, drainage etc  the efficient operation of individual farmers is not possible '

এইবাৰ একাদশ পৰিকল্পনা আয়োগে বছৰি চাৰি শতাংশকৈ কৃষিখণ্ডৰ উৎপাদন হাৰ বঢ়োৱাৰ লক্ষ্য স্থিৰ কৰিছে। পৰিকল্পনা আয়োগৰ সেই উদ্দেশ্য পূৰণৰ ইচ্ছাক সন্মতি জনাই  নিজৰ অংশৰ পৰা ধন যোগান ধৰিব বুলি ঘোষণা কৰিছে কেন্দ্ৰীয় চৰকাৰে। ব্যক্তিগত খণ্ডই যাতে কৃষিত বিনিয়োগ কৰে, তাৰ বাবে পৰিৱেশ ৰচনা কৰিবলৈ সাজু হৈছে চৰকাৰ। কিন্তু সকলোৰে মনত শংকা ঘনীভূত হৈছে— পৰিকল্পনা আযোগে কৃষিখণ্ডত উৎপাদন বঢ়োৱাৰ বাবে কিমানখিনি কৌশল আৰু পৰিকল্পনা কাৰ্যকৰী কৰিব পাৰিব? অৰ্গেনিক আৰু ফাৰ্মিং ব্যৱস্থাৰ ওপৰতো গুৰুত্ব আৰোপ কৰা হৈছে। কিন্তু সকলো ব্যৱস্থা অথলে যাব যদিহে প্ৰকৃতিৰ ওপৰত চৰকাৰ বেছি নিৰ্ভৰশীল হৈ থাকে। কেন্দ্ৰীয় চৰকাৰে ৪০ শতাংশ কৃষিভূমিত জলসিঞ্চনৰ ব্যৱস্থা থকা বুলি দাবী কৰিছে যদিও বাস্তৱত কিমানখিনি এলেকাত ই কাৰ্যকৰী হৈ আছে তাতো সন্দেহ আছে। সেয়ে কৃষিখণ্ডত এক উল্লেখনীয় বৈপ্লৱিক পৰিৱৰ্তন অনাৰ বাবে '৭০ৰ দশকত ইন্দিৰা গান্ধীয়ে লোৱাৰ দৰে যদি চৰকাৰখনে পূৰ্ণাংগ পৰ্যায়ত কৃষি বিপ্লৱৰ আঁচনি লয়, তেতিয়াহে ই ৰূপান্তৰৰ অৱস্থালৈ গতি কৰিব পাৰিব। নহ'লে পৰিকল্পনাৰ ধন অথলে যাবগৈ আৰু কৃষিখণ্ডৰ অধোমুখী গতিয়ে ভাৰতৰ অৰ্থনৈতিক বিকাশৰ গতিক লেহেম কৰাতহে সহায় কৰিব। ■■

---

*অসমীয়া খবৰ, ২৪ মে', ২০০৭*

# বিশেষ অৰ্থনৈতিক মণ্ডল আৰু ভাৰত

যোৱা মাহৰ ১৪ তাৰিখে নন্দীগ্ৰামত পুলিচ আৰু ভূমি উচ্ছেদ প্ৰতিৰোধ কমিটীৰ মাজত হোৱা সংঘৰ্ষৰ ফলত ১৪জন প্ৰতিবাদী লোকৰ মৃত্যু হয। এই মৃত্যুৰ দায়িত্ব পশ্চিমবংগৰ মুখ্য মন্ত্ৰী বুদ্ধদেৱ ভট্টাচাৰ্যই মূৰ পাতি লোৱাৰ পাছতহে ৰাজ্যখনৰ উত্তপ্ত পৰিস্থিতি কিছু শাম কাটিছে। প্ৰথমতে ছিংগুৰ, তাৰ পাছত নন্দীগ্ৰামৰ ঘটনাপ্ৰবাহে বুদ্ধদেৱ ভট্টাচাৰ্যৰ অভিলাষী ঔদ্যোগিক আঁচনিতে জটিলতাৰ সৃষ্টি কৰিছে। অকল যে পশ্চিমবংগতে ইযাৰ প্ৰতিবাদ আৰম্ভ হৈছে এনে নহয, বিশেষ অৰ্থনৈতিক মণ্ডল (Special Economic Zone)ৰ বিৰুদ্ধে অন্যান্য ৰাজ্যৰ কৃষকসকলো সংগঠিত হ'বলৈ ধৰিছে। ঔদ্যোগিক আৰু অৰ্থনৈতিক বিকাশৰ নামত চৰকাৰে জোৰ-জুলুমকৈ ভূমি অধিগ্ৰহণ কৰি মুষ্টিমেয এচাম পুঁজিপতিৰ হাতত গতাই দিব খোজা অপচেষ্টাৰ বিৰুদ্ধে সজোৰে প্ৰতিবাদ হোৱাটো তেনেই স্বাভাৱিক। ৰিলায়েন্স ইণ্ডাষ্ট্ৰিজ লিমিটেডে ৮ বিলিযন ডলাৰ বিনিযোগেৰে হাৰিযানাত স্থাপন কৰিব খুজিছে সুবৃহৎ বিশেষ অৰ্থনৈতিক মণ্ডল। ইয়াৰ বিৰুদ্ধে কংগ্ৰেছ সাংসদ কুলদীপ বিষ্ণুই (বৰ্তমান দলৰ পৰা বহিষ্কৃত) আৰম্ভ কৰিছে সাধাৰণ মানুহৰ প্ৰতিবাদী আন্দোলন। বিশেষ অৰ্থনৈতিক মণ্ডলৰ বাবে হাৰিযানা চৰকাৰে অধিগ্ৰহণ কৰিব খুজিছে ১২,৫০০ হেক্টৰ মাটি। ইয়াৰ ফলত ক্ষতিগ্ৰস্তসকলক ভূমিৰ ক্ষতিপূৰণ নিচেই কমকৈ দিয়া হ'ব। এই বিষয়ক লৈ কৰা আন্দোলনে দেশৰ সৰ্বত্ৰ প্ৰভাৱ বিস্তাৰ কৰাও আমি লক্ষ্য কৰিছোঁ। পশ্চিমবংগত টাটাই স্থাপন কৰিব খুজিছে সৰু মটৰগাড়ী উদ্যোগ। ইয়াৰ বাবে মাটি অধিগ্ৰহণ কৰা হৈছে ছিংগুৰত। ইয়াৰ বিৰুদ্ধে কৃষিভূমি সুৰক্ষা কমিটীয়ে আন্দোলনৰ গুৰি ধৰিছে। এই আন্দোলনত তৃণমূল কংগ্ৰেছৰ নেত্ৰী মমতা বেনাৰ্জী আৰু তেওঁৰ দলৰ লগতে নক্সালপন্থী নেতা কানু সান্যাল আৰু তেওঁৰ সমৰ্থকসকলো জড়িত হৈছিল। তেওঁলোকে দাবী কৰিছিল অধিগৃহীত ভূমি ঘূৰাই দিবলৈ। কাৰ্যতঃ আন্দোলনৰ পৰিসমাপ্তি ৰাষ্ট্ৰপতিৰ হস্তক্ষেপত ঘটিলেও তাত অংকুৰিত প্ৰতিবাদৰ বীজে পূব মেদিনীপুৰ জিলাৰ নন্দীগ্ৰামত বটবৃক্ষৰ ৰূপ ল'লে। ফলত পুলিচ আৰু চি পি এম কৰ্মীৰ গুলীত ১৪জনকৈ নিৰীহ আন্দোলনকাৰীযে প্ৰাণ হেৰুৱাবলগীয়া হ'ল। ছিংগুৰ আৰু নন্দীগ্ৰামৰ আন্দোলনৰ পটভূমি কিছু সুকীয়া হ'লেও উদ্দেশ্য কিন্তু একেটাই— ভূমি অধিগ্ৰহণ প্ৰতিৰোধ।

ইয়াতো গঠিত হৈছে ভূমি উচ্ছেদ প্ৰতিৰোধ কমিটী। মালয়েছিয়াৰ ছেলিম গ্ৰূপে স্থাপন কৰিব খোজা বিশেষ অৰ্থনৈতিক মণ্ডলৰ বিৰুদ্ধে সাধাৰণ কৃষক একত্ৰিত হৈছে। তেওঁলোকৰ লগত আছে জমিয়ত-ই-উলেমা হিন্দ, নক্সালাইট, মাওবাদীসকলৰ লগতে বিজেপি, তৃণমূল কংগ্ৰেছ আৰু আঁৰকাপোৰৰ পৰা কংগ্ৰেছ দলো। এওঁলোকৰ দাবী কৰিছে যে কেইবাহাজাৰ হেক্টৰ মাটিৰ পৰা কৃষকক উচ্ছেদ কৰি ছেলিম গ্ৰূপক মাটি চমজাই দিবলৈ চৰকাৰ প্ৰস্তুত হৈছে। আনহাতে চৰকাৰৰ দাবী ভূমি অধিগ্ৰহণৰ বাবে প্ৰয়োজনীয় মাটিৰ চিনাক্তকৰণেই হোৱা নাই, গতিকে ভূমিৰ অধিগ্ৰহণ কৰা বুলি চলোৱা প্ৰচাৰ যথাৰ্থতে অমূলক, ৰাজনৈতিক উদ্দেশ্যপ্ৰণোদিত। অলপতে 'দ্য হিন্দু' কাকতত চি পি এম সাংসদ বৃন্দা কাৰাটে লিখা প্ৰবন্ধ এটাত উল্লেখ কৰিছে যে নন্দীগ্ৰামৰ ঘটনাপ্ৰবাহক লৈ এক বৃহৎ ৰাজনৈতিক ষড়যন্ত্ৰ আৰম্ভ হৈছে য'ত তেওঁ বিজেপি, কংগ্ৰেছ, তৃণমূল কংগ্ৰেছ আদিৰ লগতে আমেৰিকাৰ ষড়যন্ত্ৰৰো গোন্ধ পাইছে।

কোনে কি হৈছে, কোনটো দলে কালৈ বোকা দলিয়াইছে এয়া ডাঙৰ কথা নহয়— কিন্তু প্ৰশ্ন হৈছে গোলকীকৰণৰ ক্ৰিয়া আৰু প্ৰভাৱে আমাৰ দেশত কিমানখিনি অৰ্থনৈতিক সুস্থিৰতা আৰু ভাৰসাম্য বজাই ৰাখিব। বিত্তমন্ত্ৰী পি চিদাম্বৰমে তেওঁৰ বাজেট বক্তৃতাত উল্লেখ কৰিছে— 'Foreign exchange reserve stood of us $ 180 billion, while these are canconitant features of high growth, it can not be denied that these monetury trends have put pressure on prices Global cammodity prices have also exerted pressure on domestic prices At the same time supply canstraints have emerged in some essential commodities such as wheal, Pulses and edible oils Consequently average inflantion in 2006-2007 is estimated at between 5 2 and 5 4 percent which is higher than 4 4 percent last year wish of reiferate Governments concern over inflation'

ভাৰতৰ ৰাজকোষত বিদেশী মুদ্ৰা বৃদ্ধি পাইছে সঁচা, কিন্তু বস্তুৰ উৰ্ধ্বগামী মূল্য আৰু টকাৰ মূল্য হ্ৰাসে যে চৰকাৰখনক অৰ্থনৈতিকভাৱে অস্থিৰ কৰি ৰাখিছে। বিত্তমন্ত্ৰী চিদাম্বৰমৰ বক্তব্যৰ পৰাই এই কথা অনুমান কৰিব পাৰি। বিভিন্ন প্ৰকাৰ কঠোৰ ব্যৱস্থা গ্ৰহণেও বস্তুৰ পাইকাৰী মূল্য বৃদ্ধি হাৰ (Wholesale Price Index)ৰ উৰ্ধ্বগামী গতি ৰোধ কৰিব পৰা নাই। ফলত দেশখনত হোৱা প্ৰগতিৰ সুফলৰ পৰা জনসাধাৰণ লাভৱান হ'ব পৰা নাই। ইয়াৰ অন্যতম কাৰণ হৈছে কৃষিৰ উৎপাদনৰ ক্ষেত্ৰত চৰকাৰৰ অমনোযোগিতা। ইয়াৰ ফলত যোৱা বছৰ কৃষিৰ উৎপাদন ২ ৭ শতাংশলৈ হ্ৰাস পাইছে। কৃষি আৰু ঔদ্যোগিক খণ্ডৰ ভাৰসাম্যহীনতাই দেশখনত কিমানখিনি সুস্থিৰতা আনিব পাৰে, সেয়া মূল প্ৰশ্ন হৈ দেখা দিছে। এইটো অস্বীকাৰ কৰা ভুল হ'ব যে পশ্চিমবংগত

কৃষিখণ্ডৰ আয় বৰ্তমান সৰ্বমুঠ ৰাজ্যৰ উৎপাদনৰ প্ৰায় ২৫ শতাংশ, যি সৰ্বভাৰতীয় হাৰৰ তুলনাত বহুত বেছি। সেয়ে যদি আজি পশ্চিমবংগত চি পি এম চৰকাৰে উদ্যোগীকৰণত বৃহৎ ভূমিকা লয়, তাৰ দ্বাৰাই ৰাজ্যখনত অৰ্থনৈতিক বিকাশে নিশ্চয়কৈ গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিব যিটো সম্প্ৰতি চীনে গ্ৰহণ কৰিছে। পশ্চিমবংগৰ কৃষিখণ্ডৰ মুঠ মাটিৰ মাত্ৰ ১ শতাংশহে কৃষিৰ বাবে অনুপযোগী। এই ভূমিৰ প্ৰায ৬৩ শতাংশ কৃষিখণ্ডৰ সহায়ক কামত ব্যৱহৃত হৈ আহিছে। সেইবাবেই কৃষিভূমি উদ্যোগীকৰণত ব্যৱহাৰৰ বিৰুদ্ধে জনসাধাৰণ জাগি উঠিছে। আনহাতে ৰাজনৈতিক দলৰ উচটনিত হোৱা আন্দোলনৰ মাজত চি পি এম চৰকাৰক শ'লঠেকত পেলোৱাৰ এক অভিসন্ধি বুলি চৰকাৰ আৰু দলৰ প্ৰবক্তাসকলে সন্দেহ কৰিছে। টাটা আৰু ছেলিম গ্ৰুপৰ বাহিৰেও ভিডিঅ'কন, জি এল এফ, ৰিলায়েন্স গ্ৰুপৰ দুযোজন ভাতৃ, চেটাৰ্জী গ্ৰুপ, বিৰলা গ্ৰুপ, ৰেচমী চিমেণ্ট, জিণ্ডাল গ্ৰুপ আদিয়ে বিশেষ অৰ্থনৈতিক মণ্ডলৰ বাবে পশ্চিমবংগৰ নখন জিলাত ১,৪৪,০০০ হেক্টৰ মাটি বিচাৰিছে। কিন্তু প্ৰথম খোজতেই উজুটি খোৱা চি পি এম চৰকাৰে ৰাজ্যখনত উদ্যোগীকৰণৰ দিশত পৰৱৰ্তী সময়ছোৱাত কি সিদ্ধান্ত গ্ৰহণ কৰে সেয়া লক্ষণীয় হ'ব।

গোলকীকৰণে বিশ্বৰ অৰ্থনৈতিক বজাৰত আৰম্ভ কৰা প্ৰতিদ্বন্দ্বিতাৰ ফলত বহুবোৰ দেশে অৰ্থনৈতিক বিকাশৰ নামত এচাম মুষ্টিমেয় পুঁজিপতিৰ হাতত নিজ নিজ দেশৰ মুঠ সম্পদৰ ৮০ শতাংশ কুক্ষিগত কৰাৰ পথ প্ৰশস্ত কৰিব। ইয়াৰ ফলত ভৱিষ্যতে সাধাৰণ মানুহৰ জীয়াই থকা যে দুৰ্বিসহ হৈ পৰিব ই ধ্ৰুপ। উদাহৰণস্বৰূপে আজি বিশ্বত এই পুঁজিপতিসকলৰ নিযন্ত্ৰণত ৩ হাজাৰখন বিশেষ অৰ্থনৈতিক মণ্ডল গঢ়ি উঠিছে ১২০খন দেশত। ইয়াত কৰ্মৰত হৈ আছে ৫০ নিযুত লোক। মুক্ত অৰ্থনীতিৰ নামত ভাৰতৰ প্ৰচুৰ প্ৰাকৃতিক সম্পদ আৰু মানৱ সম্পদৰ ব্যৱহাৰৰ বাবে দেশী-বিদেশী পুঁজিপতিক লোভনীয় প্ৰস্তাৱ দি অৰ্থনৈতিক বিনিযোগৰ আমন্ত্ৰণ জনোৱা হয়। ইয়াৰ বাবে ২০০০ চনৰ এপ্ৰিল মাহত কেন্দ্ৰীয় চৰকাৰে বিশেষ অৰ্থনৈতিক মণ্ডল নীতি গ্ৰহণ কৰে। ব্যক্তিগত, ৰাজহুৱা নতুবা চৰকাৰী খণ্ডত অৰ্থনৈতিক মণ্ডল স্থাপনেই এই আঁচনিৰ উদ্দেশ্য আছিল। তদুপৰি ১৯৬৫ চনৰ পৰাই কান্দালা আদি বন্দৰত থকা কিছুসংখ্যক ৰপ্তানি কেন্দ্ৰকো অৰ্থনৈতিক মণ্ডললৈ ৰূপান্তৰিত কৰাৰ সিদ্ধান্ত চৰকাৰে গ্ৰহণ কৰে। উদ্যোগপতি আৰু পুঁজিপতিসকলৰ বিশেষ অৰ্থনৈতিক মণ্ডলত বিনিয়োগৰ উৎসাহ দেখি ২০০৫ চনত ছেজ আইন আৰু ২০০৬ চনত ছেজ নীতি কেন্দ্ৰীয় চৰকাৰে প্ৰণযন কৰে। আইনখনত দিয়া বিশেষ কৰ আৰু শুল্ক ৰেহাই আৰু অন্যান্য আৰ্থিক সুবিধাই উদ্যোগপতিসকলক লোলুপ কৰি তোলাও দেখা গৈছে। ইতিমধ্যে বিভিন্ন ৰাজ্যত প্ৰতিযোগিতাৰ সৃষ্টি হৈছে। বিশেষকৈ পশ্চিমবংগ, উৰিষ্যা, অন্ধ্ৰপ্ৰদেশ, তামিলনাডু,

কেৰালা, গুজৰাট আদি ৰাজ্যত দেশী পুঁজিপতিৰ উপৰি বিদেশী বিনিয়োগকাৰীয়েও হেতা-ওপৰা লগাইছে। ইতিমধ্যে ৪০০খন আবেদন ব্যক্তিগত খণ্ডৰ পুঁজিপতিয়ে কেন্দ্ৰীয় চৰকাৰৰ ওচৰত দাখিল কৰিছে। ইয়াৰ বাবে প্ৰয়োজন হ'ব ১,২০,০০০ হেক্টৰ ভূমি। কেন্দ্ৰীয় চৰকাৰৰ অনুমোদিত ১৫০খন 'ছেজ'ৰ বাবে ২৬,৮০০খন 'ছেজ' অনুমোদনৰ অপেক্ষাত। এতিয়ালৈ ১৮খন 'ছেজ'ৰ কাম সম্পূৰ্ণ হৈছে। প্ৰাৰম্ভিক হিচাপ মতে, এহাজাৰ বিলিযন টকা এই অৰ্থনৈতিক মণ্ডলত বিনিয়োগ হ'ব আৰু তাৰে প্ৰায় ২৫০ বিলিযন টকাৰ বিনিযোগ হ'ব বিদেশী পুঁজিপতিৰ দ্বাৰা। আনুমানিক ৫ লাখ লোকৰ কৰ্মসংস্থাপনৰ সুযোগো এই অৰ্থনৈতিক মণ্ডলত সৃষ্টি হ'ব।

কিয বাৰু এই অৰ্থনৈতিক মণ্ডল স্থাপনৰ বাবে দেশী-বিদেশী উদ্যোগপতিসকল উদ্বাউল হৈ পৰিছে? ইয়াৰ মূল কাৰণটো হ'ল— (১) ইয়াত হোৱা লাভৰ ১০০ শতাংশ প্ৰথম ৫ বছৰৰ বাবে ৰেহাই, ৫০ শতাংশ দ্বিতীয় ৫ বছৰৰ বাবে ৰেহাই তথা পুনৰ বিনিয়োগৰ বাবে ৰেহাইৰ ব্যৱস্থা ৰখা হৈছে। শুল্ক ৰেহাই এশ শতাংশ বিদেশী বিনিয়োগৰ বাবে বিশেষ সুবিধা। 'ছেজ' আইন অনুসৰি বিদেশী বাণিজ্যিক ঋণৰ ব্যৱস্থা ৫০০ বিলিয়ন আমেৰিকান ডলাৰলৈ বৃদ্ধি কৰা হ'ব। আনহাতে বিদেশী বিনিয়োগকাৰীৰ বাবে নতুন টাউনৰ লগতে আৱাস, বজাৰ, খেলপথাৰ আদিৰ ব্যৱস্থা কৰা হ'ব। আয কৰ আইনৰ ৮৮ ধাৰা অনুসৰি কৰৰ পৰা ৰেহাইৰ লগতে বিক্ৰী কৰৰ ক্ষেত্ৰতো কিছু ৰেহাইৰ ব্যৱস্থা কৰা হ'ব। দেশী-বিদেশী বিনিযোগকাৰীৰ বাবে আগবঢোৱা এই সুবিধাসমূহে বিশেষ অৰ্থনৈতিক মণ্ডলক পুঁজিপতিৰ ভূ-স্বৰ্গলৈ ৰূপান্তৰিত কৰিব। এই খণ্ডৰ বিশেষ সুবিধা আৰু ৰেহাইৰ পৰিধিয়ে সকলোৰে চকু কপালত তুলিছে। আনকি বিত্তমন্ত্ৰী চিদাম্বৰমো যে সন্তুষ্ট নহয় তেওঁ অলপতে প্ৰকাশ কৰা বক্তব্যৰ পৰা ওলাই পৰিছে। এই অৰ্থনৈতিক ৰেহাইৰ ফলত বিলিয়ন ডলাৰ কৰ চৰকাৰে হেৰুৱাব বুলি শংকা প্ৰকাশ কৰিছে তেওঁ। আনহাতে বাণিজ্যমন্ত্ৰী কমল নাথে সাময়িকভাৱে অৰ্থনৈতিক ক্ষতি হ'লেও অৰ্থনৈতিক মণ্ডলসমূহৰ পৰা ভৱিষ্যতে পাবলগীয়া ৰাজহে দেশৰ অৰ্থনীতি টনকিয়াল কৰাত প্ৰভূত সহায় কৰিব বুলি মন্তব্য কৰিছে।

ইতিমধ্যে 'ছেজ'ৰ বিৰুদ্ধে কোনো কোনো মহলে সৰৱ প্ৰতিবাদ কৰিছে আৰু ইয়াক চৰকাৰৰ সহায়ত ভূমি অধিগ্ৰহণৰ নতুন কৌশল বুলি অভিহিত কৰিছে। আনহাতে বহুলোকে 'ছেজ'ৰ ভূমিকাই আমেৰিকা, জাৰ্মানী, মালয়েছিয়া আদি দেশৰ অৰ্থনৈতিক চিত্ৰপট সলনি কৰি দিয়াৰ দৰে ভাৰতবৰ্ষতো এক অৰ্থনৈতিক বিপ্লৱৰ সূচনা কৰিব বুলি মন্তব্য কৰিছে। ইউ পি এৰ অধ্যক্ষা ছোনিয়া গান্ধীয়েও কৃষিখণ্ডৰ ভূমি অৰ্থনৈতিক মণ্ডল আৰু উদ্যোগীকৰণৰ ক্ষেত্ৰত ব্যৱহাৰ কৰা বিষয়ত মন্তব্য

কৰি জধে-মধে খেতিয়কৰ ভূমি অধিগ্ৰহণ নকৰিবলৈ সকীয়াই দিছে। এইটো স্বীকাৰ কৰিবই লাগিব যে সুস্থ নীতি, পৰিকল্পনাৰ অভাৱৰ বাবেই ঔদ্যোগিক বিকাশৰ পথত ভাৰতে উজুটি খাই আছে। চীনতো কেইবাশ বিলিয়ন ডলাৰ বিদেশী বিনিয়োগ হৈছে উদ্যোগীকৰণৰ বাবে। তাতো বিশেষ অৰ্থনৈতিক মণ্ডলসমূহে চীনৰ অৰ্থনৈতিক বিকাশত প্ৰভূত অৰিহণা যোগাইছে। উক্ত খণ্ডৰ পৰা ৭৫ শতাংশ ৰাজহ আহে বছৰি। বিপৰীতে ৰাজহুৱা খণ্ডৰ উদ্যোগসমূহৰ অৱস্থা আমাৰ ভাৰতবৰ্ষৰ দৰে। অৱশ্যে ৰাজহুৱা খণ্ডৰ লোকচানৰ সম্মুখীন হোৱা উদ্যোগসমূহক ব্যক্তিগত খণ্ডক দিবলৈ উথপ্‌থপ লগোৱা নাই, বৰং এইবোৰ খণ্ডৰ উদ্যোগসমূহক কেনেকৈ লাভান্বিত কৰি জীয়াই ৰাখিব পাৰে, তাৰ বাবেহে ন ন নীতি আৰু কৌশলত ব্যস্ত অৰ্থনৈতিক সংস্কাৰৰ পাছৰ সময়ছোৱাৰ চীনা চৰকাৰ। এইটো সত্য যে যিকোনো নীতি পৰিচালনা কৰাৰ ক্ষেত্ৰত যদি ৮০ শতাংশ গ্ৰামাঞ্চলত বাস কৰা কৃষিজীৱীৰ অৰ্থনৈতিক অৱস্থাৰ পৰ্যালোচনা কৰা নহয়, তেনেহ'লে উদ্যোগীকৰণ নীতিয়ে সময়ত ভাৰসাম্য ৰক্ষা কৰাটো কঠিন হ'ব। এই চিন্তা আগত ৰাখি নীতি প্ৰস্তুত কৰিলেহে সমাজতন্ত্ৰলৈ উত্তৰণৰ পথ সহজ হ'ব। নহ'লে ই হ'ব সামন্ততন্ত্ৰলৈ প্ৰত্যাৱৰ্তনৰ পথ। এনে অদূৰদৰ্শিতাই সমাজ আৰু অৰ্থনীতিৰ ৰাজহাড ভাগিব। ■■

---

*অসমীয়া খবৰ, ১০ এপ্ৰিল, ২০০৭*

# কেন্দ্ৰীয় বাজেটৰ প্ৰতি মিশ্ৰিত প্ৰতিক্ৰিয়া

যোৱা বিত্তীয় বছৰৰ দ্বিতীয় ভাগত হোৱা মূল্যবৃদ্ধি আৰু টকাৰ মূল্য হ্ৰাসে কেন্দ্ৰীয় চৰকাৰখনৰ মূৰ কামোৰণিৰ সৃষ্টি কৰাৰ মাজতে ২৮ ফেব্ৰুৱাৰীত বিত্তমন্ত্ৰী পি চিদাম্বৰমে ২০০৭-০৮ বৰ্ষৰ বাজেট সদনত দাখিল কৰে। মুঠ ৬,৮০,৫২১ কোটি টকাৰ বাৰ্ষিক আনুমানিক আয়ৰ বাজেটত পৰিকল্পনা আৰু বহিঃ পৰিকল্পনা শিতানত খৰচ দেখুওৱা হৈছে ৬,৮০,৫২১ কোটি, ৰাজহৰ ঘাটি ১ ৫ শতাংশ অৰ্থাৎ ৭১,৪৭৮ কোটি, বিত্তীয় ঘাটি ৩ ৩ শতাংশ অৰ্থাৎ ১,৫০,৯৪৮ কোটি, প্ৰাথমিক ঘাটি ০ ২ শতাংশ অৰ্থাৎ ৮,০৪৭ কোটি টকা। ৰাজহ, বিত্তীয় আৰু প্ৰাথমিক ঘাটিৰ পৰিমাণ কিছু শতাংশ যোৱা বছৰতকৈ হ্ৰাস হোৱা বুলি উল্লেখ কৰা হৈছে।

বাজেট বক্তৃতাত বিত্তমন্ত্ৰীগৰাকীয়ে সৰ্বমুঠ ঘৰুৱা উৎপাদন ২০০৪-০৫ চনৰ ৭ ৫ শতাংশৰ বিপৰীতে এইবাৰ বিত্তীয় বছৰটোৰ শেষৰ ফালে ৯ ২ শতাংশ হ'ব বুলি আশা কৰিছে। যোৱা বছৰ এই বৃদ্ধিৰ হাৰ আছিল ৯ শতাংশ। সামগ্ৰিকভাৱে যোৱা তিনি বছৰত সৰ্বমুঠ উৎপাদন বৃদ্ধিৰ হাৰ হৈছে ৮ ৬ শতাংশ। ই দশম পৰিকল্পনাৰ নিৰ্ধাৰিত ৮ শতাংশ ঘৰুৱা উৎপাদন বৃদ্ধি হাৰৰ কাষ পাব বুলিও উৎসাহিত বিত্তমন্ত্ৰীগৰাকীয়ে উল্লেখ কৰিছে। উৎপাদিত সামগ্ৰীৰ বৃদ্ধিৰ হাৰ ৯ ১ শতাংশৰ পৰা ১১ ৩ শতাংশ। সেৱামূলক খণ্ডৰ বৃদ্ধিৰ হাৰ যোৱা তিনি বছৰত যথাক্ৰমে ৯ ৬ শতাংশ, ৯ ৮ শতাংশ আৰু ১১ ২ শতাংশ হৈছে। কিন্তু কৃষিখণ্ডৰ উৎপাদিত হাৰে আশাব্যঞ্জক সঁহাৰি লাভ কৰা নাই বুলি তেওঁ উল্লেখ কৰিছে। বিগত সময়ত জনমূৰি আয়ৰ হাৰ ৭ ৪ শতাংশ, জমাৰ হাৰ ৩২ ৪ শতাংশ আৰু বিনিয়োগৰ হাৰ ৩৩ ৪ শতাংশ, টকাৰ আমদানি বৃদ্ধি হৈছে ২১ ৩ শতাংশ আৰু ৰিজাৰ্ভ বেংকত বিদেশী ধনৰ ডলাৰৰ হিচাপো বৃদ্ধি হৈছে ১৮০ বিলিয়ন (আমেৰিকান ডলাৰ)। উল্লেখনীয় যে টকাৰ মূল্য হ্ৰাসকৰণৰ ক্ষেত্ৰত চৰকাৰে বিহিত ব্যৱস্থা গ্ৰহণ কৰাৰ কথা কৈছে যদিও কি কি বিহিত ব্যৱস্থাৰ দ্বাৰা ৬ ৪৫ শতাংশ টকাৰ মূল্য হ্ৰাস কৰি পূৰ্ব আনুমানিক ৫ ২ শতাংশ আৰু ৫ ৪ শতাংশৰ ভিতৰতে সীমাবদ্ধ কৰি ৰাখিব পাৰিব, সেই সম্পৰ্কে খোলোচাকৈ বিত্তমন্ত্ৰীগৰাকীয়ে উল্লেখ নকৰিলে। পূৰ্বতে অনুমান কৰাৰ দৰে আন্তঃগাঁথনি, কৃষি, শিক্ষা, স্বাস্থ্য, জলসিঞ্চন, গ্ৰামোন্নয়ন আদিৰ ক্ষেত্ৰত বিশেষ গুৰুত্ব দিয়া হৈছে।

'ভাৰত নিৰ্মাণ আঁচনি'ৰ পৰিসৰ বৃদ্ধিৰ জৰিয়তে জলসিঞ্চন ব্যৱস্থাই ক্ৰমেও ২,৪০০,০০০ হেক্টৰ মাটি সামৰি ল'ব এই বাজেটৰ আধাৰত। ৰাজীৱ গান্ধী গ্ৰামীণ

যোজনাৰ দ্বাৰা ১৯,৭৫৮খন গাঁৱৰ দুখীয়া লোকলৈ বিদ্যুৎ যোগান ধৰাৰ কথাও ঘোষণা কৰা হৈছে।

একাদশ বিত্ত পৰিকল্পনাত সৰ্বমুঠ ঘৰুৱা উৎপাদন বৃদ্ধিৰ হাৰ ১০ শতাংশ কৰাৰ লগতে কৃষিৰ উৎপাদনৰ হাৰ ৪ শতাংশ কৰাৰ লক্ষ্য স্থিৰ কৰা হৈছে। এইবাৰ Gross Budgetary Support ২০০৭-০৮ চনৰ পৰিকল্পনাৰ বাবে নিৰ্ধাৰণ কৰা হৈছে ২০৫,১০০ কোটি টকা। ইয়াৰে কেন্দ্ৰীয পৰিকল্পনাৰ বাবে লোৱা হ'ব ১৫৪,৯৩৯ কোটি।

শিক্ষা খণ্ডত যোৱা বছৰৰ ৩২,৩৫২ কোটিৰ উপৰি বৃদ্ধি কৰা হৈছে ৩৪ ২ শতাংশ। একেদৰে স্বাস্থ্য খণ্ডত ১৫,২৯১ কোটি টকাৰ ওপৰত ২১ ৯ শতাংশ বৃদ্ধি কৰা হৈছে, প্ৰাথমিক শিক্ষাত যোৱা বছৰৰ ১৭,১৩১ কোটিৰ ওপৰত ৩৫ শতাংশ অৰ্থাৎ ২৩,১৪২ কোটি টকা। ইয়াৰে ১০,৬৭১ কোটি টকা সৰ্বশিক্ষাত ধাৰ্য কৰা হৈছে। দুপৰীযাৰ খাদ্য আঁচনিত ধৰা হৈছে ৭,৩২৪ কোটি। প্ৰাথমিক শিক্ষা কোষৰ ধন ১০,৩৯৩ কোটিলৈ বৃদ্ধি কৰা হৈছে। তদুপৰি Natıonal Means Cum Merıt Schoolarship আঁচনিও গ্ৰহণ কৰা হৈছে। দুই লাখ শিক্ষক নিযুক্তি আৰু পাঁচ লাখ অতিৰিক্ত শ্ৰেণীকোঠা এই বছৰত সজোৱা হ'ব সৰ্বশিক্ষাৰ আঁচনিৰ জৰিযতে। ৰাষ্ট্ৰীয গ্ৰাম্য স্বাস্থ্য আঁচনিৰ বাবে ধাৰ্য কৰা হৈছে ৯,৯৪৭ কোটি টকা। ইযাৰ উপৰি আয়ুৰ্বেদ যোগ, উনানী, হোমিঅ'পেথিক চিকিৎসাকো স্বাস্থ্য সেৱাৰ অন্তৰ্ভুক্ত কৰাৰ কথা ঘোষণা কৰা হৈছে। ৰাষ্ট্ৰীয় গ্ৰাম্য নিশ্চিত নিযোগ আঁচনিৰ ভিতৰত পূৰ্বৰ ২০০খন জিলাৰ লগতে পুনৰ ৩৩০খন জিলা অন্তৰ্ভুক্ত কৰা হৈছে। ইযাৰ বাবে প্ৰাথমিক পৰ্যাযত ১২,০০০ কোটি ধাৰ্য কৰা হৈছে। এই আঁচনিৰ অন্তৰ্ভুক্ত নোহোৱা জিলাসমূহৰ বাবে সম্পূৰ্ণ গ্ৰামীণ ৰোজগাৰ আঁচনিৰ অধীনত ২,৮০০ কোটি টকা ধাৰ্য কৰা হৈছে।

উত্তৰ-পূবৰ ৰাজ্যসমূহৰ বাবে ধাৰ্য কৰা হৈছে যোৱা বছৰৰ ১২,০৪১ কোটি টকাৰ বিপৰীতে ১৪,৩৬৫ কোটি টকা। ইযাৰ ভিতৰত ১৩৮০ কোটি টকা ডনাৰৰ বাবে ধাৰ্য কৰা হৈছে। বগীবিল দলঙক ৰাষ্ট্ৰীয প্ৰকল্প হিচাপে অন্তৰ্ভুক্ত কৰাৰ কথা ঘোষণা কৰা হৈছে। উত্তৰ-পূব অঞ্চলৰ ঔদ্যোগিক নীতি অতি সোনকালে ঘোষণা কৰা কথাও তেওঁ বক্তৃতাত উল্লেখ কৰিছে।

একাদশ বিত্তীয আযোগৰ পৰামৰ্শৰ ভিত্তিত কৃষিখণ্ডৰ বাবে কেইবাখনো গঠনমূলক আঁচনি গ্ৰহণ কৰা হৈছে। ইয়াৰ একমাত্ৰ উদ্দেশ্য কৃষিখণ্ডৰ উৎপাদন বৃদ্ধি কৰা। ইয়াৰ ভিতৰত আছে Farm credıt, Accelerated Irrıgatıon Benefit Programme, Agrıcultural Insurance আৰু Ferrılızer Subsıdıs আদি। অনুসূচিত জাতি, জনজাতি, সংখ্যালঘু, মহিলা আদিৰ ক্ষেত্ৰতো এইবাৰৰ বাজেটত যথেষ্ট গুৰুত্ব দিযা হৈছে।

প্ৰতিৰক্ষা শিতানত ৯৬,০০০ কোটি, তথ্য-প্ৰযুক্তিৰ ক্ষেত্ৰত ৭১৯ কোটি টকা, পিছপৰাসকলৰ বাবে ৫,৮০০ কোটি টকা, ১৩৯৬ খন আই টি আই উন্নীতকৰণ, শাৰীৰিক সক্ষম লোৱাৰ বাবে এক লাখ নিয়োগ সৃষ্টি ইত্যাদিও এইবাৰৰ বাজেটৰ লক্ষ্য। এইবাৰৰ বাজেটত সৰ্বসাধাৰণৰ ওপৰত মাধমাৰ শোধোৱাৰ লেখীয়া কোনো ধৰণৰ

নতুন কৰ বৃদ্ধি কৰা হোৱা নাই।

VAT আইনৰ বাবে পৰ্যায়ক্ৰমে কেন্দ্ৰীয় বিক্ৰী কৰ ব্যৱস্থা ৰহিত কৰাৰ ৰাজ্য চৰকাৰসমূহে লোৱা সিদ্ধান্তৰ ফলত প্ৰথমবাৰৰ বাবে কেন্দ্ৰীয় বিক্ৰী কৰ ৪ শতাংশৰ পৰা ৩ শতাংশলৈ কমোৱা হৈছে আৰু সেই অৰ্থে ৰাজ্য চৰকাৰসমূহক দিবলগীয়া ক্ষতিপূৰণৰ বাবে ধাৰ্য কৰা হৈছে ৫,৪৯৫ কোটি টকা। ৰাসায়নিক, প্লাষ্টিক, অকৃষিজাত সামগ্ৰীৰ ক্ষেত্ৰত শুল্ক কৰ ৰেহাই দিয়া হৈছে যথাক্ৰমে ১২ ৫ শতাংশৰ পৰা ১০ শতাংশলৈ। ঔষধি সামগ্ৰীৰ আমদানি শুল্ক ৭ ৫ শতাংশলৈ কমাই দিয়া হৈছে, চিগাৰেট-বিড়িৰ ওপৰত বিশেষ কৰৰ ব্যৱস্থা কৰা হৈছে। উত্তৰ-পূবৰ ৰাজ্যসমূহৰ বাবে ৰেহাই দিয়া পাণ মছলা, ধঁপাতজাত সামগ্ৰীৰ ক্ষেত্ৰত থকা ব্যৱস্থা প্ৰত্যাহাৰ কৰা হৈছে। চিমেণ্টৰ বিক্ৰীৰ ক্ষেত্ৰত কৰ ৰেহাই দিয়া হৈছে। সেৱা আইনৰ প্ৰসাৰতা বৃদ্ধি কৰা হৈছে ব্যৱসায়ৰ বাবে ব্যৱহৃত স্থায়ী সম্পত্তিৰ ক্ষেত্ৰত, খনিজাত গেছ আৰু খাৰুৱা তেলৰ উৎপাদনত ব্যৱহৃত সামগ্ৰী, ডাকতাঁৰ বিভাগৰ প্ৰয়োজন হোৱা সামগ্ৰীৰ ক্ষেত্ৰত আৰু কোনো ঠিকাৰ কামত ব্যৱহৃত Design Service-ৰ ক্ষেত্ৰতো সেৱা কৰ লগোৱা হ'ব ২ শতাংশ (মুঠ ঠিকাৰ মূল্যৰ ওপৰত ভিত্তি কৰি)। পূৰ্বতে সকলো কৰৰ ওপৰত শিক্ষাৰ বাবে লগোৱা ২ শতাংশ উপ-কৰ বাহাল ৰখাৰ উপৰি অতিৰিক্ত ১ শতাংশ উপ-কৰ বৃদ্ধি কৰা হৈছে মাধ্যমিক উচ্চ শিক্ষাৰ আৰু ৫৪ শতাংশ শিক্ষাৰ সংৰক্ষণ ব্যৱস্থা সামাজিক আৰ্থিকভাৱে পিছপৰা লোকৰ ক্ষেত্ৰত বৃদ্ধি কৰাৰ বাবে। কৰ সংস্কাৰৰ ক্ষেত্ৰত ব্যৱস্থা গ্ৰহণৰ কথাও তেওঁ উল্লেখ কৰিছে। বাজেটখনত কেৱল প্ৰত্যক্ষ কৰ সংগ্ৰহৰ লক্ষ্য ৩,০০০ কোটি ধৰা হৈছে। বাজেটক লৈ ইতিমধ্যে মিশ্ৰিত প্ৰতিক্ৰিয়াৰ সৃষ্টি হৈছে— কোনোৱে এই বাজেটক অৰ্থনৈতিক উন্নতিৰ মাপকাঠী বুলি অভিহিত কৰিছে। বিত্তমন্ত্ৰীগৰাকীয়ে বাজেট বক্তৃতাৰ সামৰণি মাৰি নিজে এইদৰে উল্লেখ কৰিছে 'Faster Economic growth has given us once again The opportunity to unfurl the sails and catch the wind'

কিন্তু বহুতে এই বাজেটক স্থিতাৱস্থা বাহাল ৰখা বাজেট বুলিহে অভিহিত কৰিছে। নতুনকৈ কৰ সাধাৰণ মানুহৰ ওপৰত জাপি দিয়া নাই। এইটো নিশ্চয়কৈ শুভ লক্ষণ, কাৰণ মূল্যবৃদ্ধিৰ এই ভয়ানক পৰিস্থিতিৰ মাজতো বিত্তমন্ত্ৰীয়ে কৰৰ অতিৰিক্ত বোজাৰ পৰা জনসাধাৰণক ৰেহাই দিছে। কিন্তু বাজেটখনত আশা কৰা ধৰণে অহা বছৰলৈ প্ৰগতিৰ গতিধাৰা অব্যাহত ৰাখিব পাৰিব নে নাই অৰ্থাৎ সৰ্বমুঠ উৎপাদনৰ হাৰ ৯ ২ শতাংশলৈ বৃদ্ধি হ'ব নে নাই, এই শংকা অৰ্থনৈতিক বিশেষজ্ঞসকলে নকৰাকৈ থকা নাই। বিশ্ববেংকৰ মতে, ভাৰতৰ অৰ্থনীতি ২০০৭ চনত ৮ ৭ শতাংশ বৃদ্ধি হ'ব যদিও অহা বছৰত অৰ্থাৎ ২০০৮ চনত এই বৃদ্ধিৰ হাৰ মজলীয়া ধৰণৰ হ'ব। বিশ্ববেংকৰ এই শংকা অমূলক বুলি উলাই কৰিব নোৱাৰি।■■

---

*অসমীয়া খবৰ, ৬ মাৰ্চ, ২০০৭*

অসম প্ৰসংগ

# বাজেটৰ আকৰ্ষণ

আজি ১২ মাৰ্চ। অহা বিত্তীয় বৰ্ষৰ বাবে গুৰুত্বপূৰ্ণ দিন, কাৰণ আজি আপুনি বাতৰিকাকতখন পঢ়ি থকাৰ মুহূৰ্ততে বিত্ত বিভাগৰ দায়িত্বত থকা মুখ্য মন্ত্ৰীয়ে ২০০৭-০৮ চনৰ বাবে বাজেট সদনত দাখিল কৰিব। এই বাজেটলৈ সকলোৱে আগ্ৰহেৰে লক্ষ্য কৰি আছে। ভাৰতৰ অৰ্থনৈতিক বিকাশৰ সমান্তৰালকৈ অসমৰ অৰ্থনৈতিক বিকাশে কি ধৰণৰ ভূমিকা গ্ৰহণ কৰিছে তাৰ ওপৰত দৃষ্টি সকলোৰে। বাজেট হ'ল চৰকাৰখনৰ মূল দাপোণ। এই দাপোণখনৰ মাজেৰে জনসাধাৰণৰ প্ৰতিচ্ছবি কি ধৰণে প্ৰতিফলিত কৰিব পাৰে, তাৰ ওপৰতেই চৰকাৰখনৰ কৃতিত্ব নিৰ্ভৰ কৰিব। G Findlay Shirras-এ তেওঁৰ বহুপঠিত 'The Science of Public Finance'-ত উল্লেখ কৰিছে— 'The budget is indoubtedly the pivot of the administration and without a budget based on sound principles finalcial disorder with all its attendant consequences takes place as surely as might follows day'

বাজেট কি? Findlay-ৰ উক্ত মন্তব্যশাৰীয়েই যথেষ্ট। এটা সময়ত বাজেট উত্থাপনৰ এমাহ আগৰ পৰাই বাজেটত উল্লেখ থাকিবলগীয়া দেশ বা ৰাজ্যখনৰ সামগ্ৰিক প্ৰতিচ্ছবিখন সম্পৰ্কে সৰৱ আলোচনা হৈছিল। ব্যৱসায়ী মহল আছিল বাজেটৰ কৰ বৃদ্ধি বা হ্ৰাস সম্পৰ্কে অতিকৈ উৎসুক। আজিকালি বাজেট সম্পৰ্কে জনসাধাৰণ বেছি উৎসুক নহয়, বিশেষকৈ আমাৰ দৰে ঘাটি বাজেটৰ ৰাজ্যসমূহৰ জনসাধাৰণ। আনকি চৰকাৰৰ নীতি আৰু কাৰ্যকাৰিতা সম্পৰ্কে উভতি ধৰাৰ জোখাৰে বিৰোধী দলসমূহৰ বিধায়কসকল জ্ঞান-অভিজ্ঞতাৰ দিশৰ পৰা মানসিকভাৱে ইমান দুৰ্বল যে বাজেট সন্দৰ্ভত বক্তব্য দাঙি ধৰাৰ কৌশল আৰু অভিজ্ঞতাৰো অভাৱ বাৰুকৈয়ে সকলোৰে দৃষ্টিগোচৰ হয়। এসময়ত বাজেট বক্তৃতা শুনিবলৈ সদন অৰ্থনীতিবিদ-বুদ্ধিজীৱীৰে ভৰি আছিল। এতিয়াৰ সদনৰ গেলেৰী কিন্তু শূন্য।

মূল্য সংযোজিত কৰ (Value Added tax) প্ৰবৰ্তিত হোৱাৰ পাছত বাজেটত নতুনকৈ কৰ বৃদ্ধিৰ সুবিধা মোটামুটিকৈ ৰাজ্য চৰকাৰসমূহৰ হাতৰ পৰা আঁতৰি

গৈছে। গোটেই দেশতে একেধৰণৰ কৰ ব্যৱস্থা আৰম্ভ হৈছে। সেয়ে কৰৰ ক্ষেত্ৰত ৰাজ্য চৰকাৰসমূহক আগতে দিয়া ক্ষমতা Empower Committee-লৈ হস্তান্তৰিত হোৱা কাৰণে ৰাজ্যসমূহৰ দ্ৰুত অৰ্থনৈতিক বিকাশ আৰম্ভ হৈছে। অসমৰ ক্ষেত্ৰত কৰ সংগ্ৰহ কিমানদূৰ সফল হৈছে সেয়া বাজেটত নিশ্চয় উল্লেখ থাকিব। সংবিধানৰ ১০৭ ধাৰাৰ পৰা ১১৭ ধাৰালৈ বাজেট সম্পৰ্কে উল্লেখ কৰা হৈছে।

সাধাৰণতে দেখা যায়, বহুতো ৰাজ্যত বাজেট সঁচা অৰ্থত বিষয়াৰ বাজেটলৈ ৰূপান্তৰিত হয়গৈ। ৰাজ্যসমূহৰ অৰ্থনৈতিক দুৰৱস্থাৰ ফলত শাসকীয় দলসমূহৰ ৰাজনৈতিক প্ৰতিশ্ৰুতিবিলাক বাস্তৱায়িত নহয়। ৰাইজৰ আশা-আকাংক্ষাক প্ৰতিফলিত কৰিব নোৱাৰে কোনো দলে। সেয়ে বিষয়াসকলৰ ধাৰাপাতসদৃশ বাজেট বক্তৃতাৰ মাজতেই বাজেট সীমাবদ্ধ থাকে। এটা সময়ত আমি লক্ষ্য কৰিছিলোঁ অসমৰ বাজেটত আনকি দুই-তিনি বছৰৰ বাজেট বক্তৃতাৰ বাক্যকেইটাও সলনি কৰিবলৈ বিত্ত বিভাগৰ বিষয়াসকলৰ সময়ৰ নাটনি হৈছিল, লগতে বাজেটত বক্তৃতাসমূহ অবাঞ্ছিতভাৱে দীঘলীয়া কৰি একেখিনি কথাই বছৰৰ পাছত বছৰ উল্লেখ কৰাটো যে অতি আমনিদায়ক হৈ পৰিছিল। সেই কথা উপলব্ধি কৰাৰো সময নাছিল কাৰো। সঁচা অৰ্থত অসমত এতিয়াও অৰ্থনৈতিক বিকাশৰ গতি দুখ লগা। তাৰ বাবে বিশেষ এখন চৰকাৰক দোষাৰোপ কৰাটোও উচিত নহয়। ক্ৰমাগতভাৱে চৰকাৰসমূহৰ দূৰদৃষ্টিহীনতা আৰু লক্ষ্যহীনতাৰ ফলত অৰ্থনীতিৰ ৰূপৰেখা গঢ়ি তুলিব পৰা নাই। আনকি আনৰ পৰা শিক্ষা লোৱাটোও গৰ্হিত কাম বুলি আমাৰ চৰকাৰসমূহে ভাবে।

আমাৰ ৰাজ্যখন কৃষিভিত্তিক ৰাজ্য, অথচ আমি কৃষিভিত্তিক অৰ্থনৈতিক বিকাশৰ বাবে আজিও ভেটি স্থাপন কৰিব নোৱাৰিলোঁ। ১৯৭২ চনত মুখ্য মন্ত্ৰী শৰৎ চন্দ্ৰ সিংহ চৰকাৰৰ কাৰ্যকালত কৃষি বিস্তাৰৰ নীতি লোৱা হৈছিল চৰকাৰী মাটিত। কিন্তু এখন ফাৰ্মৰ বাহিৰে কোনো কৃষি ফাৰ্ম নহ'ল। চৰকাৰী মাটিসমূহ ব্যক্তিগত লোকক পট্টন দিয়াৰ বাবে সম্প্ৰতি হেতা-ওপৰা চলি আছে। আজি ক'ত নিবনুৱা লোকক সংস্থাপন দিব তাৰ বাবে আঁচনি চৰকাৰে যুগুত কৰা নাই, অথচ কৃষিখণ্ডত নিবনুৱা নিয়োগৰ পথো এতিয়া প্ৰায় বন্ধ। অগভীৰ নলীনাদৰ কেলেংকোৰিয়ে কৃষিৰ উৎপাদন আগবঢ়াই নিয়াতকৈ দুৰ্নীতি-কেলেংকাৰিক অসমত নতুনকৈ প্ৰতিষ্ঠাহে কৰিলে। চি বি আইৰ তদন্ত দিম বুলি সদনত দিয়া প্ৰতিশ্ৰুতিও ফুটুকাৰ ফেনত পৰিণত হ'ল। উদ্যোগীকৰণত ৫০ কোটি টকাও বিনিয়োগ হোৱা নাই— কিদৰে ৰাজ্যৰ সামগ্ৰিক বিকাশ হ'ব? কেন্দ্ৰীয় চৰকাৰৰ পৰা পোৱা কৰৰ অংশ, ৰাজ্যৰ নিজা কৰ সংগ্ৰহ, যিখিনি কৰ সংগ্ৰহে তিনি লাখ পঞ্চাশ হাজাৰ

চৰকাৰী কৰ্মচাৰীৰ প্ৰায় ৭ মাহে দৰমহা দিবৰ জোখাৰে নহয়, সেইখন ৰাজ্যত বাজেটে কি আকৰ্ষণ আনিব পাৰে? বিত্তীয় নিয়ম-শৃংখলা আজিৰ দিনত উলাই কৰিব নোৱাৰি যদিও সেই শৃংখলা আমাৰ আছে জানো? তদুপৰি ৰাজ্যৰ অৰ্থনৈতিক বিকাশে গঠনমূলক দিশত অগ্ৰসৰ হ'বলৈ হ'লে মূল্যতঃ তিনিটা বিষয়ৰ ওপৰত গুৰুত্ব দিব লাগিব। প্ৰথমে পৰিকল্পনা, দ্বিতীয়তে পৰিচালনা আৰু কাৰ্যকাৰিতা। সঁচা কথা ক'ব লাগিলে অসমত তিনিওটাৰে অভাৱ। কোনো বিভাগে আঁচনিৰ কাৰ্যকাৰিতা, ভৱিষ্যৎ আঁচনিৰ পৰিকল্পনা দাঙি ধৰাৰ উদাহৰণ কম। ৰাজ্যখনৰ বিকাশৰ বাবে ইয়াৰ কাৰণ কি বিশ্লেষণৰ দৰকাৰ। বিত্তীয় দায়িত্ব সম্বন্ধীয় আইন প্ৰণয়ন কৰা হৈছে। আগতে Austrerity Measure-ও লোৱা হৈছিল। কিন্তু কিমানদূৰ কাৰ্যকৰী হৈছে, এই বিষয়ে পৰ্যালোচনা হোৱা উচিত। আজি ৰাজ্যখনত সৰ্বমুঠ ঘৰুৱা উৎপাদন ক'ত কিমান তাৰ হিচাপ চৰকাৰৰ ঘৰত আছে নে নাই নাজানো। থকাটো দৰকাৰ। প্ৰতিটো বিভাগৰে কৃতকাৰ্যতাৰ মাপকাঠী টকাৰ হিচাপেৰে নহয়, ফলপ্ৰসূ কাৰ্যকাৰিতাৰ মাপকাঠীৰে জুখি চোৱাটো দৰকাৰ। সঘনাই Zero base budgeting-ৰ কথা উল্লেখ কৰা হৈছে। আমাৰ ৰাজ্য চৰকাৰে ২০১০ চনৰ পাছত Zero base budget দাখিল কৰিব পাৰিম বুলি জনাইছে। কিন্তু সঁচাই Zero base budgeting-ৰ দিশে ৰাজ্যখনৰ অৰ্থনৈতিক বিকাশ আৰু খৰচৰ ভাৰসাম্য গঢ়ি উঠিছে জানো? পৰিকল্পনা আয়োগৰ টকাকেইটাৰে সামগ্ৰিকভাৱে অসমৰ অৰ্থনীতিৰ চিত্ৰখন ৰূপায়ণ কোনেও কৰিব নোৱাৰে। পৰিকল্পনা আয়োগৰ ধন বিকাশৰ আধাৰ— পৰিৱৰ্তন কিন্তু চৰকাৰ আৰু জনসাধাৰণে নিজেই কৰিব লাগিব। তাৰ বাবে শান্তি আৰু উন্নয়নমূলক পৰিৱেশ গঢ়ি তুলিব লাগিব। তেতিয়াহে বাজেটৰ আকৰ্ষণ বৃদ্ধি পাব।■■

# অহা কেন্দ্ৰীয় বাজেটৰ প্ৰাক্ অনুভৱ

অহা ২৩ তাৰিখে সংসদৰ অধিৱেশন আৰম্ভ হ'ব আৰু ২৮ তাৰিখে সদনত বাজেট উত্থাপন কৰিব বিত্তমন্ত্ৰী পি চিদাম্বৰমে। এয়া তেওঁৰ চতুৰ্থ বছৰৰ বাজেট হ'ব। এইবাৰৰ বাজেটত ৰাষ্ট্ৰীয় উৎপাদনৰ গতিশীলতা আৰু সংযুক্ত প্ৰগতিশীল মৰ্চা চৰকাৰৰ সফলতাৰ প্ৰতিচ্ছবি এখন প্ৰতিফলিত হ'ব বুলি আশা কৰা হৈছে। কিয়নো এইবাৰৰ ভাৰতবৰ্ষৰ অৰ্থনৈতিক উত্থানে ২০২০ চনত দেশখনক এক শক্তিশালী অৰ্থনৈতিক ৰাষ্ট্ৰ হিচাপে বিশ্বৰ দৰবাৰত প্ৰতিষ্ঠা কৰিব বুলি অৰ্থনৈতিক বিশ্লেষকসকলে মত পোষণ কৰিছে। প্ৰধান মন্ত্ৰী ডঃ মনমোহন সিঙে বিত্তমন্ত্ৰী হিচাপে ১৯৯১-৯৬ চনত সকলো প্ৰতিবন্ধকৰ আন্তঃগাঁথনি ভাঙি নতুন অৰ্থনৈতিক ধাৰা প্ৰৱৰ্তন কৰিছিল। ইয়াৰ ফলত মুক্ত অৰ্থনৈতিক বিকাশৰ এক গঠনমুখী প্ৰভাৱে ভাৰতবৰ্ষৰ অৰ্থনীতিত এক নতুন বাৰ্তা কঢ়িয়াই অনাত ধীৰে ধীৰে ই ঈৰ্ষাৰ কাৰণ হৈ পৰিল বিশ্বৰ বাবে। ১৯৯১ চনত ভাৰতবৰ্ষৰ অৰ্থনৈতিক অৱস্থা সংকটজনক হৈ পৰিছিল। অথৰ্ব হৈ পৰিছিল বিত্ত মন্ত্ৰালয়। ৰিজাৰ্ভ বেংকত বিদেশী মুদ্ৰাৰ জমাৰ পৰিমাণ আছিল মাত্ৰ ১ ১ বিলিয়ন ডলাৰ। আজি ৰিজাৰ্ভ বেংকত বিদেশী মুদ্ৰা জমা হৈছে ২০০৬ চনৰ ২৭ অক্টোবৰলৈ ১৬০ ২ বিলিয়ন ডলাৰ। আৰু বাঢ়িলহেঁতেন— মধ্য এছিয়াৰ সামৰিক সংঘৰ্ষ, ইৰাক যুদ্ধ ইত্যাদিৰ ফলত হোৱা তেলৰ উৰ্ধমুখী মূল্যই আমাৰ অৰ্থনীতিক কিছু পৰিমাণে ক্ষতি কৰিছে।

২০০৪ চনত ইউ পি এ চৰকাৰখনে শপত গ্ৰহণ কৰাৰ দিনাৰ পৰাই এই নতুন চৰকাৰখনক শ'লঠেকত পেলাবলৈ এচাম চক্ৰান্তকাৰীয়ে চেষ্টা চলাই আছে। মুম্বাই ষ্টক একচেঞ্জৰ ছেন ছেক্স (Mumbai stock exchange, SEN SEX) ৮০০ পইণ্টলৈ নমাইছিল চৰকাৰ গঠনৰ পূৰ্ব মুহূৰ্তত। কিন্তু সেইদিনা ভাবী প্ৰধান মন্ত্ৰী মনমোহন সিঙৰ তাৎক্ষণিক হস্তক্ষেপ আৰু কঠোৰ সক্ৰীয়নিৰ বাবে ষড়যন্ত্ৰকাৰীসকল সফল নহ'ল। আজি ষ্টক এক্সচেঞ্জৰ চেন ছেক্স ১৪,০০০ অতিক্ৰম কৰিছে। ইয়াৰ কাৰণ হৈছে অৰ্থনৈতিক সুস্থিৰতা। আজি বিশ্বৰ সৰ্বমুঠ উৎপাদন বৃদ্ধিৰ পৰিমাণ হৈছে ৮ শতাংশ। এইটো হ'ল ১৯৫০ চনৰ পাছত আটাইতকৈ

উল্লেখনীয় বৃদ্ধি। ভাৰতবৰ্ষত যোৱা বছৰ জুলাই মাহলৈ সৰ্বমুঠ ঘৰুৱা উৎপাদনৰ বৃদ্ধিৰ হাৰ আছিল ৯.২ শতাংশ। অৱশ্যে পাছত এই বৃদ্ধিৰ হাৰ কিছু কমিলেও এতিয়াও সৰ্বমুঠ ঘৰুৱা উৎপাদন বৃদ্ধিৰ হাৰ আঠ শতাংশতকৈ বেছি। বস্তুৰ মূল্যবৃদ্ধিৰ বাবে টকাৰ মূল্য হ্ৰাস হোৱাৰ ফলত এই বৃদ্ধিয়ে কিছু ক্ষতিৰ সন্মুখীন হৈছে। এই বছৰৰ আৰম্ভণিতে টকাৰ মূল্যৰ ৫.৩৭ শতাংশ হ্ৰাস হ'ব পাৰে বুলি ধাৰণা কৰা হৈছিল যদিও ই জানুৱাৰী মাহৰ প্ৰথম অৱস্থাত ৬ শতাংশ অতিক্ৰম কৰি গৈছে। অত্যাৱশ্যকীয় সামগ্ৰীৰ মূল্যবৃদ্ধিয়ে আগন্তুক বাজেটত কু-প্ৰভাৱ পেলাব পাৰে বুলি সংশয় কৰা হৈছে। চৰকাৰ আৰু ৰিজাৰ্ভ বেংকে অৱশ্যে এইক্ষেত্ৰত ব্যৱস্থা গ্ৰহণ কৰাত ত্ৰুটি কৰা নাই। মূলতঃ খাদ্যজাত সামগ্ৰীৰ ভয়াবহ মূল্যবৃদ্ধিয়ে জনসাধাৰণক কিছু পৰিমাণে ক্ষতি আৰু শংকিত কৰি তুলিছে। ইয়াৰ মূল কাৰণ হ'ল আজি কিছু বছৰ ধৰি কৃষিজাত সামগ্ৰীৰ উৎপাদন হ্ৰাস। আনকি এই উৎপাদন হ্ৰাসে জাতীয় ঘৰুৱা সৰ্বমুঠ উৎপাদন বৃদ্ধিতো বেয়াকৈ আঁচোৰ পেলাইছে। দশম পৰিকল্পনাত যদিও প্ৰতিবছৰে কৃষিখণ্ডত ৪ শতাংশকৈ মুঠ ঘৰুৱা উৎপাদন (GDP) বৃদ্ধিৰ লক্ষ্য স্থিৰ কৰা হৈছিল, কিন্তু এই লক্ষ্যত কোনো কাৰণতেই উপনীত নহ'ল, অথচ ১৯৮০-৮১ চনত কৃষিখণ্ডৰ মুঠ ঘৰুৱা উৎপাদন ৩.২ শতাংশৰ বিপৰীতে এতিয়া মাত্ৰ হৈছে ১.৯ শতাংশ। ২০০২-০৩ চনত মুঠ ঘৰুৱা উৎপাদন বৃদ্ধি ৯.৬ শতাংশ হ'লেও প্ৰথম দুবছৰত ০.৯ শতাংশ হোৱাৰ কাৰণে আৰু ২০০৪ চনত বৰষুণ কম হোৱাৰ বাবে ১.১ শতাংশহে কৃষিখণ্ডত মুঠ ঘৰুৱা উৎপাদন হয়। অথচ কৃষিখণ্ডত দশম পৰিকল্পনাত ধৰা হৈছিল ৫৮,৯৩৩ কোটি টকা। এই পৰিমাণ নৱম পৰিকল্পনাতকৈ ৩৯ শতাংশ বেছি। কৃষিখণ্ডত উল্লেখযোগ্য বৰঙণি যোগাব নোৱাৰাৰ মূল কাৰণ অৱশ্যে সুকীয়া। আজিও আমাৰ কৃষকে প্ৰকৃতিৰ ওপৰতে নিৰ্ভৰশীল হৈ থাকিবলগীয়া হৈছে। ফলত আশা কৰা ধৰণে কৃষিখণ্ডত উৎপাদন বৃদ্ধি হোৱা নাই। ইয়াৰ কাৰণ হ'ল যথোপযুক্তভাৱে জলসিঞ্চনৰ ব্যৱস্থা নথকাটো। দেশৰ কৃষিখণ্ডত এতিয়াও ৪০ শতাংশহে জলসিঞ্চনৰ ব্যৱস্থা আছে। কিছু কিছু ৰাজ্যত জলসিঞ্চনৰ ব্যৱস্থা ৬০ শতাংশ থাকিলেও বহু ৰাজ্যত ইয়াৰ পৰিমাণ ১৫ শতাংশৰ পৰা ২৫ শতাংশতহে, যাৰ কাৰণে প্ৰকৃতিক নেওচা দি কৃষিখণ্ডই জাতীয় উৎপাদনত বেছি ভূমিকা ল'ব পৰা নাই। ২০০৬-০৭ চনত গ্ৰহণ কৰা দশম পৰিকল্পনাত খাদ্যজাত সামগ্ৰীৰ উৎপাদন নিৰ্ধাৰিত কৰা হৈছে ২৩০ মিলিয়ন টন। অৱশ্যে এই নিৰ্ধাৰিত লক্ষ্যত উপনীত হ'ব পাৰিব বুলি আশা কৰিব নোৱাৰি। কাৰণ ২০০১-০২ চনত এই উৎপাদনৰ পৰিমাণ ধৰা হৈছিল ২১২.৯ মিঃ টন। কিন্তু উৎপাদন হ'লগৈ ১৭৪.২ মিঃ টন। ইউ পি এ

চৰকাৰে কৃষিখণ্ডত গুৰুত্ব দিব বুলি ইতিমধ্যে ঘোষণা কৰিছে। অলপতে বিত্তমন্ত্ৰী পি চিদাম্বৰমে কৃষিখণ্ডত হোৱা সৰ্বমুঠ ঘৰুৱা উৎপাদন বৃদ্ধি ১৯৭০ চনৰ ৪৩ শতাংশৰ বিপৰীতে ২০০৫-০৬ চনত ১৯ ৯ শতাংশহে বুলি উল্লেখ কৰিছে। আনহাতে তেওঁ উল্লেখ কৰিছে যে শিল্পখণ্ডৰ পৰা মুঠ ঘৰুৱা উৎপাদন বৃদ্ধি হৈছে ২৩ শতাংশৰ পৰা ২৬ ১ শতাংশ। সেৱাখণ্ডৰ পৰা আহিছে ৩৪-৫৪ শতাংশ। অলপতে প্ৰাক্ বাজেট আলোচনাত বহুকেইজন বিশিষ্ট অৰ্থনীতিবিদে পৰামৰ্শ আগবঢ়াইছে কৃষিখণ্ড আৰু ইয়াৰ আন্তঃগাঁথনিৰ ক্ষেত্ৰত বিনিয়োগ বৃদ্ধি কৰিব লাগে বুলি। লগতে পৰামৰ্শ আগবঢ়াইছে যে অসম্পূৰ্ণ হৈ থকা জলসিঞ্চন আঁচনিসমূহ সম্পূৰ্ণ কৰিবলৈ। নতুন নতুন আঁচনি গ্ৰহণ কৰাৰ কথাও কোৱা হৈছে। কৃষিখণ্ডই জাতীয় উৎপাদনত গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰাই নহয়, মূল্যবৃদ্ধি হ্ৰাসৰ ক্ষেত্ৰতো যাতে সহায় কৰে, তাৰ বাবে ফলদায়ক পদক্ষেপ ল'বলৈ আহ্বান জনোৱা হৈছে। একাদশ পৰিকল্পনা আয়োগে ইতিমধ্যে মত প্ৰকাশ কৰিছে যে দেশৰ উন্নয়ন ক্ষিপ্ৰ কৰিবলৈ হ'লে কৃষিখণ্ডত পুনৰ এক সেউজ বিপ্লৱৰ দৰকাৰ হ'ব আৰু এই সেউজ বিপ্লৱৰ কাৰণে ফাৰ্ম প্ৰডাক্টিভিটী বায়'টেক্‌ন'লজীৰ কথা কৈছে। প্ৰধান মন্ত্ৰীয়েও কেবাবাৰো উল্লেখ কৰিছে কৃষিৰ উৎপাদনত গুৰুত্ব দিয়াৰ কথা।

প্ৰথমটো বাজেট বক্তৃতাত চিদাম্বৰমে উল্লেখ কৰিছিল— 'The agriculture sector require massive investments Such investments have to be through credit enabled private investment and enhanced public investment I also intend to use fiscal investments to boost investment in agriculture ' কিন্তু বিত্তমন্ত্ৰীয়ে বাজেট বক্তৃতাত উল্লেখ কৰা ধৰণে এতিয়ালৈকে কৃষিখণ্ডৰ বিনিয়োগে বিশেষ ভূমিকা গ্ৰহণ কৰা নাই আৰু কৃষিৰ নিম্নগামী উৎপাদনে সকলোকে পুনৰ ভবাই তুলিছে। সেয়ে এইবাৰ নতুন বাজেটত কৃষিখণ্ডক অগ্ৰাধিকাৰ দি বিনিয়োগ বৃদ্ধি কৰাৰ কাৰণে বিত্তমন্ত্ৰীয়ে বাজেটত প্ৰস্তাৱ ৰাখিব পাৰে। কাৰণ কৃষিখণ্ডৰ উৎপাদনে মূল্যবৃদ্ধি ৰোধত সহায় কৰাৰ উপৰি দেশখনৰ জি ডি পি বৃদ্ধিতো গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিব। একাদশ পৰিকল্পনা আয়োগে পৰামৰ্শাৱলী গ্ৰহণ কৰি এটা সম্পূৰ্ণ সেউজ বিপ্লৱৰ কাৰণে এইবাৰ বাজেটত ইংগিত থাকিব বুলি আশা কৰা হৈছে।

অলপতে 'The Week' কাকতত প্ৰধান মন্ত্ৰী ডঃ মনমোহন সিঙে স্পষ্টভাৱে এইদৰে উল্লেখ কৰিছে— 'There is a long road ahead. The backlog of proverty ignorance and disease continues to hold India and Indians back We have to invest more in education, health care

and labour incentive sectors that generate empliyment and so on to bridge bridge the development divide in India No nation can boast of a renaissance, much less a resurgence, if half the population is illiterate or semi illiterate '

শিক্ষা আৰু স্বাস্থ্যখণ্ডত অগ্ৰাধিকাৰ এইবাৰ বাজেটত দিব পাৰে, প্ৰধান মন্ত্ৰীৰ বক্তব্যৰ পৰাই স্পষ্ট হৈ পৰিছে। স্বাস্থ্যখণ্ডত এতিয়াও উল্লেখযোগ্য সাফল্য লাভ কৰা নাই। দেশখনত ভয়াবহ এইড্‌ছ, কেন্সাৰ বেমাৰে কালমূৰ্তি ধৰিছে, অথচ স্বাস্থ্যখণ্ডই যি ধৰণে গুৰুত্ব পাব লাগিছিল, সেই ধৰণে গুৰুত্ব পোৱা নাই ২০০২ চনলৈ। সৰ্বমুঠ ঘৰুৱা উৎপাদনৰ কেৱল ১ ০১ শতাংশহে ১৯৯২-৯৩ চনত খৰচ কৰা হৈছে। এই খৰচৰ পৰিমাণ নিম্নগামী হৈ ০ ৯৯ শতাংশ হৈছে ২০০৩-০৪ চনত। অৱশ্যে স্বাস্থ্যৰ শিতানত ২০০৩-০৪ চনত খৰচ কৰা হৈছে ১,৩৯,১৭০ কোটি টকা। ১৯৯৩-৯৪ চনত খৰচ কৰা হৈছিল ৭,৯৩৮ ৩৬ কোটি টকা। এইবাৰ পিছে ইউ পি এ চৰকাৰে এই খৰচৰ পৰিমাণ ২০০৫-০৬ চনত সৰ্বমুঠ ঘৰুৱা উৎপাদন ২-৩ শতাংশ বৃদ্ধি কৰিছে। ইতিমধ্যে সকলোৰে বাবে স্বাস্থ্য অভিযান নামৰ আঁচনি এখনো গ্ৰহণ কৰিছে। ২০১২ চনৰ ভিতৰত এহাজাৰৰ ভিতৰত ২৮জনকৈ শিশুৰ মৃত্যুৰ হাৰ কমাবলৈ আঁচনি লোৱা হৈছে। ঠিক তেনেকৈ জন্মৰ হাৰ ২০১১ চনত ১৬ ১লৈ নমোৱাৰ বিভিন্ন ধৰণৰ কাৰ্যকৰী আঁচনি গ্ৰহণ কৰা হৈছে। কিন্তু এইক্ষেত্ৰত এতিয়াও আমি শ্ৰীলংকা, চীনতকৈ বহু পিছপৰি আছোঁ। এইবাৰৰ বাজেটত স্বাস্থ্য বিভাগত গুৰুত্ব দিয়াৰ কথা ইতিমধ্যে প্ৰধান মন্ত্ৰীয়ে ঘোষণা কৰিছে। গতিকে এইবাৰৰ বাজেটত স্বাস্থ্য শিতানত খৰচৰ পৰিমাণ বা বাজেট বৃদ্ধি কৰাৰ সম্ভাৱনা অধিক। সাধাৰণ মানুহৰ মাজত স্বাস্থ্যৰ সজাগতা অনাৰ লগতে যাতে গৰিব শ্ৰেণীয়ে সহজতে স্বাস্থ্যসেৱা লাভ কৰিব পাৰে, তাৰ কাৰণে বাজেটত গুৰুত্ব দিব বুলি আশা কৰা হৈছে। পৰিকল্পনা আয়োগেও ইতিমধ্যে ৰাজ্যসমূহক স্বাস্থ্য শিতানত পৰিকল্পনাৰ ধন বঢ়াবলৈ অনুৰোধ জনাইছে।

আন এটা খণ্ডই এইবাৰ বাজেটত গুৰুত্ব পাব— সেইটো হৈছে শিক্ষাখণ্ড। ২০০৫-০৬ চনত পৰিকল্পনা শিতানত যদিও ৩০ হাজাৰ কোটি টকা শিক্ষাখণ্ডৰ বাবে ধৰা হৈছিল, পাছত এই ধনৰ পৰিমাণ আকৌ ১২ হাজাৰ কোটিলৈ বঢ়াই দিছে। ইতিমধ্যে ২ শতাংশ অতিৰিক্ত কৰ শিক্ষাৰ বাবে সংগ্ৰহ কৰা হয় আয়কৰ, আবকাৰী শুল্ক আৰু সেৱাকৰৰ পৰা। এই সম্পৰ্কে প্ৰাৰম্ভিক শিক্ষাকোষ গঠন কৰা হৈছে। ইয়াৰ উদ্দেশ্য হ'ল, সকলো ল'ৰা-ছোৱালীকে শিক্ষাদানৰ ব্যৱস্থা কৰা আৰু শিক্ষিতৰ হাৰ বৃদ্ধি কৰা। বিশেষকৈ শিক্ষাখণ্ডত সৰু সৰু ল'ৰা-ছোৱালীক ২০১০ চনৰ ভিতৰতে প্ৰাথমিক শিক্ষা ব্যৱস্থাই সামৰি লোৱাৰ ব্যৱস্থা কৰা হ'ব।

সৰ্বশিক্ষা অভিযানৰ প্ৰখৰতা বৃদ্ধি কৰা হ'ব। কমেও শিক্ষিতৰ হাৰ ৮০ শতাংশলৈ বৃদ্ধি কৰাৰ কাৰণে ব্যৱস্থা লোৱা হ'ব। এইবাৰ বাজেটত বিত্তমন্ত্ৰীগৰাকীয়ে শিক্ষাৰ ক্ষেত্ৰত অগ্ৰাধিকাৰ দিয়াৰ সম্ভাৱনা খুবেই বেছি। আনহাতে বাজেটত চচাৰ কমিটীৰ প্ৰতিবেদনৰ ভিত্তিত সংখ্যালঘুসকলৰ উন্নয়নৰ কাৰণে কিছু ধন বৃদ্ধি কৰাৰ সম্ভাৱনা আছে।

ইউ পি এ চৰকাৰ অহাৰ পাছত দেশৰ অৰ্থনৈতিক ব্যৱস্থা আৰু সংস্কাৰমুখী সিদ্ধান্তই অৰ্থনীতিত এক প্ৰভূত পৰিৱৰ্তন সাধিছে। মূল্য সংযোজিত কৰ ব্যৱস্থাই কৰৰ সংগ্ৰহ ৰাজ্য আৰু কেন্দ্ৰত অভাৱনীয়ভাৱে বৃদ্ধি কৰিছে। যোৱা বছৰৰ বাজেটত অনুমান কৰাতকৈও কৰ সংগ্ৰহ বহুখিনি বাঢ়িছে। বিশেষকৈ উদ্যোগ সেৱামূলক কৰ আদিৰ ক্ষেত্ৰত অভাৱনীয়ভাৱে বৃদ্ধি হৈছে কৰ সংগ্ৰহ। যদিও বৃদ্ধি হৈছে তথাপি টকাৰ মূল্য হ্ৰাসে চৰকাৰখনক অস্থিৰ কৰি তুলিছে। প্ৰধান মন্ত্ৰী আৰু বিত্তমন্ত্ৰীয়ে স্বীকাৰ কৰিছে যে টকাৰ মূল্য হ্ৰাসে দেশৰ অৰ্থনীতিত কিছু হ'লেও ক্ষতি কৰিব। এইবাৰ বাজেটত কোনোধৰণৰ কৰ ৰেহাইৰ উল্লেখ নাথাকিব। প্ৰধান মন্ত্ৰীয়ে অলপতে এইদৰে উল্লেখ কৰিছে— 'In the long run our tax regime should not have to many exemptions which make tax administration an unnecesserily complex exercise vulnerable to misuse '

ইতিমধ্যে গৃহঋণৰ সুতৰ হাৰ বৃদ্ধি নকৰিবলৈ বিত্তমন্ত্ৰীগৰাকীয়ে বেংকসমূহক অনুৰোধ কৰিছে। এইবাৰ কিন্তু বাজেটত শুল্ককৰ ১০ শতাংশলৈ কমিব পাৰে। কাৰণ ভাৰতবৰ্ষই এখন দেশ, য'ত শুল্ককৰ আটাইতকৈ বেছি। ইয়াৰ ফলত বিদেশৰ পৰা আমদানিকৃত সামগ্ৰীৰ দাম কিছু হ'লেও কমিব। এইবাৰে বিদেশী বিনিয়োগৰ পৰিমাণ আটাইতকৈ বেছি হৈছে। এই বছৰত বিদেশী বিনিয়োগৰ পৰিমাণ ভাৰতবৰ্ষত ১৪ বিলিয়ন ডলাৰ হ'ব। যোৱাবাৰ আছিল ৭ ৭ বিলিয়ন ডলাৰ। কৰৰ ক্ষেত্ৰত সেৱাকৰৰ অন্তৰ্গত কেবাটাও অন্যান্য বিষয়লৈ সম্প্ৰসাৰিত কৰা হ'ব। বিশেষকৈ শিক্ষা, যাতায়াত, সেৱা আদিলৈ সেৱাকৰ বঢ়োৱা হ'ব। এতিয়ালৈ ৭৭টা বিষয়ত ৰাজ্যসমূহক সেৱামূলক কৰ সংগ্ৰহ কৰিবলৈ দিয়া হৈছে। আৰু নতুনকৈ ৪৪টা বিষয় সেৱাকৰ আইনৰ অধীনত অন্তৰ্ভুক্ত কৰা হ'ব। ইয়াৰে বেছিভাগ কৰেই ৰাজ্যসমূহক সংগ্ৰহ কৰিবলৈ দিয়া হ'ব যাতে কেন্দ্ৰীয়, বিক্ৰীকৰ আইন পৰ্যায়ক্ৰমে বাতিল হোৱাৰ পাছত ৰাজ্যসমূহে এই আইনৰ অধীনত ক্ৰয় হোৱা কৰ সংগ্ৰহৰ অংশৰ পৰা ক্ষতিগ্ৰস্ত নহয়। এইবাৰ ব্যক্তিগত কৰ ভাৰতবৰ্ষতেই আটাইতকৈ বেছি। ব্যক্তিগত আয়কৰ এইবাৰ কিছু ক্ষেত্ৰত ৰেহাই দিব পাৰে।

ভাৰত যদিও উন্নয়নৰ দিশত ক্ৰমান্বয়ে আগবাঢ়ি গৈছে, তথাপি কৰ্মসংস্থাপনৰ অভাৱে দেশখনৰ নতুনচাম পুৰুষক হতাশগ্ৰস্ত কৰি তুলিছে। বিশেষকৈ গ্ৰামাঞ্চলত বাস কৰা লোকসকল আৰ্থিক দৈন্য আৰু বৈষম্যৰ পৰা এতিয়াও মুক্ত হ'ব পৰা নাই। সেয়ে 'নেছনেল ৰুৰেল এমপ্লয়মেণ্ট গেৰাণ্টী স্কীম' বিল আনি গাঁৱৰ কৰ্মহীন লোকসকলক কিছু আৰ্থিক সকাহ দিয়াৰ চেষ্টা কৰা হৈছে। ইযে কিন্তু ভাৰতবৰ্ষৰ অৰ্থনীতি আৰু সমাজজীৱনৰ আমূল পৰিৱৰ্তনত সহায়ক হ'ব বুলি এতিয়াও ক'ব পৰা নাযায়। বৈচিত্ৰ্যময় এই দেশখনক অৰ্থনৈতিকভাৱে সবল কৰিবলৈ হ'লে ধনিক শ্ৰেণীৰ প্ৰতি বেছি উদাৰ নীতিয়ে অৰ্থনৈতিক বৈষম্য আৰু কঢ়িয়াই আনিব পাৰে। মুক্ত অৰ্থনৈতিক ব্যৱস্থাই দেশখনক সামগ্ৰিকভাৱে উন্নত কৰিছে হয়, কিন্তু অৰ্থনৈতিক বৈষম্য আৰু সাধাৰণ মানুহৰ আৰ্থিক পৰিৱৰ্তনৰ বাবে নতুন গতিশীল অৰ্থনৈতিক ব্যৱস্থা গঢ়ি নুতুলিলে এদিন যে জনসাধাৰণ বিদ্ৰোহী নহ'ব, তাৰ কোনো নিশ্চয়তা নাই। আমি সাগ্ৰহেৰে সেয়ে লক্ষ্য কৰিম— অৰ্থনীতিবিদ প্ৰধান মন্ত্ৰী ডঃ মনমোহন সিঙে দাৰিদ্ৰ্যপীড়িত প্ৰায় ৩০ কোটি মানুহৰ অৰ্থনৈতিক উন্নয়নৰ বাবে নতুন বাজেটত কি প্ৰস্তাৱ আগবঢ়ায়। ■■

---

*আজিৰ দৈনিক বাতৰি, ১৬ ফেব্ৰুৱাৰী, ২০০৭*

# তৃতীয় ব্যৱসায় সন্মিলন আৰু অসম

যোৱা ১০ এপ্রিলত দুদিনীয়া কার্যসূচীৰে দিল্লীত ড'নাৰ উদ্যোগত বহুল প্রচাৰেৰে তৃতীয় উত্তৰ-পূব ব্যৱসায় সন্মিলন কলকাতাস্থিত ভাৰতীয় চেম্বাৰ্ছ অব কমার্চৰ সহযোগত অনুষ্ঠিত হৈ যায়। ড'নাৰ বিভাগৰ কেন্দ্রীয় মন্ত্রী মণিশংকৰ আয়াৰে যি আশা আৰু প্রত্যাশাৰে এই সন্মিলনৰ আয়োজন কৰিছিল, প্রকৃততে সেয়া এক হতাশব্যঞ্জক পর্যায়লৈহে অৱনমিত হ'ল। পূর্বে অনুষ্ঠিত দুই সন্মিলনৰ দৰে এইবাৰো উত্তৰ-পূবলৈ পুঁজি বিনিয়োগৰ কাৰণে উদ্যোগপতিসকলৰ আগ্রহ পৰিলক্ষিত নহ'ল। দুই-এজন সৰু উদ্যোগপতিয়ে মেঘালয়ত বিজুলী শক্তিৰ প্রাচুর্য দেখি তথা মূল্যও সুলভ বুলি জানিব পাৰি তাত উদ্যোগ স্থাপন কৰিবলৈ আগ্রহ প্রকাশ কৰিছে। কিন্তু বাকীকেইখন ৰাজ্যৰ ক্ষেত্রত উদ্যোগপতিসকলৰ তেনে ধৰণৰ আগ্রহ আৰু ইচ্ছা দেখা নগ'ল। সংবাদ মাধ্যমৰ বাতৰিত অৱশ্যে প্রকাশ পাইছে ১১০টা উদ্যোগ স্থাপনৰ প্রাৰম্ভিক সন্মতিৰ পোৱা বুলি। কিন্তু এই আগ্রহ বাস্তৱসন্মতভাৱে কেতিয়া কার্যকৰী হ'ব, তাত সন্দেহৰ অৱকাশ আছে। কাৰণ পূর্বৰ দুখন সন্মিলনতো বহু উদ্যোগপতিয়ে তেনে আগ্রহ প্রকাশ কৰিছিল।

দ্বিতীয় দিনাৰ সন্মিলনত মণিশংকৰ আয়াৰে ভাষণ দিয়ে। তেওঁৰ বক্তব্যৰ পৰা অনুমান কৰিব পাৰি যে উত্তৰ-পূবৰ ৰাজ্যসমূহ ঔদ্যোগিক বিকাশৰ পথত আগবাঢ়িবলৈ এতিয়াও বহু দূৰ বাকী। সেয়ে তেওঁ ৰাজ্যসমূহক শক্তি উৎপাদনত জোৰ দিবলৈ আহ্বান জনায়। অর্থাৎ তেওঁ উপলব্ধি কৰিছে যে শক্তিখণ্ডৰ বিকাশ অবিহনে উত্তৰ-পূবত উদ্যোগীকৰণৰ কোনো প্রচেষ্টাই সফল নহ'ব। এইখিনিতে এটা প্রশ্ন উদয় হৈছে— সঁচাই জানো ঔদ্যোগিক বিকাশৰ বাবে বিশেষকৈ উত্তৰ-পূবৰ ৰাজ্যসমূহ অসম প্রস্তুত হোৱা নাই? অর্থনীতিৰ গোলকীকৰণ বা বিশ্বায়নৰ বাস্তৱ প্রভাৱে বিশ্বৰ অনগ্রসৰ দেশসমূহক শিথিল নীতি গ্রহণ কৰিবলৈ বাধ্য কৰিছে। উদ্যোগপতিসকলে তেনে দেশবোৰত উদ্যোগ স্থাপন কৰিবলৈ সম্প্রতি আগ্রহ প্রকাশ কৰিছে। প্রাকৃতিক সম্পদেৰে চহকী দেশসমূহত এতিয়া ঔদ্যোগিক উন্নয়নৰ উষালগ্ন আৰম্ভ হোৱা বুলি আমি ক'ব পাৰো। আনকি আফ্রিকা, মধ্য এছিয়া, দক্ষিণ আমেৰিকা আদি দেশতো প্রতিযোগিতা চলিছে উদ্যোগীকৰণৰ জৰিয়তে অর্থনৈতিক বিকাশৰ। পিছ পৰি থকা নাই ৰাজহুৱা খণ্ডৰ অগ্রাধিকাৰক

ভিত্তি কৰি সাম্যবাদৰ সপোন দেখা কমিউনিষ্ট দেশসমূহো। সৌ সিদিনালৈ ব্যক্তিগত খণ্ডৰ উদ্যোগক কঠোৰ নিয়মেৰে বাধা দি আছিল এনে দেশসমূহে, অথচ অতিকৈ দুৰ্ভাগ্য যে স্বাধীনতাৰ ৬০ বছৰ পাছতো, একবিংশ শতিকাৰ প্ৰগতিৰ এই যুগতো উত্তৰ-পূৰ্বাঞ্চলে অগ্ৰসৰ হওক চাৰি পশ্চাদপসৰণহে কৰিছে। ইয়াৰ মূল কেৰোণবোৰ ক'ত তাক যুক্তিযুক্ততাৰে, বাস্তৱসন্মত দৃষ্টিভংগীৰে পৰ্যালোচনা কৰাৰ সময় উপস্থিত বুলি আমি ভাবো।

অলপতে কেন্দ্ৰীয় চৰকাৰে উত্তৰ-পূব ঔদ্যোগিক আৰু বিনিয়োগ উন্নীতকৰণ নীতি ২০০৭ গ্ৰহণ কৰিছে (নৰ্থ ইষ্ট ইণ্ডাষ্ট্ৰিয়েল এণ্ড ইনভেষ্টমেণ্ট প্ৰ'মোচন প'লিচী- ২০০৭)। ইয়াৰ জৰিয়তে ১৯৯৭ চনৰ নতুন ঔদ্যোগিক নীতি আৰু অন্যান্য বিশেষ সুবিধা প্ৰদান নীতি (নিউ ইণ্ডাষ্ট্ৰিয়েল প'লিচী এণ্ড কনচেছন ইন দ্য নৰ্থ ইষ্টাৰ্ন ৰিজন)-ৰ জৰিয়তে ৰেহাই আৰু অৰ্থসাহায্য (ছাবছিডি) বৃদ্ধি কৰা হৈছে। মেচিন আৰু প্লেণ্টৰ ক্ষেত্ৰত পূৰ্বনিৰ্ধাৰিত ১৫ শতাংশ ৰেহাই হাৰক (ছাবছিডি) বৃদ্ধি কৰা হৈছে ৩০ শতাংশলৈ। লগতে পূৰ্বৰ সৰ্বোচ্চ ছাবছিডি এক কোটি পাঁচ লাখ টকাৰ পৰা ৩০ কোটিলৈ বৃদ্ধি কৰা হৈছে। তাৰ উপৰি আছে বিশেষ অৰ্থনৈতিক মণ্ডলত দিয়া ৰেহাইৰ দৰে এশ শতাংশ আয়কৰ ৰেহাই, শুল্ক ৰেহাই আদি। লোভনীয় আৰু আকৰ্ষণীয় এই ঔদ্যোগিক নীতিৰ পৰিপ্ৰেক্ষিতত উদ্যোগপতিসকলৰ পকৰাৰ দৰে লানি নিছিগা সোঁত বব লাগিছিল। কিন্তু সেই উৎসাহ আজি ক'ত? ঝাৰখণ্ড, উত্তৰাঞ্চল, ছত্তিশগডত কেন্দ্ৰীয় চৰকাৰে শুল্ককে আদি কৰি কিছু কৰ ৰেহাই দিয়াৰ ফলত তিনি বছৰৰ ভিতৰতে সেইবোৰ ৰাজ্যত এক অভূতপূৰ্ব অৰ্থনৈতিক বিকাশৰ ধাৰা আৰম্ভ হৈছে। তাৰ পৰিমাফিক হিচাপ-নিকাচো সুস্পষ্ট। উদাহৰণস্বৰূপে ক'ব পাৰি, মাত্ৰ চাৰি বছৰতকৈ কম সময়তে ব্যক্তিগত খণ্ডৰ উদ্যোগপতিৰ বিনিয়োগৰ উপৰি উত্তৰাঞ্চলত ২৫০০ ঔদ্যোগিক কেন্দ্ৰ গঢ়ি উঠিছে, অথচ ই পাহাৰীয়া সৰু এখন ৰাজ্য। ঠিক তেনেকৈ ঝাৰখণ্ড আৰু ছত্তিশগডত বিনিয়োগ হৈছে ৫০ হাজাৰ কোটিতকৈও বেছি, অথচ এইবোৰ অঞ্চল আমাৰ ৰাজ্যসমূহতকৈও পিছপৰা। আনকি ঝাৰখণ্ডত লক্ষ্মী মিট্টালৰ দৰে লোকেও তীখা উদ্যোগ স্থাপনৰ অনুমতিৰ বাবে ৰাজ্যখনৰ মুখ্যমন্ত্ৰীক খাটনি ধৰিছে, অথচ আমি ৰাউচি জুৰি কান্দিছো। বিনিয়োগৰ কাৰণে ভিক্ষা পাত্ৰ লৈ ঘূৰিছো উদ্যোগপতিৰ দুৱাৰে দুৱাৰে। কিন্তু বিনিয়োগৰ বাবে আহিবলৈ কোনেও ইচ্ছা কৰা নাই। ৰিলায়েন্স কোম্পানীয়ে গেছ ক্ৰেকাৰত বিনিয়োগ কৰিবলৈ ওলাইছিল। টাটায়ো বিনিয়োগ কৰিব বুলি কাকতে-পত্ৰই প্ৰকাশ পাইছিল। কিন্তু এতিয়ালৈকে কাৰ্যকৰী হোৱা নাই। আমাৰ অঞ্চলৰ লগত উল্লিখিত ৰাজ্যসমূহৰ পাৰ্থক্য কি সেই বিষয়ে জানো আমি কেতিয়াবা ফহিয়াই চাইছোঁ?

২০০২ চনৰ ১৭ এপ্ৰিলত চৰকাৰী ৰাজহুৱা খণ্ডৰ প্ৰতিষ্ঠানসমূহ পুনৰুজ্জীৱিত কৰাৰ বাবে ডঃ পি কে চৌধুৰীক সভাপতি হিচাপে লৈ তিনিজনীয়া কমিটী এখন চৰকাৰে গঠন কৰি দিছিল আৰু কমিটীখনে ২০০৩ চনৰ ১৭ জুলাইত চৰকাৰক প্ৰতিবেদনো দাখিল কৰিছিল। ৪৮টা ৰাজহুৱা খণ্ডৰ প্ৰতিষ্ঠানৰ অৰ্থনৈতিক, কাৰিকৰী আদি বিভিন্ন দিশ অধ্যয়ন কৰি প্ৰতিষ্ঠানসমূহ জীয়াই ৰখাৰ বাবে তেওঁলোকে বিভিন্ন পৰামৰ্শ আগবঢ়ায়। তেওঁলোকে ৰাজ্যৰ ৰাজহুৱা খণ্ডৰ প্ৰতিষ্ঠানসমূহত প্ৰযোজনতকৈ অধিক কৰ্মচাৰী নিযোগ, কৰ্মচাৰীসকলৰ কাৰিকৰী প্ৰশিক্ষণৰ অভাৱ, পৰিচালনাৰ অদক্ষতা, অনভিজ্ঞতা আৰু অদূৰদৰ্শিতা, ফলপ্ৰসূ নীতিৰ অভাৱেই এই প্ৰতিষ্ঠানসমূহৰ পয়ালগা অৱস্থাৰ মূল কাৰণ বুলি উল্লেখ কৰিছে। কমিটীৰ প্ৰতিবেদনখনত প্ৰতিষ্ঠানসমূহৰ ভয়াবহ অৰ্থনৈতিক চিত্ৰ এখনো দাঙি ধৰা হৈছে। তেওঁলোকৰ মতে, ৪৯টা ৰাজহুৱা প্ৰতিষ্ঠানত মূলধন বিনিয়োগ হৈছে ৪,৬১৪ কোটি টকা। ইয়াত চৰকাৰী ধনৰ বিনিয়োগ হৈছে ৩,২২৫ কোটি টকা। প্ৰতিষ্ঠানসমূহৰ মুঠ লোকচান হৈছে ৪,০৬২ কোটি টকা। বছৰি লোকচান হয় ৫০৫ কোটি টকা। প্ৰতিষ্ঠানসমূহে বেংকসমূহক ঋণৰ বাবদ দিবলগীয়া আছে ১,৪৯৫ কোটি টকা। বিপৰীতে এই প্ৰতিষ্ঠানসমূহত মুঠ কৰ্মচাৰী হৈছে ৫৫,৬৯৬জন (অৱশ্যে পাছৰ সময়ছোৱাত ইচ্ছামূলক অৱসৰ আঁচনিৰ জৰিয়তে কিছুসংখ্যক কৰ্মচাৰীক এই প্ৰতিষ্ঠানসমূহৰ পৰা বিদায় দিয়া হৈছে)। স্বৰাজোত্তৰ অসমৰ ৰাজহুৱা খণ্ডৰ প্ৰতিষ্ঠানসমূহৰ অৰ্থনৈতিক বিকাশৰ এইখনেই দুৰ্ভাগ্যজনক চিত্ৰ। এই পয়ালগা অৱস্থাৰ বাবে দায়ী কোন? চৰকাৰ বা আমোলাসকলেই নহয় জানো?

ৰাজ্যত উদ্যোগ নামৰ এটা বিভাগ আছে। স্বাধীনতাৰ পাছত এই বিভাগটোৱে কি ধৰণে উদ্যোগীকৰণৰ বাবে কাৰ্যকৰী ব্যৱস্থা গ্ৰহণ কৰিছে? এই প্ৰশ্ন অসমৰ প্ৰতিগৰাকী লোকৰ। এবাৰ-দুবাৰ নহয়, পাঁচবাৰকৈ ঔদ্যোগিক নীতি গ্ৰহণ কৰা হৈছে। অৰ্থাৎ ১৯৮২, ১৯৮৬, ১৯৯১, ১৯৯৭ আৰু ২০০৩ চনত প্ৰতিবাৰেই নতুন নতুন ধৰণে নীতি গ্ৰহণ কৰি অহা হৈছে। নীতি গ্ৰহণ কৰা হৈছে সঁচা, উদ্যোগীকৰণৰ বাস্তৱ সম্ভাৱনা সম্পৰ্কে, নীতিসমূহৰ কাৰ্যকৰীকৰণৰ ইতিবাচক দিশসমূহ বিচাৰ কৰি চোৱা হৈছেনে? সেয়ে উদ্যোগ নীতিসমূহ এতিয়া ধোঁৱাচাঙত তুলি থোৱা পেলনীয়া কাকত আৰু চৰকাৰ আৰু আমোলাসকলৰ ফটা ঢোলহে হৈছেগৈ। অসম চৰকাৰৰ অৰ্থনীতি আৰু পৰিসংখ্যা বিভাগে প্ৰকাশ কৰা ২০০৬-০৭ ৰ প্ৰতিবেদনখন চকু ফুৰালেই দৃষ্টিকটুভাৱে ঔদ্যোগিক বিভাগ আৰু উদ্যোগীকৰণৰ লাজ লগা চিত্ৰখন স্পষ্ট হৈ পৰে। প্ৰতিবেদনৰ ৬৪ পৃষ্ঠাত উল্লেখ কৰা চিত্ৰখনৰ মতে, ২০০৩ আৰু ২০০৫ চনত ক্ৰমে ২৬৭টা আৰু

২,১৩৭টা নতুন ক্ষুদ্ৰ উদ্যোগ স্থাপন হৈছিল ৰাজ্যখনত। অৰ্থাৎ ২০০৩ চনতকৈ ক্ষুদ্ৰ উদ্যোগৰ সংখ্যা বঢ়া নাই, কমিছেহে। অসমত সৰ্বমুঠ ২৫,৭৪১টা ক্ষুদ্ৰ উদ্যোগ থকা বুলি উল্লেখ কৰা হৈছে। কিন্তু বাস্তৱ ক্ষেত্ৰত এই উদ্যোগসমূহ জীয়াই আছে নে নাই তাৰ জৰীপ তদন্ত উদ্যোগ বিভাগে কেতিয়াবা কৰিছেনে? সঁচা কথা ক'বলৈ হ'লে ইয়াৰে ২০ শতাংশৰ অধিক এই ক্ষুদ্ৰ উদ্যোগৰ স্থিতি অসমত নাই। এচাম সুবিধাবাদী আমোলা, ৰাজনৈতিক নেতাৰ পৃষ্ঠপোষকতাত ছাবছিডিৰ চৰকাৰী ধন উলিয়াই নিওঁতেই শেষ হৈছে উদ্যোগসমূহৰ জন্ম আৰু মৃত্যু। আজি অসমত মাত্ৰ ১৬খনহে ঔদ্যোগিক পাম আছে আৰু বিকাশ কেন্দ্ৰ আছে মাত্ৰ ১০টা। ঔদ্যোগিক পামত ৪৩২ টা ঔদ্যোগিক গৃহৰ ভিতৰত কেৱল ২৮০টাহে ব্যৱহৃত হৈ আছে। বাকী প্ৰায় দুশ এতিয়াও ধূলি-মাকতি পৰি অব্যৱহৃত হৈ আছে। দুৰ্ভাগ্যৰ কথা— অসমৰ উদ্যোগ বিভাগে অব্যৱহৃত ঘৰকেইটাও উদ্যোগ স্থাপনৰ বাবে উৎসাহী যুৱকক গতাবলৈ সমৰ্থ হোৱা নাই। এই ৰঙা ফিটাৰ মেৰপেচবোৰ আঁতৰাবলৈ আৰু ৫০ বছৰ যে দৰকাৰ হ'ব তাত সন্দেহ নাই। ইয়াৰ মাজতো কিন্তু কেন্দ্ৰীয় চৰকাৰৰ প্ৰচেষ্টাত ডিব্ৰুগড়ত প্ৰতিষ্ঠা কৰিবলৈ লোৱা গেছ ক্ৰেকাৰ প্ৰকল্পই আশাৰ ৰেঙণি কঢ়িয়াই আনিছে। এই প্ৰকল্প সম্পূৰ্ণ হ'লে অসমত আৰ্থ-সামাজিক দিশত নিশ্চয়কৈ অৱদান আগবঢ়াব। কিন্তু ১৫ লক্ষ নিবনুৱাৰ আশা অকল গেছ ক্ৰেকাৰৰ মাজত কেনেকৈ সজীৱ হৈ উঠিব? এক লক্ষ নিবনুৱাৰ কৰ্মসংস্থাপন হ'ব বুলি কৈছে এই উদ্যোগৰ জৰিয়তে। ইয়াৰ মাত্ৰ ১০ শতাংশহে স্থানীয় যুৱক হ'ব বুলি জানিব পাৰিছো। এয়া উদ্বেগৰ বিষয়।

২০০৩ চনত উদ্যোগ বিভাগে প্ৰস্তুত কৰি উলিওৱা উদ্যোগ নীতিত আশা প্ৰকাশ কৰিছে যে বৰ্তমান ৰাজ্যৰ সৰ্বমুঠ ঘৰুৱা উৎপাদন ১৩ ২৯ শতাংশৰ পৰা ১৮ শতাংশলৈকে বৃদ্ধি পাইছে। কোৱা হৈছে, ২০০৮ চনৰ ভিতৰত ঔদ্যোগিক উৎপাদন বাঢ়িব। কিন্তু ২০০৪-০৫ চনৰ অৰ্থনৈতিক জৰীপৰ মাপকাঠীত যি উৎপাদন বৃদ্ধি দেখুওৱা হৈছে, সেয়া ২০০৫-০৬ চনত কেৱল ১৪২ শতাংশৰ পৰা ১৫৯ ১০ শতাংশলৈহে বৃদ্ধি হৈছে। অৰ্থাৎ উদ্যোগ বিভাগে ভবা ধৰণেও যদি ঔদ্যোগিক উৎপাদন বাঢ়ে, তেনেহ'লে ১৮ শতাংশ মুঠ ঘৰুৱা উৎপাদন বৃদ্ধিত সহযোগ কৰিবলৈ কমেও ১০-১৫ বছৰ লাগিব। আজি ঔদ্যোগিক খণ্ডত ৰাজ্যৰ মুঠ উৎপাদনৰ অংশটো আহিছে কেৱল চাহ বাগিচা, পেট্ৰ'লজাত সামগ্ৰী, কয়লা আদিৰ পৰা— যিবোৰ উদ্যোগ স্বাধীনতাৰ আগতেই অসমত প্ৰতিষ্ঠা হৈছে। কেৱল উৎপাদনেহে বঢ়া-টুটা হৈছে। অথচ অন্য বহু ৰাজ্যত ঔদ্যোগিক খণ্ডৰ উৎপাদনে নিজ ৰাজ্যসমূহৰ মুঠ উৎপাদনৰ ৫০ শতাংশৰো অধিক পৰিমাণৰ অৰিহণা যোগাবলৈ সক্ষম হৈছে। অসমৰ দৰে একেখন চিত্ৰ অন্যান্য উত্তৰ-

পূৰ্বাঞ্চলৰ ৰাজ্যসমূহৰো। উত্তৰ-পূব পৰিষদে নিজৰ তৰফৰ পৰাও উদ্যোগীকৰণত ৰেহাই নীতিৰ ব্যৱস্থা কৰিছে। কিন্তু দুৰ্ভাগ্যৰ কথা, পৰিকল্পনাৰ অভাৱৰ বাবেই হওক বা বিষয়াসকলৰ হেমাহিৰ বাবেই হওক, নৱম পৰিকল্পনাৰ সময়ছোৱাত আশাব্যঞ্জক ধৰণে উত্তৰ-পূব পৰিষদে উদ্যোগ প্ৰতিষ্ঠাত অৰিহণা যোগাব নোৱাৰিলে। ২০০২-০৩ চনলৈ তেওঁলোকে মাত্ৰ সাতটা সৰু উদ্যোগকহে অৰ্থনৈতিক সাহায্য আৰু সুবিধা প্ৰদান কৰিছে।

১৯৯৬ চনৰ ১৭ অক্টোবৰত সেই সময়ৰ প্ৰধান মন্ত্ৰী এইচ ডি দেৱগৌড়া অসমলৈ আহি এক অৰ্থনৈতিক পেকেজৰ কথা ঘোষণা কৰিছিল আৰু তেওঁৰ ঘোষণাৰ ভিত্তিত উত্তৰ-পূৰ্বাঞ্চলত নতুন অৰ্থনৈতিক আৰু সামাজিক বিকাশৰ বাবে পৰিকল্পনা আয়োগৰ সদস্য এছ পি শুক্লাক লৈ এখন কমিটী গঠন কৰা হৈছিল। সেই কমিটীয়ে ১৯৯৭ চনৰ ৩ মাৰ্চত উত্তৰ-পূৰ্বাঞ্চলৰ প্ৰতিখন ৰাজ্যৰ সামাজিক-অৰ্থনৈতিক সমস্যাসমূহ সূক্ষ্মভাৱে বিশ্লেষণ কৰি বহু পৰামৰ্শ আগবঢ়াইছিল কেন্দ্ৰীয় চৰকাৰৰ ওচৰত। বহুত পৰামৰ্শ এতিয়া কাৰ্যকৰী হোৱা নাই, যদিও এতিয়াও পৰামৰ্শাৱলীৰ প্ৰাসংগিকতা হেৰাই যোৱা নাই। কিন্তু কি কাৰণে আমি কেন্দ্ৰীয় চৰকাৰক সেই পৰামৰ্শাৱলী কাৰ্যকৰী কৰিবৰ কাৰণে হেঁচা প্ৰয়োগ কৰিব পৰা নাই, সেয়া আমাৰ দুৰ্বলতা নে ৰহস্য বুজাটো টান।

আজি সকলোৱে একমুখে স্বীকাৰ কৰিব লাগিব আমি যিমানেই উচ্চ বাচ্য নকৰো কিয়, ইষ্ট-ৱেষ্ট ক'ৰিডৰৰ কথা নকওঁ কিয়, ম্যানমাৰ, থাইলেণ্ড আদিৰ লগত বাণিজ্যিক সম্পৰ্কৰ কথা নাপাতো কিয়, আন্তঃগাঁথনি অবিহনে ৰাজ্যখনে বা উত্তৰ-পূৰ্বাঞ্চলে ঔদ্যোগিক বিকাশৰ সপোন দেখাটো পৰ্বতত কাছৰ কণী বিচৰাৰ লেখীয়া কথা। দুৰ্ভাগ্যৰ কথা, এই মূল বিষয়টোকে আমি গুৰুত্ব দিব খোজা নাই। উদ্যোগ স্থাপনৰ কথা আহিলেই মূলতঃ মাটিৰ সমস্যাৰ কথা আহি পৰে। ঔদ্যোগিক বিকাশৰ ফলত কৃষিখণ্ডৰ যাতে ক্ষতি নহয় আৰু ব্যক্তিগত তথা ৰাজহুৱা খণ্ডত উদ্যোগ স্থাপনৰ ক্ষেত্ৰত মাটি যাতে সমস্যা হৈ নাথাকে, তাৰ বাবে নিৰ্দিষ্ট এলেকা কিছুমান উদ্যোগীকৰণৰ বাবে নিৰ্ধাৰণ কৰি ৰখা হয়। কিন্তু আমাৰ ৰাজ্যত তেনেকুৱা ক'ত চৰকাৰী মাটি উদ্যোগীকৰণৰ বাবে নিৰ্ধাৰণ কৰি ৰখা হৈছে? আনকি লেপেটকাটাত গেছ ক্ৰেকাৰ উদ্যোগ স্থাপনৰ ক্ষেত্ৰত সৃষ্টি হোৱা মাটিৰ সমস্যা এতিয়ালৈকে সমাধান হোৱা নাই। কোনে জানে লেপেটকাটাত ছিংগুৰ বা নন্দীগ্ৰামৰ পুনৰাবৃত্তি নহ'ব (অৱশ্যে আমি হোৱাটো নিবিচাৰো)? ইয়াৰ বাবে দায়ী কোন? আমাৰ ৰাজ্যত অসম ঔদ্যোগিক আন্তঃগাঁথনি উন্নয়ন প্ৰতিষ্ঠান নামৰ এটা চৰকাৰী নিগম আছে। এই নিগম বা প্ৰতিষ্ঠানৰ মূল লক্ষ্যই হৈছে আন্তঃগাঁথনিৰ বিকাশ ঘটোৱা। কিন্তু ৰাজ্যখনৰ আন্তঃগাঁথনি গঢ়ি তোলাৰ বাবে

এই প্ৰতিষ্ঠানটোৱে কিমানখিনি কাম কৰিছে? —এই প্ৰশ্ন কিন্তু কোনেও এৰাই যাব নোৱাৰে।

আজি বিভিন্ন মহলত, বিভিন্ন সময়ত নানা ধৰণৰ সন্দেহবাদী প্ৰশ্ন উত্থাপন হৈ আহিছে। অসমত বহু লোকে উদ্যোগ স্থাপনৰ বাবে চৰকাৰৰ পৰা হাজাৰ হাজাৰ বিঘা মাটি আবণ্টন লৈ আহিছে। আনকি খোদ গুৱাহাটী মহানগৰীৰ ভৱিষ্যৎ লক্ষ্য নকৰাকৈ মহানগৰীৰ মাজমজিয়াতো সকলো নীতি-নিয়ম ভংগ কৰি এনেকৈ মাটি আবণ্টন দি অহা হৈছে। কিন্তু চৰকাৰে পানীৰ দৰত আবণ্টন দিয়া এই মাটিসমূহত প্ৰকৃতাৰ্থত উদ্যোগ স্থাপন হৈছে জানো? যদি উদ্যোগ স্থাপন হৈছে, তাৰ হিচাপ উদ্যোগ বিভাগত আছে নে নাই? যদি হোৱা নাই, এই মাটিবোৰ ক'লৈ গ'ল? এই মাটিবোৰ বহু মূল্যত ব্যক্তিগত লোকক ভুৱা উদ্যোগ প্ৰতিষ্ঠানসমূহে বিক্ৰী কৰি আহিছে। এইবোৰ কথা মানুহৰ মুখে মুখে। আজি ই এতিয়া এক ডাঙৰ ব্যৱসায়ত পৰিণত হৈছে। কিন্তু দেখিও নেদেখা কুলিৰ ভাও ধৰা চৰকাৰ আৰু বিষয়াসকলে ৰাজনৈতিক পৃষ্ঠপোষকতাত গঢ় লৈ উঠা এই ভুৱা উদ্যোগপতিসকলৰ বিৰুদ্ধে কি ব্যৱস্থা গ্ৰহণ কৰিছে? এই কথাখিনি জনাৰ অধিকাৰ অসমৰ ৰাইজৰ আছে। ইয়াৰ দায়বদ্ধতাৰ পৰা চৰকাৰ আঁতৰি যাবও নোৱাৰে।

সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চল 'দেশৰ ভিতৰতে আটাইতকৈ পিছপৰি আছে শক্তি খণ্ডত। উত্তৰ-পূবত প্ৰায় ৬০ হাজাৰ মেগাৱাট বিজুলী উৎপাদন কৰাৰ সম্ভাৱনা থকা সত্ত্বেও গোটেই উত্তৰ-পূৰ্বাঞ্চলৰ কেন্দ্ৰসমূহৰ সামৰ্থ্য মাত্ৰ ২২৪৮·৭২ মেগাৱাটহে। অৱশ্যে উৎপাদিত বিদ্যুতৰ পৰিমাণ ইয়াৰ অৰ্ধেক বুলি সমীক্ষাত প্ৰকাশ। অসমৰ মুখ্য মন্ত্ৰী তৰুণ গগৈ ডাঙৰীয়াই এইবাৰৰ বাজেট বক্তৃতাত অসমত বিজুলী সৰবৰাহ আৰু ৰূপান্তৰৰ ক্ষমতা বৰ্তমানৰ ৮০০ মেগাৱাটৰ পৰা ২০০৭ চনৰ ডিচেম্বৰলৈ ১৩০০ মেগাৱাটলৈ বৃদ্ধি পাব বুলি আশা কৰিছে। আনহাতে অৰ্থনৈতিক জৰীপৰ হিচাপ মতে, বিজুলী উৎপাদনৰ ক্ষমতা ৫৭৪ ৪ মেগাৱাট আৰু অসম ৰাজ্যিক বিদ্যুৎ ব'ৰ্ডৰ বিদ্যুৎ উৎপাদনৰ ক্ষমতা হ'ল ১০০ৰ পৰা ১২০ মেগাৱাট। ২০০৪-০৫ চনৰ ৭৫৬ ৪৩৫ নিযুত ইউনিট বিদ্যুৎ সৰবৰাহ বিপৰীতে ২০০৫-০৬ চনত বিদ্যুৎ সৰবৰাহ বাঢ়িছে মাত্ৰ ৮০৮ ০৪৭ মিলিয়ন ইউনিটলৈ। ২০০৫-০৬ চনত বিদ্যুতৰ প্ৰয়োজন হয় ৪২১৬ নিযুত ইউনিট। কিন্তু বিদ্যুৎ সৰবৰাহ হৈছে মাত্ৰ ৩৫৩৬ ৯ নিযুত ইউনিট। অৰ্থাৎ প্ৰায় ১৬ শতাংশ প্ৰয়োজনতকৈও কম বিদ্যুৎ বিভাগটোৱে যোগান ধৰিছে। ইয়াৰে নেপকো আৰু কেন্দ্ৰীয় চৰকাৰ, ব্যক্তিগত খণ্ড আৰু মেঘালয়ৰ পৰা বিজুলী কিনি যোগান ধৰি চৌতে খৰ মাৰি বিদ্যুৎ বিভাগে নাচি আছে। এছিয়ান ডেভেলপমেণ্ট বেংকে বিদ্যুৎ বিভাগৰ সংস্কাৰৰ কাৰণে ২৫০ মিলিয়ন ডলাৰ আগবঢ়াইছে— সংস্কাৰ কি

হয় ক'ব নোৱাৰো। কিন্তু বিদ্যুৎ বিভাগ যে লাহে লাহে বাইজৰ বাবে এটা কঢ়িয়াব নোৱাৰা বোজা হৈ পৰিছে ই ধ্ৰুৱপ। ঔদ্যোগিক খণ্ডত বিদ্যুৎ শক্তিৰ গুৰুত্ব অপৰিহাৰ্য। ঔদ্যোগিক খণ্ডত বিদ্যুৎ যোগানৰ বাবে অভিলাষী আঁচনি লৈ বিদ্যুৎ বিভাগে কেতিয়াবা কাৰ্যকৰী কৰিব, তেওঁলোকৰ কামৰ প্ৰতি উৎসাহিত হৈ বাহিৰৰ উদ্যোগপতিয়ে উদ্যোগ স্থাপন কৰিবলৈ আহিব, এইবোৰ সপোন। কাৰণ সাধাৰণ মানুহৰ বাবে প্ৰয়োজনীয় বিজুলী যোগান যিটো বিভাগে ধৰিব পৰা নাই, তেওঁলোকৰ পৰা কিবা আশা কৰাতকৈ নকৰাহে বেছি ভাল। শুক্লা আয়োগৰ পৰামৰ্শত বিদ্যুৎ বিভাগৰ ক্ষেত্ৰত এইদৰে মন্তব্য কৰিছে— 'The department of Power should concert action to refine its perspective power development programme for the North-east, currently under preparation in consultation with the Brahmaputra board, Nepco, Power grid corporation and the concern states, taking account of all pending and proposed hydel thermal and gas based stations on the anvail This project should be ranked and efforts made to secure fundings ' —এই পৰামৰ্শাৱলী কিন্তু পৰামৰ্শ হৈয়েই থাকিল।

সংযুক্ত প্ৰগতিশীল চৰকাৰে তেওঁলোকৰ উমৈহতীয়া ন্যূনতম আঁচনি এইদৰে উল্লেখ কৰিছে— 'UPA government is determine to takel terrorism, militancy and insurgency in the North-east as a matter of urgent national priority All North-eastern states will be given special assistance to upgrade and expand infratructure The North-eastern council will be strengthan and given adequate professional supprot ' এইবাৰ কেন্দ্ৰীয় চৰকাৰৰ বাজেটত উত্তৰ-পূৰ্বাঞ্চলৰ বাবে যোৱাবাৰৰ ১২,০৪১ কোটি টকাৰ বিপৰীতে ১৪,৩৬৫ কোটি টকা ধাৰ্য কৰিছে আৰু ড'নাৰৰ বাবে ইয়াৰ অন্তৰ্গত ১,৩৮০ কোটি টকা ধাৰ্য কৰিছে। তথাপি কিন্তু আন্তঃগাঁথনিৰ বাবে এতিয়াও কৰণীয় কাম আৰম্ভ হোৱাগৈ নাই।

কোনো কোনোৱে ক'ব খুজিছে সন্ত্ৰাসবাদ উত্তৰ-পূৰ্বাঞ্চলৰ ঔদ্যোগিক বিকাশৰ হেঙাৰ। এই তত্ত্ব একেবাৰেই শুদ্ধ নহয়। কাৰণ তামিল উগ্ৰপন্থীৰ কাৰ্যকলাপ সত্ত্বেও সামগ্ৰিকভাৱে কিছু ক্ষতি হ'লেও শ্ৰীলংকাৰ অৰ্থনীতিত ই বিশেষ প্ৰভাৱ পেলাব পৰা নাই। অসমত চাহ উদ্যোগ এটা বিশেষ পৰিস্থিতিত গঢ়ি উঠিছিল। কিন্তু শ্ৰীলংকাৰ নতুনকৈ গঢ় লৈ উঠা চাহ উদ্যোগে আনকি ভাৰতীয় বজাৰো দখল কৰিছে। পৰ্যটন উদ্যোগৰ বিকাশো দিনে দিনে বাঢ়ি গৈছে। ঠিক তেনেদৰে ফিলিপাইনছ, থাইলেণ্ডতো সন্ত্ৰাসবাদী সংগঠন কম নহয়, কিন্তু বিকাশ আৰু

বিনিয়োগৰ হাৰো কম নহয়। ঝাৰখণ্ড আৰু অন্ধ্ৰপ্ৰদেশৰ বৃহৎ অঞ্চলত এতিয়াও মাওবাদী আৰু নক্সালপন্থী সংগঠনসমূহে কাৰ্যকলাপ অব্যাহত ৰাখিছে। কিন্তু এইবোৰ অঞ্চলতো উদ্যোগৰ বিকাশ বাধাগ্ৰস্ত হোৱা নাই।

উন্নয়নৰ হেঙাৰ হৈছে সঠিক পৰিকল্পনা, সদিচ্ছা আৰু সুস্থ নীতি আৰু দূৰদৰ্শিতাৰ অভাৱ। ইয়াৰ লগত আছে যাতায়াত আৰু আন্তঃগাঁথনি। কিন্তু কাম কৰাৰ মানসিকতা আৰু দৃঢ় পদক্ষেপেই হ'ল উন্নয়নৰ প্ৰকৃত আন্তঃগাঁথনি। প্ৰচুৰ মানৱসম্পদ প্ৰাকৃতিক সম্পদ থকা সত্ত্বেও দূৰদৃষ্টিহীনতা, অকৰ্মণ্যতা আদিৰ বাবে আজি এই অঞ্চলসমূহ পিছ পৰি গৈ আছে। কেন্দ্ৰীয় চৰকাৰৰ ওপৰত দোষ জাপি দিলেই, অসমক শোষণ কৰাৰ শ্ল'গান দিলেই অসমৰ উন্নতি নহয়। দোষ আমাৰ, আমাৰ ৰাজনৈতিক নেতাসকলৰ, শাসনৰ গাদীত থকা বৰমূৰীয়াসকলৰ। দোষ আমাৰ ৰাইজৰ। এওঁলোকক লেকাম ধৰিব আমি পৰা নাই। আনৰ গাত দোষ দি নিজৰ দোষ ঢাকিবলৈ যিসকলে চেষ্টা কৰে, তেৱেঁই আটাইতকৈ ভীৰু আৰু দুৰ্বল। প্ৰকৃতাৰ্থত স্বাধীনতাৰ পাছত আমি এনে এজন ৰাজনৈতিক নেতা নাপালো যি অসমক ৰূপান্তৰৰ পথ দেখুৱাবলৈ সমৰ্থ হ'ল।

মন্ত্ৰিত্বৰ দপ্তৰ বিতৰণৰ সময়তো আমি জাত-পাত আদিৰ বিচাৰ কৰো। ইয়াৰ পৰিণাম অসমেই নহয়, ভাৰতেও ভুগিবলগীয়া হৈছে। য'ত অনভিজ্ঞতাৰ বেমাৰে দেশখনৰ বিকাশত ক্ষতি কৰিছে, অথচ আন আন প্ৰগতিশীল দেশত জ্ঞান আৰু অভিজ্ঞতাৰ ভিত্তিত বিভাগ বিতৰণ কৰা হয়। এই ব্যৱস্থা আনকি নেহৰুৰ মন্ত্ৰীসভাতো আছিল। জৱাহৰলাল নেহৰুৱে তেওঁৰ তীব্ৰ সমালোচকসকলকো মন্ত্ৰীসভাত অন্তৰ্ভুক্ত কৰিছিল। সমালোচকসকলক ব্যক্তিগতভাৱে নহয়, জ্ঞান আৰু গৰিমাৰে জুখি চাইছিল তেওঁ। এতিয়া কিন্তু জাত-পাতৰ বিচাৰতহে মন্ত্ৰীসভাত স্থান দিয়া হয় বিভিন্নজনক। এই ব্যৱস্থা যেতিয়ালৈকে দেশত চলি থাকিব, তেতিয়ালৈকে সামগ্ৰিক পৰিৱৰ্তনৰ সুফল পোৱা নাযাব।

বহুত সমালোচনাৰ মূৰতো এটা কথা নিঃসন্দেহে আমি স্বীকাৰ কৰিব লাগিব যে এই উত্তৰ-পূৰ্বাঞ্চলৰ উদ্যোগীকৰণৰ ক্ষেত্ৰত থকা আমাৰ ভুল-ত্ৰুটি, দুৰ্বলতাবোৰ ফহিয়াই চাবলৈ এই সন্মিলনে নিশ্চয় সুযোগ দিছে। আমি যদি ভুল-ত্ৰুটিবোৰ শুধৰাবলৈ চেষ্টা কৰো, উদ্যোগীকৰণৰ ক্ষেত্ৰত থকা দুৰ্বলতাসমূহ আঁতৰাবলৈ পদক্ষেপ লওঁ, তেতিয়াহ'লে কেন্দ্ৰীয় চৰকাৰে দিয়া মিঠাইৰ টোপোলাটোত থকা মিঠাই খাই ভাল পাম। নহ'লে তিতা-কেহা লাগিব।■■

---

*অসমীয়া প্ৰতিদিন*, ২৩ এপ্ৰিল, ২০০৭

# অসমৰ কৃষিখণ্ডই কোঙা কৰিছে অৰ্থনীতি

দুদিনমান আগতে তৰুণ গগৈ নেতৃত্বাধীন কংগ্ৰেছ চৰকাৰৰ দ্বিতীয় কাৰ্যকালৰ এবছৰ পূৰ্ণ হোৱা উপলক্ষে কৃষিমন্ত্ৰী প্ৰমীলাৰাণী ব্ৰহ্মাই অসমৰ সংবাদপত্ৰসমূহত কৃষিৰ বিকাশে কেনেধৰণে গতি লাভ কৰিছে, কৃষি বিভাগৰ তৰফৰ পৰা কি কি কাৰ্যব্যৱস্থা হাতত লৈছে, সেই সম্পৰ্কে সচিত্ৰ বিজ্ঞাপন প্ৰকাশ কৰিছে। কিন্তু পৰিসংখ্যাৰ ফালৰ পৰা অসমৰ কৃষিখণ্ডৰ ভূমিকাই গোটেই অৰ্থনৈতিক ব্যৱস্থাক কোঙা কৰি পেলাইছে, তাৰ ওপৰতহে আলোকপাত কৰাৰ চেষ্টা এই প্ৰবন্ধৰ। বিগত শতিকাৰ ষাঠিৰ দশকৰ সময়ছোৱাত অসমে কৃষি উৎপাদনৰ ক্ষেত্ৰত স্বাবলম্বী হ'ব পাৰিছিল। অসমৰ অৰ্থনৈতিক পৰিক্ৰমাত আটাইতকৈ গুৰুত্বপূৰ্ণ ভূমিকা আছিল কৃষিখণ্ডৰ। কিন্তু দুখ আৰু পৰিতাপৰ কথা যে আজি অসমত প্ৰায় সকলো কৃষিজাত সামগ্ৰী বাহিৰৰ পৰা আমদানি কৰিবলগীয়া হৈছে। ইয়াৰ ফলত ৰাজ্যখনৰ ৰাজহৰ প্ৰায় ৭০ শতাংশ ধন বাহিৰৰ ৰাজ্যসমূহলৈ যায়। ৰে'লসেৱা আৰু যাতায়াত সেৱাৰ বাবেও অতিৰিক্ত মূল্য ভৰিবলগীয়া হোৱাত আমদানিকৃত কৃষিজাত সামগ্ৰীৰ অধিক মূল্য অসমৰ জনসাধাৰণে ভৰিবলগীয়া হৈছে। এই ব্যয় দেশৰ আন ৰাজ্যৰ তুলনাত বেছি। ফলস্বৰূপে সাধাৰণ মানুহে মূল্যবৃদ্ধিৰ উৰ্ধ্বমুখী গতিৰ লগত সামঞ্জস্য ৰক্ষা কৰিব পৰা নাই আৰু ই সাধাৰণ মানুহ জীয়াই থকাটোকো দুৰ্বিষহ কৰি তুলিছে। কিন্তু ইয়াৰ কাৰণসমূহ আজিলৈকে সঠিকভাৱে চৰকাৰে বিশ্লেষণ নকৰিলে। তদুপৰি চৰকাৰৰ কৃষি বিভাগে কৃষি উৎপাদন বঢ়োৱাৰ বাবে যি যি কাৰ্যব্যৱস্থা ল'ব লাগিছিল সেয়াও পৰিকল্পিতভাৱে কৰা নাই। কৃষিখণ্ডৰ এই পয়ালগা অৱস্থাৰ মূলত যে এখন বা দুখন চৰকাৰেই দোষী সেয়া নহয়। প্ৰতিখন চৰকাৰৰ দূৰদৃষ্টিহীনতাই মূলতঃ অসমৰ অৰ্থনীতিৰ ভেটি কৃষিখণ্ডৰ ৰাজহাড় আজি বেঁকা কৰি পেলাইছে। এইবাৰ মুখ্য মন্ত্ৰী তৰুণ গগৈয়ে বাজেট বক্তৃতাত কৃষিখণ্ডৰ বিনিয়োগ যোৱা বছৰৰ ৩২৭ কোটি টকাৰ পৰা ৩৬৫ কোটি টকালৈ বৃদ্ধি কৰাৰ প্ৰস্তাৱ ৰাখিছে। কিন্তু কাৰ্যতঃ এই বৃদ্ধি কৃষিখণ্ডৰ নতুন আঁচনিৰ বিকাশৰ বাবে ৰখা নাই। প্ৰায়

৯০ শতাংশই হৈছে কৰ্মচাৰীৰ দৰমহা শিতানত। গতিকে কৃষিখণ্ডৰ বৈপ্লৱিক পৰিৱৰ্তনৰ বাবে এতিয়াও চৰকাৰৰ মনোযোগ সীমিত বুলি ইয়াৰ পৰাই ধাৰণা কৰিব পাৰি। বাজেট বক্তৃতাত মুখ্য মন্ত্ৰীয়ে নিজেই স্বীকাৰ কৰিছে যে ২৭ লাখ কৃষিৰ উপযোগী ভূমিৰ ভিতৰত মাত্ৰ দুই লাখ কৃষি উপযোগী ভূমিতহে জলসিঞ্চনৰ ব্যৱস্থা আছে। কিন্তু বাকী থকা পঁচিশ লাখ হেক্টৰ মাটিত জলসিঞ্চনৰ ব্যৱস্থা কৰিবলৈ কি ধৰণৰ আঁচনি চৰকাৰখনে আগত ৰাখিছে এই সম্পৰ্কে স্পষ্ট ধাৰণা বাজেটত দেখা নগ'ল। যিখিনি দুই লাখ হেক্টৰ ভূমি এলেকাত জলসিঞ্চনৰ ব্যৱস্থা থকা বুলি উল্লেখ কৰিছে, প্ৰকৃতাৰ্থত সেই এলেকাত জলসিঞ্চন ব্যৱস্থা কাৰ্যকৰী হৈ আছে নে নাই সেয়াও সন্দেহৰ বিষয়। গতিকে এনে অৱস্থাত অসমত কৃষি বিভাগে সেউজ বিপ্লৱ পুনৰ যে কৰিব পাৰিব শংকা আছে। কৃষি বিভাগৰ এই দুৰৱস্থাৰ মূলতে হৈছে পৰিকল্পনা আৰু দূৰদৰ্শিতাৰ অভাৱ। আজি কৃষি বিভাগ আৰু জলসিঞ্চন বিভাগৰ সমন্বয়ৰ অভাৱে কৃষিখণ্ডৰ বিকাশত বাধাৰ সৃষ্টি কৰিছে, এইটো কোনেও নুই কৰিব নোৱাৰে। তদুপৰি আজিলৈকে অসমত বিজ্ঞানসম্মত কৃষি নীতি প্ৰণয়ন কৰা নহ'ল। ফলত কৃষিখণ্ডৰ একো দিশ নোহোৱা হৈ পৰিছে। আমি ওচৰৰ ৰাজ্যসমূহৰ পৰাও শিক্ষা আহৰণৰ চেষ্টা নকৰিলো। আমাৰ চুবুৰীয়া পশ্চিমবংগত কৃষিখণ্ডই ৰাজ্যৰ সৰ্বমুঠ ঘৰুৱা উৎপাদনত পঁচিশ শতাংশ অৰিহণা যোগাইছে, অথচ আজি যদি আমি অসমৰ সৰ্বমুঠ ঘৰুৱা উৎপাদনত কৃষিখণ্ডই কিমান অৰিহণা যোগাইছে বুলি প্ৰশ্ন উত্থাপন কৰো, তেন্তে সেই প্ৰশ্নৰ উত্তৰ দিবলৈ কৃষি বিভাগ বিমোৰত পৰিব। কাৰণ অসমত আজি কৃষিখণ্ডৰ উৎপাদন কমিহে গৈছে। অসমৰ পৰিসংখ্যা বিভাগে উলিওৱা হিচাপ মতে, ২০০৩-০৪ চনত কৃষিজাত সামগ্ৰীৰ উৎপাদন আছিল ৪০ লাখ ৩৬ হাজাৰ টন। অথচ ২০০৪-০৫ চনত এই উৎপাদন কমি গৈ ৩৬ লাখ ১৭ হাজাৰ টনহে হৈছেগৈ। ইয়াৰ পৰাই প্ৰতীয়মান হয় কেনেকৈ কৃষিখণ্ডৰ উৎপাদন নিম্নগামী হৈছে। এই নিম্নগামী উৎপাদন ৰোধ কৰাৰ বাবে চৰকাৰৰ আঁচনি আৰু পৰিকল্পনা নাই। এইবাৰ কেন্দ্ৰীয় চৰকাৰে বাজেটত কেইবাহাজাৰ কোটি টকা কৃষিখণ্ডত ধাৰ্য কৰিছে। পৰিকল্পনা আয়োগে আটাইতকৈ গুৰুত্ব দিয়ে কৃষিখণ্ডত— যাতে কৃষিজাত উৎপাদনে ঘৰুৱা চাহিদা পূৰণৰ বাবে সমৰ্থ হয়। আনকি ৰাজ্যসমূহৰ নিজা নিজা কৃষিখণ্ডৰ আঁচনিসমূহৰ বাবেও ৯ হাজাৰ কোটি টকা ধাৰ্য কৰিছে। কিন্তু অসমত কৃষি বিভাগে কেন্দ্ৰীয় চৰকাৰৰ পৰা ধন আদায় কৰিবলৈ নিজা কি আঁচনি গ্ৰহণ কৰিছে এই সম্পৰ্কে বোধ হয় কৃষিখণ্ডৰ ৰথমূৰীয়াসকলে এতিয়াও বুজা নাই। আগতেই উল্লেখ কৰা হৈছে যে কৃষিখণ্ডত কেন্দ্ৰীয় চৰকাৰে কৃষি ফাৰ্ম আৰু

অৰ্গেনিক ফাৰ্মৰ নামতো টকা ধাৰ্য কৰিছে। কিন্তু অসমত কৃষি ফাৰ্ম আৰু অৰ্গেনিক ফাৰ্ম কিমান আছে? এই প্ৰশ্নৰ উত্তৰ কৃষি বিভাগৰ হাতত নাই। ককিলাবাৰী আৰু দুই-এখন কৃষি ফাৰ্মৰ বাহিৰে কৃষি বিভাগৰ অন্তৰ্গত কোনো কৃষি ফাৰ্ম নাই। যিকেইখন ফাৰ্ম আছে সেইবোৰো অধোগামী। ককিলাবাৰী ফাৰ্ম কেন্দ্ৰীয় চৰকাৰৰ অধীনৰ ফাৰ্ম। এই ফাৰ্মে নামনি অসমত প্ৰথম অৱস্থাত অনন্য সফলতা দেখুৱাই কৃষকসকলক উৎসাহিত কৰাত আগভাগ লৈছিল। এতিয়া ফাৰ্মখনৰ অৱস্থা কি হৈছে সকলোৱে জানে। যোৰহাটৰ কৃষি বিজ্ঞানাগাৰে এটা সময়ত ন ন কৃবিজাত উন্নত বীজৰ আবিষ্কাৰৰ দ্বাৰা কৃষিখণ্ডত ৰূপান্তৰ ঘটোৱাৰ চেষ্টা কৰিছিল। আজিকালি যোৰহাট কৃষি বিজ্ঞানাগাৰ আৰু বিশ্ববিদ্যালয়ত অধ্যাপক আৰু ছাত্ৰৰ ৰাজনীতিয়ে প্ৰাধান্য লাভ কৰাত গৱেষণাৰ প্ৰতি বিজ্ঞানীসকলৰ অনীহা বাঢ়ি আহিছে।

অসমৰ কৃষিখণ্ডত উৎপাদনৰ হাৰ কমি যোৱাৰ আন এটা কাৰণ হৈছে সঘনাই হোৱা বান আৰু গৰাখহনীয়া। ব্ৰহ্মপুত্ৰ আৰু ইয়াৰ উপনৈসমূহৰ গৰাখহনীয়া ৰোধৰ বাবে কোনো কাৰ্যকৰী পৰিকল্পনা নকৰাত ই কেইবা লাখো বিঘা কৃষি উপযোগী ভূমিৰ ক্ষতি কৰিছে। ৰাজ্য চৰকাৰে বিহিত ব্যৱস্থাৰ বাবে বাৰে বাৰে দাবী জনাই অহাৰ পাছতো কেন্দ্ৰীয় চৰকাৰ উদাসীনতাই এইক্ষেত্ৰত কৃষিখণ্ডৰ বিকাশত প্ৰভূত ক্ষতি কৰিছে। অসমত কৃষিখণ্ডত সম্পূৰ্ণ অৰ্থত কৃষি ঔদ্যোগিক অৱস্থালৈ পৰিবৰ্তিত নোহোৱাৰ মূল কাৰণ চৰকাৰৰ অসুস্থ ভূমি নীতি। অসমীয়া থলুৱা জনসাধাৰণৰ হাতত থকা মাটিসমূহ সস্তীয়া প্ৰগতিশীলতাৰ নামত চিলিং আইনৰ জৰিয়তে সীমিত কৰি দিয়াৰ ফলত আজি নিবনুৱা ডেকাসকলে কম মাটিত কৃষিক উদ্যোগীকৰণলৈ উত্তৰণ কৰাৰ ক্ষেত্ৰত বাধাৰ সৃষ্টি হৈছে। কম ভূমিৰ খেতিত ব্যক্তিগত বিনিয়োগে লাভান্বিত নকৰে। সেয়ে আজি নিবনুৱা ডেকাসকল কৃষিখণ্ডৰ প্ৰতি আগ্ৰহান্বিত নহয়। তদুপৰি ১৯৭২ চনৰ ভূমি নীতি অনুসাৰে চিলিং উদ্বৃত্ত মাটি আৰু চৰকাৰী মাটিসমূহত কৃষি ফাৰ্ম গঠন কৰাৰ আঁচনি লোৱা হৈছিল। সেই আঁচনি অনুসৰি এখনো পাম নহ'ল। মাটি এতিয়া বেদখলকাৰী বিদেশীৰ কবলত। আজি বিদেশী সমস্যাও চৰকাৰী ভুল ভূমি নীতিৰ ফলতেই হৈছে। সেই কথা সকলোৱে স্বীকাৰ কৰিব লাগিব। অসমত প্ৰায় কুৰি লক্ষ নিবনুৱাৰ চাৰিভাগৰ তিনি শতাংশ গ্ৰামাঞ্চলৰ, অথচ গাঁৱত গ্ৰাম্য উদ্যোগ আৰু কৃষি উদ্যোগত নিবনুৱাসকলক নিয়োগৰ ব্যৱস্থা নথকাত নিবনুৱা সমস্যাই এক ভয়াবহ ৰূপ লোৱাৰ সম্ভাৱনা দিনে দিনে প্ৰকট হৈ আহিছে। এইক্ষেত্ৰত ৰাষ্ট্ৰীয় নিশ্চিত নিয়োগ আইনে হয়তো কিছু সকাহ দিব। ই কিছু পৰিমাণে ৰাজ্যখনৰ

কৃষিৰ আন্তঃগাঁথনি গঢ়ি তোলাতো সহায় কৰিব। কিন্তু এইখন দুৰ্নীতিগ্ৰস্ত ৰাজ্য। সকলো চোপ লৈ আছে এই আঁচনিৰ টকা গ্ৰাস কৰিবলৈ। এইক্ষেত্ৰত চৰকাৰৰ ভূমিকা কি হয়, কেন্দ্ৰীয় চৰকাৰৰ ধনসমূহৰ সফল ৰূপায়ণৰ বাবে ৰাজ্য চৰকাৰে কেনেকৈ তেওঁলোকৰ বিষয়াসকলক নিয়ন্ত্ৰণ কৰে, সেইটো লক্ষণীয় হ'ব। ইতিমধ্যে কেন্দ্ৰীয় গ্ৰাম্য উন্নয়নমন্ত্ৰী মণিশংকৰ আয়াৰে দুবাৰকৈ উল্লেখ কৰিছে অসমত গ্ৰাম্য উন্নয়নৰ ধনৰ অপচয় সম্পৰ্কে। ইয়াক সত্যৰ অপলাপ বুলি কোনেও অস্বীকাৰ কৰিব নোৱাৰে। গ্ৰাম্য উন্নয়নৰ ধনৰ শৰাধ যে হৈছে ৰাজ্যখনৰ চুকে-কোণে বাতৰিকাকতখন মেলিলেই ওলাই পৰে। সেয়ে অন্ততঃ কৃষিৰ আন্তঃগাঁথনি আৰু গ্ৰামাঞ্চলৰ নিবনুৱাসকলক আৰ্থিক সকাহ দিবলৈ কেন্দ্ৰীয় চৰকাৰে লোৱা ১২ হাজাৰ কোটিটকীয়া আঁচনিৰ অসমৰ অংশৰ ধনখিনি অন্ততঃ সুফলভাৱে প্ৰয়োগ হ'লে কৃষিখণ্ডৰ উৎপাদনত ই সহায়ক হয়। তাকেই চৰকাৰ, ৰাইজ সকলোৱে লক্ষ্য কৰা উচিত। তদুপৰি বিশ্ববেংকৰ কৃষিখণ্ডৰ বাবে নিৰ্ধাৰিত ধনসমূহ এতিয়ালৈকে কাৰ্যকৰীভাৱে খৰচ কৰাৰ ক্ষেত্ৰত চৰকাৰ সফল হ'ব পৰা নাই। এই ধনসমূহৰো যাতে সফলভাৱে প্ৰয়োগ হয় তাৰ প্ৰতি লক্ষ্য চৰকাৰখনে কৰা উচিত। আমি জানিব পৰা মতে, প্ৰায় ৬০০ কোটিৰো অধিক টকা এতিয়াও খৰচ নোহোৱাকৈ পৰি আছে। ইয়াৰ কাৰণসমূহ চৰকাৰে বিচাৰ কৰি চোৱা উচিত। ঋণ লৈ অনা ধন অসমৰ উন্নয়নৰ স্বাৰ্থতহে অনা হৈছে। এই ধন সময়মতে আৰু সফলভাৱে প্ৰয়োগ হোৱাটো উচিত। কেন্দ্ৰীয় চৰকাৰে এইবাৰো জলসিঞ্চন ব্যৱস্থাত অধিক গুৰুত্ব দিছে। আমাৰ অসমত জলসিঞ্চনৰ বাবে আঁচনি লোৱা হয়, কিন্তু সি কাৰ্যকৰী নহয়। কৃষিখণ্ডৰ বিশ্ববেংকে দিয়া অগভীৰ নলী-নাদৰ ধনৰ সিংহভাগ মন্ত্ৰী-বিষয়াৰ পকেটত সোমাইছে। অসমৰ খেতিয়কে তাৰ প্ৰয়োজনীয় সুবিধা গ্ৰহণ কৰাৰ সুযোগ নাপালে, অথচ এই নলী-নাদ বাংলাদেশ পালেগৈ। এইবাৰ খৰাং পৰিস্থিতিৰ সময়ত পূৰ্বতে বহুওৱা বুলি চৰকাৰী হিচাপত থকা নলী-নাদ বিচাৰি হাবাথুৰি খাবলগীয়া হৈছিল। আজিলৈ কিন্তু বিধানসভাত প্ৰতিশ্ৰুতি দিয়ো চি বি আই তদন্ত কৰা নহ'ল। এইখন অসম দেশ। বিচিত্ৰ দেশ য'ত দুৰ্নীতি-ভ্ৰষ্টাচাৰ এক গুণগত মান।■■

---

*অসমীয়া প্ৰতিদিন*, ১১ জুন, ২০০৭

# অসমৰ উদ্যোগ ক্ষেত্ৰ আৰু বাস্তৱতা

আজি বিভিন্ন মহলত বিভিন্ন সময়ত নানা ধৰণৰ সন্দেহবাদী প্ৰশ্ন উত্থাপন হৈ আহিছে। অসমত বহুলোকে উদ্যোগ স্থাপনৰ বাবে চৰকাৰৰ পৰা হাজাৰ হাজাৰ বিঘা মাটি আবণ্টন হৈ আহিছে কিছু বছৰৰ পৰা। আনকি খোদ গুৱাহাটীৰ ভৱিষ্যৎ লক্ষ্য নকৰাকৈ মহানগৰীৰ মাজমজিয়াতো সকলো নীতি-নিয়ম ভংগ কৰি এনেকৈ মাটি আবণ্টন দি থকা হৈছে। কিন্তু চৰকাৰে পানীৰ দৰত আবণ্টন দিয়া এই মাটিসমূহত প্ৰকৃতাৰ্থত উদ্যোগ স্থাপন হৈছে জানো? যদি উদ্যোগ স্থাপন হৈছে তাৰ হিচাপ উদ্যোগ বিভাগত আছে নে নাই? যদি হোৱা নাই এই মাটিবোৰ ক'লৈ গ'ল? এই মাটিবোৰ বহু মূল্যত ব্যক্তিগত লোকক ভুৱা উদ্যোগ প্ৰতিষ্ঠানসমূহে বিক্ৰী কৰি আহিছে। এই কথা ভু ৰখা প্ৰতিজন লেকেই জানে। আজি ই এতিয়া এক ডাঙৰ ব্যৱসায়ত পৰিণত হৈছে বুলিও আমি নিৰ্দ্বিধাই ক'ব পাৰোঁ। কিন্তু কুলিৰ ভাও ধৰা চৰকাৰ আৰু বিষয়াসকলে ৰাজনৈতিক পৃষ্ঠপোষকতা লাভ কৰি থকা এই ভুৱা উদ্যোগপতিসকলৰ বিৰুদ্ধে একো ব্যৱস্থা গ্ৰহণ কৰিব নোৱাৰে। এই কথাখিনি জনাৰ অধিকাৰ অসমৰ ৰাইজৰ নিশ্চয় আছে। ইয়াৰ দায়বদ্ধতাৰ পৰা চৰকাৰ আঁতৰি যাব নোৱাৰে।

সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চল দেশৰ ভিতৰতে আটাইতকৈ পিছপৰি আছে শক্তিখণ্ডত। অথচ উত্তৰ-পূবত প্ৰায় ষাঠি হাজাৰ মেগৱাট বিজুলী উৎপাদন কৰিব পাৰি। এই বিশাল ক্ষেত্ৰ এখন থকা সত্ত্বেও গোটেই উত্তৰ-পূৰ্বাঞ্চলত বৰ্তমান উৎপাদিত বিদ্যুতৰ পৰিমাণ মাত্ৰ ২,২৪৮ ৭২ মেগাৱাট। কিন্তু বিদ্যুৎ উৎপাদন হয় ইয়াৰ অৰ্ধেকহে। অসমৰ মুখ্য মন্ত্ৰী তৰুণ গগৈয়ে এইবাৰৰ বাজেট বক্তৃতাত অসমত বিজুলী সৰবৰাহ আৰু ৰূপান্তৰৰ ক্ষমতা বৰ্তমানৰ ৮০০ মেগাৱাটৰ পৰা ২০০৭ চনৰ ডিচেম্বৰলৈ ১,৩০০ মেগৱাটলৈ বৃদ্ধি পাব বুলি জানিবলৈ দিছে। আনহাতে অৰ্থনৈতিক জৰীপৰ হিচাপ মতে, বিজুলী উৎপাদনৰ ক্ষমতা ৫৭৪ ৪ মেগাৱাট। ইয়াৰে অসম ৰাজ্যিক বিদ্যুৎ ব'ৰ্ডৰ বিদ্যুৎ উৎপাদনৰ ক্ষমতা হ'ল ১০০ৰ পৰা ১২০ মেগাৱাট। ২০০৪-০৫ চনৰ ৭৫৬ ৪৩৫ মিলিয়ন ইউনিট বিদ্যুৎ সৰবৰাহৰ বিপৰীতে ২০০৫-০৬-ত বিদ্যুতৰ প্ৰয়োজন হয় ৪,২১৬ মিলিয়ন ইউনিট। কিন্তু উক্ত সময়ছোৱাত বিদ্যুৎ

সৰবৰাহ হৈছে মাত্ৰ ৩,৫৩৬.৯ মিলিয়ন ইউনিট। অৰ্থাৎ প্ৰায় ১৬ শতাংশ প্ৰয়োজনতকৈও কম বিদ্যুৎ বিভাগে যোগান ধৰিছে। ইয়াৰে নেপকো আৰু কেন্দ্ৰীয় চৰকাৰ, ব্যক্তিগত খণ্ড আৰু মেঘালয়ৰ পৰা বিজুলী কিনি যোগান ধৰি টৌতে খৰ মাৰি বিদ্যুৎ বিভাগে নাচি আছে। এছিয়ান ডেভেলপমেণ্ট বেংকে বিদ্যুৎ বিভাগৰ সংস্কাৰৰ কাৰণে ২৫০ মিলিয়ন ডলাৰ আগবঢ়াইছে। সংস্কাৰ কি হয় ক'ব নোৱাৰো, কিন্তু বিদ্যুৎ বিভাগ যে লাহে লাহে ৰাইজৰ বাবে এটা কঢ়িয়াব নোৱাৰা বোজা হৈ পৰিছে ই ধ্ৰুৰূপ। ঔদ্যোগিক খণ্ডত বিদ্যুৎ শক্তিৰ গুৰুত্ব অপৰিহাৰ্য। ঔদ্যোগিক খণ্ডত বিদ্যুৎ যোগানৰ বাবে অভিলাষী আঁচনি লৈ বিদ্যুৎ বিভাগে কেতিয়াবা কাৰ্যকৰী কৰিব, তেওঁলোকৰ কাৰ্যকাৰিতাৰ প্ৰতি উৎসাহিত হৈ বাহিৰৰ উদ্যোগপতিয়ে উদ্যোগ স্থাপন কৰিবলৈ আহিব নে নাহে এইবোৰ এতিয়া সপোন। কাৰণ সাধাৰণ মানুহৰ প্ৰয়োজনীয় বিজুলী যোগান যিটো বিভাগে ধৰিব পৰা নাই, তেওঁলোকৰ পৰা কিবা আশা কৰাতকৈ দুৰাশা কৰাটোহে বেছি ভাল। এইবাৰ কেন্দ্ৰীয় চৰকাৰৰ বাজেটত উত্তৰ-পূৰ্বাঞ্চলৰ বাবে যোৱাবাৰৰ ১২,০৪১ কোটি টকাৰ বিপৰীতে ১৪,৩৬৫ কোটি টকা ধাৰ্য কৰিছে আৰু ড'নাৰৰ বাবে ইয়াত অন্তৰ্গত ১,৩৮০ কোটি টকা ধাৰ্য কৰিছে। তথাপি কিন্তু আন্তঃগাঁথনিৰ বাবে এতিয়া কৰণীয় কাম আৰম্ভ হোৱাগৈ নাই।

কোনো কোনোৱে ক'ব খুজিছে— সন্ত্ৰাসবাদ উত্তৰ-পূৰ্বাঞ্চলৰ ঔদ্যোগিক বিকাশৰ হেঙাৰ। এই তত্ত্ব একেবাৰেই শুদ্ধ নহয়। কাৰণ তামিল উগ্ৰপন্থীৰ কাৰ্যকলাপ সত্বেও (সামগ্ৰিকভাবে কিছু ক্ষতি হ'লেও) শ্ৰীলংকাৰ অৰ্থনীতিত ই বিশেষ প্ৰভাৱ পেলাব পৰা নাই। অসমত চাহ উদ্যোগ এটা বিশেষ পৰিস্থিতিত গঢ়ি উঠিছিল। কিন্তু শ্ৰীলংকাৰ নতুনকৈ গঢ় লৈ উঠা চাহ উদ্যোগে আনকি ভাৰতীয় বজাৰো দখল কৰিছে। পৰ্যটন উদ্যোগৰ বিকাশো দিনে দিনে বাঢ়ি গৈছে। ঠিক তেনেদৰে ফিলিপাইন্‌ছ, থাইলেণ্ডতো সন্ত্ৰাসবাদী সংগঠন কম নহয়, কিন্তু বিকাশ আৰু বিনিয়োগৰ হাৰো কম নহয়। ঝাৰখণ্ড আৰু অন্ধ্ৰপ্ৰদেশত এতিয়াও বিভিন্ন মাওবাদী আৰু নক্সালপন্থী সংগঠনসমূহে বৃহৎ অঞ্চলত কাৰ্যকলাপ অব্যাহত ৰাখিছে। কিন্তু এইবোৰ অঞ্চলতো উদ্যোগৰ বিকাশ বাধাগ্ৰস্ত হোৱা নাই। উন্নয়নৰ হেঙাৰ হৈছে সঠিক পৰিকল্পনা, কাৰ্যকৰিতা, সদিচ্ছা আৰু সুস্থ নীতি আৰু দূৰদৰ্শিতাৰ অভাৱ। ইয়াৰ লগত আছে যাতায়াত আৰু আন্তঃগাঁথনি। কিন্তু কাম কৰাৰ মানসিকতা আৰু দৃঢ় পদক্ষেপেই হ'ল উন্নয়নৰ প্ৰকৃত আন্তঃগাঁথনি। প্ৰচুৰ মানৱ সম্পদ, প্ৰাকৃতিক সম্পদ এইবোৰ থকা সত্বেও দূৰদৃষ্টিহীনতা, অকৰ্মণ্যতা আদিৰ বাবে আজি এই অঞ্চলসমূহ পিছপৰি গৈ আছে। কেন্দ্ৰীয় চৰকাৰৰ ওপৰত দোষ জাপি দিলেই, অসমক শোষণ কৰা শ্ল'গান দিলেই অসমৰ উন্নতি নহয়। দোষ আমাৰ, আমাৰ ৰাজনৈতিক নেতাসকলৰ, শাসনৰ

গাদীত থকা বৰমূৰীয়াসকলৰ। দোষ আমাৰ ৰাইজৰ। এওঁলোকক লেকাম ধৰিব আমি পৰা নাই। আনৰ গাত দোষ দি নিজৰ দোষ ঢাকিবলৈ যিসকলে চেষ্টা কৰে, তেৱেঁই আটাইতকৈ ভীৰু আৰু দুৰ্বল। প্ৰকৃতাৰ্থত স্বাধীনতাৰ পাছত আমি এনে এজন ৰাজনৈতিক নেতা নাপালো যিয়ে অসমক নতুন ৰূপান্তৰৰ পথ দেখুৱাব।

জাত-পাত আদিৰ বিচাৰত মন্ত্ৰিত্বৰ দপ্তৰ বিতৰণেও অসমেই নহয়, ভাৰতবৰ্ষয়ো ভুগিবলগীয়া হৈছে— য'ত অনভিজ্ঞতাৰ বেমাৰে দেশখনৰ বিকাশত ক্ষতি কৰিছে, অথচ আন আন প্ৰগতিশীল দেশত জ্ঞান আৰু অভিজ্ঞতাৰ ভিত্তিত বিভাগ বিতৰণ কৰা হয়। এই ব্যৱস্থা আনকি নেহৰুৰ মন্ত্ৰীসভাতো আছিল।

বহুত সমালোচনাৰ মূৰতো এটা কথা নিঃসন্দেহে আমি স্বীকাৰ কৰিব লাগিব যে এই উত্তৰ-পূৰ্বাঞ্চলৰ উদ্যোগীকৰণৰ স্বাৰ্থত এনেকুৱা ভুল-ত্ৰুটি, দুৰ্বলতাবোৰ ফঁহিয়াই চাবলৈ এই সন্মিলনে নিশ্চয় সুযোগ দিছে। আমি যদি ভুল-ত্ৰুটিবোৰ শুধৰাবলৈ চেষ্টা কৰোঁ, উদ্যোগীকৰণৰ বাবে থকা দুৰ্বলতাসমূহ আঁতৰাবলৈ পদক্ষেপ লওঁ, তেতিয়াহ'লে কেন্দ্ৰীয় চৰকাৰে দিয়া মিঠাইৰ টোপোলাটোত থকা মিঠাই খাই ভাল পাম। নহ'লে তিতা-কেঁহা লাগিব। ■■

---

*অসমীয়া প্ৰতিদিন, ২৬ এপ্ৰিল, ২০০৭*

# গ্ৰামাঞ্চলত স্বাস্থ্যসেৱা সুদূৰপৰাহত

কেন্দ্ৰীয় চৰকাৰৰ এইবাৰৰ বাজেটত 'ৰাষ্ট্ৰীয় গ্ৰামীণ স্বাস্থ্য মিছন' শিতানত ২০০৬-০৭ৰ নিৰ্ধাৰিত পুঁজিৰ ৮,২০৭ কোটিৰ পৰা বৃদ্ধি কৰি ৯,৯৪৭ কোটি টকালৈ ধাৰ্য কৰা হৈছে। সংযুক্ত প্ৰগতিশীল মৰ্চা চৰকাৰৰ উমৈহতীয়া ন্যূনতম কাৰ্যসূচীত উল্লেখ কৰা হৈছে যে অন্ততঃ ২ৰ পৰা ৩ শতাংশ ৰাষ্ট্ৰীয় সৰ্বমুঠ উৎপাদনৰ ধন স্বাস্থ্য শিতানত খৰচ কৰা হ'ব। এই উদ্দেশ্যকে আগত ৰাখি এই ধন বৃদ্ধি কৰা হৈছে। বৰ্তমান স্বাস্থ্য শিতানত সৰ্বমুঠ ঘৰুৱা উৎপাদনৰ কেৱল মাত্ৰ ২ শতাংশহে বৃদ্ধি কৰা হৈছে। ২০০৩ আৰু ২০০৪ত স্বাস্থ্য শিতানত খৰচ আছিল মুঠ ঘৰুৱা উৎপাদনৰ ০ ৯৯% , অথচ ১৯৯৯-২০০০ চনত আছিল ১ ০৪% আৰু ১৯৯২-৯৩-ত আছিল ১০ ১%। স্বাস্থ্য শিতানত দেখুওৱা অমনোযোগিতাৰ বাবে ভাৰতৰ পৰা এতিয়াও বহু ৰোগৰ আঁতৰা নাই। জনসাধাৰণ চৰকাৰী স্বাস্থ্যখণ্ডৰ পৰা পাবলগীয়া সেৱাৰ পৰাও বঞ্চিত হৈ আছে। যোৱা দশম পঞ্চম বাৰ্ষিক পৰিকল্পনা আয়োগে এঘাৰটা গুৰুত্বপূৰ্ণ বিভাগৰ অগ্ৰগতিৰ পৰ্যালোচনাৰ কাৰণে ব্যৱস্থা গ্ৰহণ কৰিছিল, যাতে এই এঘাৰটা বিভাগে তেওঁলোকৰ লক্ষ্যত উপনীত হ'ব পাৰে। ইয়াৰ ভিতৰত স্বাস্থ্য বিভাগৰ তিনিটা শাখাক তেওঁলোকে গুৰুত্ব দিছিল যদিও এই অগ্ৰগতিৰ ফলাফল আশাব্যঞ্জক নাছিল। ইয়াৰ ভিতৰত আছিল (১) ২০০১ৰ পৰা ২০১১ চনলৈ এই সময়ছোৱাৰ ভিতৰত যাতে মানুহৰ জন্মৰ হাৰ ১৬ ২% লৈ নামি আহে। (২) সন্তান জন্মৰ সময়ত মৃত্যু হোৱা মাতৃসকলৰ হাৰ ২০০৭ চনৰ ভিতৰত এহাজাৰ মাতৃৰ ভিতৰত দুজনী আৰু এহাজাৰ সন্তান জন্ম দিয়া মাতৃৰ হাৰ ২০১২ চনৰ ভিতৰত এহেজাৰত ২৮টা শিশুলৈ হ্ৰাস কৰাৰ লক্ষ্য আয়োগে নিৰ্ধাৰণ কৰিছিল। কিন্তু এই লক্ষ্যত উপনীত হোৱা পৰিকল্পনা আয়োগৰ চেষ্টা সত্ত্বেও ই সফলকাম হোৱাৰ সম্ভাৱনা ক্ষীণ হৈ পৰিছে। অৱশ্যে জন্মৰ হাৰ বৃদ্ধিৰ ক্ষেত্ৰত কিছু সফলতা পোৱা গৈছে। ২০০১ চনৰ লোকপিয়লৰ প্ৰতিবেদন মতে, ভাৰতৰ জনসংখ্যা হ'ল ১০২৮ ৬০ মিলিয়ন আৰু ১৯৯১ চনৰপৰা ২০০১ চনলৈ ইয়াৰ জন্মৰ হাৰ ২ ৫১% কমি গৈছে। অৰ্থাৎ ১৯৯১ চনত জন্মৰ শতকৰা হাৰ আছিল ২৩ ৮৩% আৰু ২০০১ চনত ই হ্ৰাস পাই ২১ ৩% হৈছে। কিন্তু ১৯৮১ চনত এই জন্মৰ হাৰ আছিল ২৪ ৬৬% ।

পূৰ্বতে থকা বেছি সন্তান জন্ম দিয়াৰ ধাৰণা আৰু উৰ্বৰতাৰ হাৰো লাহে লাহে বিভিন্ন ৰাজ্যত কমি গৈছে। বিশেষকৈ মহাৰাষ্ট্ৰ, তামিলনাডু, কৰ্ণাটক আদিত বেছিসংখ্যক সন্তান জন্ম দিয়াৰ প্ৰৱণতা মহিলাসকলৰ নোহোৱা হৈছে। আটাইতকৈ বেছি সন্তান জন্ম দিয়াৰ প্ৰৱণতাৰ হাৰ অসমত ৩%, হাৰিয়ানাত ৩ ১%, ৰাজস্থানত ৩ ৯%, উত্তৰ প্ৰদেশত ৪ ৪%। এই হাৰ হ্ৰাস কৰি ৰাষ্ট্ৰীয় লক্ষ্যৰ ২ ১% পাবলৈ হ'লে কেইবাখনো ৰাজ্যত বহু বছৰ লাগিব। অসমৰ ক্ষেত্ৰত কমেও ১৫ বছৰ লাগিব, কাৰণ যোৱা ১০ বছৰত অসমত মাত্ৰ ০ ৬১% হে জন্মৰ বৃদ্ধিৰ হাৰ হ্ৰাস পাইছে।

চীন, শ্ৰীলংকা আদি চুবুৰীয়া ৰাষ্ট্ৰসমূহত স্বাস্থ্যৰ সফলতাই এক সুকীয়া স্থান দখল কৰিছে। চীনত ১ লাখ গৰ্ভৱতী মহিলাৰ সন্তান প্ৰসৱৰ সময়ত মৃত্যু হয় মাত্ৰ ৫৬গৰাকী। কিন্তু ভাৰতত ইয়াৰ হাৰ হ'ল ৪০৭গৰাকী আৰু শ্ৰীলংকাত হ'ল ৪৬গৰাকী। ঠিক তেনেকৈ জন্মৰ সময়ত শিশুৰ মৃত্যুৰ হাৰ চীনত হ'ল ৩৭% আৰু ভাৰতত হ'ল ৬৩%। ওপৰৰ পৰিসংখ্যাৰ পৰাই ওলাই পৰে সৰু আৰু দুখীয়া ৰাষ্ট্ৰ হিচাপে শ্ৰীলংকাই কিদৰে অভিলেখ গঢ়িছে।

২০০৫ চনত পৰিকল্পনা আয়োগে তেওঁলোকৰ স্বাস্থ্যসেৱা খণ্ডত লোৱা বিভিন্ন আঁচনিৰ ওপৰত মধ্যৱৰ্তী পৰ্যালোচনা আগবঢাইছে আৰু স্বাস্থ্যসেৱা খণ্ডত বিশেষ অগ্ৰগতিৰ অভাৱ লক্ষ্য কৰি তেওঁলোকে তলত উল্লিখিত পৰামৰ্শ আগবঢ়াইছিল—

(ক) ৰাষ্ট্ৰীয় গ্ৰাম্য স্বাস্থ্য মিছনৰ আঁচনিসমূহ কাৰ্যকৰী কৰা, (খ) ৰাজহুৱা আৰু ব্যক্তিগত খণ্ডৰ সহযোগত স্বাস্থ্যসেৱাৰ প্ৰতিষ্ঠান গঢ়ি তোলা, (গ) ৰাজহুৱা স্বাস্থ্য উন্নয়ন প্ৰাধিকাৰী সংস্থা গঠন কৰা, (ঘ) স্বাস্থ্য বিষয়ক খবৰ, শিক্ষা আৰু স্বাস্থ্য সংক্ৰান্তত, উৎপাদন সংক্ৰান্তীয় বিষয় ডাকসেৱাৰ জৰিয়তে সাধাৰণ মানুহলৈ প্ৰেৰণ কৰা, (চ) প্ৰণালীবদ্ধভাৱে প্ৰসূতি বিষয়ক বীমাকৰণ ইত্যাদি। সেই পৰামৰ্শক যদিও মধ্যৱৰ্তীকালীন পৰ্যালোচনা হিচাপে গ্ৰহণ কৰা হৈছিল, এতিয়াও ইয়াৰ কাৰ্যকৰীকৰণ সম্পূৰ্ণভাৱে হোৱা নাই। আনকি এতিয়াও পৰিকল্পনা আয়োগৰ স্বাস্থ্য সেৱাৰ ক্ষেত্ৰত দিয়া পৰামৰ্শৱলী বহু ৰাজ্যই গুৰুত্বসহকাৰে গ্ৰহণ কৰা নাই। ৰাষ্ট্ৰীয় উমৈহতীয়া ন্যূনতম আঁচনিত বেছিকৈ গুৰুত্ব দিয়া হৈছে শিক্ষা আৰু স্বাস্থ্যৰ ক্ষেত্ৰত। তাত কোৱা হৈছে যাতে স্বাস্থ্যসেৱাৰ ক্ষেত্ৰত দুখীয়া লোকে বেছি প্ৰাধান্য পায়। কিন্তু বাস্তৱ ক্ষেত্ৰত এতিয়াও কিন্তু বিশেষ স্বাস্থ্যখণ্ডৰ পৰিৱৰ্তনৰ ৰেশ দেখিবলৈ পোৱা নাই। ইয়াৰ কাৰণ হ'ল স্বাস্থ্যসেৱাৰ মূল গাঁথনি আৰু নীতিৰ পৰিৱৰ্তন অবিহনে স্বাস্থ্যসেৱাৰ আমূল বৈপ্লৱিক পৰিৱৰ্তন আহিব বুলি আশা কৰাটো সুদূৰপৰাহত। আনকি মেলেৰিয়া, কলাজ্বৰ আদিৰ দৰে আওপুৰণি বেমাৰসমূহো এতিয়াও ভাৰতবৰ্ষৰ পৰা সম্পূৰ্ণ নিৰ্মূল কৰিবলৈ স্বাস্থ্য বিভাগ সফল হোৱা নাই।

আজি স্বাস্থ্যসেৱাত অকল যে চৰকাৰী খণ্ডই বিনিয়োগ কৰিছে, ঠিক তেনে নহয়, ব্যক্তিগত খণ্ডয়ো প্ৰচুৰ ধন ভাৰতবৰ্ষৰ স্বাস্থ্যসেৱা খণ্ডত বিনিয়োগ কৰিছে। বৰ্তমান ভাৰতবৰ্ষত ব্যক্তিগত খণ্ডৰ বিনিয়োগ হ'ল ৭২ হাজাৰ কোটি টকা আৰু ২০১২ চনত এই বিনিয়োগ প্ৰায় ১ লাখ ৫৬ হেজাৰ কোটি টকা হ'ব। ১৫ হাজাৰ ৩৯৩ চিকিৎসালয়ৰ ৬৮%ই হ'ল ব্যক্তিগত খণ্ডৰ। চীন, ব্ৰাজিল, পাকিস্তানতো ব্যক্তিগত খণ্ডৰ স্বাস্থ্যসেৱাৰ বিনিয়োগ লাহে লাহে বৃদ্ধি পাইছে। স্বাস্থ্য মন্ত্ৰালয়ৰ পৰিসংখ্যা মতে, ভাৰতবৰ্ষত এতিয়া এহাজাৰ জনসংখ্যাৰ মাজত ১ ৩% চিকিৎসক আছে আৰু চীনত ১ ৭% চিকিৎসক গড হিচাপে আছে।

পৰিকল্পনা আয়োগে তেওঁলোকৰ প্ৰতিবেদনত নিঃসংকোচে স্বীকাৰ কৰিছে যে ভাৰতবৰ্ষত সকলো লোকলৈ স্বাস্থ্যসেৱা আগবঢাবলৈ এতিয়াও তেওঁলোক বহু দূৰত আছে। যদি নিৰ্ধাৰিত কাৰ্যসূচীৰ অন্তৰ্গত স্বাস্থ্যসেৱাৰ বাবে কাৰ্যকৰী আঁচনি কেন্দ্ৰীয় চৰকাৰে গ্ৰহণ নকৰে, তেতিয়াহ'লে স্ত্ৰী প্ৰসূতি ৰোগীৰ মৃত্যুৰ হাৰ, শিশুৰ মৃত্যুৰ হাৰ আৰু সৰ্বাংগীণ স্বাস্থ্যসেৱা ব্যৱস্থাৰ একো পৰিবৰ্তন নহ'ব। বিশেষকৈ গ্ৰামাঞ্চলত স্বাস্থ্যসেৱাই এতিয়াও এক কাৰ্যকৰী ভূমিকা গ্ৰহণ নকৰাৰ ফলত নতুন প্ৰজন্ম এতিয়া পুষ্টিহীনতাত ভুগি আছে।

যদিও ৰাজহুৱা খণ্ডৰ সমান্তৰালভাৱে ব্যক্তিগত খণ্ডয়ো স্বাস্থ্যসেৱাৰ ক্ষেত্ৰত প্ৰভূত বিনিয়োগ কৰিছে, এই সেৱাৰ ক্ষেত্ৰ আৰু পৰিধি কেৱল চহৰ অঞ্চলত থকাত আৰু সাধাৰণ মানুহৰ উপাৰ্জনে এই উন্নত মানৰ ব্যক্তিগত চিকিৎসা সেৱাৰ সুবিধা লোৱাৰ পৰা বঞ্চিত হোৱাৰ ফলত এতিয়া ভাৰতবৰ্ষৰ ব্যক্তিগত খণ্ডৰ চিকিৎসা সেৱা কেৱল ধনিক শ্ৰেণীৰ বাবেহে। অৰ্থাৎ মুঠ জনসংখ্যাৰ প্ৰায় ২৫% ইহে স্বাস্থ্যসেৱাৰ সুবিধাসমূহ গ্ৰহণ কৰি আছে।

এইখিনিতে প্ৰণিধানযোগ্য যে ৰাজহুৱা খণ্ডৰ চিকিৎসা সেৱাত কেন্দ্ৰীয় ধনৰ বিনিযোগৰ পৰিমাণ বৃদ্ধি পালেও ভাৰতবৰ্ষত থকা ২০০৪ চনৰ চৰকাৰী হিচাপমতে ১৩ লাখ ৩৪ হাজাৰ ৪৪১জন ডাক্তৰ ৰাজহুৱা খণ্ড আৰু ব্যক্তিগত খণ্ডৰ চিকিৎসা সেৱাত নিয়োজিত। তেওঁলোকৰ ৬০ শতাংশৰো অধিক চিকিৎসকে কিন্তু ৰাজহুৱা খণ্ডত চিকিৎসা সেৱা আগবঢ়াবলৈ অনিচ্ছুক। ফলত ভাৰতবৰ্ষৰ দুখীয়া মানুহে এতিয়াও পাবলগীয়া চিকিৎসা সেৱাৰ পৰা বঞ্চিত হৈ আছে। এইবাৰ বাজেটত যদিও ধন বৃদ্ধি কৰা হৈছে, ধন বৃদ্ধি কৰিলেই স্বাস্থ্যসেৱাই পূৰ্ণাংগ ৰূপ নাপায়, যদিহে সংহত কাৰ্যকৰী আঁচনি গ্ৰহণ কৰি সাধাৰণ মানুহৰ বাবে স্বাস্থ্যসেৱা আঁচনি কাৰ্যকৰী নকৰে।■■

---

*অসমীয়া খবৰ, ৩১ জুলাই, ২০০৭*

# ১২৩ নং ভাৰত আৰু আমেৰিকাৰ পাৰমাণৱিক চুক্তি

প্ৰায় দুবছৰৰো অধিক সময়জোৰা আলোচনা-বিলোচনাৰ অন্ত পৰিল। ভাৰতৰ সৈতে আমেৰিকাৰ আটাইতকৈ গুৰুত্বপূৰ্ণ পাৰমাণৱিক আইনৰ ১২৩ ধাৰাৰ চুক্তিখনৰ খচৰা সম্পূৰ্ণ হৈছে। এই চুক্তি এতিয়া দুয়োখন দেশৰ ৰাষ্ট্ৰৰ মুৰব্বীসকলৰ সেউজ সংকেতৰ অপেক্ষাত। অৱশ্যে এই চুক্তিৰ ক্ষেত্ৰত আমেৰিকাৰ কংগ্ৰেছ আৰু চিনেটৰো অনুমোদন ল'ব লাগিব। ভাৰতৰ ক্ষেত্ৰত এই অনুমোদনৰ প্ৰয়োজন নহ'লেও এই চুক্তিৰ খচৰা সদনত দাখিল কৰা হ'ব বুলি ইতিমধ্যে ঘোষণা কৰা হৈছে। ২৫ জুলাইত ৰাষ্ট্ৰপতি প্ৰতিভা পাটিলৰ শপত গ্ৰহণ অনুষ্ঠানৰ পাছতে ৰাজনৈতিক পৰিক্ৰমাৰ বাবে থকা কেবিনেট কমিটী আৰু নিৰাপত্তা সম্পৰ্কীয় কেবিনেট কমিটীয়ে এই খচৰা প্ৰস্তাৱত অনুমোদন জনাইছে। অলপতে কণ্ডলিজা ৰাইচে ভাৰতলৈ আহি এই সম্পৰ্কে খচৰা প্ৰস্তাৱ চূড়ান্ত কৰাৰ সম্ভাৱনা আছে।

প্ৰধান মন্ত্ৰী মনমোহন সিঙে ইতিমধ্যে তেওঁৰ চৰকাৰৰ অংশীদাৰ ৰাষ্ট্ৰীয় জনতা দলৰ নেতা লালুপ্ৰসাদ যাদৱ, নেছনেলিষ্ট কংগ্ৰেছ দলৰ নেতা শাৰদ পাৱাৰক এই চুক্তি সম্পৰ্কে অৱগত কৰিছে আৰু তেওঁলোকক ৰাজনৈতিক পৰিক্ৰমাৰ কেবিনেট কমিটীলৈও বিশেষভাৱে আমন্ত্ৰিত কৰি সন্মতি আদায় কৰিছে। বিজেপিৰ আমোলৰ ৰাষ্ট্ৰীয় সুৰক্ষা কমিটীৰ উপদেষ্টা ব্ৰিজেশ মিশ্ৰৰ লগত ইতিমধ্যে চৰকাৰৰ প্ৰতিনিধিয়ে আলোচনাত মিলিত হৈছে আৰু আলোচনাৰ অগ্ৰগতি সম্পৰ্কে অৱগত কৰিছে। এন ডি এ চৰকাৰৰ সময়ছোৱাৰ পৰা ৰাষ্ট্ৰীয় সুৰক্ষা কমিটীৰ উপদেষ্টা হিচাপে মিশ্ৰই এই বিষয়টোৰ সতে জড়িত হৈ আছিল। তদুপৰি বাজপেয়ীয়ে এতিয়াও ব্ৰিজেশ মিশ্ৰৰ পৰামৰ্শ সঘনাই লয়। প্ৰধান মন্ত্ৰীয়ে চুক্তিখনৰ দফা সম্পৰ্কে আলোচনা কৰাৰ কাৰণে বিজেপি নেতৃবৃন্দকো আমন্ত্ৰণ কৰিছিল। চি পি আয়ে এই চুক্তিখন সোনকালে স্বাক্ষৰ হোৱাৰ পোষকতা কৰিছে। এই সম্ভাব্য চুক্তিখনৰ ওপৰত চি পি এমে কিছু কঠোৰ মনোভাব গ্ৰহণ কৰিছে যদিও প্ৰধান মন্ত্ৰীয়ে তেওঁলোকক চুক্তি সম্পৰ্কে অৱগত কৰাৰ কাৰণে ব্যৱস্থা গ্ৰহণ কৰিছে। প্ৰধান মন্ত্ৰীয়ে বিচাৰিছে অলপতে সদনত দাখিল কৰিবলগীয়া চুক্তিখন সম্পৰ্কে

সকলো দল একমত হওক। তদুপৰি পাৰমাণৱিক আয়োগৰ অনুমোদনৰ বাবে এই চুক্তিৰ দফাসমূহ দাখিল কৰা হ'ব, যাতে আয়োগেও এইক্ষেত্ৰত ঐকমত্যত উপনীত হ'ব পাৰে। বিগত সময়ছোৱাত পাৰমাণৱিক আয়োগৰ অধ্যক্ষৰ লগতে পৰৰাষ্ট্ৰ বিভাগৰ বিষয়ববীয়াসকল আৰু ৰাষ্ট্ৰীয় সুৰক্ষা উপদেষ্টা নাৰায়ণনে এই চুক্তি সন্দৰ্ভত সঘনাই আলোচনাত মিলিত হৈছিল। ইয়াৰ আগতে পাৰমাণৱিক আয়োগৰ বহুকেইজন সদস্যই এইখন চুক্তিযে ভাৰতৰ পাৰমাণৱিক পৰীক্ষা-নিৰীক্ষাৰ ক্ষেত্ৰত বাধাৰ সৃষ্টি কৰিব বুলি মন্তব্য কৰিছিল। তদুপৰি চৰকাৰক সকীয়াই দিছিল এই চুক্তিয়ে ভাৰতৰ ভৱিষ্যৎ পাৰমাণৱিক ক্ষেত্ৰখনত এক নেতিবাচক ভূমিকা ল'ব বুলি। এই চুক্তিখনে ভাৰতক আমেৰিকাৰ বহতীয়া কৰি পেলাব পাৰে বুলি বহুতৰ মনত এতিয়াও সংশয় আছে। আনকি পূৰ্বৰ পাৰমাণৱিক আয়োগৰ অধ্যক্ষ এম আৰ শ্ৰীনিবাসনেও 'দ্য নিউজ উইক' কাকতৰ ২৪ ডিচেম্বৰ, ২০০৬ সংখ্যাত এই চুক্তিৰ বিৰোধিতা কৰি প্ৰবন্ধ লিখিছিল। তেওঁ সংশয় প্ৰকাশ কৰিছিল যে ২০০৫ চনৰ ১৮ জুলাইত আমেৰিকাৰ ৰাষ্ট্ৰপতি জৰ্জ বুশ্ব আৰু ভাৰতৰ প্ৰধান মন্ত্ৰী মনমোহন সিঙে ৱাশ্বিংটনত কৰা ঘোষণা আৰু ২ মাৰ্চ, ২০০৬ চনত নতুন দিল্লীত কৰা ঘোষণাৰ প্ৰতিফলন 'Henry J Hyde United States-India Peaceful Atomic Energy Cooperation Act of 2006'ত ঘটা নাই। উল্লেখ্য যে এইখন আইন ১৮ ডিচেম্বৰ ২০০৬ চনত আমেৰিকাৰ ৰাষ্ট্ৰপতিয়ে স্বাক্ষৰ কৰিছিল। অকল শ্ৰীনিবাসনেই নহয, পূৰ্বৰ চেয়াৰমেন পি কে আয়েংগাৰ আদিয়েও এই চুক্তিৰ বিৰোধিতা কৰিছিল। পি কে আয়েংগাৰে কৈছিল— 'এই চুক্তিৰ আধাৰত ভাৰতে নিজাববীয়াকৈ পাৰমাণৱিক পৰীক্ষা-নিৰীক্ষা কৰিলে, পাৰমাণৱিক পাৰস্পৰিক সহযোগিতা সম্পৰ্কীয় আইনে দিয়া সকলো সা-সুবিধাৰ পৰা দেশখন বঞ্চিত হ'ব। ৰাজনৈতিক দলসমূহৰ এই চুক্তিৰ ওপৰত থকা সন্দেহৰ বহিঃপ্ৰকাশ ঘটিছে লালকৃষ্ণ আদবানিৰ বক্তব্যৰ যোগেদিও। তেওঁ সংসদত স্পষ্টভাৱে ঘোষণা কৰিছিল— 'এই আইনৰ আধাৰত হ'ব লগা চুক্তিখনে ভাৰতৰ সাৰ্বভৌমত্বৰ অধিকাৰ খৰ্ব কৰিব।' ২০০৬ চনৰ ৭ মাৰ্চত সেয়ে প্ৰধান মন্ত্ৰীয়ে সদনত প্ৰতিশ্ৰুতি দিছিল— 'অসামৰিক ক্ষেত্ৰত তথা পাৰমাণৱিক শক্তিৰ দিশত আমেৰিকাৰ লগত আমি এক নতুন আৰু গঠনমূলক বুজাবুজিত উপনীত হৈছোঁ। পাৰমাণৱিক ক্ষেত্ৰত বছৰ বছৰ ধৰি দুয়োখন দেশৰ মাজত থকা বাধা এতিয়া আঁতৰাৰ পথত।'

প্ৰণব মুখাৰ্জীয়ে কৈছিল— 'দেশখনৰ সাৰ্বভৌমত্ব অক্ষুণ্ণ নাথাকিলে আমি চুক্তিখনত স্বাক্ষৰ নকৰোঁ। আৰু আমি লক্ষ্য ৰাখিম যাতে পাৰস্পৰিক চুক্তিখনে

ভাৰতৰ মূল স্বাৰ্থ ৰক্ষা কৰে।' তেওঁ কৈছিল— 'Nobody is going to mortgage not the congress party which fought for the freedom ' এতিয়া তেওঁ কৈছে— 'All concerns of India have been reflected and adequately addressed in the agreement '

এই চুক্তিখন সম্পৰ্কে বিজেপিয়ে যিয়েই নকওক, আলোচনা আৰম্ভ হৈছিল বিজেপি চৰকাৰৰ দিনৰ পৰাই। তেতিয়া দেশৰ পৰৰাষ্ট্ৰ মন্ত্ৰী আছিল যশৱন্ত সিং। আজি এই চুক্তি সম্পূৰ্ণ বাস্তৱায়নৰ পথত। মাজডোখৰত ভাৰতৰ ৰাজনৈতিক পৰিৱৰ্তনৰ ফলত স্থবিৰ হৈ থকা আলোচনাই পুনৰ সাৰ্থক ৰূপ লয় ২০০৫ চনৰ ১৮ জুলাইত। সেই সময়ত দুয়োখন ৰাষ্ট্ৰৰ মুৰব্বীসকল এই সম্পৰ্কীয় আলোচনাত মিলিত হয়। এই আলোচনাত প্ৰকাশ পাইছিল ভাৰতে সামৰিক আৰু অসামৰিক পাৰমাণৱিক কেন্দ্ৰসমূহ চিনাক্ত কৰি ভাগ কৰি ল'ব। অসামৰিক পাৰমাণৱিক ক্ষেত্ৰসমূহো পৰীক্ষাৰ কাৰণে আন্তৰ্জাতিক পাৰমাণৱিক শক্তি সন্থাক সময়ে সময়ে অনুমতিও দিব। বিশ্বৰ ৪৫খন পাৰমাণৱিক ইন্ধন যোগানকাৰী দেশৰ পৰা ভাৰতৰ পাৰমাণৱিক কেন্দ্ৰলৈ আৱশ্যকীয় ইন্ধন সৰবৰাহৰ কৰা হয়। এই চুক্তিৰ আধাৰত ভাৰত আৰু আমেৰিকাৰ মাজত সম্পূৰ্ণ অসামৰিক পাৰমাণৱিক সহযোগিতা আৰম্ভ হ'ব। এইখিনিতে উল্লেখ কৰিব পাৰি যে এই চুক্তি স্বাক্ষৰিত হোৱাৰ পাছত উল্লিখিত দেশসমূহে ভাৰতলৈ পাৰমাণৱিক ইন্ধন যোগানৰ ক্ষেত্ৰত পূৰ্বৰ নীতি-নিৰ্দেশনা সংশোধন কৰি ল'ব লাগিব।

২ মাৰ্চ, ২০০৬ চনত যৌথ বিবৃতিত কোৱা হৈছিল ভাৰতত থকা ২২টা পাৰমাণৱিক ৰিয়েক্টৰ কেন্দ্ৰৰ ভিতৰত ২৪টা আন্তৰ্জাতিক পাৰমাণৱিক শক্তি সন্থা (চমুকৈ IAEA)ৰ দ্বাৰা সুৰক্ষিত কৰা হ'ব আৰু সময়ে সময়ে তেওঁলোকৰ দ্বাৰাই পৰীক্ষাৰ কৰাৰ সুবিধাও দিয়া হ'ব। কিন্তু বাকী ৰিয়েক্টৰ কেন্দ্ৰ তেওঁলোকৰ আওতাৰ পৰা আঁতৰাই ৰখা হ'ব আৰু আমেৰিকাই ভাৰতলৈ আৱশ্যকীয় পাৰমাণৱিক ইন্ধন সৰবৰাহ কৰিব।

বিজ্ঞানী আৰু ৰাজনৈতিক নেতাসকলৰ সংশয়ৰ কাৰণ আছিল কেবাটাও। প্ৰথম কাৰণটো আছিল এই চুক্তিৰ আধাৰত ভাৰতে আৱশ্যকীয় পাৰমাণৱিক ইন্ধন মজুত কৰি ৰাখিব পাৰিব নে নাই? যদি কোনো ৰাষ্ট্ৰই এই ইন্ধন দিবলৈ অস্বীকাৰ কৰে, তেনেহ'লে সেই পৰিস্থিতিৰ মোকাবিলা কৰাৰ কাৰণে এই চুক্তিয়ে সুবিধা দিব নে নাই? ভাৰতৰ আমদানিকৃত ৰিয়েক্টৰকেইটাৰ Reprocessing of spent Fuel-ৰ ক্ষেত্ৰত এই চুক্তিমৰ্মে আমেৰিকাই Reprocessৰ কৰাৰ স্বাধীনতা ভাৰতক দিব নে নাই? কাৰণ আমেৰিকাই পাৰমাণৱিক আইন মতে যিহেতু

ভাৰতক পাৰমাণৱিক শক্তিসমৃদ্ধ ৰাষ্ট্ৰৰ মৰ্যাদা এতিয়াও দিয়া নাই। সেয়ে ভাৰতে এই সুবিধা পাব নোৱাৰে। মূলতঃ এইকেইটা বিষয়ৰ ওপৰত আলোচনা-বিলোচনা চলিছিল বহুদিন ধৰি। জাপান, চুইজাৰলেণ্ড, চীন, তুৰস্ক আদি দেশৰ লগত হোৱা চুক্তিৰ দৰে ভাৰতকো অনুৰূপ মৰ্যাদা দিয়াৰ বাবে অনুৰোধ জনোৱা হৈছিল। কিন্তু আমেৰিকা আছিল আকোৰগোজ। এতিয়া এই চুক্তিখনৰ আধাৰত ভাৰতৰ দাবী কিমানখিনি মানি লোৱা হৈছে সেই সম্পৰ্কে কোৱা টান। কিন্তু চৰকাৰী পক্ষৰ উৎসাহ দেখি তথা বৈদেশিকমন্ত্ৰী প্ৰণব মুখাৰ্জীৰ বিবৃতিৰ পৰা প্ৰতীয়মান হৈছে যে ভাৰতে বিচৰা প্ৰায়খিনি দাবী এই চুক্তিত অন্তৰ্ভুক্ত কৰা হৈছে। এই চুক্তিৰ খচৰা প্ৰস্তুত হোৱাৰ পাছত নিঃসন্দেহে ভাৰতে অসামৰিক পাৰমাণৱিক শক্তিৰ ক্ষেত্ৰত এক বহল ক্ষেত্ৰলৈ গতি কৰিব পাৰিব। আৰু ইয়ে ভাৰতৰ উন্নতিৰ ক্ষেত্ৰত এঁক নতুন গতি প্ৰদান কৰিব। সংযুক্ত প্ৰগতিশীল মৰ্চা চৰকাৰৰ আটাইতকৈ জটিল পৰীক্ষাটো আছিল এই চুক্তিৰ আধাৰ। এই আধাৰ কিমানদূৰ অতিক্ৰম কৰিব পাৰিছে, চুক্তিসমূহৰ দফাসমূহ অধ্যয়ন কৰিলেহে তাৰ মূল্যায়ন কৰিব পৰা যাব। পাৰমাণৱিক পৰীক্ষাৰ পাছত প্ৰায় অৰ্ধেক দশক ধৰি তাৰাপুৰকে ধৰি দেশৰ কেইবাটাও পাৰমাণৱিক কেন্দ্ৰ অচল অৱস্থাত আছিল। সেই কেন্দ্ৰসমূহ এতিয়া হয়তো আৰু কাৰ্যকৰী হ'ব। অলপতে আৰু চাৰিটা ৰিয়েক্টৰ কেন্দ্ৰ স্থাপনৰ কাৰণে ৰাছিয়াৰ লগত ভাৰতৰ চুক্তি সম্পন্ন হৈছে। পাৰমাণৱিক পৰীক্ষাৰ ক্ষেত্ৰত প্ৰয়োজন হোৱা ইউৰেনিয়াম আদি মূল্যৱান খনিজ পদাৰ্থ ভাৰতত পৰ্যাপ্ত নোহোৱা বাবেও এই পৰীক্ষা কেন্দ্ৰসমূহত যি ধৰণৰ পৰীক্ষা-নিৰীক্ষা হ'ব লাগিছিল, তাৰ পৰাও বঞ্চিত হৈ আছে আমাৰ বিজ্ঞানীসকল। এতিয়া ভাৰতৰ বাবে নতুন দুৱাৰ মুকলি হৈছে। ৪৫খন পাৰমাণৱিক ইন্ধন সৰবৰাহকাৰী ৰাষ্ট্ৰ গোটৰ পৰা ইন্ধন এই পাৰমাণৱিক কেন্দ্ৰসমূহলৈ সৰবৰাহ কৰিব পাৰিব। ইতিমধ্যে জাপান আৰু অষ্ট্ৰেলিয়াই এই দিশত ইতিবাচক সঁহাৰি দিছে। তদুপৰি এই চুক্তিৰ ফলত আমেৰিকাৰ লগত থকা সকলো অন্তৰায় আঁতৰ হ'ব। ইয়ে অন্যান্য অৰ্থনৈতিক পৰিধিও সম্প্ৰসাৰণ কৰিব। এই চুক্তি আমেৰিকাৰ ৰাষ্ট্ৰপতি বুশ্বৰ বাবেও বিৰল সফলতা। ইৰাকৰ বিপৰ্যয়ৰ পাছত হ্ৰাস পোৱা তেওঁৰ জনপ্ৰিয়তাৰ ৰেখাভত্ত উৰ্ধমুখী কৰাত এই চুক্তিয়ে যথেষ্ট সহায় কৰিব বুলি তথ্যভিজ্ঞ মহলে মন্তব্য কৰিছে। অহা বছৰত অনুষ্ঠিত হ'ব দেশখনৰ ৰাষ্ট্ৰপতি নিৰ্বাচন। এই নিৰ্বাচনত তেওঁৰ দল ৰিপাব্লিকানে কিছু হ'লেও জনসাধাৰণৰ সঁহাৰি লাভ কৰিব বুলি মন্তব্য কৰিছে ৰাজনৈতিক মহলে।■■

---

*অসমীয়া খবৰ, ৩০ জুলাই, ২০০৭*

# ভাৰত-আমেৰিকা শান্তিপূৰ্ণ সহযোগিতা পাৰমাণৱিক চুক্তি ঃ পৰ্যালোচনা

প্ৰায় চাৰি বছৰৰো অধিক কাল ধৰি বিভিন্ন স্তৰত হোৱা আলোচনা-বিলোচনাৰ অন্তত ভাৰত আৰু আমেৰিকাৰ পাৰমাণৱিক শক্তি সহযোগিতা চুক্তিখন সম্পূৰ্ণ ৰূপত ১ আগষ্টত প্ৰকাশ কৰা হৈছে। কিন্তু চুক্তিখন এতিয়াও দুয়োখন চৰকাৰৰ প্ৰতিনিধিয়ে স্বাক্ষৰ কৰা নাই। এইক্ষেত্ৰত ৰাজহুৱা আৰু ৰাজনৈতিক বিতৰ্কৰ যাতে সৃষ্টি নহয়, তাৰ বাবে কেন্দ্ৰীয় চৰকাৰে এই চুক্তি পূৰ্ণাংগ ৰূপ ৰাজহুৱাভাৱে প্ৰকাশ কৰিছে যিটো দেশত প্ৰথম। ইয়াৰ কাৰণ হ'ল জনসাধাৰণে যাতে এই চুক্তি সন্দৰ্ভত চৰকাৰখনৰ আমেৰিকাৰ লগত গোপন বুজাবুজি হোৱাৰ অভিযোগ উত্থাপন কৰিব নোৱাৰে।

দুয়োখন দেশৰ কূটনীতিবিদসকল আৰু চুক্তিৰ ৰূপদান কৰা বিষয়াবৰ্গই বহুতো জটিল বিষয়ত ঐকমত্যত উপনীত হোৱাৰ বাবে দীঘলীয়া আলোচনাত মিলিত হৈছিল। এইক্ষেত্ৰত জটিলতাই দেখা দিয়াও আমি লক্ষ্য কৰিছিলো। ফলস্বৰূপে পাৰমাণৱিক চুক্তিয়ে পূৰ্ণ ৰূপ পোৱাত পলম হয়। এই চুক্তি স্বাক্ষৰ কৰাৰ আগতে সংসদৰ পৰা আইনগত অনুমোদন লোৱাৰ আৱশ্যকতা ভাৰতীয় সংবিধানত নাই। প্ৰধান মন্ত্ৰী মনমোহন সিঙে ১৩ আগষ্টত সদনত চুক্তিখন সন্দৰ্ভত বিবৃতি প্ৰদান কৰিছিল। তেওঁ ৰাষ্ট্ৰক অভয় প্ৰদান কৰিছিল যে এই চুক্তিয়ে দেশৰ সাৰ্বভৌমত্ব আৰু ইয়াৰ বাবে প্ৰয়োজন হোৱা সামৰিক, পাৰমাণৱিক পৰীক্ষা-নিৰীক্ষাত কোনো অন্তৰায়ৰ সৃষ্টি নকৰে। ইয়াৰ আগতেও তেওঁ ১৮ ডিচেম্বৰ, ২০০৬ চনত সংসদত বিবৃতি দি স্পষ্ট কৰি দিছিল যে জাতীয় আৰু সাৰ্বভৌমত্বৰ স্বাৰ্থত ক্ষতি হ'ব পৰা আঁচনি আৰু পৰিকল্পনাসমূহৰ ক্ষেত্ৰত কোনোপধ্যে আপোচ কৰা নহ'ব। তেওঁ আৰু কৈছিল— 'We cannot agree to anything that is not consistent with our vital national interests, including protecting the autonomy of the strategic programme, maintaining integrity of the three stage power programme and safeguarding indigenous R & D, including our fast breeder programme.' প্ৰধান মন্ত্ৰী ডঃ মনমোহন সিঙৰ বক্তব্যত তেতিয়া আশ্বস্ত হ'ব পৰা নাছিল বিৰোধীপক্ষ।

এই পাৰস্পৰিক পাৰমাণৱিক সহযোগিতা চুক্তি সম্পৰ্কে প্ৰথম আলোচনা আৰম্ভ হৈছিল বাজপেয়ী চৰকাৰৰ দিনতে। সেই সময়ত পৰৰাষ্ট্ৰমন্ত্ৰী যশৱন্ত সিনহাৰ লগত আমেৰিকাৰ আণ্ডাৰ ছেক্ৰেটাৰী টেবলটৰ কেইবালানিও আলোচনা হৈছিল এই চুক্তি সন্দৰ্ভত। পাছত বাজপেয়ী চৰকাৰৰ পতন হোৱাত ১৮ জুলাই, ২০০৫ চনত ভাৰতৰ প্ৰধান মন্ত্ৰী মনমোহন সিঙে আমেৰিকা ভ্ৰমণৰ কাৰ্যসূচী গ্ৰহণ কৰে। আমেৰিকাৰ ৰাষ্ট্ৰপতি জৰ্জ বুশ্ব আৰু ডঃ মনমোহন সিঙে সেই সময়তে ৱাশ্বিংটনত যৌথ সংবাদ মেল অনুষ্ঠিত কৰি ঘোষণা কৰে দুয়োখন দেশৰ মাজত অসামৰিক পাৰমাণৱিক সহযোগিতা বৃদ্ধিৰ লক্ষ্যৰ কথা। এই যৌথ বিবৃতিত আমেৰিকাৰ ৰাষ্ট্ৰপতি জৰ্জ বুশ্বে এইদৰে কৈছিল— 'India a responsible state with advance neuclear technology and it has commitment to preventing the proliferations of weapons of must destruction ' এই ঘোষণাৰ আঁত ধৰিয়েই ভাৰত আৰু আমেৰিকা যুক্তৰাষ্ট্ৰৰ বিষয়াসকলৰ মাজত বহুকেইলানি আলোচনাৰ অন্তত হেনৰী জে হাইড ইউনাইটেড ষ্টেট্‌ছ, ইণ্ডিয়া পীচফুল অট'মিক এনাৰ্জী কো-অপাৰেছন এক্ট ২০০৬ নামৰ আইন প্ৰণয়ন কৰা হয় যাতে এই আইনৰ অধীনত আমেৰিকাই ভাৰতবৰ্ষৰ লগত এই পাৰমাণৱিক সহযোগিতা চুক্তি স্বাক্ষৰ কৰিব পাৰে। যোৱা বছৰৰ ১৮ ডিচেম্বৰত আমেৰিকাৰ ৰাষ্ট্ৰপতি জৰ্জ বুশ্বে এই আইনখনত স্বাক্ষৰ কৰে। ইতিমধ্যে এই আইনখন আমেৰিকাৰ কংগ্ৰেছেও অনুমোদন জনাইছে। এই আইনে দিয়া অধিকাৰৰ ভিত্তিত আমেৰিকাৰ আণৱিক শক্তি আইন ১৯৫৪ৰ অধীনৰ ১২৩ নং ধাৰাৰ অধীনত বৰ্তমানৰ চুক্তিখনৰ পূৰ্ণাংগ ৰূপ দিয়া হৈছে। সেয়ে এই চুক্তিখনক ১২৩ নম্বৰ চুক্তি বুলিও উল্লেখ কৰা হয়। এই চুক্তিৰ ৰূপদানৰ পূৰ্বে ভাৰতৰ পাৰমাণৱিক শক্তি আয়োগৰ লগত জড়িত বিভিন্নজন বিজ্ঞানীয়ে পৰস্পৰ বিৰোধী ব্যাখ্যা আগবঢ়াইছিল। বিশেষকৈ প্ৰাক্তন আণৱিক আয়োগৰ অধ্যক্ষ আৰু বৰ্তমানৰ সদস্য এম আৰ শ্ৰীনিবাছন এই চুক্তিৰ তীব্ৰ বিৰোধী আছিল। তেওঁৰ মতে, এই চুক্তি সম্পাদন হ'লে ভাৰতে পাৰমাণৱিক পৰীক্ষা-নিৰীক্ষাৰ ক্ষেত্ৰত নিজৰ স্বকীয়তা আৰু সাৰ্বভৌমত্ব হেৰুৱাব, যাৰ ফলত ভাৰতে পাৰমাণৱিক পৰীক্ষা-নিৰীক্ষাৰ ক্ষেত্ৰত আমেৰিকাৰ ওপৰত নিৰ্ভৰশীল হৈ থাকিব লাগিব। প্ৰথম অৱস্থাত ৰাজনৈতিক দলসমূহেও এই চুক্তিখনৰ বেহৰূপ কেনে হ'ব পাৰে তাৰ আলেখলেখ অধ্যয়ন নকৰাকৈ থকা নাছিল। বিশেষকৈ আমেৰিকাৰ লগত হ'ব লগা চুক্তিখন সম্পৰ্কে আৰু ভবিষ্যৎ দেশখনে এই চুক্তিখনৰ ফলত পাব পৰা সুবিধা, ইয়াৰ প্ৰভাৱ আদি গুৰুত্বপূৰ্ণ বিষয়সমূহ বিশ্লেষণ নকৰাকৈ বাঁওপন্থী দলসমূহে বাৰে বাৰে মতামত দিছিল যে পুঁজিবাদী আমেৰিকাৰ লগত হ'ব পৰা এই চুক্তিৰ তেওঁলোক ঘোৰ বিৰোধী। বিজেপিয়ে এই চুক্তিৰ বিৰোধিতা কৰি কৈছে যে ভাৰতৰ পাৰমাণৱিক সাৰ্বভৌমত্বৰ ওপৰত ই এক আঘাত। পূৰ্বৰ পৰৰাষ্ট্ৰমন্ত্ৰী যশৱন্ত সিং, যিজনে এই

অসামৰিক পাৰস্পৰিক চুক্তি সম্পৰ্কে প্ৰথমে আলোচনাৰ পাতনি মেলিছিল, তেওঁ এতিয়া এই চুক্তিৰ প্ৰধান আৰু মুখ্য সমালোচক হৈ পৰিছে। তেওঁলোকে পৰামৰ্শ আগবঢ়াইছে যে এই চুক্তিখন পৰীক্ষা-নিৰীক্ষা কৰাৰ কাৰণে যৌথ সংসদীয় কমিটী এখন হওক। ভৱিষ্যতে অইন দেশৰ লগত এনেকুৱা চুক্তি হ'লে প্ৰয়োজনবোধে সংসদৰ অনুমোদন লোৱাৰ বাবে সংবিধান সংশোধন কৰিব লাগে বুলিও মতপোষণ কৰিছে বিজেপি প্ৰভৃতি দলসমূহে। পূৰ্বৰ প্ৰধান মন্ত্ৰী বিশ্বনাথ প্ৰতাপ সিঙে প্ৰধান মন্ত্ৰী ডঃ মনমোহন সিঙক সকীয়াই দি কৈছে— 'বাহিৰৰ হেঁচাত হোৱা এই চুক্তিয়ে দেশৰ ক্ষতি সাধিব।' তেওঁৰ মতে, এই সন্দৰ্ভত কোনো কাৰ্যকৰী ব্যৱস্থা লোৱাৰ আগতে সদনে প্ৰয়োজনীয় প্ৰস্তাৱ গ্ৰহণ কৰিব লাগে, কাৰণ বিষয়টো অতি জৰুৰী আৰু গুৰুত্বপূৰ্ণ। অকল চৰকাৰৰ ওপৰত গোটেই বিষযটো এৰি দিয়াটো সমীচীন নহ'ব।'

প্ৰাক্তন কূটনীতিবিদ মুকচান্দ নৰেশচন্দ্ৰই এই চুক্তিখনক সমৰ্থন কৰি কৈছে যে ইয়াৰ দ্বাৰা ভাৰতৰ কৌশলগত সামৰিক জটিল পৰীক্ষা-নিৰীক্ষাৰ ক্ষেত্ৰত কোনো বাধাৰ সৃষ্টি নহয়। এই চুক্তিয়ে ভাৰতৰ নিজস্ব পাৰমাণৱিক পৰীক্ষাৰ বিকাশ ঘটোৱাৰ ক্ষেত্ৰত কোনোধৰণৰ বিপন্ন পৰিৱেশৰো সৃষ্টি নকৰে। এই চুক্তিৰ লগত জড়িত থকা বিজ্ঞানী সমাজেও চুক্তিখনৰ প্ৰতি আদৰণি জনাইছে। বিশেষকৈ আণৱিক শক্তি আয়োগৰ অধ্যক্ষ অনিল কাকোডকৰ আৰু আৰম্ভণিতে এই চুক্তিৰ তীব্ৰ বিৰোধিতা কৰা এম আৰ শ্ৰীনিৱাসনেও এই চুক্তিক সন্তোষজনক বুলি শেহতীয়াকৈ মন্তব্য কৰিছে।

চুক্তিখনে পূৰ্ণাংগ ৰূপ লোৱাৰ পাছত প্ৰধান মন্ত্ৰী মনমোহন সিং আৰু তেওঁৰ ৰাজনৈতিক পৰামৰ্শদাতা আৰু বিষয়াসকলে চৰকাৰৰ সকলো অংশীদাৰ দলৰ লগতে বিৰোধী দলৰ নেতাসকলৰ লগতো এই সম্পৰ্কে বিস্তাৰিত আলোচনা কৰিছে। আনকি জ্যেষ্ঠ সাংবাদিকসকলৰ লগতো চুক্তিখনৰ বিভিন্ন দিশ খোলোচাকৈ আলোচনা কৰি ইয়াৰ তাৎপৰ্য, চৰকাৰৰ সদিচ্ছা আৰু জাতীয় স্বাৰ্থৰ দিশটো ফহিযাই দেখুওৱা হৈছে। কোনেও যাতে প্ৰধান মন্ত্ৰী মনমোহন সিঙৰ ওপৰত সন্দেহৰ আঙুলি টোৱাব নোৱাৰে, তাৰ বাবে লোৱা হৈছে এই পদক্ষেপ। বিভিন্ন দলে নিজস্ব ৰাজনৈতিক দৃষ্টিভংগী আগত ৰাখি এই চুক্তিখনৰ সমালোচনা কৰিছে বুলি আমি নিঃসন্দেহ। এই চুক্তিখনে অকল যে ভাৰতত ৩৩ বছৰ ধৰি থকা পাৰমাণৱিক পৰীক্ষাৰ অৱৰোধৰ অন্ত পেলাব সেয়াই নহয়, এই পাৰস্পৰিক পাৰমাণৱিক সহযোগিতা চুক্তিয়ে আমাৰ দেশক অৰ্থনৈতিক আৰু পাৰমাণৱিক পৰীক্ষা-নিৰীক্ষাৰ ক্ষেত্ৰতো শক্তিশালী স্থিতিলৈ গতি কৰাত নিশ্চিতভাৱে সহায় কৰিব। কোনোবাই হয়তো স্বীকাৰ নকৰিব পাৰে, কিন্তু সহজ ভাষাত দ্ব্যৰ্থহীনভাৱে ক'ব পাৰি, স্বাধীনতাৰ পাছত হোৱা চুক্তিসমূহৰ ভিতৰত আটাইতকৈ গুৰুত্বপূৰ্ণ আৰু উল্লেখনীয় চুক্তি হৈছে এইখনেই।

বিশেষকৈ মনমোহন সিং নেতৃত্বাধীন চৰকাৰৰ এই পদক্ষেপেই সবাতোকৈ গুৰুত্বপূৰ্ণ পৰৰাষ্ট্ৰ নীতি। চুক্তিখন সম্পূৰ্ণ নোহোৱাৰ আগতে বিভিন্ন পৰ্যায়ত, বিভিন্ন স্তৰত চুক্তিখনক লৈ আলোচনা-বিলোচনা হৈছিল। বিশেষকৈ reprocessing of spent fuel, stores of nuclear fuel stores আৰু heavy water production technologyৰ ক্ষেত্ৰত এই চুক্তিখনত থাকিবলগীয়া ব্যৱস্থা সম্পৰ্কে সকলোৱে আগ্ৰহেৰে লক্ষ্য কৰিছিল। প্ৰথম পৰ্যায়ত ইয়াকে লৈ দুয়োপক্ষৰ মাজত আলোচনাত অচলাৱস্থাৰ সৃষ্টিও হৈছিল যদিও ৰাষ্ট্ৰপতি বুশ্বৰ চুক্তিখন সম্পৰ্কে থকা আন্তৰিকতাৰ বাবেই ই পূৰ্ণাংগ ৰূপ পাইছে। চুক্তিখনত উল্লেখ কৰা ব্যৱস্থা সম্পৰ্কে কেইবাজনো ডেম'ক্ৰেট সদস্যই ইতিমধ্যে কংগ্ৰেছত বিৰোধিতা কৰাৰ হুংকাৰ দিছে। কংগ্ৰেছে এই চুক্তিক সমৰ্থন নিদিলেও ৰাষ্ট্ৰপতি বুশ্বে বিশেষ ক্ষমতা প্ৰয়োগ কৰি হ'লেও ইয়াক ৰূপায়ণ কৰিব বুলি বদ্ধপৰিকৰ হৈছে।

চুক্তিখনত বিৰোধীপক্ষ আৰু সমালোচকে দাবী কৰাৰ দৰে ই ভাৰতৰ সাৰ্বভৌমত্বৰ ক্ষেত্ৰত হস্তক্ষেপ নেকি? এই প্ৰশ্নৰ উত্তৰ চুক্তিখনৰ প্ৰথম পৃষ্ঠাতে দিয়া আছে। ইয়াত কোৱা হৈছে— ভাৰত আৰু আমেৰিকাই দুয়োখন ৰাষ্ট্ৰৰ সাৰ্বভৌমত্বক সন্মান জনাই দুয়োখন ৰাষ্ট্ৰৰ আভ্যন্তৰীণ ব্যৱস্থাত হস্তক্ষেপ নকৰাকৈ সমভাৱে পাৰস্পৰিক স্বাৰ্থ ৰক্ষা কৰি আৰু লগতে দুয়োখন ৰাষ্ট্ৰৰ পাৰমাণৱিক কাৰ্যসূচীক সন্মান জনাই এইখন চুক্তি কৰিবলৈ সহমত প্ৰকাশ কৰিছে। ইয়াৰ পৰাই স্পষ্ট হয় যে বিভিন্ন সমালোচকে কৰা সমালোচনা প্ৰকৃতাৰ্থত শুদ্ধ নহয়।

অনুচ্ছেদ ১(এম)ত কোৱা হৈছে কি শান্তিপূৰ্ণ উদ্দেশ্যত এই পাৰমাণৱিক সহযোগিতা চুক্তি কাৰ্যকৰী হ'ব। ইয়াত গৱেষণা, শক্তি উৎপাদন, ঔষধি সামগ্ৰী, কৃষি আৰু উদ্যোগৰ ক্ষেত্ৰত প্ৰয়োজনীয় পাৰমাণৱিক সামগ্ৰী, যন্ত্ৰ-পাতি আদি ব্যৱহাৰ কৰা হ'ব। কিন্তু অন্তৰ্ভুক্ত নহ'ব পাৰমাণৱিক বিস্ফোৰক সামগ্ৰীৰ পৰীক্ষা। বিকাশৰ পৰিধিকো এই আওতাৰ পৰা আঁতৰাই ৰখা হৈছে।

অনুচ্ছেদ ২-ত উল্লেখ কৰা হৈছে পাৰস্পৰিক সহযোগিতা ক্ষেত্ৰখন সম্পৰ্কে। ইয়াৰে ২ (৪) অনুচ্ছেদত স্পষ্টকৈ উল্লেখ কৰা হৈছে যে এই চুক্তিখনৰ উদ্দেশ্য হৈছে শান্তিপূৰ্ণ পাৰমাণৱিক সহযোগিতা। ইয়াৰ ফলত অসংৰক্ষিত পাৰমাণৱিক ক্ষেত্ৰসমূহত এই চুক্তিয়ে ক্ষতি নকৰে।

অনুচ্ছেদ ৩-ত এই চুক্তিৰ অধীনত দুয়োখন ৰাষ্ট্ৰই কেনেদৰে তথ্য সৰবৰাহ কৰিব, অনুচ্ছেদ ৪-ত পাৰমাণৱিক ব্যৱহাৰ সম্পৰ্কে আৰু অনুচ্ছেদ ৫-ত কেনেকৈ পাৰমাণৱিক প্ৰযুক্তি বিদ্যা, আৱশ্যকীয় যন্ত্ৰপাতি সৰবৰাহ কৰা হ'ব সেই সম্পৰ্কে উল্লেখ কৰা হৈছে। ইয়াৰে ৫(২) অনুচ্ছেদত স্পষ্টকৈ উল্লেখ কৰা হৈছে heavy water production technology আৰু reprocessing of spect fuel ভাৰতীয় পাৰমাণৱিক কেন্দ্ৰত ব্যৱহাৰ কৰা সম্পৰ্কে। তদুপৰি অনুচ্ছেদ ৫(৬) (বি) (১১১)-

ত স্পষ্টকৈ উল্লেখ কৰা হৈছে যে আমেৰিকা যুক্তৰাষ্ট্ৰই স্থায়ীভাৱে পাৰমাণৱিক ইন্ধন মজুত কৰাৰ ক্ষেত্ৰত ভাৰতবৰ্ষক সহায় কৰিব, যাতে ইয়াত থকা ৰিয়েক্টৰসমূহৰ ইন্ধন যোগান চিৰদিনৰ বাবে অব্যাহত থাকে। অনুচ্ছেদ ৬-ত পাৰমাণৱিক ইন্ধন চাইক'লৰ কাৰ্যব্যৱস্থা সম্পৰ্কে বৰ্ণনা কৰা হৈছে।

অনুচ্ছেদ ৭-ত পাৰমাণৱিক ইন্ধন মজুতকৰণ সম্পৰ্কে, অনুচ্ছেদ ১০-ত আন্তৰ্জাতিক পাৰমাণৱিক শক্তি সংস্থাৰ (চমুকৈ আই এ ই এ) ক্ষেত্ৰত ল'বলগীয়া বিধি ব্যৱস্থাৰ কথা উল্লেখ কৰা হৈছে। ১৯৭৭ চনৰ ৮ নৱেম্বৰৰ ভিয়েনা চুক্তি অনুসৰি আমেৰিকাৰ লগত হোৱা চুক্তিসাপেক্ষে আই এ ই এ পাৰমাণৱিক ক্ষেত্ৰত প্ৰয়োজন হোৱা যন্ত্ৰ-পাতি আৰু সামগ্ৰীসমূহ ভাৰতলৈ প্ৰেৰণ কৰা, এইক্ষেত্ৰত ভাৰতবৰ্ষত থকা পাৰমাণৱিক কেন্দ্ৰসমূহ এই সংস্থাৰ দ্বাৰাই সময়ে সময়ে পৰীক্ষা আৰু ৰক্ষণাবেক্ষণৰ ব্যৱস্থা কৰিব বুলি আশ্বাস দিছিল। নতুন চুক্তিৰ অনুচ্ছেদ ১০ অনুসৰি আন্তৰ্জাতিক পাৰমাণৱিক সংস্থাই অনীহা প্ৰকাশ কৰিলে সামগ্ৰীসমূহৰ ৰক্ষণাবেক্ষণৰ দিশটো আমেৰিকা আৰু ভাৰতে আলোচনামৰ্মে চম্ভালিব বুলি উল্লেখ কৰা হৈছে। এই চুক্তিৰ ১৪ নম্বৰ অনুচ্ছেদত সম্পূৰ্ণকৈ উল্লেখ কৰা হৈছে যে কোনো ক্ষেত্ৰত কোনো পক্ষই যদি এই চুক্তিৰ কাৰ্যকাৰিতা ব্যাহত কৰিব খোজে, তেতিয়াহ'লে এবছৰৰ আগতে জাননী জাৰি কৰি ইটো পক্ষই আন পক্ষক অৱগত কৰিব লাগিব। প্ৰয়োজন হ'লে দুয়োপক্ষই পাৰস্পৰিক বুজাবুজিৰে মতদ্বৈধতা আঁতৰোৱাৰ ব্যৱস্থা কৰিব বুলিও চুক্তিত সহমত প্ৰকাশ কৰা হৈছে। যদি কোনো ক্ষেত্ৰত মতদ্বৈধতা আঁতৰ নহয়, তেতিযাহ'লে দুয়োখন দেশে কোনো পক্ষৰ ক্ষতি নোহোৱাকৈ সৰ্বসন্মতভাৱে এই চুক্তি নাকচ কৰিবও পাৰিব। অনুচ্ছেদ ১৫-ত এই চুক্তিৰ ব্যাখ্যা আৰু কাৰ্যকাৰিতা সম্পৰ্কে মতদ্বৈধতাৰ সৃষ্টি হ'লে আলোচনাৰ জৰিযতে এই বিবাদ আঁতৰোৱাৰ ব্যৱস্থা কৰা হৈছে। এই চুক্তিখন ৪০ বছৰ ধৰি কাৰ্যকাৰী হৈ থাকিব। ইয়াৰ পাছত আৰু ১০ বছৰৰ কাৰণে ইয়াক বৃদ্ধি কৰিব পৰা যাব। যদি কোনো পক্ষই এই চুক্তিৰ কাৰ্যকাৰিতা ১০ বছৰ বৃদ্ধি কৰিব নোখোজে, তেতিয়া হ'লে ৬ মাহৰ আগতে জাননী জাৰি কৰি বৃদ্ধি নকৰাৰ সিদ্ধান্ত ল'ব পাৰিব। গোটেই চুক্তিখনত আটাইতকৈ বিতৰ্কিত বিষয়টো হৈছে যে ভাৰতে নিজাববীয়াকৈ পাৰমাণৱিক শক্তি পৰীক্ষা কৰিব পাৰিব নে নাই? এই লৈয়ে এক নতুন বিতৰ্কই মোৰ লৈছে। আনকি প্ৰাক্তন প্ৰধান মন্ত্ৰী বিশ্বনাথ প্ৰতাপ সিঙে মনমোহন সিঙৰ পদত্যাগ বিচাৰিছে, চি পি এমে ইউ পি এ চৰকাৰৰ পৰা সমৰ্থন উঠাই লোৱাৰ ভাবুকি দিছে। প্ৰধান মন্ত্ৰীয়ে অতি দৃঢ়তাৰে তেওঁলোকৰ ভাবুকিক প্ৰত্যাহ্বান হিচাপে গ্ৰহণ কৰিছে। প্ৰধান মন্ত্ৰীয়ে ১৩ আগষ্টত সদনত স্পষ্টভাৱে উল্লেখ কৰিছে যে দেশৰ ৰাষ্ট্ৰীয় সাৰ্বভৌমত্ব, নিৰাপত্তা আৰু পাৰমাণৱিক অস্ত্ৰ পৰীক্ষাৰ ক্ষেত্ৰত এই চুক্তিখনে বাধাৰ সৃষ্টি নকৰে। প্ৰধান মন্ত্ৰী মনমোহন সিঙৰ বক্তব্যত যথাৰ্থতা আছে। চুক্তিখনৰ অনুচ্ছেদ ২(৪)-ত

স্পষ্টকৈ উল্লেখ কৰা হৈছে ই সীমাবদ্ধ থাকিব পাৰমাণৱিক শান্তিপূৰ্ণ সহযোগিতাৰ ওপৰত। কিন্তু এই চুক্তিৰ বাহিৰত ৰৈ থকা পাৰমাণৱিক কাৰ্যসূচীৰ পৰিসৰক এই চুক্তিয়ে কোনোপধ্যে ক্ষতি নকৰে। গতিকে চুক্তিৰ বাক্য আৰু শব্দই ভাৰতৰ নিজস্ব পাৰমাণৱিক শক্তিৰ বিকাশক কোনো কাৰণতেই ক্ষতি কৰাৰ সম্ভাৱনা নাই। ইতিমধ্যে ভাৰত চৰকাৰৰ প্ৰধান বিজ্ঞান উপদেষ্টা আৰ ৰামচন্দ্ৰনে এই চুক্তিক আদৰণি জনাইছে। ঠিক তেনেদৰে ৰাষ্ট্ৰীয় প্ৰতিৰক্ষা উপদেষ্টা এম কে নাৰায়ণনে এইখন এখন গুৰুত্বপূৰ্ণ আৰু গ্ৰহণযোগ্য চুক্তি বুলি মন্তব্য কৰিছে। ইয়াৰ উপৰি ৰাষ্ট্ৰীয় পাৰমাণৱিক আয়োগৰ অধ্যক্ষ অনিল কাকোডকাৰে এই চুক্তিক গ্ৰহণযোগ্যতা সম্পৰ্কে সন্তুষ্টি প্ৰকাশ কৰিছে।

ডঃ হোমিঅ' জাহাংগীৰ ভাবাই তাৰাপুৰত আৰম্ভ কৰিছিল দেশৰ প্ৰথম পাৰমাণৱিক ৰিয়েক্টৰ কেন্দ্ৰ। তেতিয়া কেন্দ্ৰীয় চৰকাৰে এই পাৰমাণৱিক কেন্দ্ৰ স্থাপন কৰাৰ ক্ষেত্ৰত আমেৰিকাৰ জেনেৰেল ইলেক্ট্ৰিক কোম্পানীৰ সহায় লৈছিল। তেওঁৰ অবিৰত প্ৰচেষ্টাৰ ফলতেই আজি ভাৰতে পাৰমাণৱিক শক্তি সম্পন্ন ৰাষ্ট্ৰ হিচাপে নিজকে প্ৰতিষ্ঠা কৰিব পাৰিছে।

১৯৭৪ চনত পোখৰাণত যেতিয়া প্ৰথম পাৰমাণবিক বোমা পৰীক্ষা কৰা হৈছিল, তেতিয়াও আমেৰিকাৰ ভয়ত টপ্ৰেৰ পৰা ট্ৰাকেৰে ৰাজস্থানৰ মৰুভূমিলৈ ৰাতি কঢ়িয়াই অনা হৈছিল যাতে আমেৰিকাৰ চোৰাংচোৱা জাহাজে এই সম্পৰ্কে আগতীয়া উমান ল'ব নোৱাৰে। নৰসিংহ ৰাও প্ৰধান মন্ত্ৰী হৈ থকা অৱস্থাতো তেওঁ পাৰমাণৱিক বোমা বিস্ফোৰণ ঘটোৱা সিদ্ধান্ত গ্ৰহণ কৰিছিল। কিন্তু বিসম্বাদী কিছু কংগ্ৰেছী নেতাই এই সম্পৰ্কে আমেৰিকা যুক্তৰাষ্ট্ৰক অৱগত কৰোৱাত তেওঁ সিদ্ধান্তৰ পৰা আঁতৰি থাকে। পাছলৈ অটল বিহাৰী বাজপেয়ীৰ দিনত পুনৰ পোখৰাণত পাৰমাণৱিক বোমাৰ পৰীক্ষা কৰা হৈছিল সফলতাৰে। ১৯৭৪ চনৰ পৰাই আজি ৩৩ বছৰৰ সংশয় আৰু ভয়ৰ মাজত ভাৰতে পাৰমাণৱিক শক্তিৰ বিকাশ আৰু পৰীক্ষা কৰি আছে। কিন্তু আজি ৩৩ বছৰ পাছত আমেৰিকাই নিজে ভাৰতৰ পাৰমাণৱিক শক্তিৰ সামৰ্থ্যতাৰ কথা স্বীকাৰ কৰি আগবাঢ়ি আহিছে চুক্তি স্বাক্ষৰ কৰাৰ কাৰণে। বিশ্বত থকা ৪৫খন পৰমাণৱিক পৰিবাহক গ্ৰুপৰ ভাৰতলৈ আৱশ্যকীয় পাৰমাণৱিক ইন্ধন যোগানৰ পথও এতিয়া মুকলি হ'ল। জাপান, অষ্ট্ৰেলিয়া আৰু ব্ৰাজিলে মুকলিকৈ পাৰমাণৱিক ইন্ধন যোগান ধৰিবলৈ আগবাঢ়ি আহিছে। এতিয়া এই চুক্তিখনে ভাৰতৰ উন্নয়নৰ সকলো ক্ষেত্ৰতে এক বিকাশৰ দুৱাৰ মুকলি কৰিব। সমালোচকসকলে যিয়েই নকওক কিয়, এইখন চুক্তিয়ে আমাৰ দেশৰ প্ৰযুক্তিবিদ্যা ক্ষেত্ৰখনত এক নতুন দিগন্তৰ সূচনা কৰিব। বোধ কৰো ভাৰতৰ স্বাধীনতাৰ পাছত হোৱা আটাইতকৈ গুৰুত্বপূৰ্ণ আৰু উল্লেখযোগ্য এই চুক্তি। এনে সাহসিক পদক্ষেপৰ বাবে ধন্যবাদৰ পাত্ৰ প্ৰধান মন্ত্ৰী ।■

---

*অসমীয়া প্ৰতিদিন, ২০ আগষ্ট, ২০০৭*

# ভাৰত-আমেৰিকা সহযোগিতা চুক্তি আৰু বাঁওপন্থী দলৰ ভূমিকা

এই প্ৰবন্ধটো লিখাৰ সময়ত চি পি এমৰ প'লিটব্যুৰৰ গুৰুত্বপূৰ্ণ বৈঠক অনুষ্ঠিত হৈ আছে। ভাৰত-আমেৰিকা পাৰমাণৱিক সহযোগিতা চুক্তি সংক্ৰান্তত মনমোহন সিং চৰকাৰে লোৱা বলিষ্ঠ পদক্ষেপ সন্দৰ্ভত সংযুক্ত প্ৰগতিশীল মৰ্চা চৰকাৰৰ প্ৰতি থকা সমৰ্থন তেওঁলোকে উঠাই ল'ব নে নাই এই বৈঠকতে হয়তো সিদ্ধান্ত লোৱা হ'ব। ইতিমধ্যে চি পি এমৰ নেতৃত্বৰ ভিতৰচ'ৰাত চৰকাৰৰ প্ৰতি থকা সমৰ্থন উঠাই লোৱা-নোলোৱা সংক্ৰান্তত স্পষ্টভাৱে দুটা শিবিৰৰ সৃষ্টি হোৱা পৰিলক্ষিত হৈছে। এটা শিবিৰৰ নেতৃত্ব দিছে প্ৰকাশ কাৰাটে আৰু আনটো শিবিৰৰ নেতৃত্ব দিছে জ্যোতি বসুৱে। জ্যোতি বসুৱে চৰকাৰৰ প্ৰতি সমৰ্থন উঠাই লোৱাটো পছন্দ নকৰে। দলৰ নবীনচাম নেতৃত্বই লোৱা কঠোৰ দৃষ্টিভংগীৰ বাহিৰত থাকি নিজৰ মতামত ব্যক্ত কৰি কৈছে— 'বিজেপিৰ দৰে সাম্প্ৰদায়িক দলক বাধা দিবলৈ হ'লে মনমোহন সিং নেতৃত্বাধীন চৰকাৰৰ পৰা সমৰ্থন প্ৰত্যাহাৰ কৰাৰ প্ৰশ্নই নুঠে।' বৰ্তমান ভাৰতৰ ৰাজনৈতিক আকাশ উত্তাল হোৱাত, বিশেষকৈ চি পি এম আৰু মৰ্চা চৰকাৰৰ মাজত চলা আদৰ্শগত সংঘাতত আটাইতকৈ বেছি সুখী হৈছে এন ডি এ। তেওঁলোকৰ ধাৰণা— চি পি এমে সমৰ্থন প্ৰত্যাহাৰ কৰাৰ লগে লগে ভাৰতত নতুন ৰাজনৈতিক বাতাৱৰণ আৰু সমীকৰণ আৰম্ভ হ'ব। সেই সমীকৰণৰ ফলত হয়তো তেওঁলোকে পুনৰ ক্ষমতালৈ অহাৰ পথ প্ৰশস্ত হ'ব। কিন্তু ৰাজনৈতিক হিচাপ-নিকাচৰ সমীকৰণ সদায় ১+১ = ২ নহ'বও পাৰে। বিশেষকৈ আজিৰ ভাৰতত। আমাৰ ৰাজনৈতিক দলসমূহৰ দৃষ্টিভংগী বিচিত্ৰ, আদৰ্শহীনতা তেওঁলোকৰ যেন কণ্ঠাভৰণ। দেশখনৰ প্ৰতি দায়বদ্ধতা সামান্যও অনুভৱ নকৰা যেন বোধ হয় তেওঁলোকৰ কাৰ্যকলাপত। এনেবোৰ স্খলনে সামাজিক, ৰাজনৈতিক আৰু অৰ্থনৈতিক প্ৰগতিৰ প্ৰধান অন্তৰায় হৈ দেখা দিছে। বিৰোধ কৰিব লাগে কাৰণেই বিৰোধ কৰাটো ৰাজনৈতিক দলসমূহৰ এটা চিৰাচৰিত ধাৰাবাহিকতাত পৰিণত হৈছে। ইয়েই

আজি ভাৰতৰ গণতান্ত্ৰিক ব্যৱস্থাৰ এক দুৰ্ভাগ্যজনক ৰাজনৈতিক স্থিতি।

ভাৰত-আমেৰিকা পাৰমাণৱিক সহযোগিতা চুক্তিখন সম্পৰ্কে চি পি এমসহ বাঁওপন্থী দলসমূহে লোৱা দৃষ্টিভংগীও কেৱল তেওঁলোকৰ ৰাজনৈতিক আদৰ্শহে। ইয়াৰ কোনো যুক্তিযুক্ত আৰু সৰ্বজনগ্ৰাহ্য যুক্তি তেওঁলোকে দাঙি ধৰিব পৰা নাই। বাৰে বাৰে চি পি এমৰ নেতৃবৰ্গই এটা বিষয়ৰ ওপৰতে গুৰুত্ব দিছে যে বুৰ্জোৱা আমেৰিকাৰ লগত ভাৰতে কৰা চুক্তিয়ে সাৰ্বভৌমত্ব আৰু পাৰমাণৱিক পৰীক্ষাৰ ক্ষেত্ৰত বাধাৰ সৃষ্টি কৰিব। কিন্তু প্ৰকৃতাৰ্থত চুক্তিখনৰ প্ৰতিটো দফা, প্ৰতিটো বাক্য আৰু শব্দ গভীৰভাৱে অনুধাৱন আৰু বিশ্লেষণ কৰিলে চি পি এমে শংকা কৰাৰ কোনো প্ৰশ্ন থাকিবই নোৱাৰে। তৎসত্ত্বেও বাৰে বাৰে ভাবুকি দিছে যে তেওঁলোকে চৰকাৰখনৰ পৰা সমৰ্থন উঠাই ল'ব দেশৰ স্বাৰ্থত। কাৰণ চৰকাৰখনৰ পৰা তেওঁলোকে সমৰ্থন উঠাই ল'লে মনমোহন সিং চৰকাৰৰ পতন ঘটিব আৰু চুক্তিখনৰ কাৰ্যকাৰিতাও ব্যাহত হ'ব। এইটো তেওঁলোকৰ আটাইতকৈ ভুল ধাৰণা। কাৰণ কালি এন ডি এ চৰকাৰ আহিলেও এইখন চুক্তি তেওঁলোকে সম্পাদন কৰিব লাগিব। কাৰণ এই চুক্তিৰ প্ৰাৰম্ভিক কাৰ্যখিনি এওঁলোকৰ দিনতে হৈছিল। কিন্তু সেই সময়ত এওঁলোকৰ চৰকাৰৰ পতন ঘটাত পূৰ্ণাংগ ৰূপ দিব নোৱাৰিলে ইচ্ছা থকা সত্ত্বেও, বৰং মনমোহন সিং চৰকাৰে এই চুক্তিখনত ভাৰতৰ স্বাৰ্থক অধিক গুৰুত্ব দি আমেৰিকাক হেঁচা প্ৰয়োগ কৰাহে আমি দেখো। তেওঁ আমাৰ বাবে গ্ৰহণযোগ্য হোৱা চুক্তি এখন দিবলৈকে সমৰ্থ হৈছে। এতিয়া এই চুক্তিৰ বিৰুদ্ধাচৰণ কৰি বৰ্তমান চৰকাৰক ভাবুকি প্ৰদান কৰি আছে তথাকথিত বাঁওপন্থী দলসমূহে। সাম্যবাদ আৰু সমাজতন্ত্ৰত বিশ্বাসী বুলি ফটাঢোল কোবোৱা বাঁওপন্থী দলসমূহৰ অনৈতিক আৰু পশ্চাৎপদমুখী দৃষ্টিভংগীযে দেশখনক বহুযুগ পিছুৱাইহে নিব। সেই দলসমূহে ভাৰতত সমাজবাদ প্ৰতিষ্ঠা কৰাৰ কি প্ৰতিশ্ৰুতি দিব পাৰে বুলিও প্ৰশ্নৰ উদয় হৈছে আমাৰ মনত। এইবাৰেই নহয়, চৰকাৰী কৰ্মচাৰীৰ ভৱিষ্য জমা নিধিৰ ওপৰত লোৱা চৰকাৰী সিদ্ধান্তৰ সময়তো তেওঁলোকে ভাবুকি দিছিল সমৰ্থন প্ৰত্যাহাৰৰ। পাছলৈ যেনিবা নেজ পেলোৱা কুকুৰৰ দৰে লেউসেউ হৈ পৰে। এতিয়াৰ প্ৰধান মন্ত্ৰী মনমোহন সিং বিত্তমন্ত্ৰী হৈ থাকোঁতে ১৯৯১ চনত মুক্ত অৰ্থনীতি ঘোষণা কৰাৰ সময়তো আটাইতকৈ বেছি সমালোচনা বাঁওপন্থী দলেই কৰিছিল। কিন্তু এতিয়া এই অৰ্থনীতিৰ ফলত হোৱা পৰিৱৰ্তনৰ সুফল এওঁলোকৰ শাসিত ৰাজ্যকেইখনেই বেছিকৈ ভোগ কৰি আছে। ছিংগুৰ আৰু নন্দীগ্ৰামৰ দুখীয়া কৃষকৰ কেঁচা তেজৰ মাজত দেশী-বিদেশী উদ্যোগপতিক

বৰপীড়া পাৰি বহুৱাইছে এওঁলোকে। এইবিলাক কিন্তু বুৰ্জোৱা ধনিক শ্ৰেণী তেওঁলোকৰ বাবে নহয়। টাটা বিৰলাৰ বিৰুদ্ধে অ'ত বছৰে প্ৰতিক্ৰিয়াশীল বুৰ্জোৱা বুলি ভাৰতীয় সাধাৰণ শ্ৰমিক-কৃষকক জাতীয় উদ্যোগপতিসকলৰ বিৰুদ্ধে উচতাই মৌজোল খাইছিল বাঁওপন্থীসকলে, অথচ বুদ্ধদেৱ ভট্টাচাৰ্য আৰু জ্যোতি বসুৱে ইংলেণ্ড আৰু আমেৰিকা ভ্ৰমণ কৰি বিদেশী পুঁজিপতিগোষ্ঠীক ৰঙা দলিচা পাৰি বহুৱাবলৈ তাঁত-বাতি কাটি আছে এতিয়াও। এইবোৰ বাস্তৱ সত্য। আজিৰ বিশ্বত এনেবোৰ পদক্ষেপৰ গত্যন্তৰ নাই। এই বাস্তৱ সত্য উপলব্ধি কৰিয়েই প্ৰধান মন্ত্ৰী মনমোহন সিঙে বাঁওপন্থী দলৰ ধমকনিত শিৰ নত নকৰি সংযুক্ত প্ৰগতিশীল মৰ্চা চৰকাৰখনক এক সম্মানজনক স্থিতিত উপনীত কৰাইছে। তাৰ বাবে প্ৰধানমন্ত্ৰীগৰাকী সঁচাকৈয়ে ধন্যবাদৰ যোগ্য।

এই চুক্তিৰ গাঁথনি হঠাৎ কৰা গাঁথনি নহয়, কেইবাবছৰো ধৰি চলা আলোচনা-বিলোচনাৰ অন্তত এই চুক্তিখনে পূৰ্ণ ৰূপ পাইছে। সময়ে সময়ে এই চুক্তিখন সন্দৰ্ভত প্ৰধান মন্ত্ৰীয়ে সদনত বক্তব্য দাঙি ধৰি প্ৰতিশ্ৰুতি দিছে যে দেশৰ সাৰ্বভৌমত্ব, পাৰমাণৱিক পৰীক্ষাৰ ক্ষেত্ৰত কোনোধৰণৰ আপোচ কৰা নহ'ব। সেই সময়ত কিন্তু বাঁওপন্থী দলসমূহে নীৰৱ ভূমিকা গ্ৰহণ কৰিছিল। কিন্তু যেতিয়া চুক্তিখনে পূৰ্ণ ৰূপ পালে, হঠাৎ তেওঁলোকে গভীৰ নিদ্ৰাৰ পৰা সাৰ পালে। উঠিপৰি লাগিল চুক্তিখন বাতিল কৰাৰ কাৰণে। ভয় দেখুৱাইছে সমৰ্থন প্ৰত্যাহাৰৰ। ইয়াৰ অন্তৰালত কোন শক্তি আছে? ইয়াত কি উদ্দেশ্য নিহিত হৈ আছে, সেইটোহে আটাইতকৈ আশ্চৰ্যৰ বিষয়। বিভিন্ন স্তৰত প্ৰশ্ন উত্থাপিত হৈছে এই চুক্তি বাতিলকৰণৰ কাৰণে বিশেষকৈ ইন্ধন যোগাইছে চীনে। যদিও চীনেই নিজে আমেৰিকাৰ আণৱিক শক্তি আইনৰ ১২৩ নম্বৰ ধাৰাৰ অধীনত বিশ্বৰ সবাতোকৈ শক্তিশালী দেশখনৰ লগত ইতিমধ্যে চুক্তিত স্বাক্ষৰ কৰিছে। তেতিয়া কিন্তু আমাৰ বাঁওপন্থী নেতাসকলে আমেৰিকাৰ বুৰ্জোৱা শক্তি আৰু চীনক গৰিহণা দিয়া নাছিল। আজি চীন আৰু পাকিস্তানৰো ভয় হৈছে— এই চুক্তি সম্পাদিত হোৱাৰ পাছত শক্তি, কৃষি, উদ্যোগ, যোগাযোগ আদি অসামৰিক খণ্ডত ভাৰত বিশ্বৰ চাৰিখন ৰাষ্ট্ৰৰ অন্যতম হ'ব। শক্তি ৰাষ্ট্ৰ হিচাপে এই স্থানত উপনীত হ'বলৈ প্ৰয়োজন হ'ব দহৰ পৰা বিশ বছৰ। এছিয়া মহাদেশত চীনক প্ৰতিদ্বন্দ্বিতা কৰিব পৰা ৰাষ্ট্ৰ হিচাপে ভাৰত পৰিগণিত হ'ব বুলিও ভৱিষ্যৎবাণী কৰিছে অৰ্থনীতিবিদসকলে। তদুপৰি ভাৰতৰ ৰপ্তানি বৃদ্ধি পাব আৰু কৃষি উদ্যোগৰ বিকাশে এক নতুন শক্তিশালী স্থিতিত উপনীত হ'ব। সেয়ে যেনে তেনে এই চুক্তি বাতিল কৰিব লাগে আৰু ইয়াৰ বাবে অস্ত্ৰ হিচাপে

ব্যৱহাৰ কৰিছে বাঁওপন্থী দলসমূহক। আমেৰিকাৰ লগত কৰা চুক্তিখনে যদি ভাৰতৰ সাৰ্বভৌমত্ব বিনষ্ট কৰিব বুলি বাঁওপন্থী দলসমূহে ভাবিছে, তেনেহ'লে ছোভিয়েট ৰাছিয়াৰ লগত ভাৰতে কৰা পূৰ্বৰ সহযোগিতা চুক্তিখন সম্পৰ্কত ইমান সৰৱভাৱে প্ৰতিবাদ নকৰিলে কিয়? এতিয়াই নহয়, স্বাধীনতাৰ পূৰ্বৰ পৰাই ভাৰতৰ গুৰুত্বপূৰ্ণ সন্ধিক্ষণত বাঁওপন্থী দলসমূহৰ ক্ষতিকাৰক ভূমিকাৰ বাবেই আজিও জনসাধাৰণে বাঁওপন্থী দলসমূহক গ্ৰহণ কৰা নাই। ইয়াৰ প্ৰথম কাৰণ হ'ল— তেওঁলোকৰ সুবিধাবাদী ৰাজনৈতিক চৰিত্ৰ, ভাৰতৰ অৰ্থনৈতিক-সামাজিক বিকাশৰ বাবে শুদ্ধ আৰু সাৰ্বজনীন নীতি গ্ৰহণত ব্যৰ্থতা। এইবাৰো এই চুক্তিৰ ক্ষেত্ৰত তেওঁলোকৰ এই সুবিধাবাদী আৰু দুতলীয়া চৰিত্ৰৰ স্পষ্ট প্ৰকাশ ঘটিছে। সেয়ে প্ৰধানমন্ত্ৰী মনমোহন সিঙৰ স্পষ্ট, অকপট আৰু কঠোৰ সিদ্ধান্তক প্ৰত্যাহ্বান জনাই প'লিটব্যুৰ'ৰ সদস্য সীতাৰাম য়েচুৰীয়ে কৈছে— 'চৰকাৰৰ পতনক লৈ আমি উদ্বিগ্ন নহয়।' —এয়া হ'ল এজন দায়িত্বশীল বাঁওপন্থী নেতাৰ মন্তব্য। তেওঁৰ মন্তব্যত ফুটি উঠিছে বাঁওপন্থী দলসমূহৰ ভাৰতৰ গণতান্ত্ৰিক ব্যৱস্থাৰ প্ৰতি এক তাচ্ছিল্য আৰু বালকসুলভ দৃষ্টি ভংগী। এনেকৈয়ে বাঁওপন্থী দলসমূহে ভাৰতত সমাজবাদ প্ৰতিষ্ঠা কৰাৰ সপোন দেখিছে যদি সেয়া দুৰ্ভাগ্যজনক বিষয়।■■

---

*অসমীয়া খবৰ, ২২ আগষ্ট, ২০০৭*

# দ্বিদলীয় পদ্ধতিৰ ৰাজনৈতিক চৰকাৰ

যোৱা ১০ মে' তাৰিখে ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ ১৫০ বছৰীয়া পূৰ্তি উপলক্ষে সংসদৰ চেণ্ট্ৰেল হলত অনুষ্ঠিত এক গাম্ভীৰ্যপূৰ্ণ অনুষ্ঠানত ৰাষ্ট্ৰপতি এ পি জে আব্দুল কালামে কৰা এক মন্তব্যই বিতৰ্কৰ সৃষ্টি কৰিছে। সন্মানীয় ৰাষ্ট্ৰপতিগৰাকীয়ে উল্লেখ কৰিছে— ৰাষ্ট্ৰখনে বহু প্ৰত্যাহ্বানমূলক পৰিস্থিতিৰ সন্মুখীন হৈ আহিছে। বিগত কেইটিমান বছৰৰ পৰা বহুদলীয় সন্মিলিত চৰকাৰ আমাৰ নিয়মীয়া পৰম্পৰাত পৰিণত হৈছে। কিন্তু বৰ্তমানৰ পৰিস্থিতিৰে মোকাবিলা কৰিবলৈ হ'লে বহুদলীয় ৰাজনৈতিক দলৰ চৰকাৰৰ পৰিবৰ্তে দেশত দ্বিদলীয় ৰাজনৈতিক দলৰ চৰকাৰৰ প্ৰাসংগিকতাহে আহি পৰিছে। ৰাষ্ট্ৰপতিগৰাকীৰ মন্তব্যৰ পাছতে প্ৰথমে টিঙিৰি তুলা হৈ উঠিছে দেশৰ কমিউনিষ্ট দলসমূহ। ভাৰতীয কমিউনিষ্ট দলৰ নেতা গুৰুদাস দাশগুপ্তই ৰাষ্ট্ৰপতিগৰাকীৰ মন্তব্যৰ বিৰোধিতা কৰি সংবাদ মেলত ৰাষ্ট্ৰপতিগৰাকীৰ বক্তব্য অপ্ৰাসংগিক, অনিষ্টকৰ আৰু ভাৰতীয় গণতান্ত্ৰিক পৰম্পৰাৰ প্ৰতিকূল বুলি মন্তব্য কৰিছে। একে সুৰতে ফৰৱাৰ্ড ব্লকৰ নেতা দেৱব্ৰত বিশ্বাসেও ৰাষ্ট্ৰপতিগৰাকীৰ মন্তব্যৰ গ্ৰহণযোগ্যতা নাই বুলি উল্লেখ কৰিছে। একেদৰে চি পি এম তৰফৰ পৰাও এই মন্তব্যৰ বিৰোধিতা কৰা হৈছে।

ৰাষ্ট্ৰপতিগৰাকীয়ে তেওঁৰ পাঁচবছৰীয়া কাৰ্যকালৰ অভিজ্ঞতাৰ আধাৰত যি মন্তব্য কৰিছে, সেই মন্তব্য বাস্তৱ পৰিস্থিতিৰ পৰিপ্ৰেক্ষিতত উলাই কৰিব পৰা নহয়। আজি বহুদিন ধৰি ভাৰতত এই চিন্তা-চৰ্চা চলি আহিছে। আনকি বহু ৰাজনীতিবিদ আৰু ৰাজনৈতিক বিশ্লেষকেও দেশৰ চুকে-কোণে দেখা দিয়া অস্থিৰতা আৰু নৈৰাজ্যৰ প্ৰতি লক্ষ্য ৰাখি দ্বিদলীয় পদ্ধতি প্ৰৱৰ্তনৰ সপক্ষে মন্তব্য কৰিছে। কাৰণ বাস্তৱ অভিজ্ঞতাৰ পৰাও এইটো প্ৰতীয়মান হৈছে যে বহুদলীয় সন্মিলিত চৰকাৰে দেশখনক যিদৰে সামগ্ৰিকভাৱে আগুৱাই নিব লাগিছিল, তেনেদৰে পৰা নাই। বিভিন্ন মতাদৰ্শ, দলীয় নীতি আৰু আঞ্চলিক চিন্তা-চৰ্চাই সময়ে সময়ে কেন্দ্ৰীয় চৰকাৰখনৰ শক্তি মজবুত কৰক চাৰি দুৰ্বল কৰাহে দেখা গৈছে। আনকি বহু ৰাজ্যতো আজি সন্মিলিত চৰকাৰ গঠন হৈছে। এইবোৰ ৰাজ্যত ৰাজনৈতিক অস্থিৰতাই উন্নয়নৰ ক্ষেত্ৰত বাধাৰহে সৃষ্টি কৰিছে।

প্ৰকৃতাৰ্থত সন্মিলিত চৰকাৰ আৰম্ভ হৈছিল ১৯৮৯ চনৰ পৰা। ইয়াৰ আগতে ১৯৭৭ চনত বিভিন্ন ৰাজনৈতিক দলৰ সমাহাৰত গঠন হৈছিল জনতা দলৰ চৰকাৰ। বিভিন্ন মতাদৰ্শৰ লোকৰ অস্থায়ী বুজাবুজিত হোৱা এই চৰকাৰে ভাৰতীয় ৰাইজৰ আশা-আকাংক্ষা আৰু ৰাজনৈতিক-সামাজিক পৰিৱৰ্তনৰ কোনো গুণগত ফল দেখুৱাব নোৱাৰিলে। কেৱল খোৱা-কামোৰা, ক্ষমতাক লৈ যুঁজ-বাগৰ কৰি যুদ্ধংদেহী মনোভাব লৈযে তেওঁলোকৰ কাৰ্যকাল কেইমাহমানতে সমাপ্ত হ'ল। ১৯৮৯ চনৰ বফৰ্চ কেলেংকাৰি তথা ৰাজীৱ গান্ধী আৰু কংগ্ৰেছৰ দুৰ্নীতিক ইছ্যু হিচাপে লৈ নেছনেল ফ্ৰন্ট চৰকাৰ গঠন হ'ল আৰু বিশ্বনাথ প্ৰতাপ সিং প্ৰধান মন্ত্ৰী হিচাপে নিৰ্বাচিত হ'ল। সেই চৰকাৰখনত জনতা দল, তেলগু দেশম, অসম গণ পৰিষদ, লোক দল, জনমৰ্চা, ডি এম কে আৰু কিছু নিৰ্দলীয় সদস্য আছিল। ১৫ দিনৰ ভিতৰত বফৰ্চ কেলেংকাৰি উদঙাই দিম বুলি দাংকোপ মৰা বিশ্বনাথ প্ৰতাপ সিঙৰ জোলোঙাৰ মেকুৰীটো ওলাল প্ৰধান মন্ত্ৰী হোৱাৰ পাছত। নিৰ্বাচনৰ সময়ত নিজৰ চোলাৰ জেপৰ পৰা বফৰ্চৰ তথ্য উলিযাই ছুইচ বেংকত ৰাজীৱ গান্ধীৰ নামত কিমান টকা আছে তাক মিছাকৈ প্ৰচাৰ কৰি বিশ্বনাথ প্ৰতাপ সিং প্ৰধান মন্ত্ৰী হ'ল। পিছে এই কেলেংকাৰিৰ তদন্তৰ নামত ক্ষমতা দখল কৰাৰ বাহিৰে সামান্যও অগ্ৰসৰ হ'ব নোৱাৰিলে, বৰং তেওঁৰ কাৰ্যকালত মণ্ডল কমিছনক কেন্দ্ৰ কৰি দেশত জাতিগত বিদ্বেষ আৰু অস্থিৰতাৰহে সৃষ্টি হ'ল। কংগ্ৰেছৰ দুৰ্নীতি আৰু বফৰ্চ কেলেংকাৰিৰ কোনো অভিযোগ বিশ্বনাথ প্ৰতাপ সিঙে প্ৰমাণ কৰিব নোৱাৰিলে। ১৯৮৯ চনৰ নিৰ্বাচনত কংগ্ৰেছৰ ১৯৩খন আসনৰ বিপৰীতে নেছনেল ফ্ৰন্ট আসন আছিল মাত্ৰ ১৪৭খন। কিন্তু যিহেতুকে ৫২৫ খন আসনৰ ভিতৰত কংগ্ৰেছে সংখ্যাগৰিষ্ঠতা নাপালে সেয়ে ৰাজীৱ গান্ধীযে ৰাজনৈতিক উদাৰতাৰে চৰকাৰ গঠন কৰিবলৈ অনীহা প্ৰকাশ কৰি নেচনেল ফ্ৰন্টক চৰকাৰ গঠন কৰাৰ বাট মোকোলাই দিযে। নেচনেল ফ্ৰণ্টেক কমিউনিষ্ট দলৰ ৫৭ আৰু বিজেপিৰ ৮৮জন সংসদৰ সমৰ্থন লৈ চৰকাৰ গঠন কৰিছিল। কিন্তু এই চৰকাৰে কাৰ্যতঃ খামখেযালিৰ বাবে পাঁচ বছৰ সম্পূৰ্ণ কৰিব নোৱাৰিলে। পাছত কংগ্ৰেছে কিছুদিনৰ কাৰণে চন্দ্ৰশেখৰক প্ৰধানমন্ত্ৰী হিচাপে সমৰ্থন দিব লগীয়া হ'ল। সি যি কি নহওক, ৰাজীৱ গান্ধীৰ মৃত্যুৰ পাছত নৰসিংহ ৰাও প্ৰধান মন্ত্ৰী হ'ল। তেওঁৰ প্ৰধান মন্ত্ৰী কালতো ঝাৰখণ্ড মুক্তি মৰ্চাৰ দৰে দলৰ সমৰ্থন ল'বলগীযা হৈছিল। পাছত দেৱগৌডা, আই কে গুজৰাল, অটল বিহাৰী বাজপেযী আদিয়ো প্ৰধান মন্ত্ৰী হৈছিল বিভিন্ন দলৰ সমৰ্থনত। বৰ্তমান সংযুক্ত প্ৰগতিশীল মৰ্চা চৰকাৰ বিভিন্ন ৰাজনৈতিক দলৰ সমৰ্থনত গঠিত চৰকাৰ। থূলমূলভাৱে ক'বলৈ হ'লে ১৯৮৯ চনৰ পৰাই ভাৰতত সন্মিলিত চৰকাৰে কাৰ্যনিৰ্বাহ কৰি আহিছে। এই সন্মিলিত চৰকাৰসমূহত অকল যে ৰাষ্ট্ৰীয় দলসমূহ আছে এযে নহয, ইযাৰ লগত আছে তেলগু দেশম, ডি এম কে,

এজিপি, ঝাৰখণ্ড মুক্তি মৰ্চা আদি আঞ্চলিক দল । ইয়াৰ উপৰিও ৰাষ্ট্ৰীয় দলৰ নামত সৰু সৰু বিভিন্ন দলে এই চৰকাৰসমূহৰ অংশীদাৰ হৈ আহিছে। ভাৰতত কেন্দ্ৰীয় চৰকাৰখন এক শক্তিশালী কেন্দ্ৰীভূত চৰকাৰ। বৈদেশিক, প্ৰতিৰক্ষা, অৰ্থনৈতিক নীতি আদি কেন্দ্ৰীয় চৰকাৰৰ ক্ষমতাৰ আওতাত। কিন্তু যিহেতুকে সৰু সৰু ৰাষ্ট্ৰীয় আৰু আঞ্চলিক দলসমূহত এইবোৰ নীতিৰ ক্ষেত্ৰত সামগ্ৰিকভাৱে স্পষ্ট ধাৰণা নাই, সেয়ে বহু ক্ষেত্ৰত ৰাষ্ট্ৰীয় নীতিত এওঁলোকৰ ভূমিকা গৌণ হৈ পৰে। আনহাতে যিবিলাক বাঁওপন্থী ৰাষ্ট্ৰীয় দল আছে, তেওঁলোকৰ নীতি-আদৰ্শৰ লগত কংগ্ৰেছ, বিজেপি আদিৰ মিল নাই। ফলত বহুক্ষেত্ৰত ল'বলগীয়া গুৰুত্বপূৰ্ণ সিদ্ধান্তৰ ক্ষেত্ৰত নীতিৰ বিপৰীতধৰ্মিতাৰ বাবে চৰকাৰখন পিছ হুঁহকি আহিবলগীয়া হয়। ইয়ে বহুক্ষেত্ৰত ৰাষ্ট্ৰখনৰ বিকাশত বাধাৰ প্ৰাচীৰ হৈ থিয় দিয়ে। এইক্ষেত্ৰত এটা কথা স্বীকাৰ কৰিব লাগিব যে ভাৰত স্বাধীন হোৱাৰ পাছত বহু ৰাজ্যত আঞ্চলিক দলসমূহে মূৰ দাঙি উঠিছে। ইয়াৰ কাৰণ হ'ল অনুন্নত আৰু পিছপৰা ৰাজ্যসমূহৰ উন্নয়নৰ কাৰণে ৰাষ্ট্ৰীয় দলসমূহৰ গঠনমূলক ভূমিকাৰ অভাৱ। ফলস্বৰূপে বিভিন্ন ৰাজ্যত সৃষ্টি হৈছে বিচ্ছিন্নতাৰ মনোভাৱ। দেশক যদি ঐক্যবদ্ধ কৰি ৰখাৰ প্ৰশ্ন আহে, তেন্তে ৰাষ্ট্ৰীয় দলসমূহৰ প্ৰথম ভূমিকা হ'ব লাগিব আঞ্চলিক বৈষম্য দূৰ কৰা। চাকাৰীয়া কমিছনে ৰাজ্যসমূহক অধিক স্বাযত্ব শাসন দিয়াৰ প্ৰস্তাৱ আগবঢ়াইছে। কাৰ্যতঃ এই পৰামৰ্শাৱলী কাৰ্যকৰী নহ'ল। ইউ পি এ চৰকাৰে নতুনকৈ এখন আয়োগ গঠন কৰিছে ৰাজ্যসমূহৰ আঞ্চলিক সমস্যাসমূহ বিশ্লেষণ কৰি পৰামৰ্শাৱলী আগবঢ়োৱাৰ কাৰণে। তদুপৰি দেশত আছে প্ৰায ৬০ শতাংশ পিছপৰা জাতিৰ লোক। তেওঁলোকৰ উন্নয়নৰ ব্যৱস্থা যিমানদূৰ ক্ষিপ্ৰ হ'ব লাগিছিল, সিমানদূৰ হোৱা নাই। সামাজিক সমস্যাসমূহ এতিয়াও সমস্যা হৈয়ে আছে। সেয়ে এইসকল লোকেও বঞ্চনাৰ বিৰুদ্ধে ৰাজনৈতিক দল গঠন কৰি ৰাজনৈতিক অধিকাৰৰ সাব্যস্ত কৰাৰ কাৰণে আগ বাঢ়ি আহিছে। বহুজন সমাজ পাৰ্টী এই দিশত স্পষ্ট নিদৰ্শন। কিন্তু এইটো কথাও স্বীকাৰ কৰিব লাগিব যে আঞ্চলিকতাবাদেও হওক বা এইধৰণৰ পিছপৰা শ্ৰেণীৰ লোকৰ ৰাজনৈতিক সংগঠনেই হওক, কোনেও কিন্তু অঞ্চলটোৰ বা জাতিটোৰ উন্নয়ন সাধিব পৰা নাই। সেয়ে ক্ষোভ আৰু হতাশাৰ মাত্ৰা সকলো শ্ৰেণীৰ মাজত গঢ়ি উঠিছে। কোনো কোনোৱে ক'ব খোজে যে ভাৰতক সকলো ৰাজ্যক অনৈক্যৰ মাজত ঐক্যৰ শ্ল'গানে এক কৰি ৰাখিব পাৰিব নে নোৱাৰে? পৃথিৱীৰ ইটালী, ফ্ৰান্স আদি ৰাষ্ট্ৰত সন্মিলিত চৰকাৰ হৈছে। কিন্তু এই সন্মিলিত চৰকাৰসমূহে বহু ক্ষেত্ৰত নীতি-আদৰ্শৰ বাবে সময়ে সময়ে মুখথেকেচা খাবলগীয়া হৈছে। ফলত অশান্তি য়ে গা কৰি উঠিছে।

ভাৰত এখন বিশাল ৰাষ্ট্ৰ। ই স্বাধীনতা লাভ কৰিছে ১৯৪৭ চনত, অথচ চীনে স্বাধীনতা লাভ কৰিছে ১৯৪৯ চনত। প্ৰগতিৰ মাপকাঠীত চীন ভাৰততকৈ বহু ওপৰত। দ্বিতীয়

ৰাজনৈতিক চৰকাৰে আমেৰিকা আৰু ব্ৰিটেইনক এক গতিশীল ৰূপ দি আগবঢ়াই নিছে। সেয়ে আজিৰ পৰিস্থিতিত যদি বহুদলীয় চৰকাৰৰ সলনি দ্বিদলীয় চৰকাৰৰ পদ্ধতি ভাৰতত আৰম্ভ হয়, তেতিয়া হ'লে দেশৰ উন্নতিৰ মাপকাঠী উৰ্ধ্বগামী হোৱাই নহয়, ৰাষ্ট্ৰখনে এক শক্তিশালী ৰূপ পৰিগ্ৰহ কৰিব পাৰিব। কিন্তু তাৰ বাবে সকলো জনগোষ্ঠী, সম্প্ৰদায়ৰ আশা-আকাংক্ষা পূৰণৰ এক বাস্তৱধৰ্মী নীতি গ্ৰহণ কৰিব লাগিব। তেতিয়াহ'লে সামগ্ৰিকভাৱে দেশখনৰ উন্নতি হ'ব। কিন্তু এইক্ষেত্ৰত বৰ্তমানৰ ভাৰতীয় সংবিধানৰ আমূল পৰিৱৰ্তন দৰকাৰ হ'ব আৰু ৰাজ্যসমূহলৈ অধিক স্বায়ত্ব শাসন প্ৰদান কৰিব লাগিব। বাঁওপন্থী দলসমূহে চিৎকাৰ কৰি উঠিলেও ৰাষ্ট্ৰপতিগৰাকীৰ এই তাৎপৰ্যমূলক বক্তব্যৰ এক ৰাষ্ট্ৰজোৰা বিতৰ্ক হোৱা উচিত। কেন্দ্ৰত সন্মিলিত চৰকাৰ গঠন কৰাৰ বাবেহে ৰাষ্ট্ৰখনৰ প্ৰগতিত স্থবিৰতা আহিছে। সেয়েহে বহুদলীয় চৰকাৰৰ পদ্ধতি আঁতৰাই উন্নতিৰ স্বাৰ্থত দ্বিদলীয় ৰাজনৈতিক পদ্ধতি গ্ৰহণ কৰা উচিত।■■

---

*আজিৰ দৈনিক বাতৰি, ২৬ মে', ২০০৭*

# সাংসদৰ বিশেষাধিকাৰ অতীত আৰু বৰ্তমান

ভলকাৰ প্ৰতিবেদন সদনত দাখিল কৰাৰ আগতেই বাতৰিকাকতত এই প্ৰতিবেদনৰ কিছু অংশ প্ৰকাশ হোৱাক লৈ কিছুদিন ধৰি সদনৰ ভিতৰে-বাহিৰে তুমুল বিতৰ্কৰ সৃষ্টি হৈছিল। ন্যায়াধীশ আৰ এছ পাঠকৰ প্ৰতিবেদন উন্মোচন হোৱাৰ পিছত প্ৰাক্তন বৈদেশিকমন্ত্ৰী নটবৰ সিঙে প্ৰতিবেদন উন্মোচনৰ প্ৰক্ৰিয়াটোৰ ক্ষেত্ৰত প্ৰধান মন্ত্ৰীক আক্ৰমণৰ লক্ষ্য হিচাপে ল'লেও কপিল শিবাল, প্ৰণব মুখাৰ্জী আৰু পি চিদাম্বৰমকো এৰি দিয়া নাই। নিজেই ৰাজ্যসভাত প্ৰধান মন্ত্ৰীৰ বিৰুদ্ধে বিশেষাধিকাৰ ভংগৰ প্ৰস্তাৱ আনিবলৈ গৈ মুখথেকেচা খালে। কাৰণ ৰাজ্যসভাৰ চেয়াৰমেন ভৈৰোঁ সিং শেখাৱাটে বিশেষাধিকাৰ ভংগৰ প্ৰস্তাৱটো পূৰ্বৰ সদনৰ সিদ্ধান্তৰ ওপৰত ভিত্তি কৰি পোনছাটেই গ্ৰহণযোগ্যতা নাই বুলি নাকচ কৰে। ১৯৮২ চনৰ ৰে'ল বাজেট সদনত দাখিল কৰাৰ আগতে সদৰী হৈছিল। সেই সময়ত লোকসভাত জৰ্জ ফাৰ্ণাণ্ডেজকে আদি কৰি কেইবাজনো সংসদে প্ৰধান মন্ত্ৰীৰ বিৰুদ্ধে বিশেষাধিকাৰ ভংগৰ প্ৰস্তাৱ আনিছিল। ৰে'লৱে ব'ৰ্ডৰ চেয়াৰমেনৰ বিৰুদ্ধে দিয়া ৰায়ৰ ভিত্তিতেই ভলকা প্ৰতিবেদন প্ৰকাশ হোৱা ঘটনাটো কোনো বিশেষাধিকাৰ ভংগৰ আওতাত নপৰে বুলি সোমনাথ চেটাৰ্জীয়ে ৰায় দিছিল। তেওঁ কৈছিল, 'সদনত দাখিলৰ আগতে কোনো বাজেট বা তথ্য প্ৰকাশ হ'লে ই বিশেষাধিকাৰ ভংগৰ আওতাত নপৰে বুলি ১৯৮২ চনতে সেই সময়ৰ লোকসভাৰ অধ্যক্ষই ৰায় দি থৈছে।'

কিছুদিন পূৰ্বে অসম বিধানসভাত বাংলাদেশে অসমৰ ভূমি দখল কৰা সন্দৰ্ভত ৰাজহমন্ত্ৰীগৰাকীয়ে দিয়া বিবৃতি আৰু লোকসভাত প্ৰতিৰক্ষামন্ত্ৰীগৰাকীয়ে বাংলাদেশে মাটি দখল কৰা নাই বুলি দিয়া বিবৃতি আৰু পৰৱৰ্তী সময়ছোৱাত মুখ্য মন্ত্ৰী তৰুণ গগৈয়ে প্ৰতিৰক্ষামন্ত্ৰীৰ বিবৃতি সমৰ্থন কৰি দিয়া বক্তব্যই অসমৰ ৰাজনৈতিক মহলত তুমুল বিতৰ্কৰ সৃষ্টি কৰিছিল। বিজেপিয়ে ৰাজহমন্ত্ৰীৰ বিৰুদ্ধে আৰু বিজেপিক দেখি অগপৰ বহুৱক্তা সাধাৰণ সম্পাদক এগৰাকীয়ে মুখ্য মন্ত্ৰী গগৈৰ বিৰুদ্ধে বিশেষাধিকাৰ ভংগৰ গদা ঘূৰাইছে। বিৰোধীপক্ষৰ ৰাজহকোৰ আৰু আস্ফালনৰ কোনো যুক্তিযুক্ততা

নাই, বৰং তৰল আৰু টুলুঙা মন্তব্যেৰে ভীমৰ গদা দাঙিবলৈ চেষ্টা কৰিছে যদিও বিশেষাধিকাৰ ভংগৰ সদনৰ নিয়ম আৰু পৰম্পৰা অনুসৰি তেওঁলোকৰ আস্ফালন যে নিষ্ফল হ'ব ই ধুৰুপ। ইতিমধ্যে ৰাজ্যসভাত এই বিশেষ পৰম্পৰা ৰাখি ৰায় দি থোৱা আছে। কাৰণ মন্ত্ৰীয়ে দিয়া বিবৃতি কোনো কাৰণত সদনত দাখিল কৰোঁতে যদি ভুল তথ্যৰ অৱতাৰণা কৰে, তথাপি ই বিশেষ অধিকাৰ ভংগৰ ভিতৰত নপৰে। এই সন্দৰ্ভত ১৯৫৮ চনৰ ১১ ফেব্ৰুৱাৰীত কমিউনিষ্ট সাংসদ এ কে গোপালন আৰু তিনিগৰাকী সাংসদে তেতিয়াৰ বিত্তমন্ত্ৰী টি টি কৃষ্ণমাচাৰীৰ বিৰুদ্ধে জীৱন বীমা কোম্পানীৰ নিয়োগ সম্পৰ্কত সদনত অশুদ্ধ আৰু ভুল তথ্য দাখিল কৰা বুলি অনা অভিযোগৰ কথা উল্লেখ কৰিব পাৰি। সেই সময়ৰ অধ্যক্ষ আছিল এম আয়েংগাৰ। ৰায়দানত তেওঁ কৈছিল— ‘বিসংগতিপূৰ্ণ বিবৃতি কোনো বিশেষাধিকাৰ ভংগৰ অভিযোগৰ অধীনত নপৰে, ই কেৱল মাত্ৰ অনিয়মহে।’ ঠিক তেনেদৰে ১৯৬৪ চনতে চনতে ৰাজ্যিক বিত্তমন্ত্ৰী বি আৰ ভগতে সদনত দিয়া বিবৃতি অশুদ্ধ বুলি ৰাম মনোহৰ লোহিয়াই বিশেষাধিকাৰ ভংগৰ অভিযোগ আনিছিল। তেতিয়াৰ অধ্যক্ষগৰাকীয়ে কৈছিল— কোনোবা এজন মন্ত্ৰীৰ বিবৃতি কোনোবা এজন সদস্যই অসত্য আৰু অসম্পূৰ্ণ বুলি ক'লেই বিশেষাধিকাৰ ভংগ নুসূচায়। ১৯৬৬ চনৰ ১৮ এপ্ৰিলত অসমৰ তেতিয়াৰ সাংসদ হেম বৰুৱাই প্ৰধান মন্ত্ৰী ইন্দিৰা গান্ধীৰ বিৰুদ্ধে বিশেষাধিকাৰ ভংগৰ অভিযোগ আনিছিল এই কাৰণেই যে ৭ এপ্ৰিলত (১৯৬১) প্ৰধান মন্ত্ৰীগৰাকীয়ে সংসদত জনাইছিল— ছোভিয়েট ৰাছিয়াই তাছখণ্ড ঘোষণা ভংগ কৰাৰ বিষযে জনাবলৈ ৰাৱালপিণ্ডিলৈ প্ৰতিনিধি পঠিয়াইছে। পাছত সদনত প্ৰধান মন্ত্ৰীগৰাকীয়ে তেওঁ দিয়া বিবৃতিত স্পষ্টীকৰণ দাঙি ধৰি কৈছিল যে এই ঘোষণাত থকা নিৰ্দিষ্ট ঘোষণাসমূহ ভংগ হোৱাৰ বিষয়ে ভাৰত চৰকাৰৰ তৰফৰ পৰা ছোভিয়েট ৰাছিয়াক জনোৱা হৈছে আৰু ছোভিয়েট ৰাছিয়াই কথা দিছে এই বিষয়টো তেওঁলোকে পাকিস্তানী শাসকপক্ষৰ ওচৰত দাঙি ধৰিব। লোকসভাৰ অধ্যক্ষই প্ৰধান মন্ত্ৰীগৰাকীয়ে সদনত দিয়া স্পষ্টীকৰণৰ পাছত বিশেষাধিকাৰ ভংগৰ প্ৰস্তাৱ নাকচ কৰি ৰায় দি কৈছিল— কেতিয়াবা সদনত দিয়া বিবৃতি ভুল বা অশুদ্ধ হ'লেও বিভাগীয় মন্ত্ৰীগৰাকীয়ে সেই ভুলৰ শুধৰণি দাঙি ধৰিলে এইটো বিশেষাধিকাৰ ভংগৰ আওতাত নপৰে।

তেনেকুৱা বহু সিদ্ধান্ত লোকসভা আৰু বিধানসভাৰ মজিয়াত আছে যাৰ দ্বাৰা এইটো প্ৰতীয়মান কৰিব পাৰি যে কোনো মন্ত্ৰীয়ে কোনো কাৰণত বিৰোধী বিবৃতি বা ভুল তথ্য দাখিল কৰিলেও ইয়াৰ কাৰণসমূহ সদনত শুদ্ধভাৱে দাখিল কৰিলে ই বিশেষাধিকাৰ ভংগৰ গণ্ডীৰ ভিতৰত নপৰে। অকল যে মন্ত্ৰীসকলৰ বিৰুদ্ধেই বিশেষাধিকাৰ ভংগৰ প্ৰস্তাৱ আহে তেনে নহয়, কেতিয়াবা সদস্যসকলৰ বিৰুদ্ধেই

বিশেষাধিকাৰ ভংগৰ প্ৰস্তাৱ সদনত উত্থাপিত হৈ আছে। আটাইতকৈ বিতৰ্কিত আৰু দেশজুৰি তোলপাৰ লগোৱা বিশেষাধিকাৰ ভংগৰ প্ৰস্তাৱটো আহিছিল ডঃ সুব্ৰমনিয়াম স্বামীৰ বিৰুদ্ধে যাৰ বিৰুদ্ধে সদনে কাৰ্যব্যৱস্থা গ্ৰহণ কৰি তেওঁক ৰাজ্যসভাৰ পদ খাৰিজ কৰিছিল। ডঃ সুব্ৰমনিয়াম স্বামীৰ বিৰুদ্ধে উত্থাপিত অভিযোগৰ ভিতৰত আছিল তেওঁ ৰাজ্যসভাৰ সদস্য হৈ এবছৰৰো অধিক কাল বিদেশত থাকি ভাৰতীয় সংসদীয় ব্যৱস্থাৰ বিৰুদ্ধে শ্লেষাত্মক মন্তব্য কৰি সংসদক হেয় কৰা। তেওঁ কৰা কাৰ্যকলাপে পৱিত্ৰ সদনৰ মৰ্যাদা হানি কৰা হেতু ১৯৭৬ চনৰ ২ ছেপ্টেম্বৰত তেওঁৰ বিৰুদ্ধে বিশেষাধিকাৰ বংগৰ অভিযোগ আনিছিল ৰাজ্যিক সংসদীয় পৰিক্ৰমামন্ত্ৰী ওম মেহতাই। ৰাজ্যসভাৰ অধ্যক্ষই গোটেই বিষয়টো বিচাৰ কৰি চোৱাৰ অৰ্থে সদনৰ বিশেষাধিকাৰ কমিটীলৈ প্ৰেৰণ কৰিছিল আৰু কমিটীয়ে ডঃ স্বামীক তেওঁৰ ওপৰত অনা অভিযোগৰ সম্পৰ্কে আত্মপক্ষ সমৰ্থনৰ সুযোগো দিছিল। তেতিয়াৰ বিশেষাধিকাৰ ভংগ কমিটীৰ সদস্য তথা কংগ্ৰেছ নেতা কমলাপতি ত্ৰিপাঠীয়ে ১৯৭৬ চনৰ ১৫ নৱেম্বৰত তদন্তৰ প্ৰতিবেদন দাখিল কৰি তেওঁৰ আচৰণ সংসদীয় পৱিত্ৰতা আৰু সন্মানৰ প্ৰতি অসন্মানজনক বুলি উল্লেখ কৰি সদনৰ পৰা বহিষ্কাৰৰ পৰামৰ্শ দিয়ে। উক্ত পৰামৰ্শৰ ভিত্তিতে সদনে প্ৰস্তাৱটো গ্ৰহণ কৰে। ইয়াৰ পিছত ৰাজ্যসভাৰ বুলেটিনত (১৫ নৱেম্বৰৰ ১৯৭৬ চনত জাননী প্ৰকাশ কৰি) তেওঁক সদনৰ পৰা বহিষ্কাৰ কৰে সিদিনাৰ পৰাই কাৰ্যকৰী হোৱাকৈ। এনেকৈ সদনৰ সদস্য পদ হেৰুওৱা ভাৰতীয় সংসদীয় ৰাজনীতিত ডঃ স্বামীয়েই হ'ল প্ৰথমগৰাকী সাংসদ।

অসম বিধানসভাতো বহুকেইবাৰ বিশেষাধিকাৰ ভংগৰ অভিযোগ সদনৰ মজিযাত আহিছিল। বিশেষকৈ ১৯৬৭-৭২ চনৰ সময়ছোৱাত সেই সময়ৰ বিশিষ্ট বিৰোধী সদস্য গোবিন্দ কলিতা, দুলাল বৰুৱা, গৌৰীশংকৰ ভট্টাচাৰ্যই কেইবাজনো মন্ত্ৰী-বিষয়াৰ বিৰুদ্ধে দুৰ্নীতি আদিৰ অভিযোগ আনি সদনত তুমুল বিতৰ্কৰ সৃষ্টি কৰিছিল। আনকি গোবিন্দ কলিতাই অনা অভিযোগৰ ভিত্তিত সেই সময়ৰ আইনমন্ত্ৰী আব্দুল মতলেব মজুমদাৰে মন্ত্ৰিত্ব এৰিবলগীয়া হৈছিল। প্ৰখ্যাত সাংবাদিক প্ৰয়াত হৰেন্দ্ৰ নাথ বৰুৱাৰ বিৰুদ্ধে সদনত বিশেষাধিকাৰ ভংগৰ অভিযোগ অনা হৈছিল। তেতিয়া বৰুৱা আছিল 'নতুন অসমীয়া'ৰ সম্পাদক। তেওঁ ১৯৫৮ চনৰ ২৫ এপ্ৰিলত লিখা সম্পাদকীয় সন্দৰ্ভত বিশেষাধিকাৰ ভংগৰ প্ৰস্তাৱ আনিছিল স্বয়ং অধ্যক্ষ দেৱকান্ত বৰুৱাই আৰু ১৯৫৮ চনৰ ২৮ এপ্ৰিলত অধ্যক্ষগৰাকীয়ে বিষয়টো বিশেষাধিকাৰ কমিটীলৈ প্ৰেৰণ কৰিছিল।

সাংসদৰ সদনত বিশেষাধিকাৰ বিষয়টো অতি জটিল, কাৰণ ভাৰতীয় সংসদীয় প্ৰক্ৰিয়াত এতিয়ালৈকে বিশেষাধিকাৰ বিষয়ক লৈ নিৰ্দিষ্ট আইন প্ৰণয়ন কৰা হোৱা

নাই। বিভিন্ন সময়ত, বিভিন্ন স্তৰত এই সম্পৰ্কে আলোচনা হৈছে যদিও ইয়াক বাৰে বাৰে প্ৰত্যাখ্যান কৰি সংসদৰ সদস্যসকলৰ অধিকাৰ বিষয়ক সকলো বিষয়বস্তু ব্ৰিটিছ সাংসদৰ পৰম্পৰাৰ ভিত্তিত অনুকৰণ কৰাৰ ব্যৱস্থা এতিয়াও চলি আছে। সাংসদৰ বিশেষ অধিকাৰ বুলি ক'লেই সংসদীয় ব্যৱস্থাৰ উৎপত্তি কেতিয়া হৈছিল, তালৈ আমি উভতি চাব লাগিব। কাৰণ প্ৰথম সংসদীয় ব্যৱস্থাৰ আৰম্ভণি হৈছিল Anglo Saxon-ৰ সময়ত ৰজাক বিভিন্ন দিহা-পৰামৰ্শ দিয়াৰ বাবে এখন পৰামৰ্শদাতা কমিটী গঠন কৰা হৈছিল। তাত বিভিন্ন শ্ৰেণীৰ গুণী-জ্ঞানী ব্যক্তিসকল অন্তৰ্ভুক্ত কৰা হৈছিল আৰু পাছলৈ তাকে Great Council বুলি কোৱা হৈছিল। প্ৰয়োজনবোধে ৰজাই পৰামৰ্শৰ বাবে Great Council আহ্বান কৰিলে তেওঁলোকে যাতে কোনো বাধাৰ সন্মুখীন নোহোৱাকৈ উপস্থিত থাকিব পাৰে, তাৰ বাবে তেওঁলোকক যিকোনো প্ৰকাৰৰ অপৰাধত গ্ৰেপ্তাৰ ৰহিত কৰা হৈছিল। এইদৰে ইংলেণ্ডত আৰম্ভ হৈছিল সংসদীয় ব্যৱস্থাৰ আৰু সেই সময়ত ৰজাৰ সদনত সদস্যসকলে ভোগ কৰিছিল বিশেষাধিকাৰৰ বিভিন্ন সুবিধা। ক্ৰমাগতভাৱে এই অধিকাৰ বিস্তাৰিত ৰূপত সদস্যসকলে সদনৰ পৰা পাবলৈ আৰম্ভ কৰিলে। এইক্ষেত্ৰত সুপ্ৰতিষ্ঠিত বিশেষাধিকাৰৰ গোচৰ আছিল Haxey's case। দ্বিতীয় ৰিচাৰ্ডৰ দিনত Haxey নামৰ ৰজাৰ Clerk (সচিবৰ সমপৰ্যায়) বিষয়া এজনে ৰাজপৰিয়ালত হোৱা অত্যধিক খৰচৰ মাত্ৰা কমাবলৈ গৈ সদনৰ মজিয়াত প্ৰথমবাৰ বিশেষাধিকাৰ ভংগৰ দায়ত অভিযুক্ত হয়। সদনে তেওঁক 'প্ৰতাৰক' আখ্যা দিয়ে। শেষত যেনিবা তেওঁ মুক্ত হ'ল চতুৰ্থ হেনৰীৰ শাসনকালত পূৰ্বতে তেওঁৰ বিৰুদ্ধে সদনে লোৱা ভৰ্ৎসনাৰ প্ৰস্তাৱ নাকচ কৰাৰ বাবে ৰজাৰ ওচৰত আবেদন কৰাৰ পাছত। ৰজাই House of Lords আৰু কেথলিক গিৰ্জাৰ পৰামৰ্শ মতে তেওঁক দায়মুক্ত কৰে। Haxey-ৰ গোচৰটো হ'ল বিশেষাধিকাৰৰ প্ৰশ্নত ইংলেণ্ডৰ দুয়োখন সদনৰ সৰ্বপ্ৰথম স্বীকৃতি। কিয়নো পাছৰ বছৰত House of Commons-য়েও Haxey-ৰ বিৰুদ্ধে লোৱা ব্যৱস্থা সংসদীয় প্ৰক্ৰিয়াৰ পৰিপন্থী বুলি তেওঁৰ ওপৰত আৰোপ কৰা অভিযোগ সম্পূৰ্ণৰূপে ৰদ কৰে।

১৫১২ চনত Richard Strode নামৰ সাংসদজনে সদনত বিল এখন উত্থাপন কৰিবলৈ আইনৰ ৰোষত পৰিল, যাৰ বাবে Stannery Cord জে'ল আৰু জৰিমনাৰ হুকুম Strode বিৰুদ্ধে কৰিলে। ইয়াতেই অসন্তুষ্ট House of Commonsৰ সদস্যসকল এই শাস্তিৰ বিৰুদ্ধে সৰব হৈ উঠিল আৰু সদনত বিল উত্থাপন কৰি সদনত কোৱা সকলো বক্তব্য আইনৰ গণ্ডীৰ ভিতৰত বুলি আইন প্ৰণয়ন কৰে, যিখনক Strode Act বুলি জনা যায়। ক্ৰমাগতভাৱে সাংসদৰ সদনত দিয়া বক্তব্যৰ অধিকাৰক লৈ অধিক বিতৰ্ক সূচনা কৰাৰ বাবে ১৬৮৮ চনত Bill of Rights-ৰ

জৰিয়তে সাংসদসকলক সংসদত সকলো বিষয়ত মাত মতাৰ অধিকাৰ দি তেওঁলোকৰ ওপৰত কোনোধৰণৰ শাস্তিমূলক ব্যৱস্থা আৰু তেওঁলোকৰ সংসদত দিয়া বক্তব্যৰ ওপৰত কোনো আইন বা আদালতে প্ৰশ্ন কৰিব নোৱাৰাৰ বিষয়ে সম্পূৰ্ণ উল্লেখ কৰিছে অনুচ্ছেদ ৯-ত। অষ্টম হেনৰীৰ সময়ছোৱাতে উপৰিউক্ত Bill of Rights-ৰ জৰিয়তে House of Lord আৰু House fo Commons-ৰ সদস্যসকলক সমানে বাক্ স্বাধীনতাৰ অধিকাৰ দিয়া হৈছিল। আনকি Bradlaugh's case-ত বিচাৰক ষ্টিফেনে ঘোষণা কৰিছিল যে House of commons আনকি মহামান্য আদালতৰ আওতা বা পৰিধিৰ বাহিৰত। ভাৰতবৰ্ষতো প্ৰথম অৱস্থাত Govt of India Act-ৰ জৰিয়তে কেৱল সাংসদসকলক স্বাধীনতা দিয়া হৈছিল সদনত বক্তব্য ৰখাৰ আৰু কাৰ্যক্ৰমণিকাত প্ৰকাশৰ ক্ষেত্ৰত ধাৰা ২৮ আৰু ৯২-ৰ জৰিয়তে। বাকী সকলো ক্ষেত্ৰতে বিশেষকৈ সদনৰ ক্ষমতা ভংগ কৰাসকলৰ বিৰুদ্ধে সদনে শাস্তিমূলক ব্যৱস্থা লোৱাৰ অধিকাৰৰ ব্যৱস্থা কৰা হৈছিল। ভাৰতৰ স্বাধীনতাৰ প্ৰাক্ মুহূৰ্ততো সাংসদসকলৰ অধিকাৰক লৈ বিভিন্ন ধৰণৰ বিতৰ্কৰ সূচনা হৈছিল। ভাৰতীয় সংবিধানৰ ১০৫ আৰু ১৯৪ অনুচ্ছেদত সদনত সদস্যসকলৰ বক্তব্যৰ অধিকাৰক আইন-আদালতৰ আওতাত নপৰাৰ অধিকাৰক পুনৰ প্ৰতিষ্ঠা কৰিছে। একেদৰে অনুচ্ছেদ ২৬১-তো সেই অধিকাৰকে পুনৰ উল্লেখ কৰা হৈছে। যদিও সংবিধানত সংসদসকলৰ অধিকাৰ স্পষ্টৰূপে বিশেষ অধিকাৰ বুলি গণ্য কৰা হৈছে, তথাপি এই অধিকাৰসমূহক লৈ নিৰ্দিষ্ট আইন প্ৰণয়ন কৰাৰ বাবে বিভিন্ন স্তৰত এতিয়ালৈ বিতৰ্ক চলি আছে। Govt of India Act, 1935-ৰ পাছৰ পৰা দাবী কৰি অহা হৈছিল যে ভাৰতীয় সংসদৰ সদস্যসকলকো ব্ৰিটিছ সাংসদসকলৰ অধিকাৰৰ লেখীয়া অধিকাৰ দিব লাগে। ১৯৪৯ চনত সেই সময়ৰ অধ্যক্ষ মাভালাংকাৰে স্পষ্ট ৰূপত উল্লেখ কৰি দিছিল যে বিশেষাধিকাৰ সম্পৰ্কে ব্যাখ্যা কৰাৰ বাবে নতুন আইনৰ প্ৰয়োজন নাই, বৰং ব্ৰিটিছ সংসদৰ পৰম্পৰা বৰ্তাই ৰখাটোৱেই হ'ব সময়োচিত উত্তম ব্যৱস্থা। কিন্তু ১৯৫৪ চনত প্ৰথম প্ৰেছ কমিছন আৰু ১৯৮২ চনত দ্বিতীয় প্ৰেছ কমিছনে বিশেষাধিকাৰ ভংগৰ ওপৰত আইন প্ৰণয়নত গুৰুত্ব দিছিল যদিও অধ্যক্ষ সন্মিলনে দুয়োবাৰেই তেওঁলোকৰ অনুমোদনক টুকুৰিয়াই দিছিল। ভাৰতৰ উচ্চতম ন্যায়ালয়ে Tej Kiran Jain Vs N Sanjiba Reddy (AIR 1970, Sc 1573) আৰু Searchilight case (AIR 1959, Sc 395)— এই দুয়োটা গোচৰতে সদনত সংবিধানে দিয়া অধিকাৰৰ ভিত্তিত সদনত সদস্যসকলৰ বাক-স্বাধীনতা আৰু ভোট দিয়া অধিকাৰৰ ক্ষেত্ৰত আদালতে কোনো ক্ষেত্ৰতে হস্তক্ষেপ কৰিব নোৱাৰে বুলি উল্লেখ কৰিছিল। ইয়াৰ পাছতো বহুকেইটা গোচৰত উচ্চতম ন্যায়ালয়ে সদনৰ ভিতৰৰ কাৰ্যকৰী ব্যৱস্থাক

সদনৰ পবিত্ৰ অধিকাৰৰ অন্তৰ্ভূক্ত বুলি ৰায় দিছিল। কিন্তু এইক্ষেত্ৰত উচ্চতম ন্যায়ালয়ে সদস্যসকলৰ বিৰুদ্ধে সংসদীয় কাৰ্যব্যৱস্থাৰ আওতাৰ ভিতৰত আইনগত ব্যৱস্থা ল'ব নোৱাৰে বুলি উল্লেখ কৰিছে যদিও সংসদে কিন্তু তেওঁলোকৰ সদস্যসকলৰ আচৰণ, বক্তব্য আৰু কাৰ্যব্যৱস্থাৰ ওচৰত ব্যৱস্থা লোৱাৰ সম্পূৰ্ণ অধিকাৰ সদনত আছে। সাংসদসকলে যাতে সাংসদৰ কাৰ্যক্ৰমণিকাত প্ৰতিবন্ধক নাপায়, বক্তব্য ৰখাৰ ক্ষেত্ৰত কোনো ধৰণৰ বাধা আহি নপৰে, এই সম্পৰ্কে নিশ্চিতভাৱে কিছুমান নীতি পৰম্পৰাগতভাৱে মানি চলি আহিছে। বিশেষকৈ ভাৰতীয় সংসদীয় ব্যৱস্থাত এতিয়াও বহুলভাৱে ব্ৰিটিছ সংসদীয় ব্যৱস্থা চলি আহিছে আৰু চলি থাকিব যেতিয়ালৈকে এই সন্দৰ্ভত নতুনকৈ সদনে আইন প্ৰণয়ন নকৰে। কেইদিনমান আগেয়ে বিধানসভাৰ লাইব্ৰেৰীত পূৰ্বৰ সচিব ডঃ পি এন হাজৰিকাক লগ পাইছিলো। কথা প্ৰসংগত বিশেষাধিকাৰ ভংগৰ কথা ওলাওঁতে তেওঁ উল্লেখ কৰিছিল যে এই বিষয়টো অতি জটিল। ইয়াৰ অধ্যয়নৰো শেষ নাই। সঁচাকৈয়ে এই বিষয়টো অতি জটিল আৰু আদি-অন্তহীন। প্ৰতিটো ব্যাখ্যা, প্ৰতিটো শব্দৰ বাক্য বিভিন্ন ৰাজনৈতিক দৃষ্টিভংগীৰে সদনত কৰা কাৰণে ইয়াৰ শুদ্ধতা সম্পৰ্কে নিশ্চিত কৰাটোও জটিল। ■■

---

*অসমীয়া খবৰ, ৩০ নবেম্বৰ, ২০০৬*

# জনপ্ৰতিনিধিৰ আচৰণ আৰু প্ৰতিশ্ৰুতি

অলপতে 'The Asian Age' কাকতত Parliament's Image Problem নামৰ প্ৰবন্ধ এটাত ৰাজ্যসভাৰ প্ৰাক্তন সদস্য আৰু বিখ্যাত সাংবাদিক কুলদীপ নায়াৰে সংসদৰ কাৰ্যক্ৰমণিকা সুস্থ পৰিবেশত পৰিচালনাত কৰাৰ ক্ষেত্ৰত সৃষ্টি হোৱা অসুস্থ পৰিবেশক লৈ তেওঁৰ উদ্বিগ্নতাৰ কথা প্ৰকাশ কৰিছে। তেওঁ এইদৰে উল্লেখ কৰিছে— 'It is a defficult proposition when the political Scence reflects sharp divisions and when national issues get trivialised' প্ৰবন্ধটোত তেওঁ সদনত সাংসদসকলৰ উচ্ছৃংখল পৰিবেশ সৃষ্টিয়ে গণতান্ত্ৰিক প্ৰমূল্যবোধক কেনেদৰে লজ্জিত কৰিছে আৰু লগতে সাংসদসকলৰ দায়িত্বজ্ঞানহীনতাই দেশখনৰ প্ৰগতি আৰু সুস্থ নীতি আৰু কাৰ্য পৰিচালনাত কিদৰে বাধাৰ সৃষ্টি কৰি আহিছে, তাক চাক্ষুস অভিজ্ঞতাৰে বৰ্ণনা কৰিছে।

কুলদীপ নায়াৰে উল্লেখ কৰাৰ দৰে আজি ভাৰতবৰ্ষৰ সকলো শ্ৰেণীৰ জনসাধাৰণৰ মাজত বৰ্তমানৰ সংসদৰ কাৰ্যক্ৰমণিকা আৰু সাংসদসকলৰ ভূমিকাই গোটেই পদ্ধতিটোকে এক সন্দেহৰ উদ্ৰেক কৰিছে। এসময়ত আচাৰ্য কৃপালনি, ৰাম মনোহৰ লোহিয়া, দীনদয়াল উপাধ্যায়, হীৰেন মুখাৰ্জীয়ে শুৱনি কৰা সংসদৰ চকীসমূহত যেতিয়া চাহাবউদ্দিন আদিৰ লেখীয়া হত্যাকাৰী, অপৰাধী লোক উপৱিষ্ট হয়, তেতিয়া দেশৰ ১১০ কোটি জনসাধাৰণে সেইখন সংসদৰ পৰা দেশৰ দৰিদ্ৰতা দূৰীকৰণ, মেহনতী জনগণৰ অৰ্থনৈতিক মুক্তিৰ কিবা আশা কৰিব পাৰেনে? সংসদৰ আলোচনা-বিলোচনা ইত্যাদি পৰ্যবেক্ষণৰ পিছত অনুভৱ হয় চৰকাৰখনক সুস্থ কাৰ্যকৰী নীতি প্ৰণয়নত কি দিক্‌নিৰ্ণায়ক ভূমিকা গ্ৰহণ কৰিব বাৰু এই ধুৰন্ধৰ ৰাদনীতিকসকলে? ভাৰতীয় সংসদৰ মান-মৰ্যাদা যে ক্ৰমাগতভাৱে নিম্নস্তৰলৈ অৱনমিত হৈছে এই কথা গণ-মাধ্যমৰ সতে অভ্যস্ত সকলোৱে প্ৰত্যক্ষ কৰিছে। সংসদৰ ভিতৰত গভীৰ গঠনমূলক আলোচনা আৰু বিতৰ্কত অংশগ্ৰহণ কৰা সাংসদৰ অভাৱ বাৰুকৈয়ে অনুভূত হৈছে। সেয়ে সস্তীয়া প্ৰচাৰৰ বাবে সাধাৰণ আৰু ক্ষুদ্ৰ বিষয়বস্তু এটাক লৈয়ে সংসদত হুলস্থূলীয়া পৰিস্থিতিৰ সৃষ্টি কৰাটোৱে সাংসদসকলে ডাঙৰ কাম বুলি ভাবে। নিঃসন্দেহে ই এটা অশুভ পৰম্পৰা। এই পৰম্পৰাই যে অকল জনসাধাৰণৰ

ধনৰ অপচয় ঘটাইছে এইটোৱে নহয়, ই গণতন্ত্ৰক এক স্খলিত পৰ্যায়লৈও অৱনমিত কৰিছে।

সদনত চৰকাৰৰ নীতিক সমালোচনা বা প্ৰতি সমালোচনা কৰাৰ অধিকাৰ সকলোৰে আছে। এই অধিকাৰ সাব্যস্ত কৰিবলৈ যোৱাৰ সময়ত সকলো সদস্যৰে মনত অনুভৱ হোৱা উচিত যে তেওঁৰ আচৰণে এই ব্যৱস্থাটোৰ ওপৰত বিৰূপ প্ৰভাৱ পেলাব নেকি? যেতিয়ালৈকে এই ধাৰণা মনত জাগ্ৰত নহয়, তেতিয়ালৈ পৱিত্ৰ সদনৰ ধ্যান-ধাৰণা নস্যাৎ হোৱাৰ বিকল্প নাই। আজিকালি সস্তীয়া প্ৰৱণতায়ো সংসদ বা বিধানসভাৰ সদস্যসকলৰ মন-গহনত দোলা দি যায়। বাতৰিকাকতত বৰ বৰ হৰফেৰে নাম প্ৰচাৰৰ বাবেও কিছু কাৰ্যসূচী লোৱা দেখা যায়— যিটো গণতান্ত্ৰিক ব্যৱস্থাত এক পুতৌজনক বহুৱালিৰ বাহিৰে আন একো নহয়। ৰাষ্ট্ৰপতি বা ৰাজ্যপাল ৰাষ্ট্ৰ বা ৰাজ্যখনৰ সাংবিধানিক মুৰব্বী। তেনে ক্ষেত্ৰত ৰাষ্ট্ৰপতিগৰাকী বা ৰাজ্যপালগৰাকীৰ সদনত যি মৰ্যাদা প্ৰাপ্য, তাকো বহুক্ষেত্ৰত অৱমাননা কৰা হৈছে। উদাহৰণ চলিত অসম বিধানসভাৰ অধিৱেশন। এই অধিৱেশনৰ আৰম্ভণিৰ দিনা ৰাজ্যপালৰ ভাষণৰ সময়ত বিৰোধী পক্ষই দেখুওৱা উচ্ছৃংখল আচৰণ সভ্য গণতান্ত্ৰিক পৰম্পৰাৰ পৰিপন্থী। যিকোনো দলেই এনে আচৰণৰ পৰা ভৱিষ্যতে আঁতৰি থকা উচিত।

কেতিযাবা মনতে ভাব হয় লেনিনৰ সেই বিখ্যাত উক্তি— 'বুৰ্জোৱা সংসদ গাহৰিৰ গঁৰাল।' সংসদীয় পদ্ধতিক তেওঁ পেংলাই কৰি কোৱা কথাষাৰ যেন অৱধাৰিত বাস্তৱ ৰূপে পৰিগণিত হ'বলৈ গৈ আছে। ৰাষ্ট্ৰপতি উইলছনে প্ৰথম মহাসমৰে গণতন্ত্ৰক ৰক্ষা কৰিলে বুলি অত্যুৎসাহেৰে কৰা বক্তব্যক উপলুঙা কৰি মুছোলনিযে এষাৰ মন্তব্য কৰিছিল। তেওঁ কৈছিল— 'The body of liberty is dead and her corpse alredy Putrecent ' ভাব হয যেন মুছোলিনিৰ কথাষাৰ পূৰ্ণ শতাংশে শুদ্ধ।

অকল যে সাংসদসকলৰ আচৰণ- শিক্ষাই সংসদীয় ব্যৱস্থাক গুৰুত্বপূৰ্ণ ভূমিকালৈ ৰূপান্তৰিত কৰিব তেনে নহয়, ইযাৰ বাবে লাগিব শাসক-বিৰোধী উভয় পক্ষৰ গঠনমূলক সহাৱস্থান, পাৰস্পৰিক সহযোগিতা আৰু দেশ বা ৰাজ্যখনৰ প্ৰতি থকা দাযবদ্ধতা। তাৰ বাবে প্ৰযোজন দলীয় নীতি আৰু আদৰ্শৰ— ইয়াৰ ব্যতিৰেকে জনসাধাৰণে সংসদৰ পৰা সুফল পাব বুলি ভবাটো অমূলক। বিৰোধী পক্ষৰ পৰ্যালোচনা আৰু গঠনমূলক সমালোচনা অবিহনে শাসক পক্ষই স্বেচ্ছাচাৰী ৰূপত অৱতীৰ্ণ হ'ব পাৰে আৰু ইযে আমোলাতন্ত্ৰক উৎসাহিত কৰাৰ অৱকাশ থাকে।

সদনত চৰকাৰী পক্ষৰ মন্ত্ৰীসকলে যেতিয়া বিৰোধী দলৰ হেঁচা পায়, তৎমুহূৰ্ততে সদনত কোনো দাযবদ্ধতা নথকাকৈ প্ৰতিশ্ৰুতি দিয়া দেখা যায়। মন্ত্ৰীসকলে পাহৰি

যায় যে সদনত দিয়া প্ৰতিশ্ৰুতি সদনৰ পৰ্যালোচনাৰ আওতাত পৰে, আমি লক্ষ্য কৰিছো সদনৰ আওকাণৰ বাবে এই প্ৰতিশ্ৰুতিসমূহৰ অধিক অংশই কেতিয়াও পূৰণ নহয়গৈ। সংসদত 'Committee on Assurance' নামৰ কমিটী এখন সংসদে গঠন কৰি দিয়ে যাতে সদনত দিয়া প্ৰতিশ্ৰুতিসমূহ সঠিক ৰূপত ৰূপায়িত হয়। তাৰ বাবে অসম বিধানসভাতো এনে কমিটী এখন আছে। কিন্তু কমিটীসমূহৰ অনীহাৰ বাবেই হওক বা চৰকাৰী পক্ষ বা বিভাগৰ গাফিলতিৰ বাবেই হওক, বহু শতাংশ প্ৰতিশ্ৰুতি এতিয়াও ৰঙা ফিটাৰ মাজতে আবদ্ধ হৈ আছে। যোৱা চৰকাৰৰ কাৰ্যকালত এজন জ্যেষ্ঠ মন্ত্ৰীয়ে বিধানসভাত লম্ফ-জম্ফৰে বহু প্ৰতিশ্ৰুতি দিলে। পিছে এই প্ৰতিশ্ৰুতিৰ এটাও পূৰণ কৰাৰ প্ৰতিবেদন বিধানসভাত দাখিল নহ'ল, ই সমগ্ৰ বিধায়িনী সত্তাটোৰ প্ৰতিযে যে উপহাস সেই কথা জ্যেষ্ঠ মন্ত্ৰীজনৰ এবাৰো উপলব্ধি হোৱা দেখা নগ'ল। তলত বিভিন্ন সময়ত অসম বিধানসভাই গঠন কৰি দিয়া কমিটীসমূহৰ প্ৰতিবেদনৰ পৰাই প্ৰতীয়মান হ'ব চৰকাৰসমূহ বিধানসভাৰ প্ৰতি কিমানখিনি দায়বদ্ধ।

২০০২-২০০৩ চনত বিধানসভাৰ মজিযাত দিযা ২৭টা প্ৰতিশ্ৰুতি এই কমিটীয়ে পৰীক্ষা কৰি চাইছে আৰু তাৰে ২৩টা প্ৰতিশ্ৰুতি পালনত কমিটী সন্তুষ্ট বুলি উল্লেখ কৰিছে। ১৯৯৫, ১৯৯৬, ১৯৯৭, ১৯৯৮ চনত বিধানসভাত দিযা প্ৰতিশ্ৰুতিৰ সংখ্যা আছিল ৩৪টা। ১৯৯৮-৯৯ চনত এই সংখ্যা আছিল ৪৪টা, ২০০০-০২ চনত ইয়াৰ সংখ্যা হৈছে ৩৩টা ওপৰৰ পৰিসংখ্যাৰ পৰা সহজে অনুমেয় কিমানবোৰ প্ৰতিশ্ৰুতি বিধানসভাত দিয়া হৈছিল, অথচ সঁচা অৰ্থত এইবোৰ পালন হৈছেনে? নে বিধানসভাৰ মন্ত্ৰীসকলৰ প্ৰশ্ন-উত্তৰৰ থুপ খাই থকা ৰেকৰ্ডবোৰৰ ধুলি-মাকতিৰ তলত এই প্ৰতিশ্ৰুতিবোৰ পোত খাইছে?

যদি গণতান্ত্ৰিক ব্যৱস্থাক শক্তিশালী ৰূপত গঢ়িব লাগে, প্ৰথমতেই দৰকাৰ চৰকাৰৰ মন্ত্ৰীসকলৰ বিধানসভাৰ প্ৰতি থকা দায়িত্ববোধ সঠিক ৰূপত প্ৰতিফলিত কৰাটো। তেতিয়াহে বিধানসভাই ছন্দ ঘূৰাই পাব।

বহুত অভিযোগ-প্ৰতি অভিযোগৰ মাজতো এইটো স্বীকাৰ কৰিব লাগিব ব্ৰিটিছ সংসদীয় পদ্ধতিৰ পিছতেই ভাৰতীয় সংসদীয় ব্যৱস্থাই কিছু পৰিমাণে হ'লেও ইয়াৰ মৰ্যাদা আৰু পবিত্ৰতা ৰক্ষা কৰিছে, বিশেষকৈ এই ব্যৱস্থাই ভাৰতৰ বিভিন্নতা, গোষ্ঠীগত বিভাজনৰ পিছতো দেশখনত ঐক্য গঢ়ি তোলা আৰু ৰক্ষা কৰাত এক গঠনমূলক, নিৰ্ণয়কাৰীৰ ভূমিকা গ্ৰহণ কৰিছে। ভাৰতীয় সংসদীয় ব্যৱস্থাৰ ই হ'ল বৈচিত্ৰ্য। এই বৈচিত্ৰ্য আকৌ উজলি উঠক সাংসদসকলৰ গঠনমূলক দায়বদ্ধতাৰে। ইয়েই হ'ব লেনিন আৰু মুছোলিনিৰ বক্ৰোক্তিৰ সঁচা প্ৰত্যুত্তৰ।■■

---

*অসমীয়া খবৰ, ২৮ মাৰ্চ, ২০০৭*

# যৌথ সংসদীয় কমিটী আৰু বিৰোধী

পাৰমাণৱিক সহযোগিতা চুক্তি সন্দৰ্ভত দেশজুৰি সৃষ্টি হোৱা তুমুল বিতৰ্কৰ সময়ত বিৰোধী ৰাজনৈতিক দল, বিশেষকৈ বিজেপি নেতৃত্বাধীন এন ডি এৰ অংশীদাৰ দলসমূহে যৌথ সংসদীয় কমিটী গঠনৰ দাবীত সদনৰ মজিয়াত হুলস্থুলীয়া পৰিৱেশৰ সৃষ্টি কৰে। তেওঁলোকে অধ্যক্ষক নিৰ্ধাৰিত সময়ছোৱা শেষ হোৱাৰ আগেয়েই অনিৰ্দিষ্ট কালৰ বাবে সদন স্থগিত ৰাখিবলৈ বাধ্য কৰায়। সদন স্থগিত কৰাৰ আগতে অধ্যক্ষ সোমনাথ চেটাৰ্জীয়ে দিয়া লিখিত বিবৃতিত সাংসদসকলৰ কাৰ্যব্যৱস্থাত গভীৰ উদ্বেগ প্ৰকাশ কৰিছিল। যোৱা সংসদৰ বৰ্ষাকালীন অধিৱেশনত কেবাটাও বিষয় সন্দৰ্ভত গুৰুত্বপূৰ্ণ আইন প্ৰণয়ন কৰাৰ উদ্দেশ্যে কাৰ্যসূচী গ্ৰহণ কৰা হৈছিল। অসংগঠিত শ্ৰমিকসকলৰ সামাজিক নিৰাপত্তা সংক্ৰান্তীয় বিল, ন্যায়াধীশ ৰাজিন্দৰ সিং চচাৰে দাখিল কৰা প্ৰতিবেদনত দিয়া অনুমোদনাবলী সংক্ৰান্তীয় বিষয়ৰ আলোচনা ইত্যাদিও কাৰ্যসূচীৰ অংশ আছিল। কিন্তু কেবাদিনো ধৰি সংসদত যৌথ সংসদীয় কমিটী গঠনৰ দাবীত দলসমূহে কৰা বিশৃংখলতাৰ বাবে গুৰুত্বপূৰ্ণ বিষয়সমূহৰ আলোচনাত বাধাৰ সৃষ্টি হ'ল। ফলত কোটি কোটি সাধাৰণ শ্ৰমিক আৰু দুখীয়া মুছলমান সম্প্ৰদায়ৰ অৰ্থনৈতিক বিকাশৰ বাবে অনুমোদন দিয়া চচাৰ কমিটীৰ প্ৰতিবেদন আৰু অসংগঠিত শ্ৰমিকসকলৰ বিষয়সকলৰ বিষয়ে আলোচনা কৰা নহ'ল, অথচ এই বিষযসমূহৰ সতে সংপৃক্ত আছিল দেশৰ সাধাৰণ দুখীয়া জনসাধাৰণৰ স্বাৰ্থ। ৰাজনৈতিক দলসমূহৰ দায়িত্বজ্ঞানহীনতাৰ বাবে ইয়াত চেচাপানী পৰিল। আমাৰ দেশৰ জনপ্ৰতিনিধিসকলৰ সামাজিক দায়িত্ববোধ আৰু কৰ্তব্যবোধ কিমান গভীৰ, তেওঁলোক কিমান দায়বদ্ধ উল্লিখিত প্ৰেক্ষাপটে প্ৰমাণ কৰে। নিঃসন্দেহে অসামৰিক পাৰমাণৱিক সহযোগিতা চুক্তি দেশখনৰ আৰু সংসদৰ এটা গুৰুত্বপূৰ্ণ বিচাৰ্যৰ বিষয়। কাৰণ এই চুক্তিৰ ওপৰতে নিৰ্ভৰ হৈ আছে দেশখনৰ সাৰ্বভৌমত্ব, স্বাধীনতা, অৰ্থনৈতিক আৰু সামাজিক স্থিৰতা। বিতৰ্ক অৱশ্যেই প্ৰয়োজনীয়, কিন্তু দুখীয়া কোটি কোটি মানুহৰ ভাত-কাপোৰৰ সমস্যাও কম গুৰুত্বপূৰ্ণ নহয়। এই ধ্যান-ধাৰণা কিন্তু আজিৰ ভাৰতীয় সংসদৰ প্ৰতিনিধিসকলৰ ক্ষেত্ৰত কমেইহে

দেখা যায়। 'জানিও নজনা, বুজিও নুবুজা আৰু মৰ ভাও ধৰা' মানুহক যেনেকৈ পোনাব নোৱাৰি, আজিৰ ৰাজনৈতিক দলসমূহৰ নেতৃবৰ্গৰ চিন্তা-চৰ্চা তেনে হৈ পৰিছে।

ভাৰতৰ অসংগঠিত প্ৰায় ৩৬৯ নিযুত শ্ৰমিকৰ সামাজিক নিৰাপত্তা বিষয়ক দীৰ্ঘদিনীয়া দাবী পূৰণ কৰিবলৈ সংযুক্ত প্ৰগতিশীল মৰ্চা চৰকাৰে নিৰ্বাচনী ইস্তাহাৰতে ঘোষণা কৰিছিল। আজি প্ৰায় দুবছৰ ধৰি এই আইন সম্পৰ্কে বিভিন্ন পৰ্যায়ত চিন্তা চৰ্চা চলি আছে। National Commission on Labour চমুকৈ NCL-য়ে এই সন্দৰ্ভত বিস্তৃত পৰীক্ষা-নিৰীক্ষাৰ অন্তত আইনখনৰ মূল লক্ষ্য কি হ'ব আৰু অসংগঠিত শ্ৰমিকসকলৰ বাবে কি কি সুৰক্ষামূলক ব্যৱস্থা লোৱা হ'ব তাৰ পৰামৰ্শ আগ বঢ়াইছে। সেইসমূহ হ'ল নিম্নতম অৰ্থনৈতিক সুৰক্ষা, সামাজিক নিৰাপত্তা, দৰিদ্ৰতা নিৰ্মূলকৰণৰ ব্যৱস্থা, সকলো কামৰ ক্ষেত্ৰত স্বীকৃতি প্ৰদান আদি। তদুপৰি শিশু শ্ৰমিকৰ ভৱিষ্যৎ সম্পৰ্কে তথা শিশু শ্ৰমিক ব্যৱস্থা নিৰ্মূলকৰণৰ কথাও তেওঁলোকৰ পৰামৰ্শৱলীত আছে। লগতে তেওঁলোকে এই শ্ৰমিকসকলৰ সামাজিক সুৰক্ষাৰ ক্ষেত্ৰত কি কি বিহিত ব্যৱস্থা ল'ব লাগে, এই সন্দৰ্ভতো পৰামৰ্শ আগবঢ়াইছে। তাৰ ভিতৰত স্বাস্থ্য সুৰক্ষা, প্ৰভিডেণ্ট ফাণ্ডৰ সুবিধা, পাৰিবাৰিক সুবিধা, আহত শ্ৰমিকক ক্ষতিপূৰণৰ ব্যৱস্থা, অৱসৰকালীন সুবিধা প্ৰদান ইত্যাদিয়েই প্ৰধান। অসংগঠিত শ্ৰমিকৰ ক্ষেত্ৰত বৈপ্লৱিক আইন বুলি পৰিগণিত হোৱা আইনখনৰ প্ৰাৰম্ভিক গাঁথনি সম্পৰ্কে বহুতে আপত্তি কৰিছে। কিন্তু প্ৰস্তাৱিত বিলখন পূৰ্ণাংগ আইনত পৰিণত হোৱাৰ ক্ষেত্ৰত সংসদৰ হুলস্থূলীযা পৰিৱেশে বাধাৰ সৃষ্টি কৰিলে। কোটি কোটি শ্ৰমিকৰ আশা আৰু আকাংক্ষাত এয়া যেন প্ৰচণ্ড গোৰ। ভাৰত-আমেৰিকা পাৰমাণৱিক সহযোগিতা চুক্তিৰ ক্ষেত্ৰত যৌথ সদন কমিটী গঠনৰ প্ৰশ্নত আঁকোৰগোজ হৈ থাকিল বিৰোধী পক্ষ। যিহেতুকে চৰকাৰ চুক্তিৰ ক্ষেত্ৰত বদ্ধ পৰিকৰ সেয়ে সদনে কৰিব লগীয়া একো নাই। তৎসত্বেও সামাজিক স্বাৰ্থত কোটি কোটি জনসাধাৰণক সামৰা গুৰুত্বপূৰ্ণ বিষয়বোৰ সদনত আলোচনাৰ পৰা এৰাই চলি কাৰ কি লাভ হ'ল বুজা কঠিন। ভাৰতবৰ্ষ প্ৰগতিৰ দিশত আগ বঢ়া বুলি আমি গৌৰৱবোধ কৰো যদিও এই কথা অনস্বীকাৰ্য যে আজিও কিন্তু প্ৰায় কুৰি কোটিৰো অধিক লোকৰ দৈনিক উপাৰ্জন দহ টকাৰ বেছি নহয়। তদুপৰি সকলোৱে স্বীকাৰ কৰিব লাগিব অসংগঠিত শ্ৰমিকসকলক কোনো আইনে সুৰক্ষা নিদিয়াৰ ফলত তেওঁলোক সমাজৰ আটাইতকৈ শোষিত, বঞ্চিত, নিৰ্যাতিত অংশ বুলি চিহ্নিত হৈছে। তেওঁলোক শোষণ আৰু বঞ্চনাৰ বলি হৈছে তেওঁলোকক নিয়োগ কৰা মালিক

আৰু এচাম দালালৰ দ্বাৰা। তেওঁলোকৰ ওপৰত অকল যে অৰ্থনৈতিক শোষণ চলিছে এনে নহয়, শাৰীৰিক আৰু মানসিক যন্ত্ৰণাও তেওঁলোকৰ কম নহয়। ৰুগীয়া আৰু কাম কৰিবলৈ অক্ষম হোৱাৰ লগে লগে তেওঁলোক হৈ পৰে সমাজৰ বোজা আৰু আৱৰ্জনা। উপযুক্ত ভৰণ-পোষণ আৰু শিক্ষা দিব নোৱাৰাৰ ফলতেই বহু অঞ্চলত একোটা পৰিয়াল এটা প্ৰজন্মৰ পৰা আন এটা প্ৰজন্মলৈ শোষণৰ বলি হৈ থাকিব লগা হৈছে। এইসকলে আজি স্বাধীনতাৰ ৬৩ বছৰ পাছতো দেশৰ উন্নয়ন আৰু বিকাশৰ সুবিধা আৰু সুযোগ ভোগ কৰিব পৰা নাই। আজি আমি জাতি, গোষ্ঠীৰ সুবিধাৰ নামত আন্দোলন কৰিছো। এনে আন্দোলন কৰি চৰকাৰৰ পৰা সুবিধা লৈছে এচাম সুবিধাবাদী লোকে। জাতি, ধৰ্ম আৰু সম্প্ৰদায়ৰ নামত শোষণ আৰু সুবিধা ভোগ কৰি অহা কথা দিনৰ পোহৰৰ দৰে স্বচ্ছ। দেশৰ অনুন্নত জাতিসমূহৰ বিকাশ আজিলৈ নোহোৱাৰ ইও এক কাৰণ। সেয়ে আজিৰ পৰিস্থিতিত সামগ্ৰিকভাৱে ভাৰতৰ সকলো লোকৰ মাজলৈ উন্নয়ন আৰু বিকাশৰ বন্তি কঢিয়াই নিবলৈ হ'লে প্ৰধান আৰু প্ৰথম সাংবিধানিক সুৰক্ষাৰ দৰকাৰ দুখীয়া লোকৰ বাবে। জাতি, ধৰ্ম আদিৰ নামত থকা সংৰক্ষণ ব্যৱস্থা লাহে লাহে আঁতৰাই নানিলে ভৱিষ্যতলৈ কিন্তু ভাৰতবৰ্ষৰ সামাজিক আৰু ৰাজনৈতিক ক্ষেত্ৰত বেছি জটিলতাৰহে সৃষ্টি হ'ব।

ভাৰতৰ সংসদে বহু গুৰুত্বপূৰ্ণ বিষযৰ ওপৰত যৌথ সংসদীয় কমিটী গঠন কৰিছিল। বিশেষভাৱে প্ৰণিধানযোগ্য হ'ল বফ'ৰ্চ কেলেংকাৰি। এই যৌথ সংসদীয় কমিটীযে তদন্তৰ অন্তত প্ৰতিবেদন দাখিল কৰিছিল। ১৯৫৪ চনত প্ৰথমবাৰৰ বাবে ভাৰতীয সংসদে যৌথ সংসদীয় কমিটী গঠন কৰা কথা আমি জানো। আৰু তেতিয়াৰ পৰাই সময়ে সময়ে এনেধৰণে ৰাজহুৱা গুৰুত্বপূৰ্ণ বিষয়ৰ ওপৰত সদনে যৌথ সংসদীয কমিটী গঠন কৰি আহিছে। যৌথ সংসদীয় কমিটী গঠন কৰিবলৈ হ'লে হয় দুয়োখন সদনৰ এখনে প্ৰস্তাৱ গ্ৰহণ কৰিব লাগিব, নতুবা দুয়োখন সদনৰ অধ্যক্ষৰ সন্মতি সাপেক্ষে নতুবা দুয়োখন সদনৰ সন্মতি সাপেক্ষে যৌথ সংসদীয় কমিটী গঠন হ'ব পাৰে। ব্ৰিটিছ সংসদটো যৌথ সংসদীয় কমিটীৰ ব্যৱস্থা আছে। বিশেষকৈ কিছুমান বিশেষ বিষয়ৰ বিল সংক্ৰান্তত যৌথ কমিটী গঠন কৰিব পাৰে। এই ক্ষেত্ৰত যিকোনো এখন সদনে যৌথ কমিটী গঠন কৰাৰ পৰামৰ্শ আন এখন সদনক দিব লাগে। কিন্তু এইবাৰ ৰাজ্যসভা নতুবা লোকসভাই সৰ্বসন্মতভাৱে যৌথ সংসদীয় কমিটী গঠন কৰিব লাগে বুলি কোনো ধৰণৰ পৰামৰ্শ আগবঢ়োৱা নাই। গতিকে হুলস্থুলীয়া পৰিৱেশৰ সৃষ্টি কৰি গছৰ পাত সৰুৱাবলৈ বিৰোধী পক্ষই চেষ্টা কৰিলেও লাভ

নাই। পূৰ্বতে উল্লেখ কৰা সংসদৰ নিয়মৰ ব্যতিৰেকে কোনো ক্ষেত্ৰতে যৌথ সংসদীয় কমিটী গঠনৰ উপায় নাই।

দেশৰ সংসদীয় ব্যৱস্থা আৰু সংবিধানত কোনো এখন চুক্তি লৈ আলোচনা হ'ব পাৰে। কিন্তু চুক্তি চৰকাৰে কৰিব নে নাই এই সিদ্ধান্তৰ ক্ষেত্ৰত সদনে একো নিৰ্ণয়কাৰী ভূমিকা গ্ৰহণ কৰিব নোৱাৰে। অসামৰিক পাৰমাণৱিক চুক্তিৰ ক্ষেত্ৰতো চৰকাৰে বাৰে বাৰে দুয়োখন সদনত আলোচনা হোৱাতো নিবিচৰাকৈ থকা নাছিল। কেৱল সদনৰ পূৰ্বৰ পৰম্পৰা অনুসাৰে এই সন্দৰ্ভত যুটীয়া সংসদীয় কমিটী গঠন নতুবা এই চুক্তিৰ কাৰ্যকাৰিতা বন্ধ কৰাৰ বাবে চৰকাৰক বাধ্য কৰাৰ জোখাৰে আইনগত ব্যৱস্থা নাই, সেয়ে সদনত ৰাজনৈতিক দলসমূহে সুস্থিৰ আৰু গঠনমূলক ক্ৰিয়াশীল আলোচনা কৰাটো উচিত আছিল। তাকে নকৰি অযথা উচ্ছৃংখল আৰু হুলস্থূলীয়া পৰিৱেশ সৃষ্টি কৰি বিৰোধী দলসমূহে সদনৰ মৰ্যাদা, পৰম্পৰাহে ভংগ কৰিলে। এখন গুৰুত্বপূৰ্ণ চুক্তি, যাৰ সতে দেশৰ সাৰ্বভৌমত্ব, বিকাশ, উন্নয়ন আৰু জাতীয় নিৰাপত্তাৰ স্বাৰ্থ জড়িত আছে, সেই বিষয়বস্তু এলাগী কৰি ৰাজনৈতিক স্বাৰ্থৰে পৰিচালিত হোৱাতো আক্ষেপৰ কথা। দেশখনৰ বাবে বিশেষকৈ সংসদীয় ব্যৱস্থাৰ বাবে ই যেন ভাবুকিৰ সৃষ্টি কৰিছে। দেশৰ সংসদত বিগত কিছুকালৰ পৰা আৰম্ভ হোৱা এই অশুভ পৰম্পৰা ৰাজনৈতিক দলসমূহে যদি পৰিহাৰ নকৰে, তেতিয়া হ'লে ভৱিষ্যতলৈ সংসদৰ মান-মৰ্যাদা অৱনমিত হোৱাই নহয়, ইয়ে দেশখনক সামগ্ৰিকভাৱে ক্ষতি কৰিব।■■

---

*আজিৰ দৈনিক বাতৰি, ৫ অক্টোবৰ, ২০০৭*

# তৃতীয় বিকল্প ৰাজনীতি

আজি কিছুদিন ধৰি ভাৰতৰ ৰাজনীতিত নতুনকৈ চিন্তা-চৰ্চা আৰম্ভ হৈছে কংগ্ৰেছ আৰু ভাৰতীয় জনতা দলক বাদ দি এক বিকল্প তৃতীয় শক্তি গঠন কৰাৰ। মাজে-সময়ে বাতৰিকাকতত এই সম্পৰ্কে আলোচনা-বিলোচনাও প্ৰকাশ পাই আহিছে আৰু কোনো কোনো ৰাজনৈতিক বিশ্লেষকে এনেধৰণে আভাস দিব বিচাৰিছে যে এইবাৰ উত্তৰ প্ৰদেশৰ নিৰ্বাচনৰ পাছতে তেনেকুৱা এটা ৰাজনৈতিক শক্তিৰ উত্থান হ'বই। এই শক্তিটোৱে কেন্দ্ৰত চৰকাৰ দখলৰ বাবে দাবী জনাই কংগ্ৰেছৰ সমৰ্থন বিচাৰিব বাহিৰৰ পৰা। ইয়াৰ নেতৃত্ব হয়তো ৰাষ্ট্ৰীয়তাবাদী কংগ্ৰেছ দলৰ শাৰদ পাৱাৰ, সমাজবাদী দলৰ নেতা মুলায়েম সিং যাদৱ নতুবা ডি এম কে দলৰ নেতা কৰুণানিধি অথবা লালুপ্ৰসাদ যাদৱৰ হাতত ন্যস্ত হ'ব পাৰে। ইযাকে লৈ বহু ৰাজনৈতিক নেতা আৰু ৰাজনৈতিক বিশ্লেষক বিভিন্ন ধৰণৰ হিচাপ-নিকাচত ব্যস্ত হৈ পৰিছে। ঢেঁকীৰ মাত শুনি উধানেও জাঁপ মাৰি উঠাৰ দৰে আমাৰ অসম গণ পৰিষদ দলেও এইবাৰ জাঁপ মাৰি উঠিছে তৃতীয় বিকল্প শক্তিৰ অংশীদাৰ হ'বলৈ। কাৰণ ১৯৯৬ চনৰ দেৱগৌড়া চৰকাৰৰ সয়মত কেন্দ্ৰীয় মন্ত্ৰীসভাৰ অংশীদাৰ হৈ ক্ষমতাৰ সোৱাদ পাইছিল। সেয়ে এইবাৰো লোভতে জিভা লকলকাইছে। বৃন্দাবন গোস্বামী আৰু সাংসদ সৰ্বানন্দ সোণোৱালে এইবাৰ উত্তৰ প্ৰদেশৰ নিৰ্বাচনী সভাত আগভাগ লৈছে। টিভি আৰু বাতৰিকাকতত তেওঁলোকৰ নামো বৰ বৰ হৰফেৰে প্ৰকাশিত হৈছে। লগত আছে চন্দ্ৰবাবু নাইডু, জয়াললিতা, মুলায়েম সিং যাদৱ আদি নেতা। পিছে আজিৰ ৰাজনৈতিক পটভূমি আৰু ৰাজনৈতিক দলসমূহৰ নীতি আৰু আদৰ্শৰ ক্ষেত্ৰ বিচাৰ কৰি চালে এই নতুন তৃতীয় ৰাজনৈতিক শক্তিৰ সমীকৰণ জানো সম্ভৱ? দেৱগৌড়াৰ চৰকাৰ নতুবা চন্দ্ৰশেখৰ, চৰণ সিং, আই কে গুজৰালৰ নেতৃত্বত গঠন হোৱা চৰকাৰৰ কথা নিশ্চয় সকলোৰে মনত আছে। সাময়িক পৰিস্থিতিত গঠন হৈছিল সেইবোৰ চৰকাৰ, য'ত কংগ্ৰেছ আৰু বিজেপিক বাদ দিয়া হৈছিল। পিছে তেওঁলোকৰ কাৰ্যাৱলীয়ে ভাৰতীয় জনসাধাৰণক আমুৱাই থৈছে। সেইবোৰ কথা গমি-পিতি চাই যদি আকৌ তৃতীয় ৰাজনৈতিক বিকল্প শক্তি এটা গঢ়ি এখন সমিলমিল চৰকাৰ গঠনৰ কথা কোনোবাই ভাবিছে, তেন্তে তেনে সম্ভাৱনা আজিৰ পৰিস্থিতিত কিমানদূৰ কাৰ্যকৰী হ'ব?

কোনোবাই যদি প্ৰধান মন্ত্ৰী হোৱাৰ উচ্চকাংক্ষাত সৰু সৰু গোটবোৰ, আঞ্চলিক আৰু ৰাষ্ট্ৰীয় দলবোৰক লৈ চৰকাৰ এখন গঠনো কৰে, এই চৰকাৰখনৰ অৱস্থা পূৰ্বৰ দৰে নহ'বনে? দেশখনৰ সামগ্ৰিক বিকাশৰ ক্ষেত্ৰত এইবোৰ ডাঙৰ আঘাত। এই কথাটোও পৰ্যালোচনা কৰাৰ সময় আহি পৰিছে।

আজি কোন কোন দলে তৃতীয় বিকল্প শক্তি জন্ম দিয়াৰ বাবে উকমুকাইছে? অসম গণ পৰিষদ? এই দল ক্ৰমশঃ অপ্ৰাসংগিক হৈ পৰিছে নিজ ৰাজ্যখনতে। নিজৰ মাজতে খোৱা-কামোৰা অনৱৰত। লোকসভাত সদস্য মাত্ৰ দুজন। তেলেগু দেশম দল এতিয়া অন্ধ্ৰপ্ৰদেশতেই নিশকতীয়া আৰু দুৰ্বল হৈ পৰিছে। চন্দ্ৰবাবু নাইডুৰ উচ্চাকাংক্ষা আৰু ভুল নীতিৰ বাবে অন্ধ্ৰৰ ৰাইজে বিতাড়িন কৰিছে তেওঁক। নিজৰ ৰাজ্যৰ বিধানসভা, লোকসভা নিৰ্বাচন, আনকি পঞ্চায়ত নিৰ্বাচনতো তেওঁ সফলকাম হ'ব পৰা নাই। জয়াললিতাৰ অৱস্থাও পানীত হাঁহ নচৰা। ৰাষ্ট্ৰীয়তাবাদী কংগ্ৰেছে মহাৰাষ্ট্ৰৰ সীমা এতিযাও অতিক্ৰম কৰিব পৰা নাই। এইবাৰৰ নিৰ্বাচনত উত্তৰ প্ৰদেশত মুলায়ম সিং যাদৱ ধৰাশায়ী হোৱাৰ ইংগিত দিছে আগতীয়া নিৰ্বাচনী সমীক্ষাই। কোনোৱে ক'ব খুজিছে হয়তো তেওঁ বিজেপিৰ সহায় লৈও চৰকাৰ গঠন কৰিব পাৰে। নেশ্যনেল কনফাৰেন্স দলৰ অস্তিত্ব কাশ্মীৰত নাই বুলিলেই হয়। লালুৰ অৱস্থাও বিহাৰত বৰ ঠিক হৈ থকা নাই। সেয়ে আটাইতকৈ গুৰুত্বপূৰ্ণ ভূমিকাৰে আৰু নেতৃত্ব লোৱাৰ মানসেৰে উঠিপৰি লাগিছে বাঁওপন্থী দলসমূহে। বাঁওপন্থী দল বুলিলে আৰ এছ পি আৰু ভাৰতীয় কমিউনিষ্ট দলৰ চি পি এমৰ শ্ৰুতলিপি লোৱাৰ বাহিৰে কোনো নিজস্ব ভূমিকা নাই। ১৯৯০ চন মানৰে পৰাই সূক্ষ্ম আৰু চতুৰভাৱে ৰাজনৈতিক পাশা খেল খেলি আছে চি পি এমে। তেওঁলোকে যিমানেই নীতি আৰু আদৰ্শৰ কথা নকওক, ভাৰতৰ ৰাজনীতিত এওঁলোক হ'ল আটাইতকৈ সুবিধাবাদী আৰু ন্যস্ত স্বাৰ্থক অগ্ৰাধিকাৰ দিয়া ৰাজনৈতিক দল। কথা আৰু কামৰ ক্ষেত্ৰত এওঁলোকৰ কোনো মিল নাই। এসময়ত এওঁলোকেই ভাৰতবৰ্ষত বিদেশী বিনিয়োগৰ বিৰুদ্ধে সৰৱ হৈ উঠিছিল। এতিয়া কিন্তু বিনিয়োগকাৰীক ৰঙা দলিচাৰে আগবঢ়াই আনি বৰপীৰাত বহুওৱা ৰাজ্যখনেই হৈছে পশ্চিমবংগ। সেয়া নহয়, ভাৰতৰ আন সকলো দেশীয় কোম্পানীকো তেওঁলোকে ৰাজ্যখনত সংস্থাপন কৰাৰ বাবে উঠিপৰি লাগিছে। প্ৰথম অৱস্থাত ইয়াকে লৈ দলৰ মাজত মতৰ বিভাজন হ'লেও বুদ্ধদেৱ ভট্টাচাৰ্যৰ হুংকাৰত প'লিটব্যুৰ' মনে মনে থাকিল। ইলুৰেঞ্চ কোম্পানী আৰু টেলিকম ইণ্ডাষ্ট্ৰীত বিনিয়োগৰ সময়ত আটাইতকৈ প্ৰতিবাদ কৰিছিল চি পি এমে।পশ্চিমবংগত কিন্তু তাৰ সুবিধা চি পি এমেই দিছে। এতিয়া চি পি এমৰ সাংসদসকলৰ হাততেই দামী দামী ম'বাইল ছেট। এসময়ত কম্পিউটাৰ আহিলে দেশত নিবনুৱাৰ সংখ্যা

বৃদ্ধি পাব বুলি তেওঁলোকেই স্কুলস্কুলৰ সৃষ্টি কৰিছিল। এতিয়া কিন্তু ইনফৰমেশ্যন টেকন'লজীৰ ক্ষেত্ৰত তেওঁলোকে দক্ষিণ ভাৰতৰ উন্নত ৰাজ্যকেইখনৰ লগত প্ৰতিযোগিতাত নামিছে। আনকি ছিটুৰ সকলো আন্দোলনৰ পৰা এই প্ৰযুক্তি ক্ষেত্ৰসমূহক পশ্চিমবংগত বাদ দিয়া হৈছে। মুক্ত অৰ্থনৈতিক নীতিৰো এওঁলোক ঘোৰ বিৰোধী আছিল। এতিয়া মুক্ত অৰ্থনীতিৰ ধাৰক আৰু বাহক হৈছে এওঁলোক। দলটোৱে জন্মলগ্নৰ পৰাই জনসাধাৰণক ভুল পথে পৰিচালনা কৰাত এক সিদ্ধহস্ত হৈ আহিছে। গণতান্ত্ৰিক পদ্ধতিৰে ক্ষমতা দখল তেওঁলোকৰ লক্ষ্য নহয় বুলি আগতে কৈছিল। কিন্তু পশ্চিমবংগ, ত্ৰিপুৰা আদি ৰাজ্যত সাধাৰণ নাগৰিকক ভোটদানত বাধা দি, ৰিগিং কৰি ক্ষমতা দখলৰ আদৰ্শ ভাৰতবৰ্ষত প্ৰথম তেওঁলোকেই দেখুৱাইছে। গতিকে এইবাৰো তেওঁলোকে নতুন চক্ৰান্তত নামিছে। সংযুক্ত প্ৰগতিশীল মৰ্চা চৰকাৰৰ প্ৰতিটো গুৰুত্বপূৰ্ণ সিদ্ধান্তকে তেওঁলোকে বাধা দি নিজৰ সুবিধাখিনি আদায় কৰাত ব্যস্ত হৈ পৰিছে। এসময়ত জ্যোতি বসুক প্ৰধান মন্ত্ৰী পদৰ পৰা বঞ্চিত কৰাৰ পাছত এইবাৰ সোমনাথ চেটাৰ্জীক লোকসভাৰ অধ্যক্ষ হিচাপে তেওঁলোকে নিৰ্বাচিত কৰাই লৈছে। এইবাৰ লক্ষ্য হয় প্ৰধান মন্ত্ৰী, নহয় ৰাষ্ট্ৰপতিৰ আসন। এই দুয়োটা পদ তেওঁলোকে যিকোনো উপায়ে হস্তগত কৰিব বিচাৰিছে। তেওঁলোকে জানে যে পশ্চিমবংগ, ত্ৰিপুৰা আৰু কেৰালাৰ বাহিৰে তেওঁলোকৰ দলৰ প্ৰসাৰ ভৱিষ্যতলৈ অইন ৰাজ্যত হোৱাৰ সম্ভাৱনা নাই। গতিকে ক্ষমতা দখলৰ সম্ভাৱনাও নিজাববীয়াকৈ নাই। সেয়ে সকলো সৰু সৰু দলক উচটাইছে। কংগ্ৰেছ আৰু বিজেপিক কৈছে আমেৰিকাৰ বহতীয়া আৰু সম্প্ৰদায়িক দল বুলি। এই দুটাই তেওঁলোকৰ লক্ষ্য। কংগ্ৰেছ আৰু বিজেপিক আঁতৰাই ভাৰতীয় ৰাজনীতিত বৰমুৰীয়াৰ আসন দখল কৰাৰ।

কিন্তু এইটো জানো সম্ভৱ হ'ব? এসময়ত আছু আৰু গণ সংগ্ৰাম পৰিষদৰ দ্বাৰা পৰিচালিত বিদেশী বিতাড়ন আন্দোলনক আটাইতকৈ হেয় দৃষ্টিৰ চাইছিল চি পি এমে। আনকি গণ পৰিষদ দলকো তেওঁলোকে পেংলাই কৰিবলৈ এৰা নাছিল সংকীৰ্ণ দল বুলি। ঠিক তেনেকৈ আন আন আঞ্চলিক দলসমূহকো তেওঁলোকে কেতিয়াও সহাভূতিশীল, সঁচা আক্ষৰিক অৰ্থাৎ গণতিন্ত্ৰক দল বুলি ভবা নাই। সেয়ে তেওঁলোকে কাহানিও এই দলবোৰক সহানুভূতিৰে, আন্তৰিকতাৰে গ্ৰহণ কৰি অহা নাই। গ্ৰহণ নকৰাৰ কাৰণো আছে। চি পি এমে ভাবে যে তেওঁলোক ভাৰতৰ মেহনতী জনগণৰ একমাত্ৰ মুক্তিকামী দল আৰু বাকীবোৰ সাম্প্ৰদায়িক আৰু সংকীৰ্ণবাদী। সেয়ে তেওঁলোকৰ লগত ৰাহিজোৰা আহিব কেনেকৈ? আৰু যদি ৰাহি জোৰা আহেও তেওঁলোকে কিমান দিনলৈ স্থায়িত্বতা বজাই ৰাখিব পাৰিব? কোনো

ক্ষেত্ৰত বিজেপি বা কংগ্ৰেছ দলক কৌশলগত আৰু সাময়িক স্বাৰ্থত তেওঁলোকে বাহিৰৰ পৰা সমৰ্থন দিব পাৰে। কিন্তু এই সমৰ্থন কিমান দিনলৈ? এই সমৰ্থনে আমাৰ বোধেৰে কেতিয়াও এখন সুস্থিৰ চৰকাৰ গঢ়ি তুলিব নোৱাৰিব। আৰু ইয়ে দেশখনত এক অস্থিৰতাৰ পৰিৱেশহে আনি দিব। ক্ষতি হ'ব দেশখনৰ অৰ্থনৈতিক অৱস্থাৰ, সংকট সৃষ্টি হ'ব আভ্যন্তৰীণ ৰাজনীতিৰো। কাৰণ আজি ভাৰতবৰ্ষৰ বিভিন্ন ৰাজ্যত সন্ত্ৰাসবাদে গা কৰি উঠিছে। ধৰ্মীয় সন্ত্ৰাসবাদী সংগঠনসমূহ এনেধৰণে পৰিচালিত হৈছে যে যদি দেশখনত সুস্থিৰ এখন কেন্দ্ৰীয় চৰকাৰ নাথাকে, ই ভয়াবহ অৱস্থাৰ সৃষ্টি কৰিব। দেশখনৰ অখণ্ডতাৰ প্ৰতি ভাবুকিও হ'ব এইবোৰ। তাৰ উপৰি এই তৃতীয় বিকল্প শক্তি কংগ্ৰেছ আৰু বিজেপিক বাদ দি কেতিয়াও সম্ভৱ নহয়। আজি যিকেইটা দলক লৈ তৃতীয় বিকল্প শক্তিৰ কথা প্ৰচাৰ কৰা হৈছে, তেওঁলোকৰ সামগ্ৰিক অৰ্থনৈতিক নীতি কি? পৰৰাষ্ট্ৰ নীতি কিবা আছে জানো? ৰাজ্যসমূহৰ ক্ষেত্ৰত তেওঁলোক কি কি নীতিৰ দ্বাৰা পৰিচালিত হ'ব? এইক্ষেত্ৰত এতিয়াও নীতি স্পষ্ট হ'বলৈ বাকী আছে। আজি বহু আঞ্চলিক দলেই ৰাজ্যসমূহৰ অধিক স্বায়ত্ত শাসনৰ দাবী জনাই আহিছে। এইক্ষেত্ৰত চি পি এমৰ ভূমিকা সৰ্বাধিক। আনহাতে কিছুমান দল এই ক্ষমতাৰ বিৰোধী। আজি অত বছৰে চাকাৰীয়া কমিছনে দিয়া পৰামৰ্শাৱলী কাৰ্যকৰী নহ'ল। এইবাৰ ন্যূনতম উমৈহতীযা কাৰ্যসূচীত ৰাজ্যসমূহক অধিক ক্ষমতা দিয়া সংক্ৰান্তত চাকাৰীযা আযোগৰ দৰে নতুন এখন কমিছন গঠন কৰাৰ বিষয়ে উল্লেখ কৰা আছে। এইক্ষেত্ৰত কিন্তু আজিলৈকে কোনো সিদ্ধান্ত হোৱা নাই। দলসমূহে ভাবিছে ঐকবদ্ধ সৰ্বনিম্ন আঁচনিৰ অধীনত তৃতীয় বিকল্প মৰ্চাৰে ক্ষমতা দখল কৰি দেশখন শাসন কৰিব পাৰিব বুলি। আজিৰ ৰাজনৈতিক পৰিস্থিতিৰ পৰিপ্ৰেক্ষিতত এই তৃতীয ৰাজনৈতিক বিকল্পৰ সম্ভাৱনাৰ পৰিস্ফূৰণ ঘটাৰ লক্ষণ আছে বুলি কিন্তু আমি নাভাবোঁ। সি যি কি নহওক আজি কিছুবছৰ ধৰি ভাৰতবৰ্ষৰ ৰাজনীতিটো সন্মিলিত চৰকাৰৰ ধাৰা চলি আহিছে। এই সন্মিলিত চৰকাৰসমূহ স্থায়ীও হৈছে কিছু ক্ষেত্ৰত। প্ৰাযবোৰ স্থায়ী সন্মিলিত চৰকাৰৰ নেতৃত্বত বিজেপি বা কংগ্ৰেছ আছে। এইটো স্বীকাৰ কৰিব লাগিব যে দুযোটা দলত ৰাজনৈতিক দৰ্শন আৰু অভিজ্ঞতাপূৰ্ণ বাস্তৱমুখী নীতি আছে, যি দেশখন চলাব পৰাকৈ এক গভীৰ অন্তৰ্নিহিত শক্তি গঢ়ি তুলিছে। আনবোৰ দলৰ ক্ষেত্ৰত সেই অন্তৰ্নিহিত নীতি আৰু ক্ষমতাৰ অভাৱ। খিচিৰি দলৰ চৰকাৰ এখন কাৰোবাৰ প্ৰৰোচনাত গঢিব পাৰিব সাময়িকভাৱে। পূৰ্বৰ কেইবাখনো চৰকাৰ ভাৰতবৰ্ষতো গঠন হৈছিল। কিন্তু ঠুনুকা মৰাঠাৰিৰ দৰে এইবোৰ ভাগি গৈছে। কিন্তু ইয়াৰ ফলত সৃষ্টি হোৱা অৰাজকতাই, নীতিহীন পৰিচালনাই দেশখনক ক্ষতিও নকৰাকৈ থকা নাই। সেয়ে তৃতীয় ৰাজনৈতিক বিকল্প মৰ্চা হ'বলৈ

হ'লে এই দুয়োটা বৃহৎ ৰাজনৈতিক দলক লৈয়েই হ'ব লাগিব। নতুবা ই দেশখনৰ বাবে এক অশনি সংকেত কঢ়িয়াই আনিব। ভাৰতবৰ্ষৰ ৰাজনৈতিক দলসমূহৰ ৰাজনৈতিক চৰিত্ৰ সঁচা অৰ্থত এতিয়াও গঢ়ি উঠা নাই। সামগ্ৰিকভাৱে দেশখনৰ স্বাৰ্থ সন্মুখত ৰাখি উন্নয়নৰ ক্ষেত্ৰত গঠনমূলক সিদ্ধান্তত সহযোগ কৰাটো বিৰোধী ৰাজনৈতিক দলসমূহে পাপ কাম বুলি ভাবে। এইটো প্ৰকৃততে গণতান্ত্ৰিক প্ৰক্ৰিয়াৰ পৰিপন্থী। তাকো বুজিবলৈ ৰাজনৈতিক দলসমূহ অপৰিপক্ক। বিধানসভা বা সংসদত দেশৰ স্বাৰ্থৰ অনুকূলে আইন প্ৰণয়নৰ বিৰোধ কৰাটো আমাৰ বিৰোধী দলসমূহৰ এটা চৰিত্ৰ গঢ়ি উঠিছে। কিন্তু আমেৰিকা, ইংলেণ্ড বা অন্যান্য প্ৰগতিশীল দেশসমূহত কিন্তু সকলো ৰাজনৈতিক দলে দেশৰ স্বাৰ্থত লোৱা নীতিৰ ক্ষেত্ৰত সহমত প্ৰকাশ কৰে। কিন্তু ভাৰতবৰ্ষত ৰাজনৈতিক দলসমূহৰ এই পৰিপক্কতা এতিয়াও গঢ়ি উঠা নাই। এইটোৱেই ভাৰতবৰ্ষৰ ৰাজনীতিৰ আটাইতকৈ দুৰ্ভাগ্যজনক দিশ।■■

---

*আজিৰ দৈনিক বাতৰি, ১ মে', ২০০৭*

# সদনত প্ৰেছ গেলাৰীৰ সূচনা

সংবাদপত্ৰৰ স্বাধীনতা সাংবাদিকে সদায় উৰ্ধ্বত বুলি ভাবে। কিন্তু সঁচাকৈয়ে সাংবাদিকৰ স্বাধীনতা সাধাৰণ মানুহতকৈ উৰ্ধ্বত নেকি? এই প্ৰশ্নৰ উত্তৰ বিচাৰি বহুবাৰ আদালতৰ কাষ চপা হৈছিল আৰু সময়ে সময়ে উচ্চতম ন্যায়ালযেও এই সন্দৰ্ভত গুৰুত্বপূৰ্ণ ৰায প্ৰদান কৰি সাধাৰণ নাগৰিক আৰু সাংবাদিকৰ বাক্ স্বাধীনতা সমান বুলি উল্লেখ কৰিছে। ভাৰতৰ সংবিধানৰ ১৯ নং অনুচ্ছেদত সকলো বক্তব্য আৰু ভাব প্ৰকাশৰ স্বাধীনতা ভাৰতীয নাগৰিকক দিযা হৈছে। সংবিধানৰ এই অনুচ্ছেদত সাংবাদিক বা বাতৰিকাকতক বক্তব্য প্ৰকাশৰ বিশেষ অধিকাৰ প্ৰদান কৰা নাই। উচ্চতম ন্যাযালয়েও কেইবাটাও গোচৰত স্পষ্টকৈ উল্লেখ কৰিছে যে সাধাৰণ মানুহৰ মত প্ৰকাশৰ অধিকাৰ আৰু সাংবাদিকৰ মত প্ৰকাশৰ অধিকাৰ সমানেই। ভাৰতৰ সংবিধানৰ ১০৫ আৰু ১৯৮ নং অনুচ্ছেদত সাংসদ আৰু বিধাযকসকলক কিন্তু সদনৰ ভিতৰত নিজৰ বক্তব্য আৰু মত প্ৰকাশৰ স্বাধীনতা দিযা হৈছে আৰু সদনৰ ভিতৰত প্ৰকাশ কৰা বক্তব্য সন্দৰ্ভত তেওঁলোকক কোনো আদালতৰ আইনে চুকি নোপোৱাৰ সুবিধাও দিছে। তথাপি সদনৰ ভিতৰত বক্তব্য প্ৰকাশৰ ক্ষেত্ৰত কিছু নিয়ন্ত্ৰণ ক্ষমতা অধ্যক্ষগৰাকীৰ আছে। তদুপৰি সদনৰ সদস্যসকলক পৰিস্থিতি সাপেক্ষে বিশেষাধিকাৰ ভংগৰ অভিযোগৰ আওতাত আনিব পাৰি। সদনৰ কাৰ্যক্ৰমণিকা প্ৰকাশ তথা ইয়াক ভুল বা বিকৃতভাৱে প্ৰকাশ কৰিলেও বাতৰিকাকতৰ বিৰুদ্ধে বিশেষাধিকাৰ আনি সদনত শাস্তিমূলক ব্যৱস্থা গ্ৰহণ কৰিব পাৰি। এনেকুৱা শাস্তিমূলক সিদ্ধান্ত অসম বিধানসভাতো কেইবাবাৰো লোৱাৰ নজিৰ আছে। সদনৰ কাৰ্যক্ৰমণিকা প্ৰকাশৰ ক্ষেত্ৰত আমাৰ দেশত ব্ৰিটিছ সংসদৰ দিনৰে পৰা একে পৰম্পৰাকেই অনুকৰণ কৰি অহা হৈছিল। আনকি ১৯৫৯ চনত উচ্চতম ন্যায়ালয়েও উল্লেখ কৰিছিল যে যেতিয়ালৈকে লোকসভাই সদনৰ কাৰ্যক্ৰমণিকা প্ৰকাশৰ বাবে নতুন আইন প্ৰণয়ন নকৰে, তেতিয়ালৈকে হাউছ অৱ কমন্সৰ পৰম্পৰাই দেশত চলি থাকিব। অৱশ্যে ভাৰতীয় সংবিধানৰ ৩৬১ নং নতুন অনুচ্ছেদ এটা সংযোজন কৰি সদনৰ কাৰ্যক্ৰমণিকা প্ৰকাশৰ অধিকাৰ দিয়া হৈছে যদিও সদনৰ গোপন আলোচনাত

বিষয়বস্তু প্ৰকাশৰ অধিকাৰ এতিয়াও দিয়া হোৱা নাই। হাউছ্ অৱ কমন্সে ১৯৭১ চনৰ ১৬ জুলাইত প্ৰস্তাৱ আকাৰে ১৭৬২ চনৰ ৩ মাৰ্চৰ সদনৰ কাৰ্যক্ৰমণিকা প্ৰকাশৰ ক্ষেত্ৰত সিদ্ধান্ত গ্ৰহণ কৰে। প্ৰস্তাৱ ৰদ কৰি সদনৰ কাৰ্যক্ৰমণিকা বিকৃত নকৰি সঁচা কাৰ্যক্ৰমণিকা প্ৰকাশ কৰাৰ স্বাধীনতাও প্ৰদান কৰিছে।

গণতান্ত্ৰিক ইতিহাসৰ সবাতোকৈ উত্তম ব্যৱস্থা হ'ল ইংলেণ্ডৰ সংসদীয় ব্যৱস্থা। ইয়াৰ হাউছ্ অৱ কমন্স আৰু হাউছ্ অৱ লৰ্ডছ্‌ৰ পৰম্পৰা অনুসৰণ কৰিয়েই ভাৰতৰ দৰে কেইবাখনো গণতান্ত্ৰিক দেশে এই সংবিধান প্ৰণয়ন কৰিছে। তথাপি এটা সময় আছিল যেতিয়া সদনত বাহিৰা মানুহৰ প্ৰৱেশ বা বাতৰিকাকতৰ সাংবাদিকৰ সদনত প্ৰৱেশৰ অধিকাৰ বা সদনৰ কাৰ্যক্ৰমণিকা বাতৰিকাকতত প্ৰকাশৰ অধিকাৰ বিভিন্ন ধৰণে বন্ধ কৰা হৈছিল। আনকি সদনত নিজৰ বক্তব্য প্ৰদান কৰা সদস্যসকলেও এই অধিকাৰ পোৱা নাছিল। তাৰ বাবে এই ৰক্ষণশীল ব্যৱস্থাৰ বিৰুদ্ধে একাংশ সমাজ সচেতন বুদ্ধিজীৱী, সাংবাদিক আৰু সদনৰ সদস্যয়ো বিভিন্ন ধৰণে ক্ষোভ প্ৰকাশ কৰিছিল।

১৭৩৮ চনত হাউছ্ অৱ কমন্সে ঘোষণা কৰিছিল যে সদনৰ কাৰ্যক্ৰমণিকা প্ৰকাশ বিশেষাধিকাৰ ভংগৰ আওতাত পৰিব। কিন্তু সদনৰ এই সাৱধান বাণীৰ পাছতো কিন্তু বিভিন্ন ধৰণে বিভিন্ন বাতৰি কাকতত সদনৰ কাৰ্যক্ৰমণিকা প্ৰকাশ হৈ থাকিল। সপ্তদশ শতিকাত ছিনেট অৱ লিলিপুট (Senate of Lilliput), ছিনেট অৱ ৰোম (Senate of Rome), নৰ্থ ব্ৰিটন (North Briton) নামৰ বাতৰিকাকতবোৰত বিভিন্ন ধৰণে গুপ্ত নামত সদনৰ কাৰ্যক্ৰমণিকা প্ৰকাশ হৈ থাকিল। আনকি প্ৰখ্যাত চিন্তাবিদ ডঃ জনচনেও তেওঁৰ জেণ্টেলমেন মেগাজিন (Gentlemen's Magazine)-ত সদনৰ কল্পিত বক্তব্য প্ৰকাশ কৰিছিল। আনহাতে সদনৰ মজিয়াত এই বিতৰ্কই তুমুল ৰূপ লৈছিল যদিও ১৭৩৮ চনত সদনত পুনৰ কাৰ্যক্ৰমণিকা প্ৰকাশৰ স্বাধীনতা বন্ধ ৰখাৰ সিদ্ধান্ত লোৱা হ'ল। কিন্তু ১৭৫৩ চনত হোৱা ঘটনা এটাই সমগ্ৰ ব্ৰিটিছ সংসদ আৰু নাগৰিকক জোকাৰি গ'ল। প্ৰশ্ন উঠিল— সদনৰ কাৰ্যক্ৰমণিকা কিয় বাতৰিকাকতত প্ৰকাশ নহ'ব? এইক্ষেত্ৰত আগভাগ ল'লে জন উইক (John Wikes) নামৰ হাউছ্ অৱ কমন্সৰ সদস্যজনে। তেওঁ অকল সদনৰ সদস্যই নাছিল, তেওঁ আছিল একেধাৰে সাংবাদিক আৰু নৰ্থ ব্ৰিটন (North Briton) নামৰ কাকতৰ প্ৰকাশক। তেওঁ নিৰ্বাচিত হৈছিল মিডিলছেক্সৰ পৰা। নৰ্থ ব্ৰিটন (North Briton)-ৰ ৪৫ নং সংখ্যাত তেওঁ সম্ৰাট দ্বিতীয় জৰ্জে নতুন বছৰ উপলক্ষে সদন দিয়া ভাষণ সন্দৰ্ভত তীৰ্যক আক্ৰমণ কৰি বাতৰি প্ৰকাশ কৰিলে। ইয়াতেই ফাটি পৰিল ব্ৰিটিছ

সদন। সদন সংসদৰ অৱমাননাৰ অভিযোগ অনা হ'ল আৰু খাৰিজ কৰা হ'ল তেওঁৰ সদনৰ সদস্য পদ। জন উইক (John Wikes) আছিল প্ৰচণ্ড জেদী আৰু সাহসী। সদনৰ সিদ্ধান্তই তেওঁক বিচলিত কৰিব পৰা নাছিল, পুনৰ মিডিলছেক্সৰ পৰা ১৭৬৯ চনত তেওঁ আকৌ জয়ী হ'ল। কিন্তু পূৰ্বৰ সিদ্ধান্ত অনুসৰি পুনৰ তেওঁৰ সদস্য পদ খাৰিজ কৰা হ'ল, পুনৰ নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰিলে আৰু পুনৰ নিৰ্বাচিত হ'ল— পুনৰ সদনৰ একেই সিদ্ধান্ত— এনেকৈয়ে একেটা সমষ্টিৰ পৰা পুনৰ নিৰ্বাচিত হ'ল চতুৰ্থবাৰৰ বাবে। এইবাৰ কিন্তু সদনৰ মনোভাব কোমল হ'ল। তেওঁক সদনৰ আসন গ্ৰহণ কৰিবলৈ দিয়া হ'ল ১৭৭৪ চনত। ইতিমধ্যে ১৭৭১ চনত জন উইকৰ উচটনিত থমছন (Thompson)-ৰ গেজেটিয়াৰ (Gazetter) আৰু নিউ ডেইলী এডভাৰটাইজাৰ(New Daily Advertiser) আৰু ৱেবল (Wheble)-ৰ মিডিলছেক্স জাৰ্নালত (Middlesex Journal) সদনৰ কাৰ্যক্ৰমণিকা বিকৃত ৰূপত প্ৰকাশ পোৱাত সদনে তেওঁলোকক সদনত উপস্থিত থাকিবলৈ চমন দিলে। কিন্তু জন উইকৰ পৰামৰ্শ মতে তেওঁলোক উপস্থিত নথকাত সদনে আটাইকে গ্ৰেপ্তাৰ কৰিবলৈ হুকুম দিলে। হুকুম মতে গ্ৰেপ্তাৰ কৰা হ'ল আৰু হাজিৰ কৰা হ'ল লণ্ডনৰ মেয়ৰৰ অধীনত তেতিয়া এল্ডাৰমেন (Alderman) হিচাপে কাৰ্যনিৰ্বাহ কৰা জন উইক আৰু তেওঁৰেই বন্ধু অ'লিভাৰ নামৰ এল্ডাৰমেন (Alderman)জনৰ ওচৰত। তেওঁলোকে বিচাৰ কৰি দুয়োকে মুক্তি দিয়ে। ইয়াতেই ক্ষুব্ধ সদনে জন উইক, অ'লিভাৰ আৰু মেয়ৰক সদনত হাজিৰ হ'বলৈ নিৰ্দেশ দিয়ে যদিও জন উইকে সদনৰ এই নিৰ্দেশ মানিবলৈ অস্বীকাৰ কৰে। মেয়ৰ আৰু অ'লিভাৰ উপস্থিত থাকে যদিও সদনৰ হুকুম অমান্য কৰা বাবে তেওঁলোকক কেই সপ্তাহমানৰ বাবে জে'ললৈ পঠিওৱা হ'ল— অৱশ্যে পুনৰ সদনৰ কাৰ্যক্ৰমণিকা আৰম্ভ হোৱাত তেওঁলোকক মুকলি কৰি দিয়া হয়। ইয়াকে লৈ লণ্ডনত তুমুল বিতৰ্ক আৰু প্ৰতিবাদৰ জোৱাৰ উঠিল। ইয়াতেই শংকিত সদনে ১৮০৩ চনত সদনৰ ভিতৰত প্ৰেছৰ স্বাধীনতাক আওপকীয়াকৈ স্বীকৃতি দিবলৈ বাধ্য হ'ল আৰু ১৮৩৫ চনত হাউছ অব কমন্স আৰু হাইছ অব লৰ্ডছত সুকীয়াকৈ সাংবাদিকৰ বাবে প্ৰেছ গেলাৰীৰ ব্যৱস্থা কৰা হ'ল। । ইয়াৰ পৰৱৰ্তী কালত ৰিপ'টাৰ্ছ গেলাৰীৰ লগতে ভিজিটৰ গেলাৰী, গেলাৰীজ ফৰ পিয়াৰছ (Gallaries for Peers) ফ'ৰেইন এণ্ড কমনওৱেল্থ গেলাৰীজ( Foreign & Commonwealth Gallaries) প্ৰাইভেট গেলাৰীজ টু দ্য স্পীকাৰ(Private Gallaries to the Speaker)ৰো ব্যৱস্থা সদনৰ ভিতৰত কৰা হ'ল। এনেকৈয়ে

সাংবাদিকৰো সদনৰ ভিতৰ চ'ৰাৰ বাতৰি প্ৰকাশৰ স্বাধীনতা হাতলৈ আহিল ঐতিহাসিকভাৱে। অৱশ্যে এতিয়াও গোপন অধিৱেশনৰ বাতৰি প্ৰকাশৰ স্বাধীনতা সংবাদ মাধ্যম বা সদনৰ সদস্যসকলক দিয়া হোৱা নাই। ■■

---

*অসমীয়া খবৰ, ৯ ডিচেম্বৰ, ২০০৭*

# টাইগ্ৰীছ আৰু ইউফ্ৰেটিছ নদীৰ চকুলো

যোৱা ৩১ ডিচেম্বৰৰ দোকমোকালিতে পবিত্ৰ ঈদৰ প্ৰাক্‌মুহূৰ্তত ছাদ্দাম হুছেইনক ফাঁচি দিয়াৰ লগে লগে আমেৰিকাৰ ৰাষ্ট্ৰপতি জৰ্জ বুশ্বে কলংকিত কৰিলে ইতিহাস। আন্তৰ্জাতিক নিয়ম আৰু পৰম্পৰা ভৰিৰে দলিয়াই ন্যূনতম আত্মপক্ষ সমৰ্থন কৰাৰ সুযোগৰ পৰা বঞ্চিত কৰি ছাদ্দাম হুছেইনক ফাঁচি দিয়া হ'ল। বিচাৰৰ সময়ছোৱাত তেওঁৰ  তিনিজনকৈ অধিবক্তাক গুলীয়াই হত্যা কৰা হ'ল যাতে কোনেও তেওঁৰ সমৰ্থনত ওকালতি কৰিবলৈ আগবাঢ়ি নাহে। ফাঁচি দিয়াৰ আগমুহূৰ্তত হোৱাইট হাউছৰ অ'ভেল অফিচত বহি ৰাষ্ট্ৰপতি জৰ্জ বুশ্ব, উপ-ৰাষ্ট্ৰপতি ডিকচেনী, প্ৰতিৰক্ষা সচিব ৰাম্‌ছ্‌ফেল্ড আদিয়ে আনন্দ-উৎসৱ-উলাহত অধীৰ হৈ পৰিছিল ইৰাক বিজয়ৰ আনন্দত, ছাদ্দাম হুছেইনক ফাঁচি দিয়াৰ আনন্দত। কিন্তু লাহে লাহে যেন আনন্দোৎসৱৰ অন্তঃলীলা স্তিমিত হ'বলৈ সৰহপৰ নালাগিল। ছাদ্দামৰ হত্যাই স্বাধীনচিতীয়া ইৰাকী জনসাধাৰণৰ মাজত দেশপ্ৰেমৰ প্ৰাবল্য গাঢ় কৰি তোলাৰ লগতে আমেৰিকা আৰু মিত্ৰবাহিনীকো শংকিত কৰি তুলিছে।

প্ৰাচীন মেছোপটেমিয়ান সভ্যতাৰ দেশ ইৰাক। টাইগ্ৰীছ আৰু ইউফ্ৰেটিছ নদীয়ে উত্তৰৰ পৰা দক্ষিণলৈ সেই সভ্যতাৰ ইতিহাস কঢ়িয়াই বৈ আছে যুগ যুগ ধৰি। ইয়াৰ পাৰতেই আছে পবিত্ৰ কাৰবালা চহৰ— মুছলিম সভ্যতা-সংস্কৃতিৰ পীঠস্থান বাগদাদ চহৰ। ইৰাকৰ ওপৰত পশ্চিমীয়া শক্তিৰ আক্ৰমণ আজিৰ নহয়। তেল সম্পদে লালায়িত কৰা আমেৰিকা, ইংলেণ্ড, ফ্ৰান্স আদিয়ে যিকোনো উপায়েৰে ইৰাকী সমাজৰ ওপৰত ক্ষমতা কায়েম কৰিবলৈ চেষ্টাৰ ক্ৰটি কৰা নাছিল। প্ৰথম মহাসমৰৰ পাছত অটোমেন সাম্ৰাজ্য ধ্বংসৰ ফলত সৃষ্টি হ'ল মধ্যপ্ৰাচ্যৰ কেবাখনো ৰাষ্ট্ৰৰ। ইয়াৰ ভিতৰত ইৰাক অন্যতম। কিন্তু ইৰাকৰ শাসনভাৰ দখল কৰিলে ব্ৰিটিছ আৰু ফ্ৰান্সে। পৰাধীনতাৰ দুঃসহ বোজা সহিব নোৱাৰা ইৰাকী জনসাধাৰণে ব্ৰিটিছৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণা কৰিলে ১৯২০ চনত। ভাৰতীয় সেনাৰ দ্বাৰাই এই বিদ্ৰোহ কঠোৰ হাতেৰে দমন কৰিলেও ইৰাকী জনসাধাৰণৰ প্ৰতিবাদী কণ্ঠক বহুদিনলৈ বন্ধ কৰি ৰাখিব নোৱাৰিলে। ১৯৩৩ চনত ইৰাকক স্বাধীনতা প্ৰদান কৰা হ'ল যদিও ব্ৰিটিছ অনুগত প্ৰশাসকৰ দ্বাৰাই পুতলা চৰকাৰ প্ৰতিষ্ঠা কৰা হ'ল। ১৯৫৮ চনত ব্ৰিটিছ অনুগত

ফৈজালক ক্ষমতাচ্যুত কৰি জেনেৰেল আব্দুল কৰিম কোৱাচিমে ক্ষমতা হস্তগত কৰে। ছোভিয়েট ৰাছিয়াৰ আদৰ্শৰে অনুপ্ৰাণিত দুজন শিক্ষকে ১৯৪০ চনত বাথ ছ'চিয়েলিষ্ট পাৰ্টী গঠন কৰে। উদ্দেশ্য ইৰাকত সাম্ৰাজ্যবাদী শক্তিসমূহৰ শোষণৰ বিৰুদ্ধে যুঁজ দিয়া আৰু ব্ৰিটিছ আশীৰ্বাদপুষ্ট কোৱাচিম চৰকাৰৰ পতন ঘটোৱা। ১৯৫৯ চনত চি আই এ-ই ছাদ্দাম হুছেইনক ব্যৱহাৰ কৰিছিল কোৱাচিমক হত্যা কৰাৰ বাবে। ১৯৬৮ চনত ইৰাকৰ ৰাষ্ট্ৰপতি হিচাপে জেনেৰেল আহমদ হাছান অল বকৰে কাৰ্যভাৰ গ্ৰহণ কৰে আৰু ছাদ্দাম হুছেইনক উপ-ৰাষ্ট্ৰপতি পদত নিযুক্তি দিয়ে। ১৯৭৯ চনৰ ১৬ জুলাইত ছাদ্দাম হুছেইনে আমেৰিকাৰ আশীৰ্বাদত ইৰাকৰ ৰাষ্ট্ৰপতি হিচাপে দায়িত্ব গ্ৰহণ কৰে। ইৰানত ছিয়া সম্প্ৰদায়ৰ প্ৰাধান্য, আফগানিস্থানত ছোভিয়েট ৰাছিয়াৰ দখল আদিয়ে আমেৰিকা আৰু ছাদ্দামক ওচৰ চপাই আনিছিল। ১৯৮০ চনত হোৱা আঠ বছৰীয়া ইৰাক-ইৰানৰ যুদ্ধত আমেৰিকাই পক্ষ লৈছিল ইৰাকৰ। আনকি কুৱেইট আক্ৰমণৰ সময়ত আমেৰিকাৰ নৈতিক সমৰ্থন প্ৰথম অৱস্থাত ছাদ্দাম হুছেইনৰ পক্ষতেই আছিল। এই সম্পৰ্কত কেণা লাগিল ইৰাকে নিজৰ তৈলক্ষেত্ৰৰ পৰা তেল সংগ্ৰহৰ ক্ষেত্ৰত আমেৰিকা, ব্ৰিটেইন আৰু ফ্ৰান্সৰ বৃহৎ তেল কোম্পানীসমূহক বাধা আৰোপ কৰাৰ পাছৰে পৰা। Exyon Mobıl, Chevron, BA Armoco, Shell, Total Elf Fına আদি আমেৰিকা, ব্ৰিটেইন, ফ্ৰান্সৰ বৃহৎ তেল কোম্পানীৰ স্বাৰ্থ ৰক্ষা কৰাৰ খাতিৰতেই প্ৰথমতে ৰাষ্ট্ৰসংঘৰ দ্বাৰা অৰ্থনৈতিক অৱৰোধ, পাৰমাণৱিক অস্ত্ৰৰ সন্ধান কৰা হৈছিল। একেদৰে ইৰাকৰ ওপৰত আক্ৰমণ আছিল পশ্চিমীয়া শক্তিৰ নিজৰ স্বাৰ্থ সুৰক্ষা কৰাৰ নামত ইৰাক দখল কৰা, যাতে তেল সম্পদত চহকী ৰাষ্ট্ৰখনৰ পৰা অবিৰতভাৱে কম খৰচত উৎপাদিত তেল সম্পদ তেওঁলোকে আহৰণ কৰিব পাৰে। ইৰাকত তেল উৎপাদনৰ খৰচ এক বেৰেলত মাত্ৰ এক ডলাৰ। আনহাতে আমেৰিকা মেক্সিকো, ৰাছিয়া আদি দেশত এক বেৰেল তেলৰ উৎপাদন খৰচ ছয়ৰ পৰা আঠ ডলাৰলৈ। ইৰাক আক্ৰমণ কৰিবলৈ ব্ৰিটেইন, ফ্ৰান্স, আমেৰিকা একগোট হ'ল আৰু ২০০৩ চনৰ ২০ মাৰ্চত এই মিত্ৰশক্তিয়ে ইৰাক দখল কৰে। হত্যা, বিশেষকৈ ছিয়া সম্প্ৰদায়ৰ মুছলমানসকলৰ ওপৰত ছাদ্দাম হুছেইনৰ বৰ্বৰোচিত অত্যাচাৰ, ৰাসায়নিক অস্ত্ৰসম্ভাৰ মজুতকৰণ আৰু ইয়াৰ প্ৰয়োগ, কুৰ্দিছসকলৰ ওপৰত আক্ৰমণ আদিয়েই আছিল মিত্ৰগোষ্ঠীৰ ইৰাক আক্ৰমণৰ প্ৰধান যুক্তি। বিভিন্ন ঘাত-প্ৰতিঘাতেৰে প্ৰায় চাৰি বছৰ অতিক্ৰম কৰা ইৰাকৰ বৰ্তমানৰ পৰিস্থিতি এনে এক ভয়ানক পৰ্যায়লৈ পৰ্যবসিত হৈছে যে যাৰ ফলত ইৰাক পুনৰ খণ্ড-বিখণ্ড হোৱাৰ আশংকাই দেখা দিছে। ৰাষ্ট্ৰসংঘৰ অবিবেকী অৰ্থনৈতিক অৱৰোধৰ ফলত প্ৰাক্‌যুদ্ধত মৃত্যু হৈছিল প্ৰায় ২০ লক্ষ ইৰাকীৰ। ইয়াৰ ভিতৰত সৰহসংখ্যকেই

আছিল পুষ্টিহীনতাত ভোগা শিশু। যুদ্ধ-বিভীষিকাৰ ফলত ইৰাকৰ পৰা আঁতৰি গৈছে প্ৰায ২৫ লক্ষ ইৰাকী, মৃত্যু হৈছে প্ৰায় ৭ লাখ লোকৰ। সংঘৰ্ষ এতিয়াও অব্যাহত আছে। ক'ৰবাত ক'ৰবাত গোষ্ঠীগত সংঘৰ্ষ আৰু ক'ৰবাত ক'ৰবাত আগ্ৰাসী বাহিনীৰ ওপৰত আক্ৰমণ— এয়া যেন নিত্য-নৈমিত্তিক ঘটনা। দিনে দিনে পৰিস্থিতিৰ অৱনতি ঘটি আছে। ছিয়া সম্প্ৰদায়ৰ প্ৰধান মন্ত্ৰী নুৰী অল মালিকী আমেৰিকাৰ দ্বাৰা চালিত পুতলা চৰকাৰৰ মুৰব্বী। তেওঁ অসহায়— প্ৰতিটো মুহূৰ্ততে বাগদাদ, মছুল আদি ঠাইত বোমা-গুলীৰ তাণ্ডৱ, প্ৰতিদিনে মৃত্যুৰ সংখ্যা এশৰো অধিক। মিত্ৰশক্তিয়ে ইৰাক দখল কৰাৰ পাছত তেলৰ উৎপাদন বাঢ়িছে পৰ্যাপ্ত পৰিমাণে। লগে লগে বাঢ়িছে ৰাজহো। আন্তঃৰাষ্ট্ৰীয় মুদ্ৰা নিধিয়ে (আই এম এফ) অলপতে প্ৰকাশ কৰা প্ৰতিবেদন মৰ্মে ইৰাকৰ নিজৰ ৰাজহ আৰু বিদেশী বিনিযোগ হৈছেগৈ ৪১ বিলিয়ন ডলাৰ। তথাপি শান্ত হোৱা নাই ইৰাকী জনসাধাৰণ। লাহে লাহে তেওঁলোক উপলব্ধি কৰিছে আমেৰিকাৰ শাসন ছাদ্দাম হুছেইনতকৈ হাজাৰগুণে বেযা। সেয়ে তেওঁলোকে এতিয়া মুক্তিৰ সংগ্ৰাম আৰম্ভ কৰিছে আমেৰিকাৰ বিৰুদ্ধে। আনকি ছিয়া সম্প্ৰদায়ৰ নেতাসকলো পিছপৰি থকা নাই। অলপতে ছিয়া সম্প্ৰদায়ৰ শক্তিশালী নেতা ধিয়া আব্দুল জাহাৰা কাদিমে নিজকে ধৰ্মীয় নেতা হিচাপে ঘোষণা কৰিছে। তেওঁৰ অনুগত বাহিনীয়ে মাজিফত আক্ৰমণ চলাই সামৰিক বাহিনীৰ বিমান ধ্বংস কৰাৰ উপৰি বহুকেইজন আমেৰিকান সেনাক নিহত কৰে। এই সংঘৰ্ষত কাদিমৰ সৈতে প্ৰায় ৩০০জনে প্ৰাণ হেৰুৱায়। আন এজন শক্তিশালী ছিয়া নেতা হ'ল আব্দুল আজিজ অল হেকিম। তেওঁৰ নেতৃত্বত গঠিত হৈছে মোস্তাক অল চদৰ মাহদী আৰ্মী। নিজৰ ধৰ্মীয় সংঘাতৰ বাবেই ইৰাকৰ পৰা আঁতৰি যাব লগা হৈছে প্ৰায় ১৩ লক্ষ লোক। ভিন্ন দেশৰ ভিন্ন স্বাৰ্থৰ বাবে ইৰাক এতিযা পৰিণত হৈছে ৰণাংগনলৈ। অভিযোগ উঠা মতে, ইৰানৰ ৰাষ্ট্ৰপতি মাহমুদ আহমেদিনেজাদে ছিয়া সম্প্ৰদাযৰ কঠোৰপন্থীসকলক বিভিন্ন মাৰণাস্ত্ৰৰে সহায কৰিছে। আজি গোটেই বিশ্বতে মুছলমান সম্প্ৰদায়ৰ লোকৰ সংখ্যা হ'ল প্ৰায ১২০ কোটি। ইয়াৰ ৮৫ শতাংশ চুন্নী আৰু ১৫ শতাংশ ছিয়া। ইৰান, ইৰাক, চৌদি আৰৱত ছিয়া লোকৰ সংখ্যাই সৰহ। আমেৰিকাৰ ধৰ্মীয় মুছলমানসকলৰ সমৰ্থন বিভিন্ন দেশত বিভিন্ন। লেবানন, ছিৰিয়া আৰু ইৰানত এওঁলোকে সমৰ্থন কৰে চুন্নী সম্প্ৰদায়ৰ নেতৃবৃন্দক, আনহাতে তুৰস্কত আমেৰিকাই মত বিৰোধ কৰিছে কুৰ্দসকলৰ।

ছাদ্দাম হুছেইনে তেওঁৰ শাসনকালক ইৰাকক শক্তিশালী ৰাষ্ট্ৰ হিচাপে গঢ দিয়াৰ চেষ্টাৰ ত্ৰুটি কৰা নাছিল। বিশেষকৈ মহিলাৰ শিক্ষা, স্বাস্থ্য, ৰাস্তা-ঘাট নিৰ্মাণ, উচ্চ শিক্ষা, বিজুলী, পানীযোগান আদি বিষযত অগ্ৰাধিকাৰ দি ইৰাকৰ নৱনিৰ্মাণত অগ্ৰাধিকাৰ

দিছিল। ছাদ্দাম হুছেইনৰ মৃত্যুৱে ইৰাকীসকলক নতুনকৈ ভবাই তুলিছে আমেৰিকাৰ স্বাৰ্থ আৰু অন্তৰ্নিহিত ষড়যন্ত্ৰৰ বিষয়ে। সেয়ে প্ৰতি আক্ৰমণ দিনে দিনে বাঢ়ি গৈছে। এতিয়ালৈকে প্ৰায় এহাজাৰৰো অধিক প্ৰতি আক্ৰমণ হৈছে। এই আক্ৰমণ আৰু ভয়াবহ হোৱাৰ সম্ভাৱনা আছে। হয়তো ইৰাকৰ গোষ্ঠীগত সংঘৰ্ষই গৃহযুদ্ধৰ ৰূপ ল'ব পাৰে, যাৰ দ্বাৰা মধ্য প্ৰাচ্যৰ শান্তি ব্যাহত হোৱাৰ সম্ভাৱনা বৃদ্ধি পাইছে। আমেৰিকাই বিচাৰে মধ্যপ্ৰাচ্যত অশান্তি বৃদ্ধি পাওক। ইতিমধ্যে ইৰান আক্ৰমণৰ পৰিকল্পনাও আমেৰিকাই ৰচা বুলি প্ৰকাশ পাইছে। তদুপৰি বিচাৰিছে ইৰাকৰ তেল সম্পদ লুণ্ঠনৰ ধাৰা অব্যাহত ৰাখিবলৈ । মিত্ৰশক্তিৰ মাজতো লাহে লাহে বিভাজন আৰম্ভ হৈছে। ইটালী, চেকোশ্লোভেকিয়া, অষ্ট্ৰেলিযাই ইৰাকৰ পৰা সেনা প্ৰত্যাহাৰ কৰিছে। ডেনমাৰ্ক আৰু দক্ষিণ কোৰিয়াযো সেনা প্ৰত্যাহাৰৰ প্ৰস্তুতি চলাইছে। ৭,১০০ সেনা পৰ্যায়ক্ৰমে ওভতাই নিয়াৰ কথা ঘোষণা কৰিছে ব্ৰিটেইনেও। কিন্তু আমেৰিকাই তেওঁলোকৰ সৈন্যবাহিনীৰ সংখ্যা পুনৰ ২১,০০০ ঘোষণা কৰিছে। এই লৈ আমেৰিকাজুৰি বিতৰ্কৰ সৃষ্টি হৈছে। প্ৰতিবাদৰ জোৱাৰ উঠিছে আনকি ৰিপাব্লিকান দলৰ পৰাও। চাক হেগেল আদি বহুকেইজন ছিনেটৰে ইয়াৰ প্ৰতিবাদ কৰিছে। বুশ্বৰ জনপ্ৰিয়তাৰ হাৰ ২৮ শতাংশলৈ নামি আহিছে, ডেম'ক্ৰেট দলে ইয়াকেই মূল বিষয় হিচাপে অহা বছৰ ৰাষ্ট্ৰপতি নিৰ্বাচনত জয়ী হোৱাৰ পৰিকল্পনা কৰিছে।

আমেৰিকাৰ জনসাধাৰণে কিন্তু ইৰাকৰ যুদ্ধত ভিয়েটনামৰ দৰে লজ্জাজনক পৰাজয় বিচৰা নাই, কিন্তু সম্মানজনক বিজয় লৈ আমেৰিকা ইৰাকৰ পৰা উভতি যোৱাৰ পথো প্ৰশস্ত হৈ থকা নাই। সেযে জৰ্জ বুশ্বে ঘনে ঘনে সলনি কৰিছে নীতি, সলনি কৰিছে সামৰিক বিষয়া, সুৰ নৰম কৰিছে কণ্ড'লিজা ৰাইছে। 'টাইম' আলোচনীত দিয়া সাক্ষাৎকাৰত কৈছে— 'Iraq will have to decide whether their Govt is functioning But that is not for us decide ' অৰ্থাৎ আমেৰিকাই দায়-দায়িত্ব জাপি দিবলৈ খুজিছে নিৰ্বাচিত পুতলা চৰকাৰখনৰ ওপৰত। ইও আমেৰিকাৰ পলায়নবাদী চতুৰ নীতিৰেই যে এক অংশ তাক বুজিবলৈ কাৰো বাকী নাই।

ইৰাকত ইউফ্ৰেটিছ নদীৰ পানী ৰাঙলী কৰি হাছান-হোছেনক হত্যাৰে কাৰবালাৰ পবিত্ৰ স্থান অসূচি কৰা কাফেৰ বাহিনীৰ দৰে আজি আমেৰিকায়ো যেন ইৰাকী লোকক হত্যা কৰি পুনৰ কাৰবালাৰ সৃষ্টি কৰিছে ইৰাকত। ইউফ্ৰেটিছ আৰু টাইগ্ৰীছ নদীয়ে যেন কান্দিছে ইৰাকভূমিত হোৱা ৰক্তাক্ত সংগ্ৰামৰ তেজ দেখি। এই ক্ৰন্দন কেতিয়া শেষ হ'ব তাৰ উত্তৰ কিন্তু আছে ইৰাকী জনসাধাৰণৰ হাতত। ■■

---

*আজিৰ দৈনিক বাতৰি, ২৮ ফেব্ৰুৱাৰী, ২০০৭*

# চয়তানৰ উক্‌মুকনি

চয়তানৰ উক্‌মুকনি। চয়তান বাৰু কোন? হোৱাইট হাউছৰ মুখপাত্ৰ মিছেল গেৰছনে বিচাৰি পোৱা 'Axis of evil' হৈছে ইৰান, ছিৰিয়া আৰু ইৰাক। আনহাতে ইৰান, ইৰাক, ছিৰিয়াই বিচাৰি পাইছে চয়তানী ভূত আমেৰিকাৰ ৰাষ্ট্ৰপতি জৰ্জ ডব্লিউ বুশ্বৰ মাজত। ঠিক যেনেদৰে ভেনিজুৱেলাৰ ৰাষ্ট্ৰপতি চেভেজেও ৰাষ্ট্ৰসংঘৰ মজিয়াত আমেৰিকাৰ মাটিত জৰ্জ বুশ্বলৈ আঙুলিয়াই উচ্চস্বৰে কৈছিল— এওঁ চয়তান। চয়তান বাৰু কোন, তাৰ বিচাৰৰ ভাৰ সময় আৰু ইতিহাসৰ ওচৰত ৰাখিলোঁ।

২০০৩ চনত ইৰাকৰ পতন হয়। আনহাতে যোৱা ৩১ ডিচেম্বৰত ছাদ্দাম হুছেইনৰ মৃত্যুদণ্ডৰ নতুন ৰাজনৈতিক আৰু সামৰিক সমীকৰণে গোটেই মধ্য এছিয়াৰ দেশসমূহৰ মাজতে অস্থিৰ বাতাৱৰণৰ সৃষ্টি কৰিছে। এই বাতাৱৰণৰ বাবে ছোভিয়েট ৰাছিয়া কম দোষী নহয়। সেয়া এক অন্য ইতিহাস— ৰাজনৈতিক চক্ৰান্তৰ ইতিহাস, অৰ্থনৈতিক লুণ্ঠন আৰু শোষণৰ ইতিহাস। আমেৰিকা, ইংলেণ্ড, ফ্ৰান্স, চীন, ৰাছিয়া সকলোৰে লক্ষ্য মধ্যপ্ৰাচ্যৰ তৈলজাত সম্পদৰ ভাণ্ডাৰৰ ওপৰত প্ৰভুত্ব কায়েম ৰখা। নীতি আৰু আদৰ্শ ইয়াত মূল্যহীন হৈ পৰিছে। প্ৰতিখন শক্তিশালী ৰাষ্ট্ৰই ভিন ভিন কৌশলেৰে নিজৰ স্বাৰ্থ ৰক্ষাৰ কাৰণে অহৰহ ব্যস্ত হৈ পৰিছে মধ্যপ্ৰাচ্যত। স্বাধীনতাৰ নামত, ধৰ্মৰ নামত আৰু শেহতীয়াকৈ পাৰমাণৱিক অস্ত্ৰৰ পৰীক্ষা আৰু মজুতকৰণক লৈও ইখন ৰাষ্ট্ৰৰ বিৰুদ্ধে সিখন ৰাষ্ট্ৰই বিদ্বেষ আৰু ঘৃণাৰ বীজ ৰোপণ কৰিছে, জন্ম দিয়া হৈছে সন্ত্ৰাসবাদী সংগঠন আল-কাইদা, তালিবান, হামাছ, হিজবুল্লা আদি সংগঠনৰ। ইহঁতৰ আত্মঘাতী কাৰ্যকলাপ তথা নিজৰ মাজত হত্যা আৰু সন্ত্ৰাসে মধ্যপ্ৰাচ্যৰ দেশসমূহক আদিম অৱস্থালৈ ঠেলি নিয়াৰ প্ৰচেষ্টা অব্যাহত ৰাখিছে। তাত লাভ হৈছে শক্তিশালী ৰাষ্ট্ৰসমূহৰ। নহ'লেনো নীতি আৰু আদৰ্শৰ ৰঙা ধ্বজাবাহী চীনা নেতা হু জিণ্টাওৱে যোৱা ২ ফেব্ৰুৱাৰীত ছুদানৰ ৰাজধানী খাৰ্টুমত নামি ডৰফুৰৰ ৮ লাখ নিৰপৰাধ মানুহক হত্যাকাৰী ওমল-আল বছিৰৰ অনুৰোধমৰ্মে ১৩ মিলিয়ন আমেৰিকান ডলাৰৰ সাহায্য আগবঢ়ায়নে? তাকো পুষ্টিহীনতাত ভুগি মৃত্যুবৰণ কৰা ডৰফুৰৰ শিশুসকলৰ বাবে নহয়, অত্যাচাৰী শাসকজনৰ ৰাজকীয় প্ৰাসাদ নিৰ্মাণৰ বাবেহে। উদ্দেশ্য কিন্তু এটাই— কাৰণ চীনৰ ৯০ শতাংশ আমদানিকৃত তেল এই

অঞ্চলৰ পৰাই সৰবৰাহ হয়। কোন চয়তান তাক চিনাক্ত কৰাৰ ক্ষেত্ৰত যেন আমাক শ'লঠেকত পেলাইছে বৃহৎ শক্তিশালী ৰাষ্ট্ৰসমূহৰ কাৰ্যকলাপে।

আমেৰিকাৰ ৰাষ্ট্ৰপতি জৰ্জ বুশ্বৰ হুমকি আৰু ভাবুকিত সেও নামানি উত্তৰ কোৰিয়াৰ ৰাষ্ট্ৰপতি কিম জেং পাৰমাণৱিক পৰীক্ষা আৰু অস্ত্ৰ উৎপাদনত আঁকোৰগোজ হৈ আছে। সন্ত্ৰস্ত আমেৰিকা, চীন, ফ্ৰান্স, ইংলেণ্ড, দক্ষিণ কোৰিযাৰ প্ৰতিনিধিৰ মাজত যোৱা ১৩ ফেব্ৰুৱাৰীত বেইজিঙত চূড়ান্ত আলোচনা হয়। এই আলোচনাত চৰ্তসাপেক্ষ চুক্তি স্বাক্ষৰিত হোৱাৰ পাছত আমেৰিকাই গোজৰণি মাৰি উঠিছে ইৰানৰ বিৰুদ্ধে। ইতিমধ্যে দ্বিতীয় নৌবহৰে আৰব সাগৰত স্থিতি গ্ৰহণ কৰিছে, তৃতীয় নৌবহৰো গতিৰ প্ৰতীক্ষাত। ইৰাণৰ ৰাষ্ট্ৰপতিয়ে নিৰাপত্তা পৰিষদত আত্মপক্ষ সমৰ্থনৰ দাবীত বক্তব্য আগবঢ়োৱাৰ অনুমতি বিচাৰিছে— আজিৰ নহয়, অৰ্থনৈতিক অৱৰোধ অতীতৰ পৰাই ইৰানৰ ওপৰত চলাই অহা হৈছে। কাৰণ ইৰানেই হ'ল জনসংখ্যা, সামৰিক দক্ষতা, অৰ্থনৈতিক স্থিৰতা থকা মধ্যপ্ৰাচ্যৰ শক্তিশালী ৰাষ্ট্ৰ। আমেৰিকা, ইংলেণ্ড, ৰাছিয়াৰ মধ্যপ্ৰাচ্যত স্থিতি থৰক-বৰক কৰিব পৰা শক্তি হৈ লাহে লাহে আগ বাঢ়ি আহিছে ইৰান। সেয়ে ভয়। এই ভয় আজিৰ নহয, ১৯শ শতিকাৰ শেষৰ পৰা আৰম্ভ হৈছে বৃহৎ শক্তিসমূহৰ মাজত। সেযে ভাৰসাম্য ৰক্ষাৰ বাবে প্ৰতিখন ৰাষ্ট্ৰই বিচাৰে ইৰানক কাবু কৰি ৰাখিবলৈ। নহ'লেনো প্ৰথমবাৰৰ বাবে আমেৰিকাৰ ৰাষ্ট্ৰপতি ৰুজভেল্ট, ৰাছিয়াৰ ৰাষ্ট্ৰপ্ৰধান ষ্টালিন আৰু ইংলেণ্ডৰ প্ৰধান মন্ত্ৰী চাৰ্চিলে তেহৰাণৰ ৰাজপ্ৰসাদত ইৰানৰ ৰজাৰ সৈতে বহি ১৯৪৩ চনৰ ১ ডিচেম্বৰত তেহৰান ঘোষণাপত্ৰত স্বাক্ষৰ কৰেনে?

তেতিয়া কিন্তু ঘোষণাপত্ৰত এইদৰে উল্লেখ কৰা হৈছিল— 'The President of the United States, the premier of the USSR and the Prime Minister of the United Kingdom, having consulted with each other and with the Prime Minister of Iran, desire to declare the mutual agreement of their three governments regarding their relations with Iran'

উদ্দেশ্য আছিল চুক্তিপত্ৰত স্বাক্ষৰ কৰা প্ৰতিখন দেশৰ নিজৰ ভিতৰতে সাময়িক বুজাবুজিৰে বিভেদ আঁতৰাই ইৰানত নিজৰ স্বাৰ্থ ধৰি ৰখাৰ। ইৰানৰ পাছৰ ইতিহাস বিচাৰি চোৱাৰ আগতে উভতি যাব লাগিব অতীতলৈ। পাৰস্য উপসাগৰ আৰু কাস্পিয়ান সাগৰে বেটি থকা ইৰান প্ৰাচীন সভ্যতা আৰু সংস্কৃতিৰ ধাৰক আৰু বাহক। পূৰ্বৰ পাৰ্চিযা আৰু এতিয়াৰ ইৰান ৰাজনৈতিক উত্থান-পতনেৰে ভৰা। ইতিহাসবিদসকলৰ মতে, ১৫শ শতিকাৰ আৰম্ভণিতে আৰ্যসকলৰ ইৰানলৈ প্ৰব্ৰজন আৰম্ভ হয় সেয়ে বহুতে ক'ব খোজে আৰ্যসকলৰ পৰাই ইৰান নামৰ উৎপত্তি।

ইতিহাসে ঢুকি পোৱা মতে প্ৰথমতে মেডিয়ান সাম্ৰাজ্যই কম সময়ৰ বাবে ইৰান শাসন কৰিছিল। তাৰ পাছত আহে পাৰ্চিয়ান নেতা হেকথমেনিষ্টসকলৰ শাসন। পাছৰছোৱাত বিভিন্ন শাসকে ইৰানত শাসন কৰে। আটাইতকৈ দীৰ্ঘদিনীয়া শাসন কায়েম কৰি ৰাখে পেহলবী ৰাজবংশই। কিন্তু প্ৰথম আৰু দ্বিতীয় মহাযুদ্ধৰ পাছত বিশ্বত আমেৰিকাৰ প্ৰভুত্ব বাঢি যায়। ইয়াৰ পাছতে তেলৰ লোভত জিভা মেলি থকা আমেৰিকাই নিজৰ হাতোৰা মধ্য এছিয়াৰ দেশবোৰলৈ সম্প্ৰসাৰণ কৰে। তাৰেই পৰিণতিত আমেৰিকা-বিৰোধী ইৰানৰ ৰজা মহম্মদ মোছাদকক ১৯৫৩ চনত আঁতৰাই পেহলবী বংশৰ ৰজা শ্বাহক আসনত বহুৱায়। ইয়াতেই ক্ষুব্ধ হৈ পৰে ইৰানৰ জনসাধাৰণ আৰু ধৰ্মীয় গুৰুসকল। ধৰ্মীয় প্ৰধান গুৰু আয়াতুল্লা খোমেইনীৰ নেতৃত্বত গঢি উঠিল ৰজাবিৰোধী আন্দোলন। ফ্ৰান্সত নিৰ্বাসিত হৈ থকা আয়াতুল্লা খোমেইনীৰ নেতৃত্বত ১৯৭৯ চনত ৰাজতন্ত্ৰৰ অৱসান ঘটাই গণতান্ত্ৰিক জাতীযতাবাদী ইছলামধৰ্মীয় শাসনৰ সূচনা হ'ল। পুনৰ আমেৰিকা সক্ৰিয় হৈ উঠে ইৰানৰ চৰকাৰক ওফৰাবলৈ। বাৰে বাৰে প্ৰতিহত হৈ ন ন কৌশল অৱলম্বন কৰিবলৈ সহায়ৰ হাত আগবঢ়ালে ইংলেণ্ড— পুৰণি মিত্ৰশক্তিয়ে। ১৯২২ চনতেই ইংলেণ্ড আৰু আমেৰিকাৰ মাজত মধ্যপ্ৰাচ্য চুক্তি স্বাক্ষৰিত হৈছিল। সেই চুক্তিৰ আধাৰতেই ছুয়েজ খাল-সংকটৰ সময়ত আমেৰিকাই ইংলেণ্ডৰ সমৰ্থনত থিয় দিছিল। এইবাৰো একেই উদ্দেশ্যৰে ইংলেণ্ড আমেৰিকাৰ সমৰ্থনত আগবাঢি আহিছে বিগত শতিকাৰ পঞ্চাশ আৰু ষাঠিৰ দশকৰ শেষত ইজিপ্তৰ ৰাষ্ট্ৰপতি গামেল আব্দুল নাছেৰৰ নেতৃত্বত আৰব দেশত গঢ়ি উঠা শক্তিশালী জাতীয়তাবাদৰ ধ্বজা কটিয়াই লৈ যাব খোজা ছাদ্দাম হুছেইন আৰু ইৰানৰ বিৰুদ্ধে। কাৰণ ইজৰাইলক প্ৰতিৰোধ কৰিব পৰা ক্ষমতাৰ অধিকাৰী হৈছিল এই দুয়োখন দেশ। সেয়ে ছিয়া-চুন্নী ধৰ্মীয় দুৰ্বলতাৰ সুযোগ লৈ ইৰাক-ইৰানৰ যুদ্ধ আমেৰিকাৰ ইংগিতত ইৰাকে আৰম্ভ কৰিছিল। ইয়াতে বিধ্বস্ত হ'ল দুয়োখন দেশৰ অৰ্থনীতি, সামাজিক আৰু ৰাজনৈতিক পৰিস্থিতি। ১৯৮০ চনৰ পৰা ১৯৮৮ চনলৈ চলিছিল এই যুদ্ধ। আৰব দেশসমূহ যাতে একত্ৰিত হ'ব নোৱাৰে আৰু মধ্যপ্ৰাচ্যত ইজৰাইলক আমেৰিকাৰ শক্তিৰ প্ৰতীক কৰি জিলিকাই ৰাখিব পাৰে তাৰ বাবেই সূচনা কৰা হৈছিল সেই যুদ্ধৰ। সেয়ে মধ্যপ্ৰাচ্যৰ শান্তিৰ নামত ইজিপ্তৰ ৰাষ্ট্ৰপতি হোচ্ছেন মোবাৰকক লগত লৈ কেম্প ডেভিদ চুক্তিৰ জৰিয়তে ইজিপ্তক নিজৰ ফলীয়া কৰি ল'লে আমেৰিকাই, লগত আছিল চৌদি আৰবো। শক্তিৰ পুনৰবিন্যাস ঘটিল যদিও লাহে লাহে সন্ত্ৰাসবাদী সংগঠনসমূহেও বিভাজিত ৰূপত ভয়াবহ ৰূপ ল'লে, যি আমেৰিকাৰ বাবে কাম্য আছিল। সেয়ে আমেৰিকাত গঠন কৰা হ'ল 'New American Century Project', ৰাষ্ট্ৰপতি ক্লিণ্টনৰ দিনত অৰ্থাৎ ১৯৯৮

চনত। মধ্যপ্ৰাচ্যত ধীৰে ধীৰে আমেৰিকাৰ খোপনি মজবুত কৰাৰ বাবে প্ৰচুৰ ধন খৰচ কৰা হ'ল, ছাদ্দাম হুছেইনক হত্যা কৰাৰ বাবে আৰু ইৰানৰ প্ৰশাসন ওফৰাবলৈ। ইৰাকত আমেৰিকা কিছু পৰিমাণে কৃতকাৰ্যও হ'ল, কিন্তু ইৰান? ইৰান কিন্তু অচল-অটল হৈ আছে। ইৰানৰ পাৰমাণৱিক অস্ত্ৰ পৰীক্ষাৰ বিৰুদ্ধে অৰ্থনৈতিক অৱৰোধৰ প্ৰস্তাৱ ৰাষ্ট্ৰসংঘৰ নিৰাপত্তা পৰিষদত লোৱা হৈছে। ইৰান পাৰমাণৱিক অস্ত্ৰবিৰোধী চুক্তিত স্বাক্ষৰকাৰীসকলৰ অন্যতম যদিও আমেৰিকা ক্ষান্ত হোৱা নাই। ন ন অভিযোগ অবিৰতভাৱে ইৰানৰ বিৰুদ্ধে আনি আছে। প্ৰথম অৱস্থাত সন্ত্ৰাসবাদী সংগঠন হিজবুল্লাৰ পৃষ্ঠপোষক হৈ ইজৰাইলৰ বিৰুদ্ধে লেবাননৰ পৰা কূটাঘাতমূলক কাৰ্য চলাই আছে। দ্বিতীয় অভিযোগ— ইৰাকৰ ছিয়াসকলক সামৰিক সাহায্য দি আমেৰিকা আৰু চুন্নীসকলৰ বিৰুদ্ধে ইৰানে অঘোষিত যুদ্ধ আৰম্ভ কৰিছে। তদুপৰি দীৰ্ঘদিন ধৰি পাৰমাণৱিক অস্ত্ৰ পৰীক্ষাক লৈ ইৰানৰ বিৰুদ্ধে বিষোদ্‌গাৰ চলি আছে, অথচ এই পাৰমাণৱিক ৰেক্টৰ ইৰানত প্ৰতিষ্ঠা কৰা হৈছিল আমেৰিকাৰ পৃষ্ঠপোষকতাত ইৰানৰ শ্বাহৰ দিনত। ইছফাহানত থকা 'Neuclear Cacılıty Reactor Centre' আৰু নাটানজত থকা সৰু ৰিয়েক্টৰ বন্ধ কৰিবলৈ আৰু ইৰানে পাৰমাণৱিক অস্ত্ৰ নিৰ্মাণ কৰিছে নে নাই তাৰ পৰীক্ষাৰ বাবে আন্তঃৰাষ্ট্ৰীয় দল প্ৰেৰণ কৰিবলৈ আমেৰিকাই ইৰানক বাধ্য কৰাবলৈ নানা কৌশল অৱলম্বনৰ প্ৰচেষ্টা এৰা নাই। উত্তৰ কোৰিয়াৰ চুক্তিৰ পাছত আমেৰিকাই জোৰতোৰ লগাইছে ইৰানৰ বিৰুদ্ধে। উদ্দেশ্য এটাই— ইৰানত আমেৰিকাৰ অধিকাৰ কায়েম কৰা। ইৰাকৰ ক্ষেত্ৰতো আমেৰিকাই একেই কৌশল অৱলম্বন কৰিছিল। ইৰাকত অস্ত্ৰ পৰীক্ষাকাৰী দলে একো নোপোৱা সত্ত্বেও ইৰাক আক্ৰমণেৰে বিধ্বস্ত কৰি পেলালে। কোনেও আমেৰিকালৈ আঙুলি টোঁৱাব নোৱাৰিলে। আনকি ৰাছিয়া আৰু চীনেও সবল প্ৰতিবাদ নকৰিলে। সেযে ভয়ত বিতত হৈ পৰিছে ২২খন আৰব দেশ। কাৰণ এঁকৈশ শতিকাৰ হিটলাৰ জৰ্জ বুশ্বৰ হাতোৰাই কাক চেপি ধৰে তাৰ ঠিক নাই। আমেৰিকা যেন সকলোৰে বাবে চয়তান, ভূত। এই ভূতৰ দোকমোকালিৰ উকমুকনিত কোন নিঃশেষ হৈ যায় তাৰ ইয়াত্তা নাই। এই দুৰ্ভাগ্যজনক পৰিস্থিতি অন্বেষণ কৰি থাকোঁতে আমাৰ মনচক্ষুত উদ্ভাসিত হৈছে তেহৰানত থকা প্ৰখ্যাত স্মৃতিস্তম্ভটো। যুযুৎসু সিংহটো আৰু অত্যাচাৰী পিশাচ নিঃশেষৰ পিছত দেশৰ বিজয় গৌৰৱৰ ধ্বজা উৰুওৱা সেই বীৰ ইৰানীজনৰ দৰে যদি কোনো ৰহমতুল্লা খোমেইনী নতুবা মাহমুদ আমেদিনেজাদৰ হাতত চয়তানজন নিঃশেষ হয়, তেতিয়াহ'লে মধ্যপ্ৰাচ্যৰ ইতিহাসে বিশ্ববাসীক উদ্বুদ্ধ কৰিব।■■

---

*আজিৰ দৈনিক বাতৰি, ২১ এপ্ৰিল, ২০০৭*

# টনী ব্লেয়াৰ, লেবাৰ পাৰ্টী আৰু ঘোচ

All well that ends well শেষ ভালেই সকলো ভাল, কিন্তু এই সৌভাগ্যৰ দুৱাৰডলি গৰকিবলৈ বাৰু কেইজন লোক সমৰ্থ হয়? বিশ্বখ্যাত নেপোলিয়ন বা হিটলাৰ নতুবা বিল ক্লিণ্টন— জীৱনৰ অন্তিম বেলা বা ক্ষমতাৰ অন্তিম ক্ষণত কাল ৰাহুৱে গ্ৰাস কৰিছিল এইসকল লোকক। সমগ্ৰ জীৱনৰ সাৰ্থকতাও যেন ইতিহাসৰ এক ক'লা অধ্যায়লৈ ৰূপান্তৰিত হৈছিল। ৰাজনৈতিক জীৱনৰ উত্থান-পতন হ'ব পাৰে, কিন্তু বাস্তৱসন্মত নীতি, আদৰ্শ বা পৰিকল্পনাৰ বাবে বহু ৰাজনৈতিক নেতা যুগ যুগ ধৰি শ্ৰদ্ধা, সন্মান আৰু আদৰ্শৰ প্ৰতীক হৈ থাকিব পাৰে, যেনে— গান্ধী, ষ্টালিন, জিমি কাৰ্টাৰ আদি।

একৈশ শতিকাৰ আৰম্ভণিত ইতিহাসৰ কালান্ধাৰ গৰ্ভলৈ ধাৱমান হোৱাৰ ইংগিত দিছে ব্ৰিটিছ প্ৰধান মন্ত্ৰী টনী ব্লেযাৰে। লেবাৰ পাৰ্টীৰ আটাইতকৈ জনপ্ৰিয় ডেকা প্ৰধান মন্ত্ৰীগৰাকীৰ ৰাশিচক্ৰ যেন ৰাহুৰ গ্ৰাসত। হয়, সম্প্ৰতি তৃতীযটো কাৰ্যকালৰ অন্তিম ক্ষণত উপস্থিত হৈছে ব্লেযাৰ। প্ৰধান মন্ত্ৰিত্বৰ দহ বছৰ অতিক্ৰমিবলৈ আৰু মাথোঁ প্ৰায় দুমাহ সময় বাকী অৰ্থাৎ অহা ১ মে'ত অন্ত পৰিব কাৰ্যকাল। তাৰ পাছত যোৱা বছৰ ঘোষণা কৰাৰ দৰে তেওঁৰ প্ৰিযতম বিত্তমন্ত্ৰী আৰু লেবাৰ পাৰ্টীৰ জ্যেষ্ঠ নেতা গৰ্ডন ব্ৰাউনক প্ৰধান মন্ত্ৰীৰ দায়িত্ব অৰ্পণ কৰি তেওঁ ৰাজনৈতিক সন্ন্যাস ল'ব খুজিছে। ধীৰে ধীৰে প্ৰধান মন্ত্ৰী পদপ্ৰত্যাশী গৰ্ডন ব্ৰাউনেও দেশ-বিদেশ ঘূৰি নিজৰ প্ৰতিচ্ছবি গঢ়াৰ চেষ্টাতো ব্ৰতী হৈছে। কিছুদিন আগেযে তাৰে অংশ হিচাপে ভাৰতবৰ্ষও ভ্ৰমণ কৰি গৈছে। উদ্দেশ্য দুবছৰ পাছত নিৰ্বাচন হ'ব লগা দেশখনত পুনৰবাৰ লেবাৰ পাৰ্টীৰ চৰকাৰক ক্ষমতালৈ অনা। ৰক্ষণশীল দলৰ আটাইতকৈ জনপ্ৰিয় নেত্ৰী মাৰ্গাৰেট থেচাৰে ক্ষমতাৰ গাদী এৰাৰ পাছত সেই সময়ৰ ৰক্ষণশীল দলৰ প্ৰধান মন্ত্ৰী জন মেজৰক পৰাস্ত কৰি ১৯৯৬ চনত টনী ব্ৰেয়াৰ প্ৰধান মন্ত্ৰী হৈছিল। প্ৰধান মন্ত্ৰী হৈয়ে ব্ৰতী হৈছিল দেশখনৰ অৰ্থনীতি টনকিয়াল কৰাৰ প্ৰচেষ্টাত। প্ৰধান মন্ত্ৰীগৰাকী কৃতকাৰ্যও হৈছিল বহু পৰিমাণে। শিক্ষা, স্বাস্থ্যত অধিক গুৰুত্ব দিয়া হৈছিল। উত্তৰ আয়াৰলেণ্ডত শান্তি স্থাপনতো তেওঁ আগ ভাগ লৈছিল, ব্ৰিটেইনৰ শ্ৰমিকসকলৰ স্বাৰ্থ ৰক্ষাৰ হকে গ্ৰহণ কৰা জনহিতকৰ কাৰ্যসূচীয়ে টনী ব্ৰেয়াৰক

অধিক জনপ্ৰিয় কৰি তুলিছিল, কিন্তু ইৰাক যুদ্ধই ছন্দপতন ঘটালে দুৰ্ভাগ্যজনকভাৱে। আমেৰিকাৰ ৰাষ্ট্ৰপতি জৰ্জ ডব্লিউ বুশ্বৰ উচটনিত মিত্ৰশক্তিৰ অংশীদাৰ হৈ ইৰাক যুদ্ধত যোগদান কৰাৰ ফলত টনী ব্লেয়াৰৰ জনপ্ৰিয়তাৰ গ্ৰাফডাল নামি আহিল হু হুকৈ। সমালোচনাৰ সন্মুখীন হ'ল নিজৰ দল আৰু তেওঁৰ মন্ত্ৰীসভাৰ সদস্যৰ দ্বাৰাও। দুজনকৈ গুৰুত্বপূৰ্ণ মন্ত্ৰীয়ে টনী ব্লেয়াৰৰ ইৰাক নীতিৰ প্ৰতিবাদ জনাই মন্ত্ৰীসভাৰ পৰা পদত্যাগ কৰিলে। সদনক ভুল তথ্যৰে পৰিচালনা কৰাৰ অভিযোগত সংসদীয় কমিটীৰ ওচৰতো জবাবদিহি হ'ব লগাত পৰিল তেওঁ। অকল সেয়াই নহয়, জৰ্জ বুশ্বৰে মধুৰ মিতিৰালি কৰা হেতু বহুতে তেওঁক আমেৰিকাৰ Lap Dog বুলিও আখ্যা দিছে। ফলস্বৰূপে সৌ সিদিনালৈ জনপ্ৰিয়তাৰ শীৰ্ষত থকা ব্লেয়াৰ লাহে লাহে এলাগী হ'ব ধৰিছে। লগতে তেওঁৰ দলটোও। সেয়ে পুনৰ জনপ্ৰিযতা ঘূৰাই অনাৰ স্বাৰ্থত ইৰাকৰ পৰা সৈন্য প্ৰত্যাৱৰ্তন কাৰ্যসূচী গ্ৰহণ কৰিছে মন্ত্ৰীসভাৰ সিদ্ধান্ত মৰ্মে। ইতিমধ্যে প্ৰায় দুহাজাৰ সৈন্য ঘূৰাই অনাৰ পথত। বিপৰীতে ১৯৯৬ চনৰ পৰা ক্ষমতাৰ বাহিৰত থকা ৰক্ষণশীল দলে অহা দুবছৰৰ পাছত ক্ষমতা ঘূৰাই আনিবলৈ তৎপৰ হৈ পৰিছে, দলৰ জনপ্ৰিযতাও বৃদ্ধি পাইছে। দলে নতুন মুখৰ প্ৰতিভাৱান নেতৃত্ব লৈ সাজু হৈছে লেবাৰ পাৰ্টীৰ পৰা ক্ষমতা কাঢ়িবলৈ। ষ্টিভ হিলটন আৰু ডেভিদ কেমেৰুণ নামৰ দুজন শক্তিশালী নেতা এইবাৰ ৰক্ষণশীল দলৰ প্ৰাৰ্থী। ৰক্ষণশীল দলৰ মোক্ষম আঘাত প্ৰতিৰোধ কৰাৰ আগমুহূৰ্তত হঠাতে জোকাৰি উঠিছে টনী ব্লেয়াৰ চৰকাৰ। অভিযোগ গুৰুতৰ— ১৯২৫ চনৰ পাছত এই অভিযোগ আহিছে টনী ব্লেয়াৰ আৰু তেওঁৰ দলৰ বিৰুদ্ধে। ১৯২৫ চনত তেতিয়াৰ লিবাৰেল প্ৰধান মন্ত্ৰী ডেভিদ লয়ডৰ ওপৰতো তেনে অভিযোগ অনা হৈছিল। ১৯২৫ চনত অনা হৈছিল Ban the Peddling of Title আইন। কাৰণ ডেভিদ লয়ডে সেই সময়ত ব্ৰিটেইনৰ সন্মানীয় পদসমূহ টকাৰ বিনিময়ত বিক্ৰী কৰাৰ অভিযোগ উঠিছিল। তেনে আইনযোগে পুনৰবাৰ ব্ৰিটেইনত ধন ঘটা আৰম্ভ হৈছে বুলি সৰ্বত্ৰ জোকাৰণি উঠিছে। ২০০৫ চনৰ নিৰ্বাচনৰ সময়ত দলে চাৰিজনকৈ প্ৰভাৱশালী ধনী ব্যক্তিৰ পৰা টকা গ্ৰহণ কৰিছিল তেওঁলোকক সন্মানীয় 'নাইট' উপাধি আৰু হাউছ অৱ লৰ্ডছৰ সদস্য কৰিম বুলি। এই কাম কৰা হৈছিল অতি গোপনীয়ভাৱে। দলৰ পুঁজিত দেখুওৱা হৈছিল ধাৰ লোৱা বুলি। পাছত যেনিবা অহকাণে-পহকাণে কথাটো প্ৰচাৰ হোৱাত লেবাৰ দলৰ আচল ছবিখন জনসাধাৰণ মাজত ওলাই পৰিল। ৰক্ষণশীল দলৰ নেতা ডেভিদ কেমেৰুণে টনী ব্লেয়াৰৰ পদত্যাগ বিচাৰিলে। আৰক্ষীও বহি নাথাকিল, তদন্ত আৰম্ভ কৰি টনী ব্লেয়াৰৰ ঘনিষ্ঠ, দলৰ অৰ্থ সংগ্ৰহকাৰী লৰ্ড মিছেল লেভিক গ্ৰেপ্তাৰ কৰিছে। যোৱা ডিচেম্বৰ মাহত

দুবাৰকৈ টনী ব্লেয়াৰক ১০ নং ডাউনিং ষ্ট্ৰীটৰ বাসভৱনত জেৰাও কৰিছে। টনী ব্লেয়াৰে পোনছাটেই এই অভিযোগ অগ্ৰাহ্য কৰিছে, কিন্তু ব্ৰিটেইনৰ জনসাধাৰণক এতিয়াও আশ্বস্ত হ'ব পৰা নাই তেওঁৰ বিবৃতিয়ে। ইতিমধ্যে দুৰ্নীতিৰ আন এচপৰা ক'লা মেঘে টনী ব্লেয়াৰৰ জীৱনলৈ কালিমা অনাৰ শংকা ঘনীভূত হৈছে। ৬৮ বিলিয়ন পাউণ্ডৰ চৌডী আৰবৰ লগত হোৱা অস্ত্ৰ বিক্ৰীৰ দুৰ্নীতি এতিয়া বিটেইনৰ সংবাদ মাধ্যমৰ গৰম খবৰ। এটাৰ পাছত আন এটা অভিযোগে ব্লেয়াৰক যেন ভাৰাক্ৰান্ত কৰি তুলিছে। ব্ৰিটেইনৰ জনসাধাৰণক লেবাৰ পাৰ্টীয়ে এতিয়াও বিশ্বাসত লোৱা নাই। দলৰ পুঁজি সংগ্ৰহৰ ক্ষেত্ৰত তেওঁলোকে লোৱা অবৈধ পথসমূহ গুজৱ বুলিও প্ৰমাণ কৰিব পৰা নাই। কাৰণ পূৰ্বতে দেউলীয়া লেবাৰ দলে বৃহৎ পৰিমাণৰ দলীয় পুঁজি কেনেকৈ সংগ্ৰহ কৰিলে? সাধাৰণতে ট্ৰেড ইউনিয়নসমূহে লেবাৰ দলৰ পুঁজিৰ যোগান ধৰে, কিন্তু এচাম দালাল আৰু মধ্যভোগী নেতাই সন্মানীয় পদবীৰ লোভ দেখুৱাই আজি কিছু বছৰ গোপনে সংগ্ৰহ কৰি আহিছে অলেখ টকা। হয়তো এতিয়াও কোনোবাজন নাইট উপাধি নতুবা লৰ্ড উপাধিৰ ব্যক্তি ইংলেণ্ডৰ অভিজাত শ্ৰেণীৰ আসন দখল কৰি আছে ধনৰ বলত। পৃথিৱীৰ সবাতোকৈ উত্তম গণতান্ত্ৰিক পৰম্পৰাৰ বাহক ব্ৰিটেইনতেই যদি তেনে ব্যৱস্থা আৰম্ভ হৈছে, তেনেহ'লে গণতন্ত্ৰ নামৰ বগা হাতীটো ক'ত বিচাৰি পাম? আৰু টনী ব্লেয়াৰৰ উল্লিখিত দুয়োটা অভিযোগৰ অন্ততঃ এটা অভিযোগো যদি প্ৰমাণ হয়, তেন্তে ইতিহাসৰ ক'লা দাগটো টনী ব্লেয়াৰৰ নামৰ আগত জিলিকি থাকিব— অৱশ্যে আমি অপেক্ষা কৰিম তদন্তৰ শেষ প্ৰতিবেদনখনলৈ। ■■

---

*অসমীয়া খবৰ, ১ মাৰ্চ, ২০০৭*

# ফ্ৰান্সৰ ৰাষ্ট্ৰপতি নিৰ্বাচন

এলছী ৰাজপ্ৰাসাদ। কাৰুকাৰ্যখচিত ইউৰোপৰ প্ৰাচীনতম প্ৰাসাদ, সৌন্দৰ্যৰ আলোকেৰে হেজাৰজনক সম্মোহিত কৰি ৰখা ফ্ৰান্সৰ গৌৰৱোজ্জ্বল এই প্ৰাসাদত পাঁচ বছৰ কাৰ্যকাল কাৰ কপালত লিখা আছে— এয়া প্ৰশ্ন হৈছে ৪ কোটি ফৰাচী লোকৰ লগতে ইউৰোপৰো। অপেক্ষা মাথোঁ ২২ এপ্ৰিললৈ। কোনে জানে হয়তো ২২ এপ্ৰিলত প্ৰথমবাৰৰ বাবে ফ্ৰান্সৰ ৰাজনৈতিক ইতিহাসত নোহোৱা ঘটনাৰ উন্মেষ ঘটিব পাৰে। অস্বাভাৱিক কিন্তু একোৱেই নহয়, সেয়ে অপেক্ষা, অধীৰ অপেক্ষা অকল ফ্ৰান্সৰ বাবেই নহয়, ইউৰোপ তথা গোটেই বিশ্বৰ বাবেই। কাৰণ ফ্ৰান্সৰ নিৰ্বাচনৰ পাছতেই আছে অহা বছৰৰ আমেৰিকাৰ ৰাষ্ট্ৰপতি নিৰ্বাচন। ইৰাকৰ যুদ্ধত ফৰাচী ৰাষ্ট্ৰপতি জেক চিৰাকে আৰম্ভণিতে মিত্ৰশক্তিৰ লগত যুদ্ধত চামিল হ'বলৈ ইতঃস্তত কৰিছিল, সেইবাবে আমেৰিকাৰ ৰোষত পৰি পাছলৈ সুৰ সলনি কৰিছিল, সেয়ে এই নিৰ্বাচনে প্ৰমাণ কৰিব ফৰাচী জনসাধাৰণে মধ্যপ্ৰাচ্যত শান্তিৰ হকে ভোটদান কৰিব, নে আমেৰিকাৰ বহতীয়া হৈ উঠা-বহা কৰিব।

মহিলাৰ ৰাজনৈতিক উত্থান আজিৰ নহয় বিগত শতিকাৰ ৬০ৰ দশকৰ পৰাই আৰম্ভ হৈছে। আৰম্ভ কৰিছিল শ্ৰীলংকাৰ ৰাষ্ট্ৰপতি শ্ৰীমাভো বন্দৰনায়কে। এতিয়া জাৰ্মানী, ফিলিপাইন্‌ছ আদি দেশত মহিলা ৰাষ্ট্ৰনায়কে শাসন চলাই আছে, ৪০খন দেশত ৬০গৰাকী মহিলা ৰাষ্ট্ৰপ্ৰধানে এতিয়ালৈকে স্বচ্ছন্দে শাসন কৰি গৈছে বা আছে, এইবাৰ আমেৰিকাৰ ৰাষ্ট্ৰপতি নিৰ্বাচনত ডেম'ক্ৰেট দলৰ প্ৰাৰ্থী হিচাপে থিয় হোৱাৰ প্ৰস্তুতি চলাইছে হিলাৰী ক্লিণ্টনে। আৰ্জেণ্টিনাৰ ৰাষ্ট্ৰপতি হিচাপে পেৰ'নিষ্ট দলৰ পৰা ক্ৰিষ্টিয়ানা ফাৰ্ণাণ্ডেজ প্ৰতিদ্বন্দ্বিতাত অৱতীৰ্ণ হ'ব। দুয়োগৰাকী প্ৰখ্যাত আইনজীৱী আৰু দুয়োগৰাকীৰে প্ৰথম চিনাকি হ'ল— হিলাৰী ক্লিণ্টন বিল ক্লিণ্টনৰ পত্নী আৰু ফাৰ্ণাণ্ডেজ হ'ল ২০০৩ চনত আৰ্জেণ্টিনাৰ ৰাষ্ট্ৰপতি হিচাপে নিৰ্বাচিত হোৱনেষ্ট'ৰ কিৰছনাৰৰ পত্নী, দুয়োগৰাকী দুখন ৰাষ্ট্ৰৰ প্ৰথম মহিলা হিচাপে সকলোৰে পৰিচিত।

কিন্তু ফ্ৰান্সৰ এইবাৰৰ নিৰ্বাচন বিশেষ ব্যতিক্ৰম। কাৰণ নিৰ্বাচনত সকলোকে আচৰিত কৰি ছ'চিয়েলিষ্ট দলৰ পৰা প্ৰাৰ্থী হৈ থিয় দিছে এগৰাকী মহিলাই। বয়স

তেওঁৰ ৫০ বছৰ। কোনোদিনে কেবিনেট পৰ্যায়ৰ মন্ত্ৰী পদত অধিষ্ঠিত নাছিল। দলীয় মনোনয়নৰ তীব্ৰ প্ৰতিদ্বন্দ্বিতাক হেলাৰঙে অতিক্ৰম কৰি ছ'ছিয়েলিষ্ট দলৰ অংশীদাৰ এলিযেন্ট দলৰ মনোনীত প্ৰাৰ্থীকো হৰুৱাই দলীয় মনোনয়ন কাঢ়ি লৈছে। কোনোৱে তেওঁক মেডনা, কোনোৱে মনালিছা, এলিজাবেথ টেইলৰৰ লগতো তুলনা কৰিছে। তেওঁৰ ৰূপ-সৌন্দৰ্যই ফ্ৰান্সৰ জনসাধাৰণক অত্যুৎসাহী কৰি তুলিছে। জনতাৰ হাৰ্ট থ্ৰ'ব এইগৰাকী মহিলা হ'ল ছেগোলিন ৰয়েল।

বহুধাবিভক্ত ফ্ৰান্সৰ ৰাজনীতি। এটা-দুটা নহয়, বহুবোৰ ৰাজনৈতিক দল। সাধাৰণতে ফ্ৰান্সৰ জনসাধাৰণৰ সমৰ্থন ৰক্ষণশীল দলৰ প্ৰতি। অৱশ্যে ছ'চিয়েলিষ্ট দলৰ প্ৰাৰ্থীও ৰাষ্ট্ৰপতি নিৰ্বাচিত নোহোৱাকৈ থকা নাই। বৰ্তমানৰ ৰাষ্ট্ৰপতি চিৰাকৰ আগৰজন ৰাষ্ট্ৰপতি ফেংকোচ মিটাৰেণ্ডে ৩৮ বছৰীয়া ৰক্ষণশীল দলৰ শাসনৰ অৱসান ঘটাই ১৯৮১ চনত ৰাষ্ট্ৰপতি হিচাপে নিৰ্বাচিত হৈছিল।

এইবাৰৰ নিৰ্বাচনত এতিয়ালৈকে ৩৮জন প্ৰাৰ্থীয়ে প্ৰাৰ্থিত্ব আগবঢ়াইছে। ছেগোলিনৰ বাহিৰেও আন এগৰাকী সৌপন্থী ৰক্ষণশীল নেতা, ফ্ৰান্সৰ আভ্যন্তৰীণ শক্তিশালী মন্ত্ৰী নিকোলাছ চাৰ্কোজী মূল প্ৰতিদ্বন্দ্বী। কিন্তু তেওঁলোকৰ লগত আছে জাঁ মেৰী লি পেন। সভাপতি Anti Immigrant National Front আৰু Union for French Democracyৰ সভাপতি Francois Bayrouৰ। ইয়াৰ উপৰি আছে কমিউনিষ্ট লীগৰ প্ৰাৰ্থী, Working Struggle দলৰ প্ৰাৰ্থী। প্ৰথম পৰ্যায়ৰ নিৰ্বাচন হৈ গৈছে, এই নিৰ্বাচনত চাৰ্কোজী আৰু ৰয়েলে যথাক্ৰমে ৩৩ শতাংশ আৰু ২৭ শতাংশকৈ ভোট পাবলৈ সক্ষম হৈছে আৰু বাকী অংশ ভোট বিভিন্ন প্ৰাৰ্থীৰ মাজত ভাগ হৈছে। দ্বিতীয় পৰ্যায়ৰ নিৰ্বাচন অনুষ্ঠিত হ'ব ২২ এপ্ৰিলত। কিন্তু ঘনে ঘনে সলনি হৈছে ৰাজনৈতিক বিশ্লেষকসকলৰ হিচাপ-নিকাচ। ফ্ৰান্সৰ শক্তিশালী মিডিয়াৰ মালিকসকলে ইতিমধ্যে চাৰ্কোজীক মুকলিকৈ সমৰ্থন কৰিছে। তেওঁলোকৰ ধাৰণা হ'ল নিৰ্বাচনত চাৰ্কোজী নিৰ্বাচিত হ'বই। তথাপি শংকাৰ অন্ত পৰা নাই, লাহে লাহে ৰয়েলৰ হিচাপৰ পাৰাডাল আগবাঢ়িছে চাৰ্কোজীক অতিক্ৰম কৰিবলৈ। এগজিট প'ল অনুসৰি চাৰ্কোজী আৰু ৰয়েল আছে ৫৫-৪৫ শতাংশত, কিন্তু ফ্ৰান্সৰ ৰাজনীতিৰ কূট-কৌশলৰ শিপা বহু। কোনে কেতিয়া কাৰ পক্ষ লয় ক'ব নোৱাৰি, বিৰুদ্ধজনক পৰাস্ত কৰিবলৈ নিজ দলৰ পৰাই ষড়যন্ত্ৰ ৰচা আৰম্ভ হয়। ১৯৮১ চনতো তেনেকৈয়ে হাৰিছিল ৰক্ষণশীল দলৰ প্ৰাৰ্থী Valery Giscard d' Estaing এইবাৰৰ নিৰ্বাচনতো তেনে শংকাই অন্তৰ আৱৰি ৰাখিছে চাৰ্কোজীক। কাৰণ বৰ্তমানৰ ৰাষ্ট্ৰপতি চিৰাকৰ লগত তেওঁৰ সম্পৰ্ক অহি-নকুল, চিৰাকৰ হাতৰ পৰাই তেওঁ কাঢ়ি লৈছিল দলীয় সভাপতিৰ পদ। বাৰে বাৰে সমালোচনাৰে চিৰাকক ব্যতিব্যস্ত কৰি ৰাখিছে চাৰ্কোজীয়ে,

সেয়ে সকলোৰে মনত সন্দেহৰ উদ্ৰেক হৈছে— পুৰণা শত্ৰুতা নিপাত কৰিবলৈ হয়তো চিৰাকে নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰিবলৈ ওলাই আহিব পাৰে নতুবা বয়েল, বেইৰু বা লি পেনক সমৰ্থন কৰিবলৈ তেওঁৰ সমৰ্থকসকলক উচটাব পাৰে। তেতিয়া হয়তো নিৰ্বাচনী দৃশ্যপটটোৱেই সলনি হ'ব। কাৰণ প্ৰথম পৰ্যায়ত অংশগ্ৰহণ নকৰাকৈও দ্বিতীয় অৰ্থাৎ অন্তিম পৰ্যায়ৰ নিৰ্বাচনত অংশগ্ৰহণ কৰাত বাধা ফ্ৰান্সত নাই। সকলোকে আচৰিত কৰি বেইৰুৰ শেহতীয়াভাৱে যদি নিৰ্বাচিত হয়, তেতিয়াও আচৰিত হ'ব লগা নাই। তথাপি বয়েল আৰু চাৰ্কোজীৰ নিৰ্বাচনী যুঁজে তুংগ পাইছে— বয়েলে ব্যক্তিগতভাৱে যিমান পাৰে ভোটাৰ বাইজৰ ওচৰ চাপিবলৈ চেষ্টা কৰিছে, আক্ৰমণ কৰিছে চাৰ্কোজীক। বিদেশী প্ৰব্ৰজন, অৰ্থনৈতিক পুনৰুত্থান, ইৰানৰ পাৰমাণৱিক পৰীক্ষা, ইৰাক যুদ্ধ, ফ্ৰান্সৰ ইজৰাইল নীতি এইবোৰেই নিৰ্বাচনী ইছ্যু হিচাপে প্ৰধান প্ৰতিদ্বন্দ্বী দলসমূহে আগত ৰাখিছে।

নিৰ্বাচনত কোনে জয়লাভ কৰে সেয়া নিৰ্ভৰ হ'ব ২২ এপ্ৰিলত। কিন্তু ছেগোলিন বয়েলৰ নিৰ্বাচনী পটত আবিৰ্ভাৱে যে নতুন প্ৰজন্মৰ ফৰাচী জনসাধাৰণৰ মাজত নতুন চেতনাবোধ জাগ্ৰত কৰিছে সেয়া নিশ্চিত। কাৰণ প্ৰথমবাৰ ফৰাচী জনসাধাৰণে মহিলা ৰাষ্ট্ৰপতি এগৰাকী নিৰ্বাচন কৰাৰ সুযোগ পাইছে। সেয়া গ্ৰহণ কৰিব নে নাই সেয়াই হৈছে মূল প্ৰশ্ন।

মহান দেশ ফ্ৰান্স, সৌন্দৰ্যৰে মহীয়ান, ফৰাচী বিপ্লৱৰ গৰিমাৰে গৰ্বিত। অকল সৌন্দৰ্যই নহয়, জ্ঞান-গৰিমা, সুৰা, খাদ্যৰ বাবেও সকলো দেশৰ ঈৰ্ষা ফ্ৰান্সৰ প্ৰতি। এই গৰ্বিত ফ্ৰান্স, নেপোলিয়নৰ দেশত ৰাষ্ট্ৰপতি হিচাপে নিৰ্বাচিত হোৱাটো কিমান সৌভাগ্য আৰু সেই সৌভাগ্য কাৰ ভাগ্যৰ চকৰিত লিখা আছে, সেয়া জানিবলৈ ২২ এপ্ৰিলৰ দিনটোলৈ আমি আগ্ৰহেৰে চাই থাকিম।■■

---

*অসমীয়া খবৰ, ১৩ মাৰ্চ, ২০০৭*

# আমেৰিকাৰ ৰাষ্ট্ৰপতি নিৰ্বাচনত আলোকপাত

কাউণ্ট ডাউন এতিয়াও আৰম্ভ হোৱা নাই। কিন্তু প্ৰস্তুতিৰ কুচকাৱাজ আৰম্ভ হৈছে। মাজত মাথোঁ এবছৰ সময়। প্ৰায় আঠ মাহ আগেয়ে নিজ নিজ দলৰ প্ৰাৰ্থিত্ব ঘোষণা কৰিব লাগিব। প্ৰতিদ্বন্দ্বী ৰাজনৈতিক দলৰ প্ৰাৰ্থীক পৰাজিত কৰাৰ আগতে নিপাত কৰিব লাগিব নিজ দলৰ মনোনয়ন বিচৰা দলীয় প্ৰাৰ্থীসকলৰ আশা-আকাংক্ষা। সেয়ে সকলোৱে ধন-জন ব্যয় কৰিও দলীয় মনোনয়নৰ বাবে উঠি-পৰি লাগিছে— যেন সকলোৰে বাবে যুদ্ধকালীন প্ৰস্তুতি। অকল আগ্ৰহ আৰু প্ৰস্তুতিৰ বাহিৰেও লাগিব আমেৰিকাৰ জনসাধাৰণৰ মন জয় কৰিবলৈ নিজৰ ব্যক্তিত্ব, জ্ঞান-গৰিমা, অভিজ্ঞতা, আমেৰিকাৰ বৈদেশিক নীতিৰ সম্পৰ্কত স্পষ্ট বক্তব্য। ইৰাক যুদ্ধৰ ভবিষ্যৎ পৰিণতি সম্পৰ্কে সুস্থ আৰু গঠনমূলক দৃষ্টিভংগী, লগতে আমেৰিকাৰ নিবনুৱা সমস্যা, স্বাস্থ্য, অৰ্থনৈতিক বিকাশৰ ভবিষ্যৎ পৰিকল্পনাই আমেৰিকাৰ জনসাধাৰণক বিশেষকৈ দলীয় সদস্যসকলক কেনেধৰণে প্ৰভাৱান্বিত কৰি প্ৰথমতে মনোনয়ন লাভ কৰিব পাৰে, তাৰেই পৰিকল্পনাত ব্যস্ত আকাংক্ষী প্ৰাৰ্থীসকল। তাৰ মাজতো থাকিব নিজ দলৰ আন প্ৰতিদ্বন্দ্বী প্ৰাৰ্থীসকলৰ বিৰুদ্ধে বোকা ছটিওৱাৰ খেল। শ শ কোটি টকা খৰচৰ খেল হ'ব এইবাৰ আমেৰিকাৰ ৰাষ্ট্ৰপতি নিৰ্বাচনত। ৰাজনৈতিক বিশ্লেষকসকলৰ মতে, এইবাৰৰ নিৰ্বাচনী যুঁজখন হ'ব আটাইতকৈ কঠোৰ আৰু ব্যয়বহুল। যুঁজ হ'ব আমেৰিকাৰ ৪৪তম ৰাষ্ট্ৰপতি নিৰ্বাচনৰ। এইবাৰেই ১৯২৮ চনৰ পাছত আটাইতকৈ বেছিসংখ্যক ৰিপাব্লিকান আৰু ডেমোক্ৰেট দলৰ প্ৰাৰ্থীয়ে দলৰ মনোনয়নৰ যুদ্ধত অৱতীৰ্ণ হৈছে। ১৯২৮ চনৰ আগলৈ প্ৰাথমিক বেলটৰ জৰিয়তে নিজ দলৰ প্ৰাৰ্থী মনোনীত কৰাৰ ব্যৱস্থা নাছিল। কিন্তু ১৯২৮ চনৰ পাছৰ পৰা ক্ৰমাগতভাৱে দুই প্ৰধান ৰাজনৈতিক দলৰ ১১জন আৰু ডেমোক্ৰেট দলৰ নজন। ডেমোক্ৰেট দলৰ শক্তিশালী সম্ভাব্য প্ৰাৰ্থীৰ ভিতৰত উচ্চাৰিত হৈছে অল গোৰৰ নাম, যিয়ে ২০০০ চনৰ ৰাষ্ট্ৰপতি নিৰ্বাচনৰ ডেমোক্ৰেট দলৰ প্ৰাৰ্থী আছিল, তাৰ আগতে আছিল তেওঁ বিল ক্লিণ্টনৰ সময়ত উপ-ৰাষ্ট্ৰপতি। ৰাষ্ট্ৰপতি বিল ক্লিণ্টনৰ মণিকা লিউনাস্কিৰ লগত অবৈধ সম্পৰ্কৰ ৰাজনৈতিক জোৱাৰে গোৰৰ নিৰ্বাচনত প্ৰভাৱ বিস্তাৰ কৰাত অতি কমসংখ্যক ভোটৰ ব্যৱধানত তেওঁ পৰাজিত হ'ব লগা হৈছিল। জনপ্ৰিয় চিত্ৰনিৰ্মাতা অল গোৰৰ নতুন ছবি Aninconvenient

Turth পৰিবেশ সম্পৰ্কীয় বিষয়ৰ আন্তঃৰাষ্ট্ৰীয় বঁটা লাভ কৰিবলৈ সমৰ্থ হৈছে। আনহাতে ন'বেল বঁটাৰ বাবেও তেওঁক মনোনীত কৰা হৈছে। এতিয়ালৈকে তেওঁ নিৰ্বাচনত অংশগ্ৰহণ কৰিব নে নাই এই সম্পৰ্কে মুখ খোলা নাই যদিও ৰাজনৈতিক জল্পনা-কল্পনা আৰম্ভ হৈছে শেষ মুহূৰ্তত হ'লেও তেওঁ দলীয় মনোনয়নৰ যুঁজত জঁপিয়াই পৰিব। আমেৰিকাই বিশ্বৰ ভিতৰতে নিজকে স্বাধীনতা আৰু গণতন্ত্ৰৰ প্ৰবক্তা বুলি জাহিৰ কৰি আহিছে। প্ৰায় দুই শতিকাৰো অধিক কাল হ'ল স্বাধীনতা লাভৰ, কিন্তু ধৰ্মীয় ৰক্ষণশীলতা, বৰ্ণ-বৈষম্যৰ গোড়ামি বগা চাহাবৰ অন্তৰত থকা ডাঠ ক'লা মনোভাবৰ চামনি এতিয়া আঁতৰা নাই বাবেই খ্ৰীষ্টিয়ান বগা আমেৰিকাৰ বাহিৰে কোনেও ৰাষ্ট্ৰপতি হ'ব পৰা নাই, আনকি জন এফ কেনেডিও অতি কমসংখ্যক ভোটৰ ব্যৱধানতহে ৰিচাৰ্ড নিক্সনক পৰাভূত কৰিছিল ডেমোক্ৰেট দলৰ প্ৰাৰ্থী হিচাপে। কাৰণ তেওঁ আছিল আইৰিছ কেথলিক— অৱশ্যে তেওঁৰ পাছতো আইৰিছ কেথলিক জেছি জেকছনে ১৯৮৪ আৰু ১৯৮৮ চনত ৰাষ্ট্ৰপতি হিচাপে কাৰ্যনিৰ্বাহ কৰিছিল।

২০০৮ চনৰ ফেব্ৰুৱাৰীত হ'ব লগীয়া ৰাষ্ট্ৰপতি নিৰ্বাচনত কেইবাটাও দিশতে চৰ্চিত হৈছে দুয়োটা মূল দলৰ মনোনীত প্ৰাৰ্থী সম্পৰ্কে। বিশেষকৈ ইৰাক যুদ্ধ এতিয়া দাঙিব নোৱাৰা বোজাৰ দৰে হৈ পৰিছে আমেৰিকাৰ বাবে। ইয়াক লৈ মাৰ্কিন জনসাধাৰণো যথেষ্ট উদ্বিগ্ন। আমেৰিকাৰ ৫৮ শতাংশ লোকে বিচাৰে ইৰাক যুদ্ধৰ সন্মানজনক সমাপ্তি। ইয়াৰ ভিতৰত ২১ শতাংশ ৰিপাব্লিকানৰো একেই মনোভাব। এই সন্দৰ্ভত আমেৰিকাৰ জনসাধাৰণে বিচাৰিছে— এনে এজন ৰাষ্ট্ৰপতি যাৰ দিক নিৰ্ণায়ক সিদ্ধান্তই আমেৰিকালৈ সন্মান কঢ়িয়াই আনিব পাৰে। তাৰ উপৰি অৰ্থনৈতিক ক্ষেত্ৰত ঘাটি বাজেটেও আমেৰিকাবাসীৰ ওপৰত প্ৰভাৱ পেলাইছে। সৰ্বমুঠ ঘৰুৱা উৎপাদনে ৩ শতাংশ অতিক্ৰম নকৰা, এছিয়াৰ সামৰিক অস্থিৰতা, উত্তৰ কোৰিয়াৰ পাৰমাণৱিক বোমা বিস্ফোৰণ, ইৰাকৰ ছিয়া-চুন্নীৰ সংঘৰ্ষ, ইৰান, লেটিন আমেৰিকা, চিৰিয়া আদি দেশৰ আমেৰিকা বিৰোধী স্থিতি, হিজবুল্লা মুজাহিদীন, অল কায়দা আদি সন্ত্ৰাসবাদী গোটৰ ক্ৰমাগত প্ৰসাৰ— লগতে নিজৰ দেশৰ স্বাস্থ্য, শিক্ষা আদি বিষয়ৰ সমস্যাসমূহে আমেৰিকাক জুৰুলা কৰি তুলিছে— এইবোৰৰ সমাধান সূত্ৰৰ মেজিক যাৰ হাতৰ তলুৱাত আমেৰিকাৰ জনসাধাৰণে বিচাৰি পাব তেওঁকেই ৰাষ্ট্ৰপতি হিচাপে নিৰ্বাচিত কৰিব। কোনো আমেৰিকানে ভিয়েটনামৰ সেই লজ্জাজনক পৰাজয়ৰ পুনৰাবৃত্তি হোৱাটো ইৰাকৰ ক্ষেত্ৰত নিবিচাৰে, শেহতীয়াকৈ ২১০০০ জন সৈনিক পুনৰ ইৰাকলৈ পঠোৱাৰ ক্ষেত্ৰত ৰাষ্ট্ৰজুৰি বিতৰ্কৰ সৃষ্টি হৈছে— ইৰাক যুদ্ধত এতিয়ালৈকে মৃত্যু হৈছে ছহেজাৰ আমেৰিকান সৈনিকৰ, যুদ্ধবিৰোধী মনোভাৱৰ ভুঁই শিপাইছে জনসাধাৰণৰ মাজত। আজি অকল যে বুশ্বৰ বিৰুদ্ধে আমেৰিকাৰ জনসাধাৰণে অসন্তুষ্টি প্ৰকাশ কৰিছে সেয়া নহয়, ইয়ে ৰিপাব্লিকান দলৰ ওপৰতো বেয়া আচোৰ পেলাইছে— এই সুযোগৰ সদ্ব্যৱহাৰ কৰিবলৈ ওলাইছে আঠ বছৰ

ধৰি ক্ষমতাৰ পৰা বনবাসত থকা ডেমোক্ৰেট দলে। সেয়ে মনোনয়ন বিচৰা প্ৰাৰ্থীৰ অভাব নাই। ইয়াৰ ভিতৰত প্ৰাক্তন আৰু বৰ্তমানৰ গভৰ্ণৰ চিনেটৰো আছে, আছে ২০০৪ চনৰ উপ-ৰাষ্ট্ৰপতি পদৰ প্ৰাৰ্থী জন এডৱাৰ্ড। যিয়ে আমেৰিকাৰ প্ৰান্তৰে প্ৰান্তৰে ঘূৰি জনমত গঢ়াৰ চেষ্টা তিনি বছৰে কৰি আহিছে— যিজনক আটাইতকৈ নৱমপন্থী ডেমোক্ৰেট বুলি ভবা হয়— তেওঁ বিল ক্লিণ্টনৰ দুৰ্ঘোৰ সমালোচক, কৰ্মচাৰীৰ দৰমহাৰ দাবীত ৱালমাৰ্ট গ্ৰুপৰ বিৰুদ্ধে প্ৰতিবাদ কৰিছিল। জন এডৱাৰ্ড নিজৰ দলীয় প্ৰাৰ্থীৰ নিৰ্বাচনৰ প্ৰচাৰত কিছু কিছু ৰাজ্যত সফলতা লাভ কৰিবলৈ সমৰ্থ হৈছে। প্ৰগতিশীল ডেম'ক্ৰেট দলে এতিয়াও দলৰ নৱমপন্থী নীতিধাৰাক পৰিহাৰ কৰিব খোজা নাই। আনহাতে ইৰাক নীতিৰ তীব্ৰ সমালোচক জন এডৱাৰ্ডক গ্ৰহণ কৰাৰ সম্ভাৱনাও বৰ্তমানলৈ পৰিস্ফুট হোৱা নাই।

বহু বছৰৰ মূৰত এজন ক'লা আফ্ৰিকান বংশোদ্ভৱৰ নাম ডেম'ক্ৰেট দলৰ প্ৰাৰ্থী হিচাপে উচ্চাৰিত হৈছে, তেওঁ হ'ল ইলিনয়জৰ পৰা প্ৰথমবাৰলৈ আমেৰিকাৰ ছিনেটলৈ নিৰ্বাচিত হোৱা বৰাক ওবামা। কম সময়ৰ ভিতৰতে জনপ্ৰিয়তা অৰ্জন কৰা ওবামাৰ বয়স ৪৫ বছৰ। তেওঁ আইনৰ স্নাতক। ইতিমধ্যে তেওঁ নিজ ব্যক্তিত্ব আৰু প্ৰতিভাৰে আমেৰিকাৰ জনসাধাৰণ আৰু সংবাদপত্ৰৰ মাজতো শিৰোনাম দখল কৰিবলৈ সমৰ্থ হৈছে। ইৰাক যুদ্ধত বুশ্ব প্ৰশাসনৰ নীতিক প্ৰথমতে সমৰ্থন কৰি পিছত তেওঁৰ সেই সিদ্ধান্ত শুদ্ধ নাছিল বুলি কৰা মন্তব্যই বিতৰ্ক সৃষ্টি কৰিছিল। ওবামাৰ আগতে আফ্ৰিকাৰ বংশোদ্ভাৱ ক'লীন পাৱেলৰ নামো ৰাষ্ট্ৰপতি পদৰ বাবে উচ্চাৰিত হৈছিল যদিও তেওঁ নিৰ্বাচনৰ পৰা আঁতৰি থাকি বুশ্ব প্ৰশাসনৰ 'চেক্ৰেটাৰী অব্ ষ্টেট' পদবী গ্ৰহণ কৰিছিল, কিন্তু বাৰাক ওবামাই ক'লীন পাৱেলৰ পদাংক অনুসৰণ কৰিব বিচৰা নাই। 'The Audacity of hope and dreams from my Father' নামৰ বহুল বিক্ৰীত গ্ৰন্থখনৰ লেখক ওবামা আকোঁৰগোজকো দলীয় মনোনয়নৰ বাবে। কিন্তু ওবামা জানো সমৰ্থ হ'ব? আফ্ৰিকান বংশোদ্ভৱৰ সংখ্যা আমেৰিকাৰ মুঠ জনসংখ্যাৰ মাত্ৰ ১২ শতাংশ। এতিয়ালৈ ৫০ খন ৰাজ্যত তেওঁলোকৰ গভৰ্ণৰ হৈছে দুজন— তেওঁলোক যথাক্ৰমে ডগ্লাচ উইলদাৰ আৰু ডেভেল পেট্ৰিক। ১০০জনীয়া ছিনেটত বৰাক ওবামাৰ সৈতে মাত্ৰ তিনিজন আফ্ৰিকান আছে। তথাপি ইতিমধ্যে ওবামাই নিজৰ প্ৰাৰ্থিত্ব ঘোষণা কৰিছে। কেইবা মিলিয়ন ডলাৰ সংগ্ৰহ কৰিছে নিজৰ নিৰ্বাচনী প্ৰচাৰৰ বাবে। কিন্তু প্ৰশ্ন হৈছে ক'লা ছালৰ সংখ্যালঘু আৰু কম অভিজ্ঞতা থকা লোক এজনক ডেম'ক্ৰেট দলে দলৰ প্ৰাৰ্থী হিচাপে মনোনীত কৰিব জানো? আনহাতে আমেৰিকাৰ জনসাধাৰণে তেওঁক ৰাষ্ট্ৰপতি হিচাপে নিৰ্বাচিত কৰিব জানো? — এই লাখটকীয়া প্ৰশ্নৰ উত্তৰ পাবলৈ আৰু কিছুদিন অপেক্ষা কৰিব লাগিব। ■■

---

*আজিৰ দৈনিক বাতৰি, ১৬ ফেব্ৰুৱাৰী, ২০০৭*

# নেপালৰ ৰাজনৈতিক পৰিৱৰ্তন

শুকুলা বৰফে ঢকা নেপাল। ৰাজধানী চহৰ কাঠমাণ্ডুৰ পৰিৱেশ চালে চকুৰোৱা। হিমালয় পাহাৰৰ নৈসৰ্গিক সৌন্দৰ্যৰাজিয়ে সততে আপ্লুত কৰি তোলে দেশী-বিদেশী পৰ্যটকক। নেপাল সৰু ৰাষ্ট্ৰ। প্ৰায় ৮০ শতাংশ লোক হিন্দু ধৰ্মাৱলম্বী। প্ৰায় দুই কোটি ৫০ লাখ জনসংখ্যা। ১,৪০,০৮০ বৰ্গ কিলোমিটাৰ ব্যাসৰ এই ৰাষ্ট্ৰখন। শিক্ষিত লোকৰ হাৰ প্ৰায় ৩০ শতাংশ। প্ৰথম আৰু দ্বিতীয় মহাযুদ্ধত ব্ৰিটিছ সেনাবাহিনীৰ অধীন্তন নেপালৰ গোৰ্খাসকলৰ বীৰত্বই চমকিত কৰিছিল সমগ্ৰ বিশ্বক। ব্ৰিটিছ সেনাবাহিনীৰ অধীনত মধ্য এছিয়া, ইউৰোপ পৰ্যন্ত অগ্ৰসৰ হৈছিল গোৰ্খাসকল। মিত্ৰশক্তিৰ হকে তেওঁলোকে যুঁজিছিল প্ৰবল পৰাক্ৰমেৰে। এতিয়াও সেই পৰম্পৰা আৰু ঐতিহ্য বহন কৰি আহিছে। ব্ৰিটিছ সৈন্যবাহিনী আৰু বাৰ্কিংহাম পেলেচত এতিয়াও গোৰ্খা বাহিনীৰ লোক ৰাজপৰিয়ালক সুৰক্ষা দিয়াত নিয়োজিত হৈ আছে। ইয়াৰ মূল কাৰণ হ'ল নেপালী লোকৰ বিশ্বাসযোগ্যতা আৰু দুঃসাহসিকতা। এই সৰু ৰাষ্ট্ৰখন এসময়ত নেপালৰ ৰাজপৰিয়ালে শাসন কৰি আহিছিল। অপৰিসীম ক্ষমতা এই ৰাজপৰিয়ালৰ। সংবিধানৰ মুৰব্বী ৰজা। আমাৰ ভাৰতবৰ্ষৰ ৰাষ্ট্ৰপতি বা ব্ৰিটিছ সংবিধানে ৰজা বা ৰাণীক প্ৰদান কৰা ক্ষমতাতকৈও অধিক শক্তিধৰ তেওঁলোক। জনসাধাৰণৰ প্ৰতিনিধি থাকিলেও ৰজাৰ প্ৰচুৰ ক্ষমতা আছিল যিকোনো বিষয়ত হস্তক্ষেপ কৰাৰ। ৰজা বীৰেন্দ্ৰলৈকে ৰাজপৰিয়ালে এই ক্ষমতা ভোগ কৰিছিল। ৰজা বীৰেন্দ্ৰৰ শোকাবহ হত্যাকাণ্ড, তেওঁৰ একমাত্ৰ পুত্ৰৰ আত্মহত্যাই যেন গোটেই ৰাজসিংহাসনলৈ অভিশাপ নমাই আনিলে। ৰজা বীৰেন্দ্ৰৰ ভায়েক জ্ঞানেন্দ্ৰ ৰাজ সিংহাসনৰ অধিকাৰী হ'ল যদিও এই আসনত লাগি থকা শোষণ আৰু বঞ্চনাৰ কালিমা যেন সিংহাসনৰ পৰা মচিব নোৱাৰিলে। বৰ্তমানৰ ৰজা জ্ঞানেন্দ্ৰৰ ভোগ-বিলাস, অবিৰত লুণ্ঠন আৰু শোষণে শান্ত-সমাহিত নেপালী জনসাধাৰণক লাহে লাহে ক্ষুব্ধ কৰি তুলিলে। জাগ্ৰত হ'ল দেশৰ জনসাধাৰণ। আনহাতে ১৯৯৬ চনতে নেপালৰ কমিউনিষ্ট পাৰ্টি ইউ এম এলৰ পৰা মতাদৰ্শগতভাৱে বিচ্ছিন্ন হোৱা এচাম কমিউনিষ্ট নেতাই মাও জে ডঙৰ আদৰ্শৰ অনুকৰণত দেশখনত গঢ়ি তুলিলে মাওবাদী গেৰিলা সংগঠন। তেওঁলোকৰ মূল উদ্দেশ্যই আছিল ৰাজতন্ত্ৰৰ বিৰুদ্ধে সংগ্ৰাম আৰু নেপালত সাম্যবাদী শাসন প্ৰতিষ্ঠা। পূৰ্বৰ কমিউনিষ্ট দলক তেওঁলোকে আখ্যা দিলে ৰাজতন্ত্ৰৰ সেৱক আৰু প্ৰতিবিপ্লৱী শক্তি বুলি। আৰম্ভ হ'ল

সশস্ত্র সংগ্ৰামৰ। পাহাৰে-কন্দৰে চৰকাৰী শক্তিৰ বিৰুদ্ধে তেওঁলোকে প্ৰতিৰোধ সংগ্ৰাম গঢ়ি তুলিলে। মৃত্যু হ'ল প্ৰায় ১৫ হাজাৰ লোকৰ। মাওবাদীসকলৰ সশস্ত্ৰ সংগ্ৰামৰ মাজতে দেশৰ অন্যান্য গণতান্ত্ৰিক, ৰাজনৈতিক দলসমূহেও আৰম্ভ কৰিলে ৰাজতন্ত্ৰৰ স্বৈৰচাৰিতাৰ বিৰুদ্ধে গণতান্ত্ৰিক সংগ্ৰাম। ইতিমধ্যে প্ৰাক্তন প্ৰধান মন্ত্ৰী গিৰিজা প্ৰসাদ কৈৰালাৰ নেতৃত্বত গঠন হয় সাতদলীয় ৰাজনৈতিক মৰ্চা । এই মৰ্চাৰ নেতৃত্বই তেওঁবেই প্ৰধান মন্ত্ৰীৰ দায়িত্ব দিলে নেপালত গণতন্ত্ৰ প্ৰতিষ্ঠাৰ বাবে। মৰ্চালৈ টানি অনা হ'ল মাওবাদী গেৰিলা সংগঠনকো। তেওঁলোকৰ নেতা প্ৰচাণ্ডাই সন্মতি দিলে এই মৰ্চাৰ অন্তৰ্ভুক্ত হোৱাৰ ক্ষেত্ৰত। তেওঁলোকে সিদ্ধান্ত গ্ৰহণ কৰিলে অস্ত্ৰ সম্বৰণ কৰাৰ বাবে আৰু গণতান্ত্ৰিক প্ৰক্ৰিয়াৰে ৰাজতন্ত্ৰক নিঃশেষ কৰিবলৈ। ৰাষ্ট্ৰসংঘই অস্ত্ৰ সম্বৰণৰ গোটেই কাৰ্যসূচী নিশ্চিত ৰূপত সমাপ্ত কৰাৰ কাৰণে য়ান মাৰ্টিনক প্ৰক্ষেপ কৰিলে বিশেষ কটকী হিচাপে। ধীৰ গতিত এই অস্ত্ৰ সম্বৰণৰ কাৰ্যসূচী আৰম্ভ হ'ল। সম্প্ৰতি হাজাৰ হাজাৰ বিদ্ৰোহী গেৰিলাক চৰকাৰী কেম্পত ৰখা হৈছে। চৰকাৰৰ তৰফৰ পৰা তেওঁলোকক আত্মসংস্থাপনৰ আশ্বাসো দিয়া হৈছে। ইয়াৰ মাজতে সৰ্বসন্মতভাৱে অন্তৰ্বৰ্তীকালীন সংবিধান গ্ৰহণ কৰা হৈছে ১৫ ডিচেম্বৰত। সপ্তদলীয় মৰ্চাৰ উপৰি মাওবাদী গেৰিলা সংগঠনৰ মুৰব্বী প্ৰচাণ্ডায়ো স্বাক্ষৰ কৰিছে এই সংবিধানত। ১৬৮ টা অনুচ্ছেদৰ এই সংবিধানে জুনৰ ভিতৰত অন্তৰ্বৰ্তী চৰকাৰ গঠন কৰি নিৰ্বাচন অনুষ্ঠিত কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰিছে আৰু স্বাক্ষৰকাৰী ৰাজনৈতিক দলসমূহে নেপালৰ সেনাবাহিনীক শক্তিশালী ৰূপত পুনৰ সংগঠিত কৰিব কাৰণে এখন ছজনীয়া নিৰাপত্তা পৰিষদো গঠন কৰিছে। এই অন্তৰ্বৰ্তী সংবিধানত শিক্ষা, স্বাস্থ্য আৰু নিয়োগক অধিকাৰ হিচাপে গণ্য কৰা হৈছে। বিশেষ ব্যৱস্থা কৰা হৈছে মহিলা আৰু দলিতসকলৰ বাবে। তদুপৰি ১৬৭ নং অনুচ্ছেদ মতে, ৰজাই ভোগ কৰা সকলো ক্ষমতা এতিয়া প্ৰধান মন্ত্ৰীৰ হাতত ন্যস্ত কৰা হৈছে। বাস্তৱ ক্ষেত্ৰত নেপালৰ ৰাজনৈতিক দলসমূহে লোৱা ৰাজনৈতিক পৰিবৰ্তনকাৰী সিদ্ধান্তত একবিংশ শতিকাৰ আৰম্ভণিতে পতন ঘটিল ৰাজতন্ত্ৰৰ। এক ঐতিহাসিক পৰম্পৰা স্বৈৰচাৰিতাৰ বিৰুদ্ধে বিশেষ ব্যৱস্থা গ্ৰহণ কৰা হৈছে গেশখনত। পূৰ্ণ অৰ্থত ক'বলৈ হ'লে যুগ জোৰা সামন্তীয় স্তম্ভ খহি পৰিল কাঠমাণ্ডুৰ ৰাজপথত। এতিয়া ৰজাই তেওঁৰ ব্যক্তিগত সম্পত্তিৰ বাহিৰে অইন কোনো সম্পত্তিৰ অধিকাৰী হ'ব নোৱাৰিব। ৰজা বীৰেন্দ্ৰৰ সকলো সম্পত্তি চৰকাৰীকৰণ হৈছে। ইতিমধ্যে যোৱা এক এপ্ৰিলত গিৰিজা প্ৰসাদ কৈৰালাৰ নেতৃত্বত ২২জনীয়া মন্ত্ৰীসভাই শপত গ্ৰহণ কৰিছে। ইয়াৰে পাঁচজন কৃষ্ণ বাহাদুৰ মাহাৰা, হিছিল আমি, মাত্ৰিকা প্ৰসাদ যাদৱ, দেৱগুৰু, খৰ্গ বাহাদুৰ বিশ্বকৰ্মা। ইয়াৰ উপৰি মাওবাদী গেৰিলা সংগঠন আৰু কমিউনিষ্ট সংগঠনৰ প্ৰতিনিধিও অন্তৰ্ভুক্ত কৰা হৈছে। শপত গ্ৰহণ অনুষ্ঠানৰ দিনাই প্ৰধান মন্ত্ৰী কৈৰালাই সাংবাদিক সন্মিলনত ঘোষণা কৰিছে যে নেপালত এটা নতুন অধ্যায়ৰ সূচনা হ'ল। এই অধ্যায়ৰ পাতনিয়ে যাতে ভৱিষ্যতৰ নেপালত শান্তি-

সমৃদ্ধি কঢ়িয়াই আনিব পাৰে, তাকেই তেওঁ কামনা কৰিছে। তেওঁ দেশখনত শান্তি প্ৰতিষ্ঠাৰ প্ৰতিশ্ৰুতি দিছে। অন্তৰ্বৰ্তীকালীন চৰকাৰ গঠনৰ প্ৰক্ৰিয়াক ঐতিহাসিক বুলি আখ্যা দিছে মাওবাদী সংগঠনৰ অধ্যক্ষ প্ৰচাণ্ডাই। অন্তৰ্বৰ্তীকালীন চৰকাৰত নেপালী কংগ্ৰেছৰ পৰা চাৰিজন কেবিনেট পৰ্যায়ৰ মন্ত্ৰীৰ উপৰি আৰু দুজন আন মন্ত্ৰীও অন্তৰ্ভুক্ত কৰা হ'ব আতি সোনকালে। নেপালী কংগ্ৰেছ দলৰ মন্ত্ৰীসকলৰ হাতত প্ৰতিৰক্ষা, গৃহ, বিত্ত, বিজ্ঞান-প্ৰযুক্তিবিদ্যাৰ দায়িত্ব অৰ্পণ কৰা হৈছে। তদুপৰি ন্যস্ত কৰা হৈছে দেশখৰ শান্তি আৰু পুনৰ গঠন বিভাগৰ দায়িত্ব। চি পি এন (এম) দলৰ তৰফৰ পৰা পাঁচজনক কেবিনেটত মন্ত্ৰী হিচাপে দায়িত্বভাৰ দিয়া হৈছে আৰু সোনকালে তেওঁলোকৰ এজনক ৰাজ্যিক পৰ্যায়ৰ মন্ত্ৰীৰ দায়িত্ব দিয়া হ'ব। মাওবাদী দলৰ মন্ত্ৰীসকলক তথ্য আৰু যোগাযোগ বিভাগৰ উপৰি বন আৰু মহিলা কল্যাণ বিভাগৰ দায়িত্ব দিয়া হৈছে। কমিউনিষ্ট দলৰ পাঁচজনক কেবিনেট পৰ্যায়ৰ আৰু এজনক ৰাজ্যিক মন্ত্ৰীৰ মৰ্যাদা দিয়া হৈছে। তেওঁলোকৰ হাতত বিদেশ, শিক্ষা, কৃষি, পৰ্যটন আৰু সাধাৰণ প্ৰশাসনৰ দায়িত্ব অৰ্পণ কৰিছে প্ৰধান মন্ত্ৰী কৈৰালাই।

প্ৰায় এবছৰজোৰা জনজাগৰণৰ অন্তত সাময়িকভাৱে দেশখনলৈ শান্তিৰ উষ্ণ বতাহ বলিছে। এই উষ্ণতাই শান্তিৰ পৰিৱেশ কিমানদূৰ বৰ্তাই ৰাখিব, এতিয়াই ক'ব নোৱাৰি। সন্মিলিত মৰ্চা চৰকাৰৰ আয়ুস যে দীৰ্ঘদিনীয়া নহয়, বিশ্বৰ সাম্প্ৰতিক ৰাজনৈতিক বাতাবৰণে তাৰ প্ৰমাণ দিছে। ইটালী, ভাৰত আদি দেশতো সন্মিলিত মৰ্চা চৰকাৰসমূহে সম্পূৰ্ণৰূপে কৃতকাৰ্যতা লাভ কৰিব পৰা নাই। সেয়ে সন্দেহৰ আৱৰ্তত আছে সকলো কথা । কিন্তু পৰিবৰ্তিত পৰিস্থিতিয়ে নেপালৰ সকলো ৰাজনৈতিক দলকে একত্ৰিত হ'বলৈ বাধ্য কৰাইছে। সকলোৱে নিজৰ ৰাজনৈতিক অহমিকা, দলীয় আদৰ্শ আৰু লক্ষ্য একাষৰীয়া কৰি থৈ এক গোট হৈছে দেশৰ কল্যাণৰ কাৰণে, দেশখনৰ উন্নয়নৰ গতি ত্বৰান্বিত কৰাৰ বাবে তথা অত্যাচাৰী-শোষণকাৰী ৰাজতন্ত্ৰৰ হাতৰ পৰা ক্ষমতা জনপ্ৰতিনিধিৰ হাতলৈ অনাৰ বাবে। নেপালৰ বাবে সবাতোকৈ উল্লেখযোগ্য ঘটনাটো হৈছে মাওবাদী গেৰিলা সংগঠনৰ আত্মসমৰ্পণ আৰু অস্ত্ৰ সম্বৰণ। সংসদীয় গণতন্ত্ৰৰ প্ৰতি তেওঁলোকে আস্থা প্ৰকাশ কৰাটো ঐতিহাসিক ঘটনা বুলি ভৱিষ্যতৰ বুৰঞ্জী প্ৰণেতাসকলে নিশ্চয় বৰ্ণনা কৰিব। বিশ্বৰ কুৰি শতিকাৰ প্ৰথম দশকৰ পৰা আৰম্ভ হোৱা সাম্যবাদী সশস্ত্ৰ সংগ্ৰামৰ এনে ৰাজনৈতিক পট পৰিবৰ্তন এয়েইপ্ৰথম। মাওবাদী আদৰ্শৰ দ্বাৰা উজ্জীবিত নেপালৰ কমিউনিষ্ট গেৰিলা সংগঠনে সশস্ত্ৰ সংগ্ৰামৰ জৰিয়তে নেপালত সাম্যবাদ স্থাপন কৰিবলৈ গৈ যে উজুতি খাবলগীয়া হৈছে বাৰম্বাৰ। সেয়েহে তেওঁলোকৰ পলমকৈ হ'লেও উপলব্ধি হৈছে বৰ্তমান পৰিস্থিতিত সশস্ত্ৰ সংগ্ৰাম অবাস্তৱতা। বিশ্ববাসীৰ বাবে এয়া এক শুভ লক্ষণো। ইয়াৰ পৰাই ভাৰতৰ সশস্ত্ৰ সংগ্ৰামত বিশ্বাসী সংগঠনসমূহে শিক্ষা লোৱাটো উচিত। নেপালৰ গেৰিলা সংগঠনৰ উচটনিত বিহাৰ, অন্ধ্ৰ আদি ৰাজ্যতো তথাকথিত মাওবাদী কাৰ্যকলাপ

অধিক বৃদ্ধি পাইছে। ফলত সেই অঞ্চলৰ চৰকাৰ আৰু জনসাধাৰণ অতিষ্ঠ হৈ পৰিছে। মৃত্যু হৈছে নিৰপৰাধী শ শ লোকৰ। সমাজৰ পিছপৰা অৰ্ধশিক্ষিত, কমবয়সীয়া ল'ৰা-ছোৱালীসকলক মুক্তি সংগ্ৰামৰ নামত গেৰিলা হিচাপে ব্যৱহাৰ কৰি সংঘটিত কৰা হৈছে কূটাঘাতমূলক কাৰ্য। শ্ৰেণী শত্ৰু কোন? কাৰ বিৰুদ্ধে এই সংগ্ৰাম? এই সংগ্ৰামৰ আজিৰ পৰিস্থিতিত যথাৰ্থতা আছে নে নাই? — এই দিশবোৰ পৰ্যালোচনা নকৰাকৈ ভাৰতৰ বিভিন্ন প্ৰান্তত এচাম লোকক বিপথে পৰিচালিত কৰি আহিছে এচাম ভুৱা মুক্তিকামীয়ে। ২১শ শতিকাৰ বিশ্বত মাৰ্ক্স, লেনিন, এঞ্জেলছৰ তত্ত্ব আক্ষৰিক অৰ্থত সম্পূৰ্ণ শুদ্ধ নহয়। সেই কথাৰ প্ৰমাণ পোৱাৰ পিছত সশস্ত্ৰ সংগ্ৰামৰ জৰিয়তে মুক্তিৰ পথ দেখা অবান্তৰ। ইয়াৰ গ্ৰহণযোগ্যতা নাইকিয়া হোৱাৰ শিক্ষা পলমকৈ হ'লেও মাওবাদী গেৰিলা সংগঠনে উপলব্ধি কৰাত নেপাললৈ শান্তি আৰু সমৃদ্ধিৰ পৰিৱেশ ঘূৰি আহিব বুলি আমি আশাবাদী। কিন্তু তাৰ বাবে লক্ষ্য কৰিব লাগিব জুনত হ'বলগীয়া নিৰ্বাচনলৈ। কাৰণ বিভিন্ন মতানৈক্যৰ ৰাজনৈতিক দলসমূহে নেপালৰ নিৰ্বাচনত নিজৰ সংখ্যাগৰিষ্ঠতা বৃদ্ধি কৰাৰ বাবে নিশ্চয় চেষ্টা চলাব। বিশেষকৈ মাওবাদী দলে মুকলিমুৰীয়াকৈ নিজৰ আদৰ্শ আৰু লক্ষ্য জনসাধাৰণৰ আগত প্ৰকাশ কৰাৰ সুবিধা গ্ৰহণ কৰিব। তেওঁলোকৰ লগত থাকিব সশস্ত্ৰ সংগ্ৰামত দীক্ষিত প্ৰায় কেইবাহাজাৰ সংগ্ৰামী কৰ্মী। গতিকে এইক্ষেত্ৰত অন্যান্য ৰাজনৈতিক দলৰ ভূমিকা কি হ'ব পাৰে এতিয়াই কোৱা টান। সেয়ে ছমাহমান পিছত নিৰ্বাচন হ'লেও দেশখনত অৰ্থনৈতিক আৰু ৰাজনৈতিক অস্থিৰতা বিৰাজ কৰিব। আৰু প্ৰতিটো দলৰ ৰাজনৈতিক কৰ্মীসকলে ক্ষমতা লাভৰ যুঁজত বোকা ছটিওৱাৰ খেল আৰম্ভ কৰিব। তেতিয়া হয়তো ৰজা জ্ঞানেন্দ্ৰই ইয়াকে অস্ত্ৰ হিচাপে লৈ নতুনকৈ ৰাজনৈতিক পাশা খেল আৰম্ভ কৰিব পাৰে। ৰাজনৈতিক দলসমূহৰ মাজত বিভাজনৰ সৃষ্টি কৰি তেওঁৰ ৰাজনৈতিক অভিলাষ চৰিতাৰ্থ কৰাৰ ষড়যন্ত্ৰ কৰিব পাৰে বুলিও ৰাজনৈতিক পৰ্যবেক্ষকসকলে সন্দেহ কৰিছে। চৰকাৰৰ অংশীদাৰ ৰাজনৈতিক দলসমূহেও এই আশংকা ব্যক্ত কৰিছে সংবাদ মাধ্যমৰ আগত। কাৰণ নেপালত গণতন্ত্ৰ প্ৰতিষ্ঠা হ'লেও ৰাজতন্ত্ৰৰ সমৰ্থকৰ সংখ্যা নিতান্তই কম নহয়। সেয়ে নেপালৰ ৰাজনীতি কোনপিনে গতি কৰে, তাক জানিবলৈ অপেক্ষা কৰিব লাগিব অন্ততঃ আৰু ছমাহ।

নেপালৰ ৰাজনৈতিক পট পৰিবৰ্তনে আশাৰ বতৰা আনিছে ভাৰতলৈ । নেপাল চৰকাৰৰ বৰ্তমান অংশীদাৰ মাওবাদী গেৰিলা সংগঠনৰ লগত চীনৰ সম্পৰ্ক পূৰ্বৰে পৰা মধুৰ। চীনৰ উচতনিতেই ১৯৯৬ চনৰ পৰা এই সংগঠনে নেপালত অস্থিৰতাৰ সৃষ্টি কৰিবলৈ সমৰ্থ হৈছিল। তাৰ উপৰি নেপালৰ কমিউনিষ্ট পাৰ্টীৰ ভূমিকাও ভাৰতৰ বাবে অনুকূল নহয়। যদি বিশ্বৰ এই হিন্দু ৰাষ্ট্ৰখনত চীনে খোপনি পুতিব পাৰে, তেতিয়াহ'লে ভাৰতৰ বৈদেশিক আৰু সামৰিক ক্ষেত্ৰত এটা ভয়াবহ ভাবুকিৰ সৃষ্টি হ'ব। কাৰণ চীনৰ

লোলুপ দৃষ্টি ছিকিম, ভূটান আৰু অৰুণাচলৰ ওপৰত আছে। প্ৰাথমিক পৰ্যায়ত যদি নেপালকে তেওঁলোকে ঘাটি কৰি ল'ব পাৰে, তেতিয়াহ'লে ভাৰতবৰ্ষৰ বিভিন্ন ৰাজ্যত মাওবাদী আৰু নক্সালপন্থীসকলে বেছি সুবিধা পাব। সম্প্ৰতি ভাৰত-নেপাল সীমান্তত সশস্ত্ৰ সংগঠনসমূহৰ অবাধ বিচৰণ। নেপালৰ সীমান্তৱৰ্তী ভাৰতৰ প্ৰায়বোৰ ৰাজ্যত সশস্ত্ৰ সংগ্ৰামৰ নামত এইবোৰ সংগঠনে অস্থিৰতাৰ সৃষ্টি কৰি থকা কথাও সৰ্বজনবিদিত। অন্তৰ্বৰ্তীকালীন চৰকাৰ গঠন হোৱাৰ পাছত নেপাললৈ ভাৰত চৰকাৰে অৰ্থনৈতিক পেকেজ আগবঢ়াইছে। চৰকাৰখনক সন্তুষ্ট কৰাই ইয়াৰ অন্তৰালৰ উদ্দেশ্য। সময়ে সময়ে নেপালত ভাৰতবিৰোধী আন্দোলন অব্যাহত আছে। ভাৰতৰ লগত নেপালৰ পূৰ্বৰ মধুৰ সম্পৰ্কৰ এনাজৰীডাল ছিগি পেলোৱাটোৱেই এনে আন্দোলনকাৰীসকলৰ উদ্দেশ্য। আমাৰ দেশৰ বৈদেশিক নীতিয়ে ইয়াক কিমানদূৰ সুদৃঢ় কৰিবলৈ সমৰ্থ হ'ব সেই কথা সময়েহে ক'ব। ■■

---

*অসমীয়া খবৰ, ২ মে', ২০০৭*

# লেটিন আমেৰিকা, কিউবা আৰু ফিডেল কাষ্ট্ৰো

লেটিন আমেৰিকাৰ ক্ষুদ্ৰ ৰাষ্ট্ৰসমূহৰ আৰ্থ-ৰাজনৈতিক মুক্তি তথা আমেৰিকাৰ হাতোৰাৰ পৰা উদ্ধাৰ হোৱাৰ প্ৰৱণতাক জাগ্ৰত কৰা মূল কাণ্ডাৰীজন কোন বাৰু? ৰাছিয়া, যুগোশ্লাভিয়া আদি ক্ষমতাশীল কমিউনিষ্ট ৰাষ্ট্ৰসমূহৰ পতনৰ পিছতো সমাজবাদ আৰু সাম্যবাদৰ মহামন্ত্ৰৰে মাৰ্কিন সাম্ৰাজ্যবাদক বৃদ্ধাংগুষ্ঠ দেখুৱাই থকা চিৰ আদৰ্শবাদী নেতাজন কোন?—হয়, তেওঁ অশীতিপৰ ফিডেল কাষ্ট্ৰো। চীনৰ অৰ্থনৈতিক নীতিৰ পৰিৱৰ্তনৰ পিছতো নিজৰ নীতি-আদৰ্শ অপৰিৱৰ্তিত কৰি ৰাখিবলৈ সক্ষম হৈছে এইজন মাৰ্ক্সবাদীয়ে। তাৰ বাবে সম্মুখীন হৈছে হাজাৰ বিপৰ্যয়ৰ। বিগত শতিকাৰ ষাঠীৰ দশকত তেওঁৰ অনুপ্ৰেৰণাতে কিংবদন্তি বিপ্লৱী আৰ্নেষ্টি' চে গুৱেভাৰাই বলিভিয়া, মেক্সিকোৰ অটব্য অৰণ্যৰ মাজে মাজে বিপ্লৱৰ বন্দুক লৈ ক্ষুধাৰ্ত জনতাৰ মুক্তিৰ বাবে ভ্ৰমি ফুৰিছিল। সেই চোৱা সময়ত আমেৰিকায়ো সামৰিক অৱৰোধ উঠাই ল'বলৈ বাধ্য হৈছিল তেওঁৰ সিংহ বিক্ৰমত শিৰনত কৰি। এই শতিকাৰ আটাইতকৈ বিতৰ্কিত নেতা ফিডেল কাষ্ট্ৰো, যাৰ ধমনীত, ৰক্ত প্ৰবাহত বিৰাশী বছৰতো বিপ্লৱৰ বহ্নিশিখা উজ্জীৱিত হৈ আছে।

আজি এইজন কাষ্ট্ৰো শয্যাগত, মৃত্যুৰ সতে যুঁজি আছে। প্ৰথম অৱস্থাত কিউবা চৰকাৰে তেওঁৰ অসুস্থতাৰ কথা অস্বীকাৰ কৰিলেও ভেনিজুৱেলাৰ ৰাষ্ট্ৰপতি হিউগো চাভেজে অলপতে স্বীকাৰ কৰিছে অসুস্থতা সঁচা বুলি। ইতিমধ্যে তেওঁৰ শাৰীৰিক অৱস্থাৰ অৱনতিয়ে আমেৰিকাক উচ্ছ্বসিত কৰি তুলিছে। আমেৰিকাৰ কাকতসমূহত মলদ্বাৰৰ কৰ্কটত ১৯৯০ চনৰ পৰা ভুগি অহা নেতাগৰাকী এতিয়া মৃত্যুৰ দুৱাৰডলিত বুলি আমেৰিকাৰ চৰকাৰৰ উদ্ধৃতি দি বাতৰি প্ৰকাশ কৰা হৈছে। সঁচাই কাষ্ট্ৰো আজি অসুস্থ, যোৱা এবছৰত তেওঁৰ স্বাস্থ্যৰ অৱনতি হৈছে দ্ৰুতগতিত। তেওঁ যে কিউবাক নেতৃত্ব দিব নোৱাৰে, এই কথা প্ৰতীয়মান হৈছে ভাতৃ প্ৰতিৰক্ষামন্ত্ৰী ৰাউল কাষ্ট্ৰোক দেশখনৰ শাসনভাৰ অস্থায়ী ৰূপত চলাবলৈ দায়িত্ব দিয়াৰ লগে লগে। আজি সমগ্ৰ বিশ্বই অধীৰ আগ্ৰহেৰে উৎকণ্ঠাৰে লক্ষ্য কৰি আছে এই বিপ্লৱীগৰাকীৰ স্বাস্থ্য সম্পৰ্কত। লেনিন, মাও জে ডং, হো চি মিনৰ সমকক্ষ ফিডেল কাষ্ট্ৰো। অদমনীয় মানসিক

শক্তি, ৰাজনৈতিক চিন্তা-চৰ্চা, দৰ্শন আৰু ভৱিষ্যতৰ সূক্ষ্ম লক্ষ্য—এই সকলোবোৰ যেন কোনো ক্ষেত্ৰত এওঁলোকতকৈও বেছিহে।

কিউবা প্ৰশান্ত মহাসাগৰৰ এখন দ্বীপৰাষ্ট্ৰ। ১৪৯২ চনত কলম্বাছে আবিষ্কাৰ কৰিছিল এই দ্বীপপুঞ্জক। তেতিয়াৰ পৰাই আৰম্ভ হৈছিল স্পেইনৰ অবিৰত প্ৰব্ৰজন এই ৰাষ্ট্ৰখনলৈ। এওঁলোকৰ লগত আহিছিল আফ্ৰিকাৰো নিগ্ৰো 'শ্লেভ'সকল কুঁহিয়াৰৰ খেতিপথাৰত কাম কৰিবলৈ। প্ৰায় ৪০০ বছৰ স্পেইনে অধিকাৰ কৰি থকা ৰাষ্ট্ৰখনত লাহে লাহে অংকুৰিত হ'ল স্বাধীনতা সংগ্ৰামৰ বীজ। ইয়াত হাত উজান দি আমেৰিকাই কিউবাক মুক্ত কৰে স্পেইনৰ শোষণৰ পৰা। সেয়া ১৮৯৮ চনৰ কথা। ১৯০২ চনত স্বাধীন গণতান্ত্ৰিক ৰাষ্ট্ৰ হিচাপে কিউবাক ঘোষণা কৰা হ'ল। লগতে প্ৰণয়ন কৰা হ'ল নতুন সংবিধান। কিন্তু বিজুতি ঘটিল পৰৱৰ্তী সময়ত। গণতন্ত্ৰ আৰু স্বাধীনতাৰ নামত আমেৰিকাৰ সকলো ক্ষেত্ৰত হস্তক্ষেপ আৰম্ভ কৰে। প্লেট নামৰ আমেৰিকাৰ প্ৰশাসকজনে সংবিধানৰ সংশোধন ঘটাই কিউবাত আমেৰিকা হস্তক্ষেপক অধিকাৰত পৰিণত কৰে। ইয়াৰ পাছত চেনি উদ্যোগৰ সিংহভাগ আমেৰিকান পুঁজিপতিৰ জেপত সোমাল। আমেৰিকাৰ সমৰ্থক পুতলা ৰাষ্ট্ৰপতি ফুলজেনিয়ো বাটিষ্টাৰ দুৰ্নীতি আৰু ভ্ৰষ্টাচাৰে আকাশ চুলেগৈ। অতিষ্ঠ হ'ল সাধাৰণ নাগৰিক। খাবলৈ নোপোৱা লোকৰ সংখ্যা দিনে দিনে বৃদ্ধি পাবলৈ ধৰিলে— বাটিষ্টাৰ শাসনে স্পেইনৰ ঔপনিবেশিক শাসনকো চেৰ পেলালে। বিক্ষুব্ধ হৈ উঠিল জনসাধাৰণ। তেনেতে ক্ষুব্ধ বঞ্চিত জনসাধাৰণক নেতৃত্ব দিবলৈ আগবাঢ়ি আহিল এজন ডেকা অধিবক্তা— নাম ফিডেল এলেজনেন্দ্ৰো কাষ্ট্ৰো ৰুজ। জন্ম ১৯২৬ চনত। স্পেইনৰ বংশোদ্ভৱ তেওঁ। দেউতাক চেনি খেতিয়ক। সদস্য হৈছিল কিউবা ছ'চিঅ'-ডেম'ক্ৰেটিক অৰ্থোডক্স দলৰ সদস্য (Cubas, Socio-Democratic Orthodax Party)। তীক্ষ্ণ বুদ্ধি, প্ৰখৰ বাগ্মিতা, অদম্য সাহস তেওঁৰ আছিল মূল শক্তি। নিজৰ দেশৰ এই অসহনীয় অৱস্থাই তেওঁক অস্থিৰ কৰি তুলিছিল। সেয়েহে বিদ্ৰোহ ঘোষণা কৰিলে বাটিষ্টাৰ পুতুলা চৰকাৰৰ বিৰুদ্ধে। ১৯৫৩ চনত লগত ৮২জন সহকৰ্মী লৈ মনকেদা সামৰিক শিবিৰ আক্ৰমণ কৰে তেওঁ। তেওঁ শিবিৰ আক্ৰমণত কৃতকাৰ্য হৈছিল যদিও পৰৱৰ্তী সময়ত তেওঁ প্ৰয়োজনীয় অস্ত্ৰৰ আদিৰ অভাৱত কিউবাৰ পৰা পলাই গৈ মেক্সিকোৰ পৰা বিদ্ৰোহাত্মক কাৰ্য আৰম্ভ কৰিবলৈ বাধ্য হয়। তাতেই তেওঁ লগ পালে আৰ্জেণ্টিনাৰ ডেকা চিকিৎসক এজনক— যিয়ে লেটিন আমেৰিকাৰ ভয়াবহ অৰ্থ-ব্যৱস্থাৰ পৰিবৰ্তন বিচাৰি ঘূৰি ফুৰিছিল— তেওঁৰ নাম হ'ল আৰ্নেষ্ট' গুৱেভাৰা ডি লা চেৰণা চে গুৱেভাৰা, চমুকৈ চে গুৱেভাৰা।

ফিডেল কাষ্ট্ৰোৰ সৰু ভায়েক ৰাউলৰ যোগেদি চে গুৱেভাৰা তেওঁৰ সান্নিধ্যলৈ আহিল। আৰম্ভ হ'ল দুই মুক্তি সংগ্ৰামীৰ অবিৰত যাত্ৰা। ১৯৫৬ চনত ফিডেল কাষ্ট্ৰোৰ সৰহসংখ্যক কমৰেডক হত্যা কৰা হ'ল যদিও কম্ৰসংখ্যক সহকৰ্মীৰে কিউবাক ১৯৫৯ চনত বাটিষ্টাৰ কবলৰ পৰা মুক্ত কৰিবলৈ তেওঁ সমৰ্থ হয়। সেই বছৰৰে ২৬ জুলাইত বাটিষ্টা কিউবা এৰি পলাই যায়। কাষ্ট্ৰোৰ নেতৃত্বত মুক্ত হ'ল কিউবা। প্ৰায় ১১ কোটি মানুহৰ বসতিৰ সৰু ৰাষ্ট্ৰখনলৈ নামি আহিল প্ৰগতি আৰু শান্তিৰ ৰাঙলী আভা। সহ্য নহ'ল আমেৰিকাৰ। কিউবাৰ ওপৰত অৰ্থনৈতিক আৰু সামৰিক অৱৰোধ আৰম্ভ হ'ল। ১৯৬১ চনত উপায়হীন হৈ কিউবাই সহায় বিচাৰিলে ৰাছিয়াৰ। ৰাছিয়াই মিছাইল বহুৱালে কিউবাৰ বুকুত। পাছত যেনিবা আমেৰিকা বাধ্য হ'ল সামৰিক আক্ৰমণ প্ৰত্যাহাৰ কৰিবলৈ, কিন্তু অৰ্থনৈতিক অৱৰোধ এতিয়াও প্ৰত্যাহাৰ কৰা নাই। কিন্তু আমেৰিকাক বুঢ়া আঙুলি দেখুৱাই কাষ্ট্ৰোই কিউবাৰ অৰ্থনীতিত এক নতুন বিপ্লৱ আনিলে। চেনি, ধঁপাত আৰু আন আন সম্পদৰ প্ৰাচুৰ্য থকা কিউবাই এতিয়া ৭৩ শতাংশ চেনি ৰপ্তানি কৰে। মুঠ ঘৰুৱা উৎপাদন ১২.৫ শতাংশ। এতিয়ালৈকে চি আই এৰ প্ৰৰোচনাত তেওঁৰ ওপৰত আক্ৰমণ হৈছে ৬৩৮ বাৰ। তাৰ মাজতো ফিডেল কাষ্ট্ৰোৰ অদমনীয় সাহস, নীতি-আদৰ্শৰ মাজত অটল হৈ আছে।

কিউবাৰ স্বাধীনতাৰ পাছত চে গুৱেভাৰা কিউবাৰ শিল্পমন্ত্ৰী আছিল ১৯৬১-৬৫ চনলৈ। কিন্তু বিভিন্ন দেশৰ নিষ্পেষিত জনতাৰ আহ্বানক তেওঁ নেওচা দিব নোৱাৰি পুনৰ কংগোৰ মুক্তি সংগ্ৰামত জঁপিয়াই পৰে। তাৰ পাছত সোমাই পৰিল বলিভিয়াৰ মুক্তি সেনানীৰ মাজত। কিন্তু তাতে তেওঁ ধৰা পৰাত বলিভিয়ান সেনাই চি আই এৰ সহযোগত ১৯৬৭ চনৰ ৯ অক্টোবৰত তেওঁক হত্যা কৰে।

চে গুৱেভাৰাৰ মৃত্যুত ফিডেল কাষ্ট্ৰো ভাঙি পৰিছিল যদিও লেটিন আমেৰিকাৰ ৰাষ্ট্ৰসমূহক আমেৰিকাৰ শোষণৰ পৰা মুক্তি দিয়াৰ যুঁজত সদায়ে ইতিবাচক ভূমিকা গ্ৰহণ কৰি আহিছে। যদস্বৰূপে আমেৰিকাই হেৰুৱাব লগা হৈছে তেওঁলোকৰ খোপনি। ভাৰত সম্পৰ্কে কাষ্ট্ৰোৰ মনোভাব সদায় নমনীয় আৰু সৌহাৰ্দ্যপূৰ্ণ।

আজি কাষ্ট্ৰো জীয়াই থাকক বা নাথাকক কিয়, তেওঁ দেখুওৱা বিপ্লৱী আদৰ্শ আৰু চেতনা যুগ যুগ ধৰি পাথেয় হৈ থাকিব বিশ্বৰ মুক্তিকামী জনতাৰ মাজত।■■

---

*অসমীয়া খবৰ, ৭ ফেব্ৰুৱাৰী, ২০০৭*

# ফ্ৰান্স আৰু পূব টিউমৰৰ নিৰ্বাচন

২০০৭ চনৰ ৬ মে'ত ফ্ৰান্সৰ ৰাষ্ট্ৰপতিৰ চূড়ান্ত পৰ্যায়ৰ নিৰ্বাচনত ৰক্ষণশীল দলৰ প্ৰাৰ্থী নিকোলাছ ছাৰ্কোজীয়ে প্ৰায় ৫৩ শতাংশৰো অধিক ভোট লাভ কৰি নিৰ্বাচিত হৈছে। এই প্ৰতিদ্বন্দ্বিতাত তেওঁৰ প্ৰতিদ্বন্দ্বী ছ'চিয়েলিষ্ট দলৰ প্ৰাৰ্থী চেগোলিনী ৰয়েলে প্ৰায় ৪৬ শতাংশ ভোট পাবলৈ সক্ষম হয়। এইবাৰ নিৰ্বাচনত ফ্ৰান্সৰ প্ৰায় ৮৫ শতাংশ লোকে নিজৰ ভোটদান সাব্যস্ত কৰিছে। প্ৰথমৰ পৰাই শক্তিশালী ৰক্ষণশীল দলৰ প্ৰাৰ্থী, আভ্যন্তৰীণ মন্ত্ৰী নিকোলাছ চাৰ্কোজী প্ৰথম পৰ্যায়ৰ ভোটগ্ৰহণত আগ বাঢ়ি আছিল যদিও ৰয়েলে এই নিৰ্বাচনত তীব্ৰ প্ৰতিদ্বন্দ্বিতা আগ বঢ়াইছিল। কাৰণ ৰয়েলক ছ'চিয়েলিষ্ট দলৰ বাহিৰেও অন্যান্য সৰু সৰু কেইবাটাও ৰাজনৈতিক দলে সমৰ্থন আগবঢ়াইছিল। গ্ৰামাঞ্চলত ৰয়েলৰ প্ৰতি সাধাৰণ মানুহৰ সমৰ্থন আছিল যথেষ্ট। কিন্তু ফ্ৰান্সৰ প্ৰচাৰ মাধ্যম, ধনিক ব্যৱসায়িক শ্ৰেণীৰ সমৰ্থনপুষ্ট নিকোলাছ চাৰ্কোজীয়ে শেষ হাঁহি মাৰিবলৈ সক্ষম হয়। ফ্ৰান্সত দেখা দিয়া ভয়াবহ প্ৰব্ৰজনকাৰী সমস্যা আৰু অৰ্থনৈতিক ব্যৱস্থাৰ পুনৰ সংস্কৰণৰ প্ৰতিশ্ৰুতি দি উচ্চ মধ্যবিত্ত আৰু ধনিক শ্ৰেণীটোক আকৰ্ষিত কৰাৰ লগতে ৰক্ষণশীল দলৰ সাংগঠনিক স্থিতি মজবুত হোৱাৰ কাৰণে চাৰ্কোজী জয়ী হোৱাটো সহজ হ'ল। ৰাজনৈতিক বিশ্লেষকে পূৰ্বে ঘোষণা কৰিছিল যে প্ৰাক্তন ৰাষ্ট্ৰপতি ছিৰাকে নিকোলাছ চাৰ্কোজীৰ বিৰুদ্ধে প্ৰতিদ্বন্দ্বিতা কৰিব পাৰে। তদুপৰি নিজৰ দলৰ মাজত থকা আভ্যন্তৰীণ কন্দলৰ বাবে ছিৰাকৰ সমৰ্থকসকলক উচটাই ৰয়েলৰ বিজয়ত সহায় কৰিব বুলিও একাংশই আশংকা কৰিছিল। পাছে সেই সকলো কথা অমূলক বুলি বিবেচিত হ'ল চাৰ্কোজীৰ বিজয়ৰ লগে লগে। ছিৰাক নিৰ্বাচনৰ পৰা আঁতৰি থাকিল আৰু দলীয় তিক্ততা বঢ়াই নিদিলে। ৰক্ষণশীল চাৰ্কোজী আৰু ছ'চিয়েলিষ্ট ৰয়েলৰ মাজতেই মূল নিৰ্বাচন আবদ্ধ আছিল যদিও আন এজন প্ৰাৰ্থী বেৰুছেও এই নিৰ্বাচনত কিছুমান সৰু সৰু দলৰ সমৰ্থনত নিৰ্বাচনত অংশগ্ৰহণ কৰিছিল। কিন্তু তেওঁ ভোটাৰ ৰাইজক আকৰ্ষিত কৰাত ব্যৰ্থ হ'ল নানা কাৰণত। আমি পূৰ্বতে লিখা প্ৰবন্ধত চাৰ্কোজীৰ সম্ভাবনা সম্পৰ্কে উল্লেখ কৰিছিলোঁ। কিন্তু ফ্ৰান্সত বহুবছৰ মূৰত এইবাৰৰ নিৰ্বাচনৰ ফলাফল ঘোষণা কৰাৰ পিছত এক আভ্যন্তৰীণ বিশৃংখলাৰ সৃষ্টি হৈছে, বিশেষকৈ শান্তি আৰু শৃংখলাৰ নামত। প্ৰায় হাজাৰৰো অধিক গাড়ী-মটৰ জ্বলাই দিয়া হৈছে।

পথ অৱৰোধ কৰা হৈছে। কোনোৱে যেন চাৰ্কোজীৰ জয়ক সহজভাৱে ল'ব পৰা নাই। বিশেষকৈ চহৰাঞ্চলৰ লোকৰ বাহিৰে। উত্তপ্ত পৰিস্থিতি দেখি চাৰ্কোজীয়ে ঘোষণা কৰিছে—'মই ফ্ৰান্সৰ সকলো লোকৰে ৰাষ্ট্ৰপতি আৰু দেশখনৰ সকলো শ্ৰেণীৰ ৰাইজৰ আশা-আকাংক্ষা পূৰণ কৰাৰ বাবে প্ৰতিশ্ৰুতিবদ্ধ।' ছেগ'লনী ৰয়েল নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰা সময়ত বহুতো ৰক্ষণশীল নেতাই তেওঁক তাচ্ছিল্য কৰিছিল। কাৰণ ফ্ৰান্সত মহিলা প্ৰতিদ্বন্দ্বীৰূপে থিয় হোৱা তেওঁ প্ৰথমগৰাকী নাৰী। ৰয়েলৰ ব্যক্তিত্বই ফ্ৰান্সৰ জনসাধাৰণৰ মাজত সহানুভূতিৰ সঞ্চাৰ কৰিলেও নিৰ্বাচনত জয়লাভ কৰাৰ জোখাৰে তেওঁ ভোট সংগ্ৰহ কৰিব নোৱাৰিলে। তথাপি নিৰ্বাচনত পৰাজিত হ'লেও তেওঁ ভৱিষ্যতে ফ্ৰান্সত ছ'চিয়েলিষ্ট দলৰ প্ৰাৰ্থীয়ে যে ৰাষ্ট্ৰপতি পদত অধিষ্ঠিত হ'ব, সেই আশা সঞ্চাৰ কৰিবলৈ সক্ষম হ'ল। ইতিমধ্যে বিভিন্ন ৰাষ্ট্ৰপ্ৰধানে চাৰ্কোজীক অভিনন্দন জনাইছে। কিন্তু কঠোৰপন্থী চাৰ্কোজীযে বৰ্তমান ফ্ৰান্সত দেখা দিয়া অৰ্থনৈতিক অস্থিৰতা, নিবনুৱা সমস্যা আৰু প্ৰব্ৰজনৰ সমস্যা কেনেকৈ নিৰ্মূল কৰিব তাকে আগ্ৰহেৰে লক্ষ্য কৰিব।

## পূব টিউমৰৰ নিৰ্বাচন

ফ্ৰান্সৰ নিৰ্বাচনে অকল ফ্ৰান্সৰ আকাশ-বতাহেই কঁপোৱা নাছিল, কঁপাইছিল সমগ্ৰ ইউৰোপক। আনকি মহাদেশখনৰ ৰাজনীতিকো স্পৰ্শ কৰিছে এই নিৰ্বাচনে। ইয়াৰ কাৰণ কেইবাটাও। ফ্ৰান্সৰ সুস্থিৰতাৰ লগত গোটেই ইউৰোপৰ ব্যৱসায়, বাণিজ্য, অৰ্থনীতি আদি নিৰ্ভৰশীল। আনহাতে আমেৰিকাৰ ৰাজনীতিৰ বতাহেও ইউৰোপক কঁপাইছে। ইয়াৰ মুখ্য কাৰণ এইবাৰ আমেৰিকাৰ ডেম'ক্ৰেটিক দলৰ প্ৰাৰ্থী নিৰ্বাচনত হিলাৰী ক্লিণ্টনেও প্ৰতিদ্বন্দ্বিতা কৰিব। ফ্ৰান্স আৰু আমেৰিকা উভয় দেশতে মহিলা ৰাষ্ট্ৰপতি প্ৰাৰ্থী প্ৰক্ষেপ কৰা হৈছে প্ৰথমবাৰৰ বাবে। গতিকে ছেগ'লনি ৰয়েলৰ জয়-পৰাজয়ে আমেৰিকাৰ ৰাষ্ট্ৰপতি নিৰ্বাচনতো কিছু পৰিমাণে হ'লেও জয়-পৰাজয়ৰ হিচাপ-নিকাচ চলিব। সেয়ে সকলোৰে লক্ষ্য আছিল ফ্ৰান্সৰ ৰাষ্ট্ৰপতি নিৰ্বাচন। কিন্তু ফ্ৰান্সৰ ৰাষ্ট্ৰপতি নিৰ্বাচনৰ অলক্ষিতে গৃহযুদ্ধত বিধ্বস্ত হাজাৰ হাজাৰ শোকাকুল বুভুক্ষ জনতাই হাহাকাৰ কৰি থকা এখন সৰু স্বাধীন ৰাষ্ট্ৰৰ নিৰ্বাচন হৈ গৈছে। এই নিৰ্বাচনৰ ফলাফলো ঘোষণা কৰা হৈছে। কিন্তু এই ৰাষ্ট্ৰখনৰ ৰাষ্ট্ৰপতি নিৰ্বাচনে বাতৰি কাকতৰ শিৰোনাম দখল কৰা নাই। এইখন হৈছে পূব টিউমৰ। এতিয়ালৈকে ইয়াৰ স্বাধীনতা সংগ্ৰামত দুই লাখ লোকে প্ৰাণ দিছে। স্বাধীনতা পালেও এতিয়াও তেওঁলোক মুক্ত হ'ব পৰা নাই অৰ্থনৈতিক ভগ্নস্তূপৰ পৰা। খাবলৈ-পিন্ধিবলৈ অতি কমসংখ্যকেহে পায়। তাত এতিয়াও গোষ্ঠীগত সংঘৰ্ষ শেষ হোৱা নাই। পূব-পশ্চিম টিউমৰত ছেগা-চোৰকাকৈ সংঘৰ্ষ হৈয়েই আছে। ইয়াৰ পৰা ৰক্ষা পাবলৈ চৰকাৰখনে ইণ্ডোনেছিয়াৰ সীমান্ত বন্ধ কৰি দিছে। অষ্ট্ৰেলিয়াৰ শান্তিৰক্ষী বাহিনীকো কামত

লগাইছে। তথাপি অস্থিৰতা শাম কটা নাই। এইবাৰ ৰাষ্ট্ৰপতি নিৰ্বাচনত প্ৰধান মন্ত্ৰী জো ৰেমছ হৰ্টাই প্ৰতিদ্বন্দ্বিতা কৰে। প্ৰায় ২৫ বছৰ ধৰি দেশান্তৰিত হৈ থকা এই নেতাজনক ন'বেল পুৰস্কাৰেৰেও সন্মানিত কৰা হৈছে। তেওঁক মুকলিভাবে সমৰ্থন কৰে বৰ্তমানৰ ৰাষ্ট্ৰপতি গাছমাৱে। তদুপৰি শক্তিশালী কেথলিক চাৰ্ছেও তেওঁক সমৰ্থন কৰিছিল। তেওঁৰ বিৰুদ্ধে প্ৰতিদ্বন্দ্বী আছিল ফ্ৰীটিলিন পাৰ্টীৰ মাৰী আলকাটিৰি। কিন্তু পূব টিউমৰ জনসাধাৰণে নিজৰ দেশখনক শক্তিশালী ৰূপ দিয়াৰ স্বাৰ্থতেই হৰ্টাক বিপুলসংখ্যক ভোটত ৰাষ্ট্ৰপতি হিচাপে নিৰ্বাচিত কৰিছে।

এসময়ত পৰ্টুগালৰ উপনিৱেশ হিচাপে থকা পূব টিউমৰৰ স্বাধীনতা সংগ্ৰামীসকলৰ অসীম ত্যাগৰ বাবেই ১৯৭৫ চনৰ নৱেম্বৰ মাহত পৰ্টুগালে এইখন সৰু ৰাষ্ট্ৰক স্বাধীন হিচাপে ঘোষণা কৰে। কিন্তু ইয়াৰ ন দিন পাছতেই ইণ্ডোনেছিয়াই বলপূৰ্বকভাৱে পুনৰ অধিকাৰ কৰে দেশখন। পুনৰ আৰম্ভ হ'ল স্বাধীনতা সংগ্ৰাম। গাছমাও, হৰ্টা আদিৰ নেতৃত্বত গঢ়ি উঠিল স্বাধীনতা সংগ্ৰাম। হৰ্টাক ২৫ বছৰৰ বাবে দেশান্তৰিত কৰা হ'ল । জে'লত ৰখা হ'ল গাছমাওক। শাৰীৰিক আৰু মানসিক নিৰ্যাতন দি তেওঁক যাৱজ্জীৱন কাৰাদণ্ড হ'ল। হৰ্টাক শান্তিৰ ন'বেল বঁটা দিয়া হয়। ১৯৯৯ চনত ৰাষ্ট্ৰসংঘৰ পৰ্যবেক্ষণত পূব টিউমৰৰ জনসধাৰণে স্বাধীনতাৰ হকে তেওঁ মত দান কৰে। ২০০২ চনৰ ২০ মে'ত পূব টিউমৰক ৰাষ্ট্ৰসংঘই স্বাধীন সাৰ্বভৌম ৰাষ্ট্ৰ বুলি ঘোষণা কৰে। গাছমাও ৰাষ্ট্ৰপতি হিচাপে নিৰ্বাচিত হয়। কিন্তু পুনৰ থিতাপি লোৱাৰ আগতেই দেশখনত আকৌ সেনা বিদ্ৰোহ হয়। প্ৰায় এক লাখ পঞ্চাশ হাজাৰ লোকে ঘৰ-বাৰী এৰি পলাই যায়। এই সেনা বিদ্ৰোহৰ নেতা আলফ্ৰেডো ৰেইনাডোক আটক কৰি জে'লত ৰখা হ'ল যদিও জেলৰ পৰা পলাই গৈ পুনৰ তেওঁ চৰকাৰৰ বিৰুদ্ধে অস্ত্ৰ তুলি লৈছে। পশ্চিম টিউমৰত তেওঁ শক্তিশালী ঘাটিও গঢ়ি তুলিছে চৰকাৰৰ বিৰুদ্ধে। এতিয়াও দেশৰ শান্তি আৰু সুস্থিৰতা অনাৰ বাবে হৰ্টাই প্ৰতিশ্ৰুতি দিছে। এই প্ৰতিশ্ৰুতিত জনসাধাৰণেও আস্থা প্ৰকাশ কৰিছে। গাছমাৱেও এইবাৰ প্ৰধান মন্ত্ৰী হোৱাৰ ইচ্ছা প্ৰকাশ কৰিছে দেশৰ অৰ্থনীতি নিৰ্মাণৰ লগতে শান্তি প্ৰতিষ্ঠাৰ স্বাৰ্থত। অলপতে 'টাইম' আলোচনীৰ সাক্ষাৎকাৰত তেওঁ উল্লেখ কৰিছে—
'In the beginning of any process some crises are inevitable, but we have to remember that we were beginning from zero We have to build everything We are aware that we are mature enough yet, but that does not mean we are not able'

বিশ্বৰ সকলোৱে আশা কৰিছে গাছমাও আৰু হৰ্টাৰ দৃঢ়তাই পূব টিউমৰক এখন শক্তিশালী ৰাষ্ট্ৰত পৰিণত কৰক আৰু লগতে গাছমাওৰ উল্লিখিত বাক্যকেইশাৰীৰো যথাৰ্থতা ৰক্ষা হওক।■■

---

*অসমীয়া খবৰ, ১৫ ফেব্ৰুৱাৰী, ২০০৭*

# ছাদ্দাম হুছেইনৰ ফাঁচি আৰু ভৱিষ্যতৰ ইৰাক

'এটা অপৰাধৰ দমনৰ বাবে আন এটা অপৰাধ ৰোমান কেথলিক শিক্ষাৰ পৰিপন্থী' —এযা আছিল পোপ বেনেডিক্টৰ আমেৰিকালৈ আহ্বান। ছাদ্দাম হুছেইনক ফাঁচি দিযাৰ পূৰ্বে এই আহ্বান জনাইছিল তেওঁ। আনহাতে ছাদ্দামৰ মুখ্য আইন পৰামৰ্শদাতা খলিল-উল দুলাইমীয়েও গোটেই বিশ্বকে ছাদ্দাম হুছেইনক প্ৰাণদণ্ড দিযাৰ পৰা ৰেহাই বিচাৰি আবেদন জনাইছিল। দুৰ্ভাগ্যজনক যে হিংসা, খিযলা-খিয়লিত মত্ত আৰব দেশৰ প্ৰায়বোৰ পাঠানেই মৌন আছিল এইক্ষেত্ৰত। লক্ষ্য কৰিছিল ছাদ্দামৰ মৃত্যুৰ পাছৰ ৰাজনৈতিক লাভালাভক। ইয়াৰ মানদো-কট্টৰপন্থী মুছলিম সংগঠনসমূহে তীব্ৰ বিৰোধ কৰিছিল ছাদ্দামক প্ৰাণদণ্ড দিয়াৰ বিৰুদ্ধে। কিন্তু সকলো জল্পনা-কল্পনাৰ অন্ত পেলাই পৱিত্ৰ ঈদৰ তিনি দিন পূৰ্বে তেওঁক ফাঁচি দিয়া হ'ল। দিনটো আছিল হিন্দুৰ বাবে পৱিত্ৰ একাদশী আৰু মুছলমানৰ বাবে আছিল চয়তানৰ শাস্তিৰ বাবে মিনাত একত্ৰিত হোৱা দিন। মৃত্যুৰ পৰ্ব মুহূৰ্তত ছাদ্দাম হুছেইনে ইৰাকবাসীলৈ দিয়া শেষবাণীত কৈছিল— 'মোৰ অনুগত জনসাধাৰণ, মই এতিয়া আপোনালোকৰ পৰা বিদায় লৈ আল্লা-তালাহৰ ওচৰলৈ যাবলৈ ওলাইছোঁ। যিজন সদায়ে দয়াশীল আৰু ক্ষমাশীল আৰু যিজনে কেতিয়াও ধৰ্মত বিশ্বাসীসকলক বিমুখ নকৰে।'

ভাৰতে ছাদ্দাম হুছেইনক মৃত্যুদণ্ডৰ পৰা ৰেহাই দিয়াৰ বাবে আবেদন জনাইছিল, কাৰণ ভাৰতৰ লগত ছাদ্দাম হুছেইনৰ সম্পৰ্ক আছিল মধুৰ। ৰাজনৈতিক সম্পৰ্ক নহয়, অৰ্থনৈতিক ক্ষেত্ৰতো ভাৰতৰ লগত পাৰস্পৰিক সম্পৰ্ক গঢ়ি উঠিছিল তেওঁৰ শাসনকালত। ইৰাকৰ আভ্যন্তৰীণ অৰ্থনৈতিক বিকাশত ভাৰতে বিভিন্ন কাৰিকৰী প্ৰযুক্তিবিদ্যাৰে সহায়ৰ হাত আগবঢ়াইছিল আৰু ঠিক তেনেকৈ ইৰাকে ভাৰতে বিচৰাধৰণে তেলৰ যোগান ধৰিছিল। বহুতে যদিও তেওঁক ধৰ্মান্ধ আৰু গোড়া মুছলমানৰ প্ৰতীক বুলি ভাবে, প্ৰকৃতাৰ্থত কিছু পৰিমাণে তেওঁ আছিল ৰক্ষণশীল চিন্তা-চৰ্চাৰ পৰিপন্থী। কাশ্মীৰৰ সমস্যা সম্পৰ্কত সদায়ে তেওঁ আছিল ভাৰতৰ ঘোৰ

সমৰ্থক। অন্য মুছলিম দেশৰ দৰে নাৰীৰ ক্ষেত্ৰত গোড়ামি আৰু ৰক্ষণশীল মনোভাব কেতিয়াও লোৱা নাছিল। বাগদাদ চহৰত বোৰ্খা নিপিন্ধাকৈ মুকলিমুৰীয়াকৈ ঘূৰিব পাৰিছিল যুৱতীসকলে। জীনছ পেণ্ট পিন্ধি স্কুল-কলেজলৈ যোৱাৰ ক্ষেত্ৰতো বাধা নাছিল ইৰাকত। তেলৰ ক্ষেত্ৰত চহকী ইৰাকত প্ৰচুৰ প্ৰাকৃতিক তৈল সম্পদ ভৰি থকা সত্ত্বেও জনসাধাৰণৰ ৭০ শতাংশ হৈছে দুখীয়া। ১৯৮০ চনৰ ছেপ্টেম্বৰ মাহৰ ২০ তাৰিখে আমেৰিকাৰ উচটনিত ইৰানৰ বিৰুদ্ধে হোৱা যুদ্ধত ইৰাকে প্ৰচুৰ ক্ষতি স্বীকাৰ কৰিবলগীয়া হৈছিল। ৮ বছৰীয়া এই যুদ্ধখনত বহু হাজাৰ লোকে প্ৰাণ হেৰুওৱাৰ লগতে ইৰাকতো এক অৰ্থনৈতিক অস্থিৰতাৰ সৃষ্টি কৰিছিল। তদুপৰি ১৯৯০ চনৰ আগষ্ট মাহত ইৰাকৰ কুৱেইট দখল আৰু পৰৱৰ্তী সময়ছোৱাত আমেৰিকাৰ কুৱেইট-উদ্ধাৰ— এইবোৰ ঘটনাই ইৰাকৰ আভ্যন্তৰীণ স্থিতি জটিল কৰি তুলিছিল। দুজনকৈ জোঁৱায়েকে তেওঁক এৰি জৰ্ডানত আশ্ৰয় লৈছিল। ভূতৰ ওপৰত দানহৰ দৰে পাৰমাণৱিক অস্ত্ৰৰ সন্ধানত ৰাষ্ট্ৰসংঘই পঠিওৱা পৰীক্ষণ দলে আৰম্ভ কৰা তদন্তৰ গইনা লৈ ৩ মাৰ্চ, ২০০৩ তাৰিখে আমেৰিকা আৰু মিত্ৰগোষ্ঠীয়ে ইৰাক আক্ৰমণ কৰি ১৪ ডিচেম্বৰ, ২০০৫ত ছাদ্দামক গ্ৰেপ্তাৰ কৰে।

এতিয়া প্ৰশ্ন হৈছে— ছাদ্দাম হুছেইনৰ মৃত্যুৱে ইৰাকৰ লগত মধ্য প্ৰাচ্যৰ সকলো দেশলৈ শান্তি কঢ়িয়াই আনিব নেকি? তদুপৰি ইৰাকৰ আভ্যন্তৰীণ গোষ্ঠীগত সংঘৰ্ষৰ ওৰ পেলাব নেকি? এইবোৰ স্পৰ্শকাতৰ প্ৰশ্নৰ উত্তৰ হয়তো পাবলৈ কিছুদিন অপেক্ষা কৰিব লাগিব। আমেৰিকাৰ ৰাষ্ট্ৰপতি বুশ্বে ছাদ্দাম হুছেইনৰ ফাঁচি এক ৰাজনৈতিক জয় হিচাপে ধৰি লৈছে যদিও মধ্য প্ৰাচ্যত ইয়াৰ সুদূৰপ্ৰসাৰী ৰাজনৈতিক প্ৰভাৱে পৰিব। তদুপৰি বিশ্বৰ ইছলামিক ৰাজনীতিয়ে কি গতি লয় এতিয়াই ক'ব নোৱাৰি। ইতিমধ্যে আমেৰিকাই ইৰানৰ বিৰুদ্ধে ব্যৱস্থা ল'লেও সুস্থিৰতা আহিব লাগিব। নতুন বজাৰ এখনৰ বাবে ইৰাকত প্ৰচুৰ সম্ভাৱনা আছে যদিও যেতিয়ালৈকে দেশখনলৈ শান্তি-শৃংখলা ঘূৰি নাহে, তেতিয়ালৈকে কোনো বিদেশী বিনিয়োগকাৰী সঁচা অৰ্থত দায়বদ্ধতাৰে বিনিয়োগ কৰিবলৈ আগবাঢ়ি নাহিব। সেয়ে আমেৰিকাৰ প্ৰধান কৰ্তব্য হ'ব সুস্থিৰতা, আইন-শৃংখলা ঘূৰাই আনি এক পৰিৱেশ সৃষ্টি কৰা। সেইটো সম্ভৱ হ'ব বিভিন্ন ধৰ্মীয় গোষ্ঠীৰ মাজত ভয় আৰু সংশয় আঁতৰাই গণতান্ত্ৰিক প্ৰক্ৰিয়াৰ জৰিয়তে দেশখনত এখন সুস্থিৰ আস্থাভাজন চৰকাৰ গঠন কৰা।■■

---

*এদিনৰ সংবাদ, ৪ জানুৱাৰী, ২০০৭*

# ম্যানমাৰত ক্ষোভৰ জুই

ইৰাবতী নৈৰ খৰস্ৰোতা সোঁতে এইবাৰ পূৰ্বৰ অভিলেখ ভংগ কৰিছে। এই গতিবেগ ম্যানমাৰৰ জনসাধাৰণৰ মাজত উমি উমি জ্বলি থকা শোষণ, বঞ্চনা আৰু ক্ষোভৰ বহিঃপ্ৰকাশ। ১৯৯০ চনৰ পাছত পুনৰবাৰ ম্যানমাৰত জনতাই সামৰিক জুণ্টাৰ বিৰুদ্ধে ৰাজপথত প্ৰতিবাদী কাৰ্যসূচী গ্ৰহণ কৰিছে চৰকাৰৰ পতনৰ বাবে। জনমতৰ প্ৰাবল্যক নিৰ্মমভাৱে বাধা দিছে সামৰিক জুণ্টাই। তেওঁলোকে চলোৱা গুলীত নিহত হৈছে কেবাজনো নিৰীহ লোক। ইয়াংগুন, মাগুলাই আদি চহৰৰ ৰাজপথ ৰাঙলী হৈছে প্ৰতিবাদীৰ তেজেৰে। মৃত্যু হৈছে এজন জাপানী সাংবাদিকৰ লগতে ৩০জন ব্ৰহ্মদেশীয় নাগৰিকৰ। বিশ্বৰ সৰ্বত্ৰ সামৰিক বাহিনীৰ বৰ্বৰ অত্যাচাৰৰ বিৰুদ্ধে তীব্ৰ প্ৰতিবাদ ধ্বনিত হৈছে। জৰ্জ বুশ্বকে আদি কৰি সকলোৱে এই অত্যাচাৰৰ বিৰুদ্ধে সৰৱ হৈ উঠিছে। ম্যানমাৰত গণতন্ত্ৰ পুনৰ প্ৰতিষ্ঠা কৰাৰ বাবে সামৰিক জুণ্টা চৰকাৰক আহ্বান জনাইছে ভাৰতৰ বৈদেশিকমন্ত্ৰী প্ৰণৱ মুখাৰ্জীয়ে । ইতিমধ্যে ৰাষ্ট্ৰসংঘৰ বিশেষ প্ৰতিনিধি ইব্ৰাহিম গাম্বাৰীয়ে সামৰিক প্ৰশাসক আৰু ১৯৯০ চনৰ পৰা গৃহবন্দী হৈ থকা শান্তিৰ ন'বেল বিজয়ী আং ছান চ্যু কীৰ লগত আলোচনাত মিলিত হৈছে। দক্ষিণ-পূব এছিয়াৰ ৰাষ্ট্ৰ সন্থায়ো সামৰিক প্ৰশাসকৰ বিৰুদ্ধে সৰৱ হৈ পৰিছে। আমেৰিকা যুক্তৰাষ্ট্ৰই অৰ্থনৈতিক অৱৰোধৰ ভাবুকি দিছে জুণ্টা চৰকাৰক। ইয়াৰ পূৰ্বেও গণতন্ত্ৰ প্ৰতিষ্ঠাৰ হকে আৰু ৰাষ্ট্ৰখনত সামৰিক জুণ্টাৰ স্বেচ্ছাচাৰিতাৰ বিৰুদ্ধে অৰ্থনৈতিক অৱৰোধৰ প্ৰস্তাৱ ৰাষ্ট্ৰসংঘৰ মজিয়াত দাঙি ধৰিছিল যদিও চীন আৰু ৰাছিয়াই দিয়া ভেট'ৰ বাবে সেয়া কাৰ্যকৰী নহ'ল। চীনৰ সামৰিক জুণ্টা চৰকাৰৰ লগত সৌহাৰ্দ্যপূৰ্ণ সম্পৰ্ক পূৰ্বৰে পৰা চলি আছে। ইয়াৰ মূল কাৰণ হ'ল পাঁচ কোটি জনসংখ্যাৰ এই ৰাষ্ট্ৰখনৰ প্ৰায় ৮০ শতাংশৰো অধিক বয়বস্তুৰ অৰ্থনৈতিক বজাৰ চীনৰ দখলত। ৰাষ্ট্ৰখনৰ ৭০ শতাংশ লোক খেতিয়ক আৰু গৰিব শ্ৰেণীৰ।

ৰাষ্ট্ৰখনৰ জন্মলগ্নৰে পৰাই যেন কালিকা লাগি আহিছে। ১৮০০ চনলৈ বাৰ্মা আছিল সৰু সৰু ৰাজ্যৰ সমষ্টি। পাছলৈ অৰ্থাৎ ১৯শ শতিকাৰ শেষৰ ফালে ব্ৰিটিছে বাৰ্মা দখল কৰে। সেই সময়ত ভাৰতৰ এখন প্ৰদেশ হিচাপে দিল্লীৰ পৰাই

বাৰ্মাক শাসন কৰা হৈছিল। ১৯৩৭ চনত ব্ৰিটিছ চৰকাৰে ইয়াক এখন সুকীয়া ঔপনিৱেশিক দেশ হিচাপে স্বীকৃতি দিযে। ব্ৰিটিছৰ বিৰুদ্ধে কেইজনমান ছাত্ৰনেতাৰ প্ৰচেষ্টাত ব্ৰহ্মদেশত স্বাধীনতা সংগ্ৰাম আৰম্ভ হৈছিল। ইয়াৰ মূল নেতৃত্ব লৈছিল আং চান নামৰ ৰেংগুন বিশ্ববিদ্যালয়ৰ ছাত্ৰ এজনে। ব্ৰিটিছৰ বিৰুদ্ধে যুঁজিবলৈ গৈ দ্বিতীয় মহাযুদ্ধৰ সময়ত তেওঁলোকে জাপানৰ লগ লাগিছিল আৰু জাপানী সৈন্যৰ সম্পূৰ্ণ সহযোগত ১৯৪১ চনত ব্ৰিটিছক বাহিৰ কৰি দিবলৈ সক্ষম হয়। কিন্তু গোজেই গছ হোৱাৰ দৰে জাপানীসকলে নামমাত্ৰ স্বাধীনতা বাৰ্মাৰ জনসাধাৰণক দি নিজেই ইয়াক শাসন কৰিবলৈ ধৰে। ইয়াতে ক্ষুব্ধ হৈ উঠিল বাৰ্মা অৰ্থাৎ ব্ৰহ্মদেশৰ জনগণ আৰু সংগ্ৰামী শক্তিবোৰ। 'থাটী কামাগুাৰছ' নামে জনাজাত স্বাধীনতা সংগ্ৰামৰ মূল নেতৃবৰ্গই পুনৰ ব্ৰিটিছৰ সহযোগত ১৯৪৫ চনত জাপানী বাহিনীক পৰাস্ত কৰিবলৈ সক্ষম হয়। কিছুদিনলৈ বাৰ্মাৰ শাসনত ব্ৰিটিছ থাকিলেও ৪ জানুৱাৰী, ১৯৪৮ চনত বাৰ্মাই পূৰ্ণ স্বাধীনতা লাভ কৰে। ভাৰতৰ দৰে স্বাধীনতাৰ প্ৰকৃত সোৱাদ লোৱাৰ লগতে স্বাধীনতা আন্দোলনৰ সময়ত জনসাধাৰণক দিয়া প্ৰতিশ্ৰুতি পূৰণ কৰিবলৈ বাট বুলাৰ আগতে আং চানকে আদি কৰি কেবাজনো মন্ত্ৰীক গুলীযাই হত্যা কৰা হয। ইযাৰ পাছত দেশখনৰ ভাৰ ইউ নুৰ নেতৃত্বত জনসাধাৰণৰ নিৰ্বাচিত চৰকাৰে চলাই থকা অৱস্থাতে ১৯৬২ চনৰ ২৩ জুলাইত 'নে উইন'ৰ নেতৃত্বত সামৰিক অভ্যুত্থান হয়। জনসাধাৰণৰ প্ৰবল প্ৰতিবাদৰ মাজতো সামৰিক জুণ্টা চৰকাৰে নিজৰ স্বেচ্ছাচাৰিতাৰে গণতন্ত্ৰপ্ৰেমী জনসাধাৰণক নিৰ্মম অত্যাচাৰৰ কৰি ক্ষমতা কুক্ষিগত কৰি আহিছিল। কিন্তু ১৯৮৮ চনত কেইজনমান ছাত্ৰক পুলিচে পাশৱিকভাৱে হত্যা কৰাৰ লগে লগে ব্ৰহ্মদেশ অৰ্থাৎ ম্যানমাৰৰ জনসাধাৰণ জ্বলি উঠিল। জনসাধাৰণৰ প্ৰবল প্ৰতিৰোধৰ সন্মুখত ৰ'ব নোৱাৰি সামৰিক প্ৰশাসক জেনেৰেল 'নে উইনে' ১৯৮৮ চনৰ ২৩ জুলাইত পদত্যাগ কৰে। কিন্তু পদত্যাগ কৰিলেও তেওঁ ক্ষমতা হস্তান্তৰিত কৰিলে জেনেৰেল 'চ মাউঙ'ক। তেওঁ ১৯৯২ চনলৈ শাসন কৰে। ইয়াৰ পাছত জেনেৰেল ফান ছুইযে সামৰিক জুণ্টাৰ নেতৃত্ব গ্ৰহণ কৰে। ১৯৮৮ চনৰ অভ্যুত্থানত প্ৰায় তিনি হাজাৰৰো অধিক আন্দোলনকাৰীৰ মৃত্যু হৈছিল সামৰিক বাহিনীৰ হাতত। ১৯৮৮ চনত চৰকাৰবিৰোধী আন্দোলনৰ নেতৃত্ব লৈছিল আং চান চ্যু কীয়ে। ১৯৮৯ চনৰ জুলাই মাহৰ পৰা তেওঁ গৃহবন্দী হৈ আছে। ১৯৮৮ চনৰ পাছত ১৯৯০ চনত ম্যানমাৰত নিৰ্বাচন অনুষ্ঠিত কৰিছিল সামৰিক জুণ্টা চৰকাৰে। এই নিৰ্বাচনত চ্যু কীৰ নেতৃত্বাধীন নেশ্যনেল লীগ ফৰ ডেম'ক্ৰেচী দলে প্ৰায় ৮০ শতাংশ ভোট পাই নিৰ্বাচিত হৈছিল। সৰ্বমুঠ ৪৮৫খন আসনৰ ভিতৰত ৩৯২খনতেই চ্যু কীৰ

দলে লাভ কৰিছিল। কিন্তু সংবিধান সংশোধন কৰাৰ ভুৱা প্ৰতিশ্ৰুতি দি নিৰ্বাচিত চৰকাৰক ক্ষমতা লোৱাৰ পৰা বঞ্চিত কৰে সামৰিক প্ৰশাসনে। আৰু এতিয়ালৈকে সংবিধান সংশোধনৰ ভেকোভাওনা চলাই সামৰিক জুণ্টা চৰকাৰে নিজৰ হাতত ক্ষমতা কায়েম কৰি ৰাখিছে। ১৯৯১ চনৰ অক্টোবৰ মাহত চ্যু কীক ন'বেল বঁটাৰে ভূষিত কৰা হয় তেওঁ কৰা গণতান্ত্ৰিক আন্দোলনৰ বাবে। ম্যানমাৰত দ্বিতীয়বাৰৰ বাবে ২৫ ছেপ্টেম্বৰত লাখ লাখ জনসাধাৰণ বৌদ্ধ ধৰ্মাৱলম্বী পুৰোহিতৰ নেতৃত্বত ৰাজপথলৈ ওলাই আহিছে। পেট্ৰ'লজাত সামগ্ৰীৰ মূল্যবৃদ্ধি এই আন্দোলনৰ এটা তাৎক্ষণিক কাৰণ যদিও সামৰিক বাহিনীৰ প্ৰতি জনসাধাৰণৰ মাজত পুঞ্জীভূত ক্ষোভৰহে স্বতঃস্ফূৰ্ত প্ৰকাশ এয়া। ৩০ জনতকৈও অধিক লোকে ইয়াং গুইনকে আদি কৰি কেবাখনো চহৰৰ ৰাজপথত প্ৰাণ হেৰুৱাইছে। নিহত হৈছে সাংবাদিকো। ভাৰতৰ পৰৰাষ্ট্ৰ মন্ত্ৰী প্ৰণৱ মুখাৰ্জীয়ে ম্যানমাৰত গণতন্ত্ৰ প্ৰতিষ্ঠা হ'ব বুলি আশা কৰিছে আৰু সামৰিক জুণ্টাৰ কাৰ্যব্যৱস্থাক গৰিহণা দিছে। নিউযৰ্কত ম্যানমাৰৰ পৰৰাষ্ট্ৰমন্ত্ৰীক সাক্ষাৎ কৰোঁতে তেওঁ দেশখনত সংঘটিত ঘটনালানিৰ বাবে ক্ষোভ প্ৰকাশ কৰাৰ লগতে এয়া দুৰ্ভাগ্যজনক ঘটনা বুলি মন্তব্য কৰিছে। তেওঁ কৈছে— 'নৰহত্যা ভাৰতৰ বাবে কেতিয়াও গ্ৰহণযোগ্য নহয়।' দক্ষিণ-পূব এছিয়া সন্থাৰ সভাপতি তথা ছিংগাপুৰৰ প্ৰধান মন্ত্ৰীয়ে ব্ৰহ্মদেশৰ ঘটনাত উদ্বেগ প্ৰকাশ কৰিছে। বিশ্বৰ প্ৰায়বোৰ ৰাষ্ট্ৰই ব্ৰহ্মদেশত হোৱা ঘটনালানিৰ ওপৰত কঠোৰ মনোভাব ব্যক্ত কৰিছে। বিশ্বৰ জনসাধাৰণৰ মনোভাবকো বুঢ়া আঙুলি টোঁৱাইছে সামৰিক জুণ্টা চৰকাৰে। ইয়াৰ মূল কাৰণ হ'ল চীন আৰু ৰাছিয়াৰ জুণ্টা চৰকাৰৰ প্ৰতি সমৰ্থন। চীনে নিবিচাৰে ম্যানমাৰৰ সঞ্চিত হৈ থকা প্ৰাকৃতিক সম্পদসমূহৰ সুবিধা ভাৰতৰ দৰে ওচৰ-চুবুৰীয়া ৰাষ্ট্ৰই লওক। কাৰণ এন এল ডিৰ লগত ভাৰতৰ এটা সুসম্পৰ্ক আছে। যদি কেনেবাকৈ চ্যু কীৰ দল ক্ষমতালৈ আহে, তেতিয়াহ'লে ম্যানমাৰত চলাই থকা চীনৰ অৰ্থনৈতিক শোষণ বাধাগ্ৰস্ত হ'ব। সেই কাৰণে যিকোনো বিনিময়তেই নহওক, ম্যানমাৰত গণতন্ত্ৰ প্ৰতিষ্ঠা হোৱাত বাধা দিছে। দেশবাসীয়ে শান্তিপূৰ্ণ জীৱন যাপন কৰক বা নকৰক, সেয়া মূৰৰ বিষ নহয় চীনৰ বাবে। চীনৰ মূৰৰ বিষ হৈছে ৮০ শতাংশ ব্যৱসায় কুক্ষিগত কৰি ৰখা তথাকথিত কমিউনিষ্টসকল যাতে অৰ্থনৈতিকভাৱে ক্ষতিগ্ৰস্ত নহয়। সেয়ে আমেৰিকাই ম্যানমাৰৰ বিপক্ষে অনা অৰ্থনৈতিক অৱৰোধৰ প্ৰস্তাৱক চীন আৰু ৰাছিয়াই বাৰে বাৰে বাধা দিছে। দক্ষিণ-পূব এছিয়াত ভাৰত এতিয়া চীনৰ মূৰৰ বিষ। বিশেষকৈ ভাৰত-আমেৰিকাৰ সম্পৰ্কই চীনক নতুনকৈ ভীতিগ্ৰস্ত কৰি ৰাখিছে। কাৰণ যদি ভাৰত সমৰ্থিত এন এল ডি ম্যানমাৰৰ ক্ষমতালৈ আহে, তেতিয়া হ'লে ম্যানমাৰ

আকৌ এক নিজস্ব গতিশীল শক্তিত পৰিণত হ'ব, যাৰ ফলত দক্ষিণ-পূব এছিয়াত আকৌ এক শক্তি গঢ়ি উঠিব, যিটো চীনৰ বাবে একেবাৰে কাম্য নহয়। সেয়ে মাজে মাজে ম্যানমাৰত দ্বিধাবিভক্ত কৰাৰ কাৰণে কাচিন, কাৰেণ আদি প্ৰদেশত বিদ্ৰোহাত্মক কাৰ্যকলাপ চলাবলৈ চীনে বিভিন্ন ধৰণে সহযোগ কৰি আহিছে, যাতে ম্যানমাৰ শক্তিশালী হ'ব নোৱাৰে। পাকিস্তান, বাংলাদেশ আৰু ম্যানমাৰ আদি ৰাষ্ট্ৰৰ অস্থিৰতাই ইতিমধ্যে এই অঞ্চলৰ ৰাষ্ট্ৰসমূহৰ মাজত এক ৰাজনৈতিক অস্থিৰতাৰ বাতাবৰণ সৃষ্টি কৰিছে। ই কেতিয়াও এই অঞ্চলৰ ৰাষ্ট্ৰসমূহৰ কাৰণে শুভ নহয়। ইয়াৰ উপৰি সন্ত্ৰাসবাদ আৰু বিচ্ছিন্নতাবাদী শক্তিসমূহক এই অঞ্চলৰ কেবাখনো ৰাষ্ট্ৰই সহায়-সহযোগিতা কৰাৰ ফলত দিনে দিনে দক্ষিণ-পূব এছিয়াৰ ৰাষ্ট্ৰসমূহৰ প্ৰগতি অন্তৰ্হিত হোৱাই নহয়, ই মধ্য এছিয়াকো স্পৰ্শ কৰিছে। ম্যানমাৰৰ সাম্প্ৰতিক ঘটনাত ভাৰতে এৰা-ধৰাৰ মনোভাব গ্ৰহণ কৰিলে নিজৰ দেশখনে ক্ষতিগ্ৰস্ত হোৱাৰ সম্ভাৱনা আছে। বহু ক্ষেত্ৰত ম্যানমাৰৰ উত্তৰ-পশ্চিম প্ৰদেশসমূহেই হৈছে ভাৰতৰ বিচ্ছিন্নতাবাদী শক্তিৰ ঘাটি। গতানুগতিক নিন্দাৰ দ্বাৰাই ভাৰতে নিজৰ দায় সৰাৰ সময় উকলিল। পোনপটীয়াকৈ ম্যানমাৰৰ গণতান্ত্ৰিক শক্তিসমূহক সমৰ্থন দি সীমামূৰীয়া দেশখনত গণতন্ত্ৰ প্ৰতিষ্ঠা কৰাত সহায় কৰিব লাগে। আন ৰাষ্ট্ৰসমূহেও ওলাই আহিব লাগে একে উদ্দেশ্যেৰে।

অস্থিৰ চঞ্চল ইৰাৱতী নদীৰ পাৰত শান্তিৰ বাতাবৰণ সৃষ্টি কৰিবলৈ হ'লে সমগ্ৰ বিশ্বই সামৰিক জুণ্টা চৰকাৰৰ বিৰোধিতা কৰিব লাগিব। তেতিয়াহে ৫ কোটি জনতাৰ দেশ ম্যানমাৰৰ জনসাধাৰণে মুক্তমনে দেশখন সমৃদ্ধ কৰি তুলিব পাৰিব।■■

---

*আজিৰ দৈনিক বাতৰি, ৮ অক্টোবৰ, ২০০৭*

# উত্তৰ কোৰিয়া আৰু দক্ষিণ কোৰিয়াৰ পুনৰ মিলন

এই বছৰৰ অক্টোবৰ মাহটো যেন বিশ্ব ইতিহাসত কেৱল উত্তৰ কোৰিয়া আৰু দক্ষিণ কোৰিযাৰ বছৰ হিচাপে সোণালী আখৰেৰে লিখা থাকিব। যি সময়ত দক্ষিণ-পুব এছিয়াত বেছিভাগ ৰাষ্ট্ৰতে সামৰিক প্ৰশাসকে গণতান্ত্ৰিক অধিকাৰ, মানৱ অধিকাৰ লংঘন কৰিছে, ঠিক তেনে সময়তে প্ৰায় ৫৯ বছৰীয়া দ্বন্দ্ব আৰু খৰিযালৰ অন্ত পেলাই দুয়োখন ৰাষ্ট্ৰ একত্ৰিত হোৱাৰ পথত। ২০05 চনৰ ১০ ফেব্ৰুৱাৰীত উত্তৰ কোৰিয়াৰ ৰাষ্ট্ৰপতি কিম জঙে দক্ষিণ কোৰিয়া, ৰাছিয়া, চীন, আমেৰিকা আদি বিশ্বৰ আন আন ৰাষ্ট্ৰক আচম্বিত কৰি ঘোষণা কৰিছিল উত্তৰ কোৰিযা এতিয়া পৰমাণৱিক অস্ত্ৰৰ অধিকাৰী। অকল সেয়াই নহয়, ২০০৬ চনৰ অক্টোবৰ মাহত তেওঁলোকে ৰাষ্ট্ৰসংঘৰ বাধা সত্ত্বেও পাৰমাণৱিক অস্ত্ৰৰ পৰীক্ষা কৰিছিল। পূৰ্বৰে পৰা উত্তৰ কোৰিয়াক শত্ৰু হিচাপে জ্ঞান কৰা আমেৰিকাই এইবাৰ পাৰমাণৱিক পৰীক্ষাৰ পাছত উত্তৰ কোৰিয়াৰ ওপৰত পূৰ্বৰ চলি থকা অৰ্থনৈতিক অৱৰোধ কঠোৰ কৰি থকাৰ সলনি এক সহৱস্থান নীতি গ্ৰহণ কৰিবলৈ বাধ্য হয়। তদুপৰি এনে পাৰমাণৱিক পৰীক্ষাৰ পৰা উত্তৰ কোৰিয়াক আঁতৰাই অনাৰ উদ্দেশ্যে আমেৰিকাৰ ৰাষ্ট্ৰপতি জৰ্জ বুশ্বে প্ৰচেষ্টা হাতত লয়। অৱশ্যে জৰ্জ বুশ্বৰ পূৰ্বে ১৯৯৪ চনত ৰাষ্ট্ৰপতি বিল ক্লিণ্টনেও উত্তৰ কোৰিয়াৰ লগত মধুৰ সম্পৰ্ক গঢ়ি তোলাৰ চেষ্টা কৰিছিল। কিন্তু সেই প্ৰচেষ্টা নানা কাৰণত সম্পূৰ্ণ নহ'ল। সন্ত্ৰাসবাদী সংগঠনসমূহক উচটোৱা তথা আল-কাইদাৰ সমৰ্থনপুষ্ট মুছলিম মৌলবাদী সংগঠনসমূহক অস্ত্ৰ-শস্ত্ৰৰে সহায়-সহযোগ কৰা বুলি উত্তৰ কোৰিয়াৰ বিৰুদ্ধে আমেৰিকাই সততে অভিযোগ আনিছিল। আমেৰিকাৰ পৰৰাষ্ট্ৰ সচিব কণ্ডলিজা ৰাইছে উত্তৰ কোৰিয়াক আখ্যা দিছিল সন্ত্ৰাসবাদীৰ লেম্বপ'ষ্ট বুলি ।

সি যি কি নহওক, উল্লিখিত পাৰমাণৱিক পৰীক্ষাৰ পাছত জৰ্জ বুশ্বৰ ব্যক্তিগত প্ৰচেষ্টাত উত্তৰ কোৰিয়াক সৈমান কৰিবলৈ উঠিপৰি লাগিল আমেৰিকাৰ পৰৰাষ্ট্ৰ দপ্তৰ। কাৰণ জৰ্জ বুশ্বৰ অৱক্ষীয়মান জনপ্ৰিয়তা আৰু ২০০৮ চনত

অনুষ্ঠিত হ'বলগীয়া নিৰ্বাচন আছিল তেওঁৰ মূল লক্ষ্য। মধ্য প্ৰাচ্য আৰু ইৰাকত আমেৰিকাৰ পৰৰাষ্ট্ৰ নীতি ব্যৰ্থ হোৱাত জৰ্জ বুশ্বৰ লক্ষ্য আছিল উত্তৰ কোৰিয়াক পাৰমাণৱিক পৰীক্ষাৰ পৰা আতৰাই ৰখা। সেয়ে তেওঁৰ প্ৰচেষ্টা অব্যাহত ৰাখিছিল।

আমেৰিকাৰ কূটনীতিবিদ ক্ৰিষ্ট'ফাৰ হিলৰ নেতৃত্বত ৰাছিয়া, চীন, জাপান, উত্তৰ কোৰিয়া আৰু দক্ষিণ কোৰিয়াক লৈ ছয় দেশীয় কমিটী এখন গঠন কৰা হ'ল। এই কমিটীয়ে বহুদিনীয়া আলোচনাৰ অন্তত ১৩ ফেব্ৰুৱাৰী, ২০০৭ চনত উত্তৰ কোৰিয়াৰ ষ্টালিনপন্থী ৰাষ্ট্ৰপতি কিম জঙৰ অন্তৰ গলাবলৈ সক্ষম হয়। পাৰমাণৱিক পৰীক্ষাৰ কাৰ্যসূচী বন্ধ কৰাৰ উপৰি পাৰমাণৱিক অস্ত্ৰৰ ভাণ্ডাৰ নোহোৱা কৰিবলৈ আৰু আমেৰিকাৰ দ্বাৰাই পাৰমাণৱিক শক্তি কেন্দ্ৰসমূহ পৰীক্ষা কৰাৰ অনুমতি দিবলৈ উত্তৰ কোৰিয়া চৰকাৰ সন্মত হয়। ইয়াৰ চৰ্ত হিচাপে প্ৰথম পৰ্যায়ত এক লাখ টন পেট্ৰ'ল ছয়দেশীয় ৰাষ্ট্ৰসমূহ, বিশেষকৈ চীনে তেওঁলোকক যোগান ধৰিবলৈ ৰাজি হয়। চুক্তিৰ আন এক চৰ্ত অনুসৰি পৰবৰ্তী পৰ্যায়ত ৯ লাখ টন একেই ইন্ধন উত্তৰ কোৰিযাত থকা পাৰমাণৱিক শক্তি কেন্দ্ৰত পৰ্যাযক্ৰমে আমেৰিকা আদি ৰাষ্ট্ৰই যোগান ধৰাৰ প্ৰতিশ্ৰুতি দিয়ে। এই ইন্ধনসমূহ ব্যৱহৃত হ'ব পাৰমাণৱিক শক্তিকেন্দ্ৰসমূহত। উত্তৰ কোৰিযাই অসামৰিক শক্তিখণ্ডত এই ইন্ধনৰ যোগেৰে নিজৰ শক্তি বৃদ্ধি কৰাৰ বাবেই পূৰ্বৰে পৰা দাবী জনাই আহিছিল। আৰু এই দাবীৰ ক্ষেত্ৰত ছয়দেশীয় ৰাষ্ট্ৰৰ কমিটীয়ে সহমত প্ৰকাশ কৰিছে ৩ অক্টোবৰ, ২০০৭ তাৰিখে। এই সম্পৰ্কে ইতিমধ্যে চুক্তিয়ো স্বাক্ষৰিত হৈছে। ইয়াৰ ফলত দক্ষিণ-পূব এছিয়াৰ দুই ৰাষ্ট্ৰ উত্তৰ কোৰিয়া আৰু দক্ষিণ কোৰিযাৰ মাজত ১৯৪৮ চনৰ পৰা চলি অহা শীতল যুদ্ধৰ অৱসান ঘটিল। উত্তৰ কোৰিয়াৰ অনগ্ৰসৰতা দূৰীকৰণৰ ক্ষেত্ৰত এই চুক্তিয়ে সামগ্ৰিকভাৱে সহায কৰিব আৰু দেশখনক উন্নয়নৰ দিশে ধাবিত কৰিবলৈ সমৰ্থ হ'ব বুলি ৰাজনৈতিক বিশ্লেষকসকলে উল্লেখ কৰিছে।

উত্তৰ কোৰিযা খনিজ সম্পদত চহকী দেশ। বিশেষকৈ কযলা, লো আৰু সোণৰ ভাণ্ডাৰ উত্তৰ কোৰিযাত আছে। হ'লেও কিন্তু উত্তৰ কোৰিয়াৰ জনসাধাৰণৰ জনমূৰি ৰপ্তানি বছৰি মাত্ৰ ৬০ ডলাৰহে— যিটো দক্ষিণ কোৰিয়াতকৈ বহুত কম। চীনা কোম্পানীয়ে উত্তৰ কোৰিযাৰ বৃহৎ বজাৰ দখল কৰি আছে। ২০০৬ চনত এই ব্যৱসায়ৰ পৰিমাণ আছিল ১ ৫৪ বিলিয়ন ডলাৰ। কমিউনিষ্টশাসিত দেশসমূহৰ ভিতৰত অৰ্থনৈতিকভাৱে দুৰ্বল হৈ আছে এতিযালৈকে উত্তৰ কোৰিয়া। ১৯৬১ চনত চীন আৰু উত্তৰ কোৰিযা দুয়োখন ৰাষ্ট্ৰৰ মাজত পাৰস্পৰিক চুক্তি স্বাক্ষৰ কৰি চীনে প্ৰতিশ্ৰুতি দিছিল সামৰিক ক্ষেত্ৰত তেওঁলোকক সহায় কৰিব

বুলি। চীন কিন্তু সেই চুক্তি অনুসৰি এতিয়াও উত্তৰ কোৰিয়াৰ প্ৰতি দায়বদ্ধ হৈ আছে।

উত্তৰ আৰু দক্ষিণ কোৰিয়াৰ জনসাধাৰণ মংগোলীয় জনগোষ্ঠীৰ। ১৯৪৮ চনত কোৰিয়া দুটা ভাগত বিভক্ত হয়— দক্ষিণ কোৰিয়া আৰু উত্তৰ কোৰিয়া হিচাপে। দক্ষিণ কোৰিয়াক আমেৰিকাই জন্মলগ্নৰে পৰাই আৰ্থিক সা-সুবিধা দি আহিছে। বিশেষকৈ উদ্যোগীকৰণত সহায় কৰি এখন শক্তিশালী ৰাষ্ট্ৰ হিচাপে গঢ়ি তুলিছে। উত্তৰ কোৰিয়াক সমৰ্থন দিছিল চীনে। ১৯৫০ চনত উত্তৰ কোৰিয়াই দক্ষিণ কোৰিয়াক আক্ৰমণ কৰে। ইয়াত ইন্ধন যোগাইছিল চীনে। এই যুদ্ধত চীনৰ প্ৰায় ৩ লাখ ৬০ হাজাৰৰো অধিক সৈন্যৰ মৃত্যু হৈছিল। কিন্তু আমেৰিকা যুক্তৰাষ্ট্ৰৰ হেঁচাত উত্তৰ কোৰিযাৰ দক্ষিণ কোৰিয়াক দখল কৰাৰ প্ৰয়াস সফল নহ'ল। আমেৰিকাই দক্ষিণ কোৰিযাক সকলো ক্ষেত্ৰতে সহায় কৰিলেও তেওঁলোকে নিজৰ স্বাৰ্থ সিদ্ধিৰ বাবে ইযাক সামৰিক ঘাটি হিচাপে ব্যৱহাৰ কৰি আহিছে। চীন, ৰাছিযা আদি ৰাষ্ট্ৰৰ আগ্ৰাসী ভূমিকাক বাধা দিযাই লক্ষ্য আছিল আমেৰিকাৰ। এইক্ষেত্ৰত মাৰ্কিন বিদেশ নীতি কিছু পৰিমাণে সফলো হৈছে। অৰ্থনৈতিক দিশত দক্ষিণ কোৰিযা উত্তৰ কোৰিযাতকৈ বহুত শক্তিশালী স্থিতিত আছে। দক্ষিশ কোৰিযাত উৎপাদিত বিভিন্ন ঔদ্যোগিক সামগ্ৰীযে জাপান, চীনৰ লগত সমানে ফেৰ মাৰি বিশ্বৰ বৃহৎ বজাৰ দখল কৰিবলৈ সক্ষম হৈছে। আনকি ভাৰতৰ বজাৰতো দক্ষিণ কোৰিযাৰ প্ৰভাৱ বহুত বেছি, বিশেষকৈ মটৰগাড়ী উদ্যোগত। কিছুদিন দক্ষিণ কোৰিয়াৰ পাস্কো নামৰ তীখা কোম্পানীয়ে প্ৰায় ৬০ হাজাৰ কোটি টকাৰ তীখা উদ্যোগ উৰিষ্যাত স্থাপন কৰিবলৈ চুক্তিপত্ৰত স্বাক্ষৰ কৰিছে। উত্তৰ কোৰিযাক বান আৰু খৰাং পৰিস্থিতিয়ে বহু পৰিমাণে জুৰুলা কৰি আহিছে। কৃষি উদ্যোগত বিশেষ একো পৰিৱৰ্তন সাধিবলৈ সক্ষম হোৱা নাই। সেয়ে উত্তৰ কোৰিয়াৰ অৰ্থনৈতিক বিকাশৰ বাবে শাসকগোষ্ঠী তৎপৰ হৈ পৰিছে। আনকি ৰাষ্ট্ৰপতি কিম জঙে আমেৰিকাৰ ৰাষ্ট্ৰপতি জৰ্জ বুশ্বৰ লগত বিনিয়োগ সম্পৰ্কে বাৰ্তালাপ কৰিবলৈ আগ্ৰাহান্বিত হৈছে। কাৰণ দক্ষিণ কোৰিয়াৰ উন্নতিৰ চমকে উত্তৰ কোৰিয়াৰ জনসাধাৰণক দক্ষিণ কোৰিয়াৰ প্ৰতি বাৰুকৈয়ে আকৰ্ষিত কৰি আহিছে। নিবনুৱা আৰু ভোকৰ তাড়নাত দুখীয়া উত্তৰ কোৰিয়াৰ জনসাধাৰণে বিচাৰে দেশখনৰ বিকাশ দক্ষিণ কোৰিয়াৰ নিচিনা হওক। জনসাধাৰণৰ বিস্ফোৰণমুখী পৰিস্থিতিত অন্য দিশে ধাবিত কৰিবলৈ উত্তৰ কোৰিয়াৰ ৰাষ্ট্ৰপতিয়ে পাৰমাণৱিক পৰীক্ষা, দুয়োখন ৰাষ্ট্ৰৰ সীমাত সৈন্য সঞ্চালন কৰি আমেৰিকাৰ দৰে ৰাষ্ট্ৰসমূহৰ ওপৰত হেঁচা প্ৰযোগ কৰি আহিছে। কিন্তু কিম জঙৰ এইবোৰ পৰিকল্পিত কৌশলে

জনসাধাৰণক ভিমিত কৰি ৰাখিব পৰা নাই। সেয়ে শান্তিৰ স্বাৰ্থত আমেৰিকাৰ প্ৰচেষ্টা কিম জঙে সঁহাৰি জনাইছে। ১৯৫০ চনৰে পৰাই সীমা বিবাদক লৈ হোৱা গম্ভীৰ পৰিস্থিতিয়ে দুয়োখন ৰাষ্ট্ৰৰ মাজত সৌহাৰ্দ্যপূৰ্ণ পৰিবেশ গঢ়ি তোলাত ইমানদিনে বাধাৰ প্ৰাচীৰ হৈ থিয় দিছিল।

উত্তৰ কোৰিয়াৰ জনসংখ্যা প্ৰায় ২ কোটি ৪০ লাখ আৰু দক্ষিণ কোৰিয়াৰ জনসংখ্যা হৈছে প্ৰায় ৪ কোটি ৫০ লাখ। এই মাহৰ প্ৰথম সপ্তাহতে ছয়দেশীয় ৰাষ্ট্ৰৰ প্ৰতিনিধিসকলৰ লগত আলোচনাই পূৰ্ণ সমাপ্তি লাভ কৰাৰ সময়তে দক্ষিণ কোৰিয়াৰ ৰাষ্ট্ৰপতি ৰহ মুহ হাযুন হঠাৎ উত্তৰ কোৰিয়াত উপস্থিত হ'ল। উদ্দেশ্য শত্ৰুতা পৰিহাৰ কৰি শান্তি; ঐক্য, প্ৰগতিৰ বাবে সম্মিলিত প্ৰচেষ্টা চলোৱা। সেয়ে দুয়োখন ৰাষ্ট্ৰই এক হোৱাৰ পথত অগ্ৰসৰ হোৱাৰ উদ্দেশ্যে ৪ অক্টোবৰ তাৰিখে চুক্তি স্বাক্ষৰ কৰিছে উত্তৰ কোৰিযাৰ ৰাজধানী পইংগেনত। চুক্তিৰ দফা অনুসৰি পাৰস্পৰিক সহযোগিতা আৰম্ভ হ'ব এতিযাৰ পৰা। অহা বছৰত হ'বলগীয়া বেইজিং অলিম্পিকলৈ একেলগে একেখন ৰে'লেৰে যাত্ৰা কৰিব দুযোখন দেশৰ খেলুৱৈসকলে। এই দুযোখন দেশৰ মাজত হোৱা চুক্তি অকল যে দুয়োখন ৰাষ্ট্ৰৰ উন্নয়ন, অৰ্থনৈতিক বিকাশ গঢ়ি তুলিব এনে নহয, ইয়ে এই অঞ্চলত বৃহৎ শক্তিসমূহৰ সামৰিক প্ৰতিযোগিতাৰো অন্ত পেলাব। ই এক শুভ লক্ষণ। নতুন ইতিহাসে যেন পুৰণি ইতিহাসলৈ ৰিঙিযাইছে। উত্তৰ কোৰিযা আৰু দক্ষিণ কোৰিয়াৰ ভৱিষ্যৎ হ'ব পৰা পুনৰ মিলনে যেন তাৰেই ইংগিত বহন কৰিছে। পাকিস্তান, বাংলাদেশ, ম্যানমাৰ, থাইলেণ্ডত সামৰিক প্ৰশাসনে মানুহৰ গণতান্ত্ৰিক অধিকাৰ, প্ৰমূল্যবোধ, মানৱাধিকাৰ ভংগ কৰাৰ বিপৰীতে দক্ষিণ আৰু উত্তৰ কোৰিয়াৰ সহযোগিতাৰ চুক্তিখনে এক নতুন দিশ নিশ্চয উন্মোচন কৰিব। বাৰ্লিনৰ প্ৰাচীৰ ভাঙি ইতিহাসৰ পুনৰাবৃত্তি ঘটাই দুয়োখন জাৰ্মানী এক হৈছিল। উত্তৰ ভিয়েটনাম আৰু দক্ষিণ ভিযেটনামো এক হৈছিল। এতিয়া দক্ষিণ আৰু উত্তৰ কোৰিয়াৰ পাল। এদিন নহয় এদিন নিৰ্দিষ্ট পথেৰে ইতিহাসে গতি কৰিব। তাক কোনেও ৰোধ কৰিব নোৱাৰে। কোৰিয়াৰ জনসাধাৰণৰ মাজত থকা একতাৰ অনুভূতিৰ সপোন এদিন নিশ্চয় বাস্তৱায়িত হ'ব। ইযাৰেই ভেটি গঢ লৈছে ২০০৭ চনৰ অক্টোবৰ মাহত। এই ভেটি উন্নতি; শান্তি আৰু ঐক্যৰ ভেটি হওক।■■

---

*অসমীয়া খবৰ, ৯ অক্টোবৰ, ২০০৭*

# আমেৰিকাৰ ভাবী ৰাষ্ট্ৰপতিৰ গ্ৰন্থপ্ৰীতি

আমেৰিকাৰ ২২১ বছৰীয়া স্বাধীনতাৰ ইতিহাসত বহুকেইজন প্ৰখ্যাত ৰাষ্ট্ৰপতিয়ে দেশখনৰ গণতন্ত্ৰ শক্তিশালী ৰূপত গঢ়ি থৈ গৈছে। অকল সেয়ে নহয়, আমেৰিকাৰ ৰাষ্ট্ৰপতি নিৰ্বাচনৰ ওপৰত নিৰ্ভৰ কৰে গোটেই বিশ্বৰ ৰাজনীতি। আমেৰিকাৰ মুখ্যত দুই ৰাজনৈতিক দল ৰিপাব্লিকান আৰু ডেম'ক্ৰেটিক দলৰ পৰৰাষ্ট্ৰ নীতিৰ ওপৰতেই বহুখিনি নিৰ্ভৰশীল বিশ্বৰ ৰাজনৈতিক পৰিস্থিতি। আমেৰিকানসকল মূলতঃ আত্মকেন্দ্ৰিক। তেওঁলোকে বিচাৰে তেওঁলোকৰ নীতি আৰু স্বাৰ্থৰ হকে বিশ্বৰ অন্যান্য ৰাষ্ট্ৰসমূহ পৰিচালিত হওক। পদলেহন কৰি থাকক বিশ্বৰ প্ৰথমশাৰীৰ পুঁজিবাদী ৰাষ্ট্ৰখনক। ক্ৰমাগতভাৱে ছোভিয়েট ৰাছিয়া দুৰ্বল হোৱাৰ পাছত বিশ্বৰ প্ৰায়বোৰ ৰাষ্ট্ৰই এতিয়া আমেৰিকাৰ শক্তিৰ ওচৰত সেও মানিবলৈ বাধ্য হৈছে। সেয়ে আমেৰিকা এতিয়া বিশ্বত এক অপ্ৰতিদ্বন্দ্বী শক্তিলৈ ৰূপান্তৰিত হৈছে।

দুটা কাৰ্যকাল সম্পূৰ্ণ কৰাৰ দিশে আগবাঢ়িছে বৰ্তমানৰ ৰাষ্ট্ৰপতি জৰ্জ ডব্লিউ বুশ্ব। তেওঁৰ কাৰ্যকালৰ অন্ত পৰিব আগন্তুক বৰ্ষত। তেওঁৰ পূৰ্ববৰ্তী ৰাষ্ট্ৰপতি বিল ক্লিণ্টনে সুদূৰপ্ৰসাৰী পৰৰাষ্ট্ৰ নীতি গ্ৰহণ কৰি ভূয়সী প্ৰশংসা লাভ কৰিছিল দেশৰ জনসাধাৰণৰ পৰা। দেশখনক অৰ্থনৈতিক দিশত সুস্থিৰ কৰি তোলাৰ ক্ষেত্ৰতো এক বলিষ্ঠ পদক্ষেপ লৈছিল। সেয়ে মণিকা লিউনেস্কিৰ লগত হোৱা বিতৰ্কিত ব্যক্তিগত সম্পৰ্কৰ বাতৰিয়েও তেওঁৰ জনপ্ৰিয়তা হ্ৰাস কৰিব পৰা নাছিল। জৰ্জ ডব্লিউ বুশ্ব ৰাষ্ট্ৰপতি হিচাপে নিৰ্বাচিত হোৱা দুয়োটা নিৰ্বাচনেই আছিল বিতৰ্কিত। ৰাষ্ট্ৰপতি হিচাপে বুশ্বৰ কাৰ্যকালত আমেৰিকাৰ বৈদেশিক নীতিয়ে বাৰে বাৰে ব্যৰ্থতা স্বীকাৰ কৰিবলৈ বাধ্য হৈছে বিশ্বৰ জনমানসত। মানৱ অধিকাৰৰ প্ৰবক্তা বুলি জহাই ফুৰা আমেৰিকাই মধ্য এছিয়া, দক্ষিণ আমেৰিকা আদি দেশৰ উপৰি নিজৰ দেশতো মানৱ অধিকাৰ ভংগৰ অজস্ৰ অভিলেখ সৃষ্টি কৰিছে। আজি আমেৰিকাত জৰ্জ ডব্লিউ বুশ্বৰ জনপ্ৰিয়তাৰ গ্ৰাফ সবাতোকৈ কম। তেওঁৰ দূৰদৃষ্টিহীনতা আৰু খেয়ালি বৈদেশিক নীতিয়ে ইমানদিনে প্ৰতিনিধিত্ব কৰা ৰিপাব্লিকান দলকো অহা নিৰ্বাচনত শ'লঠেকত

পেলাব বুলি মন্তব্য কৰিছে ৰাজনৈতিক বিশ্লেষকসকলে। আমেৰিকাৰ সাম্প্ৰতিক ৰাজনৈতিক প্ৰবাহ তথা সংবাদ মাধ্যমৰ বতৰাযো ক্ৰমাগতভাৱে পৰিস্ফুট কৰিছে এই দৃশ্যপট। অহা বছৰৰ মাৰ্চ-এপ্ৰিলত দুয়োটা দলৰে প্ৰাৰ্থী ৰাষ্ট্ৰপতি নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰিব। সেয়ে এতিয়াৰে পৰা আমেৰিকাৰ ৰাজনৈতিক বতাহ ক্ৰমে উষ্ণ হ'বলৈ ধৰিছে। হিচাপ-নিকাচ আৰম্ভ হৈছে কোন দলৰ কোনজন প্ৰাৰ্থী ৰাষ্ট্ৰপতি নিৰ্বাচনত মূল প্ৰাৰ্থী হ'বগৈ পাৰে। বাতৰিকাকত আৰু টেলিভিছনবোৰে নিজাকৈ নিৰ্বাচনী সমীক্ষা আৰম্ভ কৰিছে। ডেম'ক্ৰেট দলৰ তৰফৰ পৰা হিলাৰী ৰোডহাম ক্লিণ্টন (প্ৰাক্তন ৰাষ্ট্ৰপতি বিল ক্লিণ্টনৰ পত্নী), বৰাকওবামা আৰু জন এড'ৱাৰ্ডছৰ নাম সঘনাই উচ্চাৰিত হৈছে দলীয় নিৰ্বাচনী আখৰাত। প্ৰথম অৱস্থাত বৰাকওবামাই এই ধুমুহা ডেম'ক্ৰেটিক দলৰ মাজত সৃষ্টি কৰিবলৈ সক্ষম হৈছিল যদিও দলীয় নিৰ্বাচন ওচৰ চাপি অহাৰ লগে লগে তেওঁৰ চমক স্তিমিত হৈছে। জন এডৱাৰ্ডৰ নিৰ্বাচনী প্ৰচাৰেও বিশেষ গতি ল'ব পৰা নাই। ঠিক তেনেকৈ ৰিপাব্লিকান দলৰ পক্ষৰ পৰা বৰ্তমানলৈ জন মেক্‌কেইন, ৰুডি জুলিয়ানি আৰু মিট ৰোমনিৰ নাম সঘনাই উচ্চাৰিত হৈছে। দলীয় সমীক্ষা অনুসৰি বহুকেইজন প্ৰাৰ্থীৰ জনপ্ৰিয়তাক চেৰাই গৈ প্ৰথম স্থান লাভ কৰিবলৈ সমৰ্থ হৈছে ৰুডি জুলিয়ানিয়ে, অথচ এওঁ আজি পৰ্যন্ত ছিনেট বা কংগ্ৰেছৰ প্ৰতিনিধিৰূপে নিৰ্বাচিত হোৱা নাই। কেৱল তেওঁ নিউয়ৰ্ক চহৰৰ মেয়ৰ হিচাপে নিৰ্বাচিত হৈছে দুবাৰকৈ। তিনিগৰাকীকৈ মহিলাক পত্নী হিচাপে গ্ৰহণ কৰা ৰুডি জুলিয়ানিৰ এই আশ্চৰ্যকৰ জনপ্ৰিয়তাৰ আঁৰত আছে এক অন্য অধ্যায়। ২০০১ চনৰ ১১ ছেপ্টেম্বৰৰ দিনা আমেৰিকাৰ ৱৰ্ল্ড ট্ৰেড চেণ্টাৰত নীচ আক্ৰমণ চলাইছিল ওচমা বিন লাডেনৰ আল-কাইদাই। সেই সময়ত জুলিয়ানি আছিল নিউয়ৰ্কৰ মেয়ৰ। সন্ত্ৰাসে আৱৰি ধৰা মহানগৰীখনত অকস্মাতে উদ্ভৱ হোৱা সমস্যাবোৰ তেওঁ পৰিকল্পিত আৰু সুস্থিৰভাৱে সমাধান কৰিবলৈ সমৰ্থ হৈছিল। সময়ো লৈছিল তেনেই কম। ফলস্বৰূপে তেওঁ সমগ্ৰ নিউয়ৰ্কবাসীৰ আস্থা লাভ কৰিবলৈ সক্ষম হয়। ২০০১ চনত টাইম মেগাজিনে তেওঁক 'বছৰৰ শ্ৰেষ্ঠ ব্যক্তি' হিচাপে ঘোষণা কৰে। জীৱিকাত অধিবক্তা ৰুডি জুলিয়ানি প্ৰধানকৈ ৰাষ্ট্ৰপতি নিৰ্বাচনত ৰিপাব্লিকান দলৰ প্ৰাৰ্থিত্বৰ দৌৰত আগবাঢ়ি থকাৰ এইটোৱে হৈছে প্ৰথম কাৰণ।

আমেৰিকাৰ ৰাষ্ট্ৰপতি নিৰ্বাচনৰ এইবাৰৰ প্ৰাৰ্থীসকলৰ কেইবাজনৰো জীৱনশৈলী আমোদজনক। তেওঁলোক অকল ৰাজনীতিকেই এনে নহয়, বৰ্ণাঢ্য ৰাজনৈতিক আৰু সামাজিক জীৱনৰ অভিজ্ঞতাক লৈ গ্ৰন্থও ৰচনা কৰিছে। অৰ্থাৎ

লেখক হিচাপেও খ্যাতি অৰ্জন কৰিবলৈ সক্ষম হৈছে। ডেম'ক্ৰেট দলৰ প্ৰাৰ্থী বৰাকওবামা হাৰ্ভাৰ্ড বিশ্ববিদ্যালয়ৰ আইনৰ ডিগ্ৰীধাৰী। তেওঁ দুখনকৈ বহুল প্ৰচাৰিত গ্ৰন্থৰ প্ৰণেতা। নাম হৈছে 'Dreams From My Father' আৰু 'The Audacity of Hope'। বৰাকওবামা দুবাৰকৈ ইলিনয়ছ (Illinois) ৰাজ্যৰ পৰা ছিনেটলৈ নিৰ্বাচিত হৈছিল আৰু বৰ্তমানো তেওঁ আমেৰিকাৰ ছিনেটৰ সদস্য। হিলাৰী ক্লিণ্টনো আইনৰ ডিগ্ৰীধাৰী। দুবাৰকৈ আমেৰিকাৰ 'প্ৰথম মহিলা' হিচাপে হোৱাইট হাউছত কটোৱাৰ অভিজ্ঞতা আছে। ৰাষ্ট্ৰীয় আৰু আন্তঃৰাষ্ট্ৰীয় নীতিৰ ওপৰত তেওঁ যথেষ্ট জ্ঞান-গৰিমাৰে পুষ্ট। তেওঁ কেবাখনো গ্ৰন্থৰ প্ৰণেতা। ইয়াৰ ভিতৰত 'Living History', 'An Invitation to the White House', 'Dear Socks, Dear Buddy, It Takes a Village' অন্যতম। ৰক্ষণশীল দলৰ প্ৰাৰ্থী ৰুডি জুলিযানিয়ে ঐতিহাসিক ১১ ছেপ্টেম্বৰ ঘটনাৰ বৃত্তান্তৰে লিখিছিল 'Leadership' নামৰ গ্ৰন্থখন। ওপৰত উল্লেখ কৰা হৈছে জুলিয়ানিক আইনৰ স্নাতক বুলি। এইক্ষেত্ৰত তেওঁ লাভ কৰা সাফল্যৰ কথা আমেৰিকাৰ সৰ্বত্ৰ চৰ্চিত।

হিলাৰী ক্লিণ্টনৰ 'Liveing History' গ্ৰন্থখনৰ কেবা লক্ষ কপি বিক্ৰী হৈছে। কাৰণ গ্ৰন্থখনত হোৱাইট হাউছৰ 'প্ৰথম লেডী' হিচাপে কটোৱা কাৰ্যকালৰ বহুকেইটা উল্লেখযোগ্য ঘটনা সম্পৰ্কে তেওঁ সৰস আৰু তথ্যভিত্তিক বৰ্ণনা দিছে। কিতাপখন বিক্ৰী হোৱাৰ কেবাটাও কাৰণ আছিল। সেই সময়ত মণিকা লিউনেস্কিৰ সৈতে বিল ক্লিণ্টনৰ অবৈধ সম্পৰ্ক সন্দৰ্ভত হিলাৰীয়ে প্ৰতিক্ৰিয়া ব্যক্ত কৰিছিল এই গ্ৰন্থত। সৰ্বসাধাৰণে ভাবিছে হিলাৰী ক্লিণ্টনে বিল ক্লিণ্টন আৰু মনিকা লিউনেস্কিৰ অবৈধ সম্পৰ্কৰ সঁচা চিত্ৰ এখন দাঙি ধৰিব। কিন্তু লিউনেস্কি সম্পৰ্কে তেওঁ মাত্ৰ ৪৪০-৪৪৬, ৪৪৯, ৪৫৩, ৪৬৫-৪৬৯, ৪৭১, ৪৭৪, ৪৯৩ আৰু ৫১৯ পৃষ্ঠাতহে উল্লেখ কৰিছে যথাসম্ভৱ সাৱধনতাৰে। স্বামীয়ে পৰনাৰীৰ লগত সম্পৰ্ক কৰাৰ পাছত তেওঁ ভাৱাক্ৰান্ত হৈ পৰিব লাগিছিল। কিন্তু তেওঁ যেন স্থিতপ্ৰজ্ঞা। সাধাৰণতে মনিকা লিউনেস্কিৰ প্ৰতি যি ঘৃণা পোষণ কৰিব লাগিছিল, হিলাৰী ক্লিণ্টনে তেনে ঘৃণাৰ বহিঃপ্ৰকাশো কৰা নাই। ঘুণাক্ষৰেও ব্যক্ত কৰা নাই মনৰ উষ্মা, বৰং এই পৰিস্থিতিৰ বাবে আওপকীয়াকৈ বিল ক্লিণ্টনৰ প্ৰতিহে কিছু খেদ ব্যক্ত কৰিছে।

Starr কমিটীয়ে বিল ক্লিণ্টনৰ বিৰুদ্ধে ছিনেট আৰু কংগ্ৰেছে শাস্তিমূলক ব্যৱস্থা গ্ৰহণ কৰিব লাগে বুলি অনুমোদন দিছিল। এই ঘটনাপ্ৰবাহে ক্লিণ্টন আৰু হিলাৰীৰ মাজত সৃষ্টি কৰা মানসিক অন্তৰ্দ্বন্দ্বৰ ছবিও গ্ৰন্থখনত সুস্পষ্টভাৱে

দাঙি ধৰিছে তেওঁ। এটা সময়ত বিল ক্লিণ্টনৰ সৈতে বিবাহ বিচ্ছেদৰ কথাও চিন্তা কৰিছিল হিলাৰীয়ে। কিন্তু পৰৱৰ্তী সময়ত বিতৰ্কিত স্বামীৰ সকলো দোষ ক্ষমা কৰি এক মহীয়সী নাৰী হিচাপে আমেৰিকাৰ জনমানসত বন্দিত হয়। গভীৰ ক্ষোভ আৰু বেদনাৰ মাজতো যেন এগৰাকী 'ভাৰতীয় নাৰীৰ পবিত্ৰ ৰূপ'হে হিলাৰী ক্লিণ্টনৰ মাজত আমি দেখা পাওঁ। আমেৰিকাৰ সমাজত সেয়েহে ক্ৰমশঃ বৃদ্ধি পাইছে তেওঁৰ জনপ্ৰিয়তা। 'White Water' তদন্ত নামে জনাজাত এই তদন্তই অৱশেষত বিল ক্লিণ্টনক সকলো শাস্তিৰ পৰা ৰেহাই দিয়ে তথা ছিনেট আৰু কংগ্ৰেছেও তেওঁৰ বিৰুদ্ধে অনা অভিযোগ নাকচ কৰে।

গ্ৰন্থখনত তেওঁ গান্ধী আৰু ভাৰত সম্পৰ্কে উচ্চ প্ৰশংসা কৰিছে। তেওঁ নিজে লিখিছে— 'মোৰ ভাৰত ভ্ৰমণৰ আটাইতকৈ স্মৰণীয় ঘটনাটো তাজমহল দৰ্শন নহয়, গান্ধীজীৰ গুজৰাটত থকা আশ্ৰমখন দেখাটোহে। এই সাধাৰণ আশ্ৰমখনৰ পৰাই গান্ধীজীয়ে স্বাধীনতা সংগ্ৰাম আৰম্ভ কৰি ভাৰতক ব্ৰিটিছৰ কবলৰ পৰা উদ্ধাৰ কৰিছিল। তেওঁৰ সহজ আৰু সৰল জীৱন যাপনে মোৰ মনত গভীৰ ৰেখাপাত কৰিছে। সেইবাবেই মাৰ্টিন লুথাৰ কিঙেও মহাত্মা গান্ধীৰ বিশ্বাস আৰু আদৰ্শক আগত ৰাখি আমেৰিকাত বৰ্ণবৈষম্যৰ বিৰুদ্ধে সংগ্ৰাম কৰিছিল।' হিলাৰী ক্লিণ্টনৰ এই গ্ৰন্থখনত আমেৰিকাৰ সমাজ ব্যৱস্থা, শিক্ষা, স্বাস্থ্য, অৰ্থনীতিৰ বিষয়েও বিশ্লেষণাত্মক বিৱৰণ পোৱা যায়। এই বিশ্লেষণত স্বকীয় চিন্তাৰ চানেকী দিছে হিলাৰীয়ে।

ৰুডি জুলিয়ানিৰ 'Leadership' নামৰ গ্ৰন্থখনো বহু সমাদৃত। তেওঁ নিউয়ৰ্কৰ মেয়ৰ হৈ থকা অৱস্থাত চহৰখনত অপৰাধ, হত্যা আদি ক্ৰমশঃ কমি আহিছিল। আমূল পৰিৱৰ্তন হৈছিল নিউয়ৰ্কৰ প্ৰশাসনিক আৰু অৰ্থনৈতিক ব্যৱস্থাৰ। তেওঁৰ দৃঢ় পদক্ষেপৰ ফলত সুস্থিৰতা আহিছিল সমাজৰ অন্যান্য ক্ষেত্ৰসমূহতো। গ্ৰন্থখনৰ প্ৰস্তাৱনাতে উল্লেখ কৰিছে এইবোৰ কথা। তদুপৰি গোটেই গ্ৰন্থখনত তেওঁ উল্লেখ কৰিছে যে ব্যক্তিগত প্ৰচেষ্টা আৰু সাহসিক সিদ্ধান্তৰ বাবেই নিউয়ৰ্ক চহৰ যেন সাপমুক্ত হ'ল। নিউয়ৰ্ক চহৰৰ জনসাধাৰণৰ মাজত তেওঁ নিজা উদ্যোগেৰে শান্তি আৰু সুস্থিৰতা ঘূৰাই আনিছিল। তাক তেওঁ সুন্দৰ আৰু সৰসভাৱে বৰ্ণনা কৰিছে 'Leadership'-ত। এইখন তেওঁৰ আত্মজীৱনীমূলক ৰচনা বুলিব পাৰি। ইয়াত অৱশ্যে আমেৰিকাৰ ৰাজনৈতিক পৰিস্থিতি, পৰৰাষ্ট্ৰ নীতি, অৰ্থনৈতিক ব্যৱস্থাৰ বিষয়ে আলোকপাত কৰা নাই। ৯/১১-ৰ ঘটনাৰ পাছত ধ্বংসস্তূপত পৰিণত হৈছিল চহৰখন। ফলস্বৰূপে আৰ্থিকভাৱে ক্ষতিগ্ৰস্ত হৈছিল সমগ্ৰ বিশ্বৰ অৰ্থনীতি। তেওঁৰ নেতৃত্বতেই নিউয়ৰ্ক

চহৰ সজীৱ আৰু সুন্দৰ হৈ পৰিছিল। এই সকলো কথা বৰ্ণনা কৰিছে তেওঁ সৰস ভাষাত। গ্ৰন্থখনত উল্লেখ কৰিছে 'Leadership does not simply happen It can be taught, learned, developed'

ৰুডি জুলিয়ানিয়ে উল্লিখিত জীৱন দৰ্শনেৰে আমেৰিকাৰ নেতৃত্ব ল'বলৈ সক্ষম হ'ব নে নহয় এতিয়ালৈ কোৱা টান। কাৰণ আমেৰিকাৰ ভোটাৰে তেওঁলোকৰ ৰাষ্ট্ৰপতিজনক নিৰ্বাচন কৰাৰ ক্ষেত্ৰত কি বিষয়ত অধিক প্ৰাধান্য দিয়ে তাক আগতীয়াকৈ ক'ব নোৱাৰি। ৰাষ্ট্ৰপতি নিৰ্বাচনত প্ৰাৰ্থী হিচাপে প্ৰচাৰৰ ক্ষেত্ৰত হিলাৰী ক্লিণ্টন সবাতোকৈ আগত আছে। কিন্তু আমেৰিকাৰ জনসাধাৰণে জানো এগৰাকী মহিলাক ৰাষ্ট্ৰপতি হিচাপে বিচাৰে, আৰু যদি বিচাৰে তেতিয়াহ'লে আমেৰিকাৰ ৰাজনৈতিক ইতিহাসত হিলাৰী ক্লিণ্টনেই হ'ব প্ৰথম মহিলা ৰাষ্ট্ৰপতি, এক ব্যতিক্ৰমী ৰাষ্ট্ৰপতি।■■

---

*অসমীয়া খবৰ, ১৬ অক্টোবৰ, ২০০৭*

# থাইলেণ্ডৰ ৰাজনৈতিক পৰিস্থিতি

থাইলেণ্ডৰ জনসাধাৰণৰ প্ৰাণৰ নৈ মেকং। মেকং অবিহনে যেন থাইলেণ্ডৰ কথা ভাবিবই নোৱাৰি। নৈৰ পৰা বাগৰি অহা সৰু-বৰ ঢৌবোৰ যেন কবিতাৰ ছন্দহে। তাতে আকৌ পৰ্যটকসকলক আনন্দ দিবলৈ সৰু সৰু নাও আৰু জাহাজবোৰ ইফালে-সিফালে ঘূৰি ফুৰে যেন কোনোবা লাস্যময়ী নৰ্তকীৰ অপূৰ্ব নৃত্যহে চলিছে এই মোহময়ী নৈৰ বুকুত। হেম বৰুৱাই তেওঁৰ 'মেকং নৈ দেখিলো' গ্ৰন্থত বাৰে বাৰে তুলনা কৰিছে আমাৰ গুৱাহাটী আৰু বেংককক। দুয়োখন চহৰৰ অপূৰ্ব প্ৰাকৃতিক ৰূপশোভাক যেন বাই-ভনীৰ লগতহে তুলনা কৰিছিল তেওঁ। সেই মেকং নৈ, প্ৰাণচঞ্চল বেংকক মহানগৰী আৰু থাইলেণ্ডত যেন কিহবাৰ অভাৱ পৰিলক্ষিত হৈছে আজি প্ৰায় এবছৰো অধিক কাল। কিহৰ অভাৱ? পশ্চিমীয়া আমেৰিকা যুক্তৰাষ্ট্ৰৰ আশীৰ্বাদধন্য কৃষিপ্ৰধান ৰাষ্ট্ৰখনে এতিয়া দক্ষিণ-পূব এছিয়াৰ এখন আগশাৰীৰ ৰাষ্ট্ৰ হিচাপে অৰ্থনৈতিক দিশত এক গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰি আহিছে। দক্ষিণ কোৰিয়া, জাপান, মালয়েছিয়া আদিৰ লগত সমানে থাইলেণ্ড আগবাঢ়ি গৈছে অৰ্থনৈতিক ক্ষেত্ৰত।

অলপতে কেন্দ্ৰীয় চৰকাৰৰ উদ্যোগত 'লুক ইষ্ট' নীতিৰ অন্তৰ্গত আমাৰ উত্তৰ-পূবৰ ৰাজ্যসমূহৰ মুখ্য মন্ত্ৰী আৰু কেন্দ্ৰীয় চৰকাৰৰ এটা বৃহৎ দল উত্তৰ-পূৰ্বাঞ্চলৰ ৰাজ্যসমূহত বিনিয়োগৰ বেংককৰ সতে মত বিনিময় কৰিছে। ইয়াৰ আগতেও ছেগা-চোৰোগাকৈ থাইলেণ্ডৰ প্ৰতিনিধি অসমলৈ নহা নহয়, আহিছে। কিন্তু উত্তৰ-পূবত বিনিয়োগৰ যি আশা লৈ প্ৰতিনিধি দল গৈছে, সেই আশা ধূসৰ হৈ যাব যেন মনত ভাব হৈছে। কাৰণ 'লুক ইষ্ট' নীতিৰ বাবে কোনো আঁচনি কেন্দ্ৰীয় চৰকাৰে প্ৰস্তুত কৰা নাই। গতিকে 'লুক ইষ্ট' পলিচী বাতৰিকাকতৰ আলোচনাতে সীমাবদ্ধ হৈ থাকিব পাৰে। তদুপৰি থাইলেণ্ডৰ কিমান বিনিয়োগকাৰী উত্তৰ-পূবলৈ আহি বিনিয়োগ কৰিব তাৰ সঁচা চিত্ৰখন পাবলৈ আমি কেবা বছৰো লাগিব। এতিয়া আমি ওঁঠ চেলেকি থাকিলেই হ'ল। থাইলেণ্ডৰ বিনিয়োগকাৰীৰ উত্তৰ-পূবত বিনিয়োগ কৰাৰ জোখাৰে তেওঁলোকৰ কিমান অৰ্থনৈতিক সামৰ্থ্য আৰু শক্তি আছে, তাক বোধ কৰো আমি এতিয়ালৈকে জুখি চোৱা নাই। এতিয়াও থাইলেণ্ড আমেৰিকাৰ

হাতৰ পুতলা। আমেৰিকাকে আদি কৰি পশ্চিমীয়া দেশসমূহৰ বিনিয়োগে দেশখনক অৰ্থনৈতিকভাৱে সৱল স্থিতিত ৰখাটো সঁচা। কিন্তু বিকাশৰ অসামঞ্জস্যই ক্ষুব্ধ কৰি ৰাখিছে সমাজৰ বৃহৎ অংশক। কাৰণ উন্নতি হৈছে কেৱল চহৰ অঞ্চলৰ। লাভ হৈছে থাইলেণ্ডৰ কেইটামান মুষ্টিমেয় পৰিয়ালৰ আৰু বিদেশী বিনিয়োগকাৰীসকলৰ। এতিয়াও থাইলেণ্ডত গাঁও অঞ্চলৰ অৱস্থা আমাৰ গাঁও অঞ্চলৰ অৱস্থাতকৈ বেছি উন্নত নহয়। গাঁও অঞ্চলত বসবাস কৰা সাধাৰণ মানুহৰ ভাত-কাপোৰৰ সমস্যা আঁতৰা নাই। সপোনৰ নগৰী বেংককত ভৰি দিয়েই যদি কোনোবাই সমগ্ৰ থাইলেণ্ডক বেংকক বুলি ভাবিছে তেতিয়াহ'লে ভুল কৰা হ'ব।

থাইলেণ্ডৰ ৰাজনৈতিক পৰিস্থিতি পূৰ্বেও সুস্থিৰ নাছিল আৰু এতিয়াও সুস্থিৰ নহয়। ৰাজনৈতিক উত্থান-পতনৰ সকলো ইচাৰা আমেৰিকাৰ নিৰ্দেশিত হয়। আমেৰিকাৰ স্বাৰ্থ চীনৰ সম্প্ৰসাৰণ, দক্ষিণ-পূব এছিয়াত বাধা দিবলৈ হ'লে থাইলেণ্ড থাকিব লাগিব আমেৰিকাৰ হাতত। সেয়ে থাইলেণ্ডৰ অৰ্থনীতিক আমেৰিকাৰ স্বাৰ্থই বহুখিনি সুদৃঢ় কৰি আছে। কিন্তু তৎসত্ত্বেও ৰাষ্ট্ৰখন যেন ক্ৰমান্বয়ে বিধ্বস্ত ৰাষ্ট্ৰলৈ গতি কৰিছে। দেশখনৰ দক্ষিণৰ দুখনকৈ প্ৰদেশত সময়ে সময়ে এক অস্থিৰ পৰিস্থিতিৰ সৃষ্টি কৰি আহিছে মুছলিম মৌলবাদী সংগঠনসমূহে। মুছলিম সংখ্যালঘু হ'লেও এই দুখন প্ৰদেশত চলি অহা সন্ত্ৰাসবাদী কাৰ্যকলাপ ৰোধ কৰিবলৈ এতিয়াও চৰকাৰী প্ৰশাসন সমৰ্থ হোৱা নাই। ১৯৯৯ চনলৈ দেশখনে এক আৰ্থিক সংকটৰ মাজেৰে গতি কৰিছিল। এতিয়া দেশখনলৈ এক আৰ্থিক স্থিৰতা ঘূৰি আহিছে । বিশেষকৈ থাই ৰাক থাই দলৰ নেতা থাকচিন চীনাওট্ৰাই ক্ষমতা দখল কৰাৰ পাছত থাইলেণ্ডৰ গ্ৰামাঞ্চলৰ অৰ্থনীতিত এক পৰিৱৰ্তন আৰম্ভ হয়। গ্ৰামাঞ্চলৰ জনসাধাৰণৰ মাজত অতি জনপ্ৰিয় এইগৰাকী নেতাই স্বাস্থ্য, শিক্ষা আদি অত্যাৱশ্যকীয় সেৱাখণ্ডত গুৰুত্ব দিয়াৰ ফলত সাধাৰণ দুখীয়া লোকৰ মাজত তেওঁৰ জনপ্ৰিয়তা বৃদ্ধি পাইছিল। আগন্তুক নিৰ্বাচনতো তেওঁৰ দল নিশ্চিতভাৱে জয়লাভ কৰিব বুলি সকলোৱে বিশ্বাস কৰিছিল। কিন্তু হঠাৎ নাটকীয়ভাৱে ৰাজনৈতিক পট পৰিৱৰ্তন ঘটিল। প্ৰধান মন্ত্ৰী থাকচিন চীনাওট্ৰাই ৰাষ্ট্ৰসংঘৰ সাধাৰণ পৰিষদত ভাষণ দিবলৈ গৈ নিউয়ৰ্কত থকা অৱস্থাত ১৯ ছেপ্টেম্বৰ ২০০৬ চনত বেংককে আদি কৰি দেশখনৰ মুখ্য চহৰবোৰত সামৰিক বাহিনীৰ সৈন্য সঞ্চালন হ'ল। কোনো এটা গুলী খৰচ নকৰাকৈ পাকিস্তানৰ ৰাষ্ট্ৰপতি মুছাৰফৰ দৰে সেনাবাহিনীৰ মুৰব্বী জেনেৰেল চন্থি বনিৰেটগ্লিনে ক্ষমতাৰ বাঘজৰী হাতত তুলি ল'লে। ধৰ্মত তেওঁ মুছলিম সম্প্ৰদায়ৰ। তথাপি তেওঁ ৰজা ভূমিবল অদুল্যাদেজক সৈমান কৰিবলৈ সমৰ্থ হৈছে এই অভ্যুত্থানৰ সপক্ষে। ৰজাৰ নেতৃত্বত কাউন্সিল অৱ এডমিনিষ্ট্ৰেটিভ ৰিফৰ্ম কমিটী এখন গঠন কৰা হৈছে।

অভ্যুত্থানৰ পাছতেই সেনাধ্যক্ষগৰাকীয়ে দেশখনত পূৰ্বপ্ৰধান মন্ত্ৰী টাছকিনৰ নেতৃত্বত হোৱা দুৰ্নীতি আৰু অপশাসনৰ বাবে এই কঠোৰ ব্যৱস্থা ল'ব বুলি মত পোষণ কৰিছে। তেওঁ দিয়া টেলিভিছন সাক্ষাৎকাৰত কৈছে যে ক্ষমতা দখল কৰা অভিপ্ৰায় তেওঁৰ নাই। জনসাধাৰণৰ ক্ষমতা পুনৰ ঘূৰাই দিয়াৰ অৰ্থে পৰৱৰ্তী অক্টোবৰ মাহত নিৰ্বাচন অনুষ্ঠিত কৰিব বুলিও তেওঁ ঘোষণা কৰিছিল। তেওঁ সম্পত্তি পৰীক্ষা কমিটী গঠন কৰি পূৰ্বৰ প্ৰধান মন্ত্ৰী, তেওঁৰ মন্ত্ৰীসকল আৰু দুৰ্নীতিগ্ৰস্ত বিষয়াৰ দুৰ্নীতি আৰু ভ্ৰষ্টাচাৰৰ তদন্ত কৰাৰ ব্যৱস্থাও কৰিছে। বিশেষকৈ পূৰ্বৰ প্ৰধান মন্ত্ৰীগৰাকীয়ে তেওঁৰ শাসনকালত কৰা অৰ্থনৈতিক অপৰাধবোৰৰ ক্ষেত্ৰত সামৰিক প্ৰশাসকগৰাকীয়ে বিহিত ব্যৱস্থা লোৱাৰ প্ৰতিশ্ৰুতি দিছিল। এই সন্দৰ্ভত ইতিমধ্যে কাৰ্যব্যৱস্থাও গ্ৰহণ কৰা হৈছে। পূৰ্বৰ প্ৰধান মন্ত্ৰী আৰু তেওঁৰ পৰিয়ালে নিজৰ নামত থকা কেবাটাও উদ্যোগৰ ক্ষেত্ৰত কৰ ফাকিৰ আশ্ৰয় লৈছিল। এনে অনিয়মবোৰৰ ক্ষেত্ৰত চৰকাৰখনে ইতিমধ্যে ব্যৱস্থা গ্ৰহণ কৰিছে। পূৰ্বৰ প্ৰধান মন্ত্ৰীগৰাকী সদ্যহতে দেশখনলৈ ঘূৰি অহাৰ সম্ভাৱনা ক্ষীণ। কাৰণ, কেবাটাও অৰ্থনৈতিক অপৰাধ গোচৰত তেওঁক অভিযুক্ত কৰা হৈছে। সামৰিক চৰকাৰখনে ক্ষমতা লোৱাৰ পাছতে সংসদ, কেবিনেট আৰু সাংবিধানিক আদালতক বৰ্খাস্ত কৰিছে।

থাইলেণ্ডত সামৰিক অভ্যুত্থান নতুন নহয়। প্ৰায় ৫,১৩,১১৫ কিলোমিটাৰ ব্যাসাৰ্ধৰ এই ৰাষ্ট্ৰখনৰ জনসংখ্যা হৈছে ৫ কোটি ৯০ লাখ। ১৯৩২ চনৰ পৰাই সংবিধানৰ মুৰব্বী হিচাপে স্বীকৃতি দি আহিছে ৰজাক। ১৯৩২ চনৰ পৰাই ৰাষ্ট্ৰখনত ১৮বাৰ সামৰিক অভ্যুত্থান হৈছে আৰু ১৫ বছৰৰ পাছত যোৱা ১৯ ছেপ্টেম্বৰ, ২০০৬-ত পুনৰবাৰ বেংককৰ ৰাজধানী কপি উঠিছিল টেংক আৰু সৈন্যবাহিনীৰ বুটজোতাৰ শব্দত। কোনেও কিন্তু প্ৰতিবাদ কৰাৰ সাহস গোটাব নোৱাৰিলে। এতিয়ালৈকে সামৰিক বাহিনীৰ এই অবৈধ কাৰ্যৰ প্ৰতিবাদ হোৱা নাই। ইয়াৰ কাৰণ হৈছে পূৰ্বৰ প্ৰধান মন্ত্ৰীৰ কাৰ্যকালত বহুকেইটা ঔদ্যোগিক গোষ্ঠী প্ৰধান মন্ত্ৰীৰ বিৰুদ্ধে সৰৱ হৈ উঠিছিল তেওঁৰ বৈষম্যমূলক অৰ্থনৈতিক নীতিৰ বিৰুদ্ধে। তদুপৰি প্ৰধান মন্ত্ৰীগৰাকীৰ গ্ৰামাঞ্চলভিত্তিক অৰ্থনৈতিক সংস্কাৰক চহৰীয়া মধ্যবিত্ত আৰু উচ্চ মধ্যবিত্ত লোকে সহজভাৱে গ্ৰহণ কৰা নাছিল। প্ৰধান মন্ত্ৰী আৰু মন্ত্ৰীসভাৰ সদস্যসকলৰ দুৰ্নীতি আৰু ভ্ৰষ্টাচাৰৰ বিৰুদ্ধে এচাম লোক ক্ষুব্ধ হৈ আছিল। ২০০৫ চনত নিৰ্বাচনত বিপুল ভোটাধিক্যত জয়লাভ কৰা পূৰ্বৰ প্ৰধান মন্ত্ৰীগৰাকীৰ জনপ্ৰিয়তা এতিয়াও হ্ৰাস হোৱা নাই। সেয়ে ক্ষমতা দখললৈ অহাৰ পাছত প্ৰধান মন্ত্ৰী হিচাপে নিযুক্তি দিয়া চুৰ্জায়ুদ চুলানন্টে যৎপৰোনাস্তি চেষ্টা চলাইছিল যাতে পূৰ্বৰ প্ৰধান মন্ত্ৰীগৰাকী সম্পৰ্কত বাতৰিকাকত আৰু দূৰদৰ্শনৰ পৰ্দাত প্ৰচাৰ কৰা নহয়। ইতিমধ্যে

সামৰিক প্ৰশাসক গোষ্ঠীৰ লগত মতানৈক্য ঘটি থাইলেণ্ডৰ বিত্তমন্ত্ৰীগৰাকীয়ে পদত্যাগ কৰিছিল। মুক্ত অৰ্থনীতিৰ প্ৰবক্তা বিত্তমন্ত্ৰীগৰাকী প্ৰাক্তন প্ৰধান মন্ত্ৰীৰ অৰ্থনৈতিক নীতিৰ লগত সহৱস্থান কৰিব বিচাৰিছিল। ইয়াতে মনোমালিন্য হৈছিল সামৰিক প্ৰশাসক গোষ্ঠীৰ লগত। তদুপৰি সঘনাই মুছলিম মৌলবাদী সংগঠনৰ সন্ত্ৰাসবাদী কাৰ্যকলাপে জনসাধাৰণৰ মাজত নতুনকৈ চিন্তা আৰু ভয়ৰ উদ্ৰেক ঘটাইছে। ইয়াৰ মাজতো কিন্তু সামৰিক প্ৰশাসকগৰাকীয়ে তেওঁৰ নিকা আৰু দুৰ্নীতিবিৰোধী স্থিতিৰ কাৰণে সকলো শ্ৰেণীৰ মানুহৰ পৰা আস্থা লাভ কৰিবলৈ সক্ষম হৈছে। তদুপৰি ৬০ বছৰীয়া সামৰিক নেতাগৰাকীয়ে স্পষ্টভাৱে প্ৰকাশ কৰিছে যে তেওঁৰ সৈন্যবাহিনীয়ে স্থায়ীভাৱে ক্ষমতা দখল কৰাৰ তেওঁ বিৰোধী।

নিজৰ প্ৰতিশ্ৰুতি ৰক্ষা কৰি সামৰিক প্ৰশাসকগৰাকীয়ে ঘোষণা কৰিছে যে অহা ২৩ ডিচেম্বৰত দেশখনত সংসদৰ নিৰ্বাচন হ'ব আৰু এই নিৰ্বাচনত সংখ্যাগৰিষ্ঠ দলে প্ৰধান মন্ত্ৰীক নিৰ্বাচন কৰিব। কিন্তু এই নিৰ্বাচনত পূৰ্বৰ প্ৰধান মন্ত্ৰীগৰাকীয়ে প্ৰতিদ্বন্দ্বিতা কৰাৰ আশা ক্ষীণ। ইংলেণ্ডত ৰাজনৈতিক আশ্ৰয় লৈ থকা পূৰ্বৰ প্ৰধান মন্ত্ৰীগৰাকী ইংলেণ্ডৰ প্ৰিমিয়াৰ লীগৰ খেল চোৱাত ব্যস্ত। কাৰণ মানচেষ্টাৰ চিটী ক্লাবৰ স্বত্বাধিকাৰ লোৱা পূৰ্বৰ প্ৰধান মন্ত্ৰীগৰাকী দেশখনলৈ উভতি অহাৰ লগে লগে তেওঁৰ ওপৰত অৰ্থনৈতিক অপৰাধৰ বিচাৰ আৰম্ভ হ'ব। এই বিচাৰৰ ভাগ্যই তেওঁক ক'লৈ লৈ যাব এতিয়াই সতকাই কোৱা টান। কিন্তু সামৰিক প্ৰশাসক চন্থিবনি ৰেটগ্লিনে জনসাধাৰণ দিয়া প্ৰতিশ্ৰুতি অহা ডিচেম্বৰত পূৰ্ণ কৰিব। তেওঁ পুনৰ সৈন্যবাহিনীক সামৰিক ঘাটিলৈ লৈ যাব।

অহা এই নিৰ্বাচনৰ পাছতেই থাইলেণ্ডত এক নতুন ৰাজনৈতিক ঘটনা প্ৰবাহ আৰম্ভ হ'ব। এই ঘটনা প্ৰবাহে নিশ্চয় পুনৰ থাইলেণ্ডত গণতন্ত্ৰ প্ৰতিষ্ঠা কৰিব, যিটো আমেৰিকায়ো বিচাৰিছে। ইয়াৰ পাছত হয়তো থাইলেণ্ডৰ জনসাধাৰণ আশা আৰু আকাংক্ষাক অগ্ৰাধিকাৰ দি নতুন চৰকাৰ গঠন হ'ব। থাইলেণ্ডত আকৌ মেকঙৰ পাৰত আনন্দ উৎসৱৰ বন্যা বৈ যাব গণতন্ত্ৰ প্ৰতিষ্ঠা, ব্যক্তি স্বাধীনতা আৰু জনসাধাৰণ আশা- আকাংক্ষা পুনৰ প্ৰতিষ্ঠা হোৱাৰ আনন্দত। এই আনন্দৰ বন্যা স্থায়ী হওক। মেকং নদীৰ পাৰে পুনৰ সংগীতৰ লহৰ তোলক, উন্নতিৰ লহৰ। সেই লহৰে আমাৰ উত্তৰ-পূবৰ ৰাজ্যলৈও উন্নতিৰ আবেশ কঢ়িয়াই আনক।■■

---

*অসমীয়া খবৰ, ২৫ অক্টোবৰ, ২০০৭*

# ইৰান আৰু সম্ভাব্য তৃতীয় বিশ্বযুদ্ধ

পৃথিৱীৰ দুই বৃহৎ সন্মিলিত শক্তি নাটো আৰু ৱাৰ্ছৰ চুক্তিভুক্ত দেশসমূহৰ মাজত দ্বিতীয় মহাযুদ্ধৰ পাছৰ পৰা শীতল যুদ্ধ অব্যাহত আছিল। নব্বৈৰ দশকত ছোভিয়েট ৰাছিয়াৰ লগতে কমিউনিষ্ট দেশসমূহত আৰম্ভ হোৱা ৰাজনৈতিক পৰিবৰ্তনৰ ফলত ৱাৰ্ছ চুক্তিভুক্ত দেশসমূহৰ শক্তি হ্ৰাস হৈ আহিল। এই পৰিৱৰ্তনৰ লগে লগে বিশ্বৰ সৰ্বত্ৰ এটি ধাৰণাৰ সৃষ্টি হ'ল যে অন্ততঃ পাৰমাণৱিক শক্তিৰ পৰীক্ষা-নিৰীক্ষা আৰু ভয়াবহ যুদ্ধ- সংঘাতৰ পৰা পৃথিৱীখন ৰক্ষা পৰিল। পাৰমাণৱিক অস্ত্ৰ-শস্ত্ৰ নিয়ন্ত্ৰণৰ উপৰি নিৰস্ত্ৰীকৰণৰ ওপৰত সম্প্ৰতি বিশ্বই সৰ্বাধিক গুৰুত্ব আৰোপ কৰিছে। এই সমৰসজ্জা তথা পৰীক্ষা-নিৰীক্ষা বন্ধ কৰাৰ কাৰণে বিশ্বৰ প্ৰায় সকলোবোৰ ৰাষ্ট্ৰই সহমত প্ৰকাশ কৰিছে বিগত সময়ত অনুষ্ঠিত সন্মিলনবোৰত। ইয়াৰ মাজতে পাৰমাণৱিক অস্ত্ৰ-শস্ত্ৰ নিৰ্মাণৰ বাবে ইৰাকে প্ৰচেষ্টা চলোৱা বুলি গুজবৰ সৃষ্টি হৈছিল। ইৰাকৰ এই তথাকথিত আগ্ৰাসনক বাধা দিবলৈ গৈ পাৰমাণৱিক অস্ত্ৰ-শস্ত্ৰৰ পৰীক্ষাগাৰ আৰু অস্ত্ৰৰ ভঁৰাল নিঃশেষ কৰাৰ উদ্দেশ্যে আমেৰিকা যুক্তৰাষ্ট্ৰৰ অধীনত মিত্ৰশক্তিয়ে ইৰাকৰ ওপৰত অনৈতিক আক্ৰমণ নমাই আনে। ধ্বংসাত্মক এই আক্ৰমণ আৰু প্ৰতি-আক্ৰমণত ইৰাক আজি বিধ্বস্তপ্ৰায। আমেৰিকাই যি কাৰণত যুদ্ধ কৰিছিল, পাছলৈ তাৰ প্ৰাসংগিকতাও নাইকিয়া হৈ পৰে। অৰ্থাৎ পাৰমাণৱিক অস্ত্ৰৰ ঘাটি ধ্বংস কৰাৰ বাবে জৰ্জ বুশ্ব প্ৰশাসন বদ্ধপৰিকৰ হৈ পৰিছিল যদিও কিন্তু বাস্তৱ ক্ষেত্ৰত প্ৰমাণিত হ'ল যে ইৰাকত তেনে কোনো কাৰখানা বা অস্ত্ৰ মজুত নাছিল। পাৰমাণৱিক অস্ত্ৰ ধ্বংস কৰাৰ উদ্দেশ্য আগত ৰাখি আমেৰিকা আৰু ব্ৰিটেইনে গোটেই বিশ্বক বিপথে পৰিচালনা কৰি ইৰাকৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিছিল যদিও ইয়াত নিহিত আছিল অন্য উদ্দেশ্য। ইৰাকৰ ক্ষয়ংকৰী যুদ্ধৰ এই কথা বুজিবলৈ আৰু বাকী নাই বিশ্ববাসীৰ বাবে। আমেৰিকা আৰু ইয়াৰ মিত্ৰশক্তিৰ মূল উদ্দেশ্য আছিল তৈলজাত সামগ্ৰীৰে সমৃদ্ধ ইৰাকৰ ওপৰত অবাধ লুণ্ঠন। প্ৰতিমুহূৰ্তত বিশ্ববাসীক চিন্তাক্লিষ্ট কৰি ৰখা ইৰাক যুদ্ধই এটা স্তৰত আমেৰিকাৰ ঈপ্সিত লক্ষ্য পূৰণ কৰিলে বুলি আমি সিদ্ধান্তলৈ আহিব পাৰো। স্বাধীন ৰাষ্ট্ৰ এখনৰ ওপৰত নিৰ্মম, নাৰকীয় আক্ৰমণক কোনো মানৱতাবাদীয়ে সমৰ্থন জনাব নোৱাৰে। মানৱ অধিকাৰৰ দোহাই

দি দপদপাই থকা আমেৰিকা আৰু ব্ৰিটেইনে যোৱা চাৰিটা বছৰত ইৰাকৰ অৰ্থনীতি, সমাজ, সংস্কৃতি আৰু ইতিহাসকেই ধ্বংসৰ গৰাহলৈ ঠেলি দিছে। জৰ্জ বুশ্বৰ এই স্বাৰ্থান্ধ আৰু কুটিল চক্ৰান্তত আজি ধ্বংসৰ মাজলৈ গতি কৰিছে ইৰাক।

এতিয়া ইৰাকৰ পাছত আমেৰিকাৰ লক্ষ্য হৈ পৰিছে ইৰান। ইতিমধ্যে ফ্ৰান্স, ব্ৰিটেইন আদি ৰাষ্ট্ৰসমূহে ইৰানৰ বিৰুদ্ধে যুদ্ধ আৰম্ভ কৰিব লাগে বুলি সজোৰে প্ৰচাৰ চলাবলৈ আৰম্ভ কৰিছে। ইৰানত যদি পাৰমাণৱিক অস্ত্ৰ-শস্ত্ৰ বিচৰাৰ নামত পুনৰ যুদ্ধ আৰম্ভ হয়, তেতিয়াহ'লে হয়তো ই বিশ্ব ধ্বংসৰ এক আগজাননী হ'ব। ইয়াতো আমেৰিকা, ব্ৰিটেইন আদি ৰাষ্ট্ৰৰ লক্ষ্য হৈছে ইৰানৰ সুসমৃদ্ধ তৈল সম্পদ লুণ্ঠন কৰা। নৱৈৰ দশকত ছোভিয়েট ৰাছিয়াৰ পৰা আঁতৰি আহি নতুনকৈ গঠন হোৱা আজাৰবাইজানত ইতিমধ্যে আমেৰিকাই ঘাটি পাতিছে। ব্ৰিটেইন, আমেৰিকাৰ তেল কোম্পানী বি পি এ-ই প্ৰায় ১১৭০ কিলোমিটাৰ তেল আৰু গেছৰ পাইপলাইন বহুৱাইছে। এই ৰাষ্ট্ৰখনত উৎপাদিত তেল আৰু নিৰ্গত হোৱা গেছ দৈনিক এক বিলিয়ন বেৰেলৰ অধিক এই পাইপলাইনেৰে সৰবৰাহৰ ব্যৱস্থা গ্ৰহণ কৰিছে। কাস্পিয়ান সাগৰৰ পাৰত থকা ৰাছিয়া, ইৰান, আজাৰবাইজান, কাজাখাস্তান, তুৰ্কমেনিস্তান আদি দেশসমূহ হৈছে তৈলৰ সম্পদত চহকী দেশ। প্ৰচুৰ পৰিমাণে তেলৰ ভাণ্ডাৰেৰে সমৃদ্ধ হৈ আছে কাস্পিয়ান সাগৰ। যদি আমেৰিকাই ইৰানৰ দৰে বিশাল দেশ এখনৰ ক্ষমতা নিজৰ হাতলৈ আনিব পাৰে, তেতিয়াহ'লে দেশখনৰ সমগ্ৰ তেলৰ ভাণ্ডাৰ তেওঁলোকৰ হাতলৈ যাব। চৌদি আৰবৰ পিছতে ইৰান হৈছে দ্বিতীয় তেল উৎপাদনকাৰী দেশ। অলপতে কাস্পিয়ান সাগৰৰ উল্লিখিত পাঁচখন ৰাষ্ট্ৰৰ দ্বিতীয় শীৰ্ষ সন্মিলন তেহৰানত অনুষ্ঠিত হয়। এই সন্মিলনত ৰাছিয়াৰ ৰাষ্ট্ৰপতি ভ্লাডিমিৰ পুটিনেও অংশগ্ৰহণ কৰিছে। ৰাছিয়াৰো স্বাৰ্থ একেটাই— যদি ইৰানত আমেৰিকাই আধিপত্য বিস্তাৰ কৰে, তেতিয়াহ'লে আমেৰিকা অকল তৈলজাত সম্পদৰে অধিকাৰী নহয়, আনকি ভৱিষ্যতে ৰাছিয়াতো অনুৰূপ সংকটৰ সৃষ্টি কৰিব। কাৰণ আমেৰিকাৰ নৌবাহিনীৰ অৰ্ধেকসংখ্যক যুদ্ধ জাহাজ কুটনীতি বিশেষজ্ঞ জৰ্জ ডব্লিউ বুশ্বে সেই অঞ্চলত ইতিমধ্যে মোতায়েন কৰি থৈছে। তদুপৰি আজাৰবাইজানে সম্প্ৰতি সমৰ্থন কৰি আছে আমেৰিকাক। পৰিস্থিতিৰ ভয়াবহতাৰ প্ৰতি সচেষ্ট হৈয়ে ৬০ বছৰৰ মূৰত প্ৰথমবাৰৰ বাবে ইৰানৰ ভূমিত পদাৰ্পণ কৰিছে ৰাছিয়াৰ ৰাষ্ট্ৰপ্ৰধানজনে। তেওঁলৈ উপৰ্যুপৰি হত্যাৰ ভাবুকি আহিছে যদিও সামান্যও পৰোৱা কৰা নাই দেশৰ ভৱিষ্যতৰ স্বাৰ্থৰ প্ৰতি লক্ষ্য ৰাখি। ইয়াৰ পূৰ্বে বৰিছ ইয়ালচিন আৰু নিকলাই গৰ্বাচভকো ইৰান ভ্ৰমণৰ কাৰণে নিমন্ত্ৰণ জনোৱা হৈছিল। এই নিমন্ত্ৰণ তেওঁলোকে প্ৰত্যাখ্যান কৰিছিল বিভিন্ন ৰাজনৈতিক কাৰণত। এইবাৰ পুটিনে প্ৰথম অৱস্থাত এই ভ্ৰমণ কাৰ্যসূচী

গ্ৰহণৰ ক্ষেত্ৰত দ্বিধাগ্ৰস্ত হ'লেও পাছলৈ সন্মতি দিছিল দেশৰ ভৱিষ্যৎ তথা সামৰিক আৰু ব্যৱসায়িক স্বাৰ্থত। আমেৰিকাৰ ভাবুকিক ভ্ৰূক্ষেপ কৰা নাই পুটিনে। ইতিমধ্যে ৰাছিয়াৰ ভগ্নপ্ৰায় অৰ্থনৈতিক ব্যৱস্থাক লাহে লাহে পুনৰুজ্জীৱিত কৰি দেশবাসীৰ শ্ৰদ্ধা আদায় কৰিছে পুটিনে। সম্প্ৰতি তেওঁক লাগে ৰাছিয়াৰ লগত ব্যৱসায় বাণিজ্য কৰা দেশৰ সহযোগিতা। ইৰান আগবাঢ়ি আহিছে ৰাছিয়াৰ লগত ব্যৱসায়িক লেনদেন আৰম্ভ কৰিবলৈ। ৰাছিয়াই ইতিমধ্যে সামৰিক 'ট'ৰ এম আই' যুদ্ধবিমান ৭০০ মিলিয়ন ডলাৰত বিক্ৰী কৰিছে ইৰানৰ ওচৰত। তদুপৰি নতুন নতুন ব্যৱসায়িক লেন-দেনৰ কথা-বতৰাও চলিছে ইৰান আৰু ৰাছিয়াৰ মাজত। সেয়ে পুটিনে ইৰানক আশ্বাস দিবলৈ গৈ আমেৰিকাৰ বাটি অহা শক্তিক সকীয়াই দিছে স্পষ্ট ভাষাত। তেওঁ কৈছে যে আমেৰিকাই নিজকে বিশ্বৰ অভিভাৱক বুলি ভাবিলে ভুল কৰা হ'ব আৰু ইৰানৰ ওপৰত লোৱা যিকোনো সামৰিক কাৰ্যব্যৱস্থাৰ বিৰুদ্ধে ৰাছিয়া থিয় হ'ব দৃঢ়তাৰে। তেওঁ ৰাজহুৱাভাৱে দাবী জনাইছে ইৰাকৰ পৰা আমেৰিকাৰ সৈন্যবাহিনী প্ৰত্যাহাৰ কৰাৰ কাৰণে। বিগত সময়ছোৱাত ছেছেনিযান বিদ্ৰোহীযে ৰাছিযাৰ ঐক্য আৰু সংহতি বিনষ্ট কৰা কথা সৰ্বজনবিদিত। ইযাৰ বিৰুদ্ধে পুটিনে দৃঢ়তাৰে থিয় হৈছে যদিও ইৰানে সেই মুছলমানপ্ৰধান প্ৰদেশখনত ৰাছিয়া চৰকাৰে কৰা নৃশংস দমনৰ কাৰ্যতঃ বিৰোধ কৰা নাই, বৰং সমৰ্থনহে কৰিছে। পুটিনৰ এই সকীয়নিৰ পাছতো কিন্তু ফ্ৰান্সৰ বিদেশ মন্ত্ৰী বাৰ্নাৰ্ড কুজনাৰে আহবান জনাইছে ইৰানৰ বিৰুদ্ধে সমৰসজ্জা প্ৰস্তুত কৰিব লাগে বুলি। আনহাতে ৰাষ্ট্ৰপতি নিক'লাছ চাৰ্কুজি, যাক 'নেপ'লিয়নৰ দ্বিতীয় সংস্কৰণ' বুলি কোৱা হয়, তেৰোঁ কেবাবাৰো ইৰানৰ বিৰুদ্ধে যুদ্ধৰ হুংকাৰ দিছে। ইযাৰ মাজতো কিন্তু আন্তৰ্জাতিক আণৱিক শক্তি সংস্থাৰ অধ্যক্ষ মহম্মদ অল বাৰাদেই বিশ্বৰ বৃহৎ শক্তিসমূহৰ ভাবুকিত সেও মানি ইৰানৰ বিৰুদ্ধে হঠকাৰী সিদ্ধান্ত লোৱাৰ পৰিবৰ্তে দেশখনে প্ৰকৃতাৰ্থত পাৰমাণৱিক পৰীক্ষা-নিৰীক্ষা আৰম্ভ কৰিছে নেকি, এই সন্দৰ্ভত দুই-তিনি মাহৰ ভিতৰতে পৰীক্ষা কৰি চোৱাটো বিচাৰিছে। যদি ইৰানে এইক্ষেত্ৰত সহযোগিতা নকৰে, তেতিয়া হয়তো নিৰাপত্তা পৰিষদ আৰু ৰাষ্ট্ৰসংঘই প্ৰযোজনীয় ব্যৱস্থা লোৱাত বাধা নাই। অলপতে ইৰানৰ ৰাষ্ট্ৰপতি আহমাদিনেজাদে কলম্বিযা ইউনিভাৰ্ছিটীৰ ছাত্ৰসকলৰ আগত স্পষ্টকৈ উল্লেখ কৰিছিল যে আন্তৰ্জাতিক আণৱিক শক্তি সংস্থাই বাৰে বাৰে পৰীক্ষা কৰাৰ পাছতো তেওঁৰ দেশখনে পাৰমাণৱিক পৰীক্ষা-নিৰীক্ষা কৰাৰ কোনো প্ৰামাণিক সাক্ষ্য দিব পৰা নাই। ৰাষ্ট্ৰপতিগৰাকীৰ এই ভাষ্য কিমানদূৰ সত্য তাত সন্দেহৰ অৱকাশ আছে। আজি প্ৰায় ২০ বছৰ ধৰি ইৰানে গোপনে পাৰমাণৱিক অস্ত্ৰৰ পৰীক্ষা-নিৰীক্ষা চলাই আহিছে বুলি অভিযোগ উঠিছে। এইক্ষেত্ৰত প্ৰথম অৱস্থাত পাকিস্তান আৰু এতিয়া উত্তৰ কোৰিয়াই পাৰমাণৱিক

শক্তিসমৃদ্ধ ইউৰেনিয়াম আৰু প্ৰযুক্তিবিদ্যা ইৰানক যোগান ধৰা বুলি অভিযোগ উত্থাপিত হৈছে। ইৰানৰ আৰাক ইছফাহান আৰু নাটানজত এই পাৰমাণৱিক শক্তি কেন্দ্ৰসমূহ থকা বুলি বিভিন্ন চোৰাংচোৱা সূত্ৰৰ দাবী। অকল সেয়াই নহয়, ইৰানৰ পৰম বন্ধু ৰাষ্ট্ৰ ছিৰিয়াটো তেওঁলোক পাৰমাণৱিক অস্ত্ৰ-শস্ত্ৰ নিৰ্মাণৰ কেন্দ্ৰ স্থাপনৰ প্ৰাৰম্ভিক প্ৰস্তুতি চলাইছিল। অলপতে ইজৰাইলে ছিৰিয়াৰ এই অঞ্চলসমূহত বোমা নিক্ষেপ কৰি শক্তিকেন্দ্ৰৰ আধাৰ ধ্বংস কৰে। আমেৰিকাই ইৰানক আক্ৰমণ কৰাৰ কাৰণে ইতিমধ্যে ব্লুপ্ৰিণ্ট তৈয়াৰ কৰিছে। এই ব্লুপ্ৰিণ্টক লক্ষ্য কৰিয়ে আমেৰিকাৰ চীফ অৱ ষ্টাফ অফিচে ইৰানৰ ইছলামিক 'ৰিভলুশ্যৰী গাৰ্ড কৰ্পছ'ক সন্ত্ৰাসবাদী সংগঠন বুলি ঘোষণা কৰিছে। ইয়াৰ আলম লৈ বিশ্ববাসীৰ জনমতেৰে ইৰান আক্ৰমণ কৰাই জৰ্জ বুশ্ব প্ৰশাসনৰ উদ্দেশ্য। দেশখনৰ পনীয়া সোণৰ প্ৰতি থকা লোভৰ কথা পূৰ্বে উল্লেখ কৰা হৈছেই। ভ্লাডিমিৰ পুটিনে আমেৰিকাৰ এই বৰ্ধিত লোভ প্ৰতিহত কৰিবলৈ কিমানখিনি শক্তি সঞ্চয় কৰিব পাৰে, তাৰ ওপৰতে মূলতঃ এই যুদ্ধৰ ভৱিষ্যৎ নিৰ্ভৰ কৰিব। কিন্তু বৰ্তমান অৱস্থাত ক্ৰেমলিন আমেৰিকাক বাধা দিব পৰা অৱস্থাত নাই আৰ্থিক আৰু সামাজিক কাৰণত। পুটিনে যিমানেই বিৰোধ নকৰক কিয়, ৰাছিয়া এতিয়াও কাগজৰ বাঘ হৈয়েই আছে। ইৰানৰ এই অস্থিৰ পৰিৱেশৰ মাজতেই তুৰস্ক আৰু ইৰাকৰ সীমাত উত্তেজনা বৃদ্ধি পাইছে। ইৰাকৰ কুৰ্দ বিদ্ৰোহী সংগঠন কুৰ্দ ৱৰ্কাৰ পাৰ্টীয়ে ১২জনকৈ তুৰ্কী সেনাক হত্যা কৰিছে অলপতে। ইয়াকে লৈ তুৰস্কৰ সদনে ইৰাকৰ কুৰ্দুছসকলৰ বিৰুদ্ধে সামৰিক শক্তি প্ৰয়োগ কৰাৰ কাৰণে প্ৰধান মন্ত্ৰী টাইপইডোগানক অনুমতি দিছে। ফলস্বৰূপে যিকোনো মুহূৰ্ততে তুৰস্কৰ সৈন্যবাহিনীয়ে ইৰাক আক্ৰমণ কৰিব পাৰে। এইক্ষেত্ৰত আমেৰিকা এতিয়াও মৌন হৈয়ে আছে। কিন্তু ইৰাকৰ প্ৰধান মন্ত্ৰী নুৰী অল মালিকে তুৰস্কৰ প্ৰধান মন্ত্ৰীক প্ৰতিশ্ৰুতি দিছে যে তেওঁলোকে কুৰ্দিছ বিদ্ৰোহী সংগঠনক ৰোধ কৰাৰ কাৰণে কাৰ্যকৰী ব্যৱস্থা গ্ৰহণ কৰিব।

মুঠ কথাত মধ্য এছিয়াৰ কেউফালে এতিয়া যুদ্ধৰ দাবানল। এই যুদ্ধৰ জুয়ে বিশ্ববাসীক প্ৰভাৱিত কৰাটো প্ৰায় নিশ্চিত। অৱশ্যে পৰিস্থিতিয়ে কি ৰূপ লয় সেই সন্দৰ্ভত এতিয়াই ভৱিষ্যদ্বাণী কৰাটো জটিল। তথাকথিত সমৃদ্ধ ৰাষ্ট্ৰসমূহৰ আগ্ৰাসী ভূমিকাই তৃতীয় মহাযুদ্ধৰ ফালে ধাবিত কৰিছে পৃথিৱীক। যদি এই মহাযুদ্ধৰ সূচনা হয়, তেতিয়া হয়তো ইয়াৰ বহ্নিশিখাৰ দহনৰ পৰা কোনেও ৰেহাই নাপাব। যিমানেই শক্তিশালী ৰাষ্ট্ৰপ্ৰধান বা ৰাষ্ট্ৰনায়ক নহওক কিয়, প্ৰত্যেককে দহিব স্বসৃষ্ট বিপদে। ■■

---

*অসমীয়া খবৰ, ৩ নৱেম্বৰ, ২০০৭*

# ভাৰত-চীন সম্পৰ্ক

চীনা কবি পাও উৱান টাঙে মাও জে ডঙৰ নেতৃত্বত চীনত হোৱা বৈপ্লৱিক পৰিবৰ্তনৰ পাছত চীনা জনসাধাৰণে দেশখনৰ নৱনিৰ্মাণত জঁপিয়াই পৰা দৃশ্য তেওঁ কবিতাৰ পংক্তিৰ মাজেৰে ব্যক্ত কৰিছিল। তেওঁ লিখিছিল—

'Yes, on this glorious morning of the Great Leap Forward
Not gods but men control the spring,
See, where the tractors have passed
Commune members singing folk songs are busy sowing '

স্বাধীনতাৰ ৪৮ বছৰ পাছত সেই চীনা নেতাৰ সবল নেতৃত্বৰ বাবে আজি বিশ্বৰ চতুৰ্থ শক্তি হিচাপে পৰিগণিত হৈছে। ১৯৫৭ চনত তেতিয়াৰ প্ৰধানমন্ত্ৰী চৌ য়েন লায়ে স্বীকাৰ কৰিছিল চীনৰ প্ৰায় ৭০ শতাংশ লোক নিৰক্ষৰ। আজি কিন্তু চীনত নিৰক্ষৰতাৰ হাৰ ২০ শতাংশৰো কম। ইয়াৰ মূল কাৰণ হ'ল চীন চৰকাৰ আৰু কমিউনিষ্ট দলৰ দেশখনৰ সৰ্বাংগীণ উন্নতিৰ ধ্বজা দৃঢ়, সুস্থিৰ আৰু প্ৰগতিশীল নীতিৰে আগবঢ়াই নিয়াৰ ই হ'ল এক ফল। অকল যে চীনেই নিজৰ বিকাশ আৰু উন্নতি ৰাষ্ট্ৰখনৰ মাজতেই সীমাবদ্ধ কৰি ৰাখিছে এনে নহয়, চীনৰ শক্তি-সামৰ্থ্যই ছোভিয়েট ৰাছিয়াৰ বিকল্প শক্তি হিচাপে আমেৰিকাৰ শক্তিকো এছিয়া মহাদেশত প্ৰত্যাহ্বান দিব পৰাকৈ থিয় দিছে। ইয়াৰ কাৰণ হৈছে চীনৰ জনসাধাৰণৰ মাজত দেশপ্ৰেম, জাতীয় ঐক্য আৰু সংহতি। এতিয়া চীনা কমিউনিষ্ট পাৰ্টীৰ সাধাৰণ সম্পাদক হু জিন্টাও আৰু প্ৰধানমন্ত্ৰী ৱেন জিয়াবাও হৈছে দলৰ চতুৰ্থ প্ৰজন্মৰ নেতা, চীনৰ স্বাধীনতাৰ পাছত। ডেং জিয়াওপিঙৰ উত্তৰসূৰি হৈ তেওঁৰ নীতি আৰু আদৰ্শকে চীনৰ প্ৰগতিৰ ক্ষেত্ৰত আগস্থান দি আহিছে। চীনৰ অৰ্থনৈতিক পৰিক্ৰমাৰ চিত্ৰখনে এই কথাকে পৰিষ্কাৰ কৰি দিয়ে।

আজি কিছু ক্ষেত্ৰত পুঁজিবাদী আমেৰিকাৰ লগত চীনৰ অন্য দেশৰ অৰ্থনৈতিক লুণ্ঠনৰ পদ্ধতিগত অমিল নাই। ম্যানমাৰ, উত্তৰ কোৰিয়া, লাউছ, ইৰাক, ছুডান আদি দেশৰ লগতে এতিয়া চীনে হাত আগবঢ়াইছে দক্ষিণ আমেৰিকাৰ কেইবাখনো অনুন্নত ৰাষ্ট্ৰৰ সম্পদলৈ, কিউবাৰ ৰাষ্ট্ৰপতি ফিডেল কাষ্ট্ৰো আৰু ভেনিজুৱেলাৰ ৰাষ্ট্ৰপতি চেভেজক হাতত লৈ।

যোৱা ১৫ অক্টোবৰৰ পৰা চীনৰ কমিউনিষ্ট পাৰ্টীৰ সপ্তদশ কংগ্ৰেছৰ অধিৱেশন আৰম্ভ হৈছিল আৰু এই অধিৱেশনৰ অন্ত পৰিছিল ২১ তাৰিখে। এই অধিৱেশনৰ গুৰুত্ব কেইবাটাও কাৰণত বৃদ্ধি পাইছে। প্ৰথম, অহা ২০১২ চনলৈ হু জিণ্টাও দলৰ সাধাৰণ সম্পাদক হৈ থাকিব আৰু ঠিক তেনেদৰে প্ৰধানমন্ত্ৰী হৈ থাকিব ৱেন জিয়াবাও। তাৰ পাছত চীনৰ দল আৰু চৰকাৰৰ নেতৃত্বৰ ভাৰ পঞ্চম প্ৰজন্মই গ্ৰহণ কৰিব। এই গুৰু দায়িত্ব কাৰ হাতত অৰ্পণ কৰা হ'ব, এই লৈ বহুত জল্পনা-কল্পনা চলিছে। চীনৰ ৭১ মিলিয়ন সদস্যবিশিষ্ট চীনা কমিউনিষ্ট পাৰ্টী পৃথিৱীৰ আটাইতকৈ বৃহত্তম দল। ১৫জন চীনা লোকৰ মাজত এজন হ'ল দলৰ সদস্য। এইবাৰৰ অধিৱেশনত বিভিন্ন অংশৰ পৰা অহা ২২১৭জন প্ৰতিনিধিয়ে অংশগ্ৰহণ কৰিছিল। মিটিং হৈছিল টিয়ানআনমেন স্কোৱেৰৰ নাতিদূৰৈত থকা গ্ৰেট হল অৱ পিপলত। এই টিয়ানানমেন স্কোৱেৰতে মানৱ অধিকাৰ, ব্যক্তি স্বাধীনতা বিচাৰি ১৯৮৯ চনত শতাধিক যুৱকে প্ৰাণ আহুতি দিছিল। এতিয়াও যেন তেজৰ দাগ সেই অঞ্চলৰ পৰা আঁতৰা নাই। চীনৰ বহু লোকে ১৯৮৯ চনৰ ঘটনাপ্ৰবাহৰ দুঃখজনক স্মৃতি অন্তৰত এতিয়াও কঢ়িয়াই আছে।

মিটিঙৰ আৰম্ভণিৰ দিনাই হুই নিজৰ বক্তব্য ৰাখি এইদৰে কৈছিল— 'সমাজবাদলৈ উত্তৰণ ঘটাব লাগিলে চীনে গ্ৰহণ কৰা পথেৰে আগবাঢ়িব লাগিব। তাৰ বাবে গভীৰ ৰাজনৈতিক পুনৰ্গঠনৰ প্ৰয়োজন আৰু গাঁও আৰু দুখীয়াৰ মাজৰ পাৰ্থক্য দূৰ কৰা, জীৱন ধাৰণৰ মান সমানুপাতিক বৃদ্ধি কৰা।' এয়াই আছিল মূলতঃ বহু দললৈ দিয়া বাণী আৰু দলীয় নীতি আৰু আদৰ্শৰ ভৱিষ্যৎ পৰিকল্পিত আঁচনিৰ আভাস। ২১ অক্টোবৰত দলে দেশখনত বৈজ্ঞানিক দৃষ্টিভংগীৰে উন্নয়নৰ বিকাশ, মাৰ্ক্সবাদ, লেনিনবাদ আৰু মাও জে ডঙৰ চিন্তা আৰু আদৰ্শৰ মাজেৰে দেশখনক আগবঢ়াই নিয়াৰ পথ ঘোষণা কৰে। তাৰ বাবে প্ৰয়োজনীয় সংবিধান সংশোধন কৰাৰ বাবে সিদ্ধান্ত গ্ৰহণ কৰা হয়।

বিশ্বৰ সকলো ৰাষ্ট্ৰই এই অধিৱেশনৰ প্ৰতি সতৰ্ক দৃষ্টি ৰাখিছিল। কাৰণ দেশখনৰ বিভিন্ন প্ৰদেশৰ মাজত হোৱা অৰ্থনৈতিক বিকাশত অসামঞ্জস্য চীনা নেতৃত্বই কেনেধৰণে ৰোধ কৰি বিভিন্ন প্ৰদেশৰ মাজত এক সামঞ্জস্য উন্নতিৰ বিকাশ ঘটোৱা কৌশল গ্ৰহণ কৰে। তদুপৰি চীনৰ নগৰীয়া আৰু গাঁৱলীয়া অঞ্চলৰ বিকাশৰ পাৰ্থক্যই জনসাধাৰণৰ মাজত এক উদ্‌গীৰিত পৰিস্থিতিৰ সৃষ্টি কৰাত নেতৃত্বই কেনেদৰে বাধা প্ৰদান কৰি কৌশল ৰচনা কৰে, এইটো আছিল আটাইতকৈ গুৰুত্বপূৰ্ণ বিষয়। নেতৃবৰ্গই এইক্ষেত্ৰত গ্ৰামাঞ্চলৰ জনসাধাৰণৰ মনৰ ক্ষোভৰ উমান পাই ব্যৱস্থাও গ্ৰহণ কৰাৰ ইংগিত দিছে। কিন্তু এইবোৰৰ উপৰি চীনত আভ্যন্তৰীণ ক্ষেত্ৰত ৰাজনৈতিক সংকট

লাহে লাহে বিভিন্ন প্ৰদেশৰ মাজত গা কৰি উঠিছে। সামগ্ৰিকভাবে চীন শক্তিশালী ৰাষ্ট্ৰ হৈছে, তাৰ মাজতো কিন্তু মৌলবাদ, বিচ্ছিন্নতাবাদ আৰু আঞ্চলিক বৈষম্যই প্ৰদেশসমূহৰ ক্ষোভ আঁতৰাব পৰা নাই। চীনৰ পশ্চিমৰ দুখন প্ৰদেশত ধৰ্মীয় মৌলবাদী সংগঠনৰ প্ৰভাৱৰ ফলত তাত চৰকাৰবিৰোধী উগ্ৰপন্থী সংগঠনৰ জন্ম হৈছে। বহুকেইখন পিছপৰা প্ৰদেশত অৰ্থনৈতিক বিকাশৰ ঢাপে চুই নোযোৱাত সেইবোৰ অঞ্চলত দল আৰু চৰকাৰৰ প্ৰতি অসন্তুষ্টি গঢ়ি উঠিছে। পূৰ্বৰ ছোভিয়েট ৰাছিয়াত ঘটা ঘটনাপ্ৰবাহৰ পৰা শিক্ষা লৈ চীনা নেতৃবৰ্গই এইবোৰ প্ৰদেশক ঐকবদ্ধ কৰি ৰাখিবলৈ কি কৌশল অৱলম্বন কৰে, সেইটোৱে হ'ব চীনা নেতৃবৰ্গৰ আটাইতকৈ ডাঙৰ অগ্নিপৰীক্ষা।

চীনৰ এই ঐতিহাসিক দলীয় সন্মিলনৰ কেইদিনমান পাছতেই অৰ্থাৎ ২৫ অক্টোবৰৰ পৰা ইউ পি এৰ অধ্যক্ষা ছোনিযা গান্ধীয়ে চীন ভ্ৰমণ কৰিছে। ইয়াৰ আগতে বৈদেশিকমন্ত্ৰী প্ৰণৱ মুখাৰ্জীয়ে চীনৰ বৈদেশিকমন্ত্ৰী আৰু ৰাছিয়াৰ বৈদেশিকমন্ত্ৰীৰ লগত বেইজিঙত এলানি আলোচনাত মিলিত হয়। তিনিওখন দেশৰ পাৰস্পৰিক সহযোগিতা বৃদ্ধিয়েই এই আলোচনাৰ লক্ষ্য আছিল। তিনিওখন ৰাষ্ট্ৰই ম্যানমাৰৰ ওপৰত অৰ্থনৈতিক অৱৰোধৰ বিৰোধিতা কৰে। ছোনিয়া গান্ধীৰ এই ভ্ৰমণে দুয়োখন ৰাষ্ট্ৰৰ পাৰস্পৰিক সহযোগিতা, অৰ্থনৈতিক বুজাবুজি আদিত এক নিৰ্ণায়ক ভূমিকা ল'ব বুলি সকলোৱে আশা কৰিছে। কিন্তু ছোনিয়াৰ এই ভ্ৰমণৰ অন্যতম মুখ্য উদ্দেশ্য হৈছে আমেৰিকা যুক্তৰাষ্ট্ৰৰ লগত হ'ব লগা পাৰমাণৱিক সহযোগিতা চুক্তি সন্দৰ্ভত চীনৰ মনোভাব কোমল কৰা। ১৯৮৮ চনত ৰাজীৱ গান্ধীৰ লগত চীন ভ্ৰমণ কৰাৰ পাছত ছোনিয়া গান্ধীয়ে দ্বিতীয়বাৰৰ কাৰণে উপস্থিত হ'ল চীনত। দেশখনৰ অভূতপূৰ্ব পৰিৱৰ্তনে তেওঁক আচৰিত কৰি তুলিছে বুলি ইতিমধ্যে তেওঁ প্ৰকাশ কৰিছে সংবাদ মাধ্যমৰ আগত। চীন ভ্ৰমণৰ এই শিক্ষা লৈ ইউ পি এৰ অধ্যক্ষাগৰাকীয়ে ভাৰতৰ অৰ্থনৈতিক বিকাশৰ ক্ষেত্ৰত কেনেধৰণে ভূমিকা লয়, সেয়া হ'ব দেশখনৰ বাবে গুৰুত্বপূৰ্ণ বিষয়।■■

---

*অসমীয়া প্ৰতিদিন, ৫ নৱেম্বৰ, ২০০৭*

# চীনৰ সম্পত্তি আইন সমাজতন্ত্ৰলৈ উত্তৰণৰ পথ হ'বনে?

চীনত অৰ্থনৈতিক বিপ্লৱে এক গতিশীল ৰূপত অৱৰোহন কৰাৰ সময়তে এক নতুন বিতৰ্কই দেশখনৰ জনসাধাৰণৰ মাজত জোকাৰণি তুলিছে। এতিয়া চীনৰ সৰ্বত্ৰ আলোচনা-পৰ্যালোচনা, বিতৰ্ক-সমালোচনা। খেনোৱে নেতৃত্বৰ বিৰুদ্ধে আৰু খেনোৱে নেতৃত্বৰ সপক্ষে। এই মুকলি বিতৰ্কৰ কাৰণ কি? কাৰণ হ'ল অলপতে নেছনেল পিপল্‌ছ্ কংগ্ৰেছে (National People's Congress) সম্পত্তি আইন (Property Law) প্ৰণয়ন কৰি, ব্যক্তিগত সম্পত্তিৰ মালিকী স্বত্ব দি ব্যক্তিগতভাৱে সম্পত্তি আহৰণৰ পথ সুগম কৰিব বিচাৰিছে। সেয়ে সৰ্বত্ৰ আলোচনা এই আইনক লৈ। কাৰো কাৰো মতে, নতুন চীনা নেতৃবৃন্দই কমিউনিষ্ট নীতি আৰু আদৰ্শক জলাঞ্জলি দি এতিয়া বুৰ্জোৱা কেপিটেলিষ্ট পথলৈ অগ্ৰসৰ হৈছে। কোনো কোনোৱে মন্তব্য কৰিছে মাও জে ডঙৰ জনগণতান্ত্ৰিক একনায়কত্ব আদৰ্শ আজিৰ দিনত এটি মৰাশহে। কোনো কি কৈছে, এই বিশ্লেষণ সঠিক হয় নে নহয় সেয়া সময়ত নিশ্চয়কৈ প্ৰতীয়মান হ'ব। এটা কথাত আমি নিঃসন্দেহ যে মাও জে ডঙৰ মৃত্যুৰ পাছত অৰ্থাৎ ১৯৭০ পাছত গ্ৰহণ কৰা সংস্কাৰমুখী মুক্ত বজাৰে চীনৰ অৰ্থনৈতিক বিপ্লৱে দেশখনক এক শক্তিশালী অৱস্থালৈ উন্নীত কৰাইছে। প্ৰচুৰ বিদেশী বিনিয়োগৰ ফলত দেশৰ ঔদ্যোগিক খণ্ডত উৎপাদিত সামগ্ৰীয়ে গোটেই বিশ্বৰ বজাৰ দখল কৰিবলৈ সমৰ্থ হৈছে। দেশৰ সৰ্বমুঠ উৎপাদনৰ ৭০% হৈছে ঔদ্যোগিক খণ্ডৰ বিকাশৰ ফল। আজি আফ্ৰিকাৰ দেশসমূহৰ সৈতে চীনৰ ব্যৱসায় বৃদ্ধি হৈছে। ২০০০ চনৰ ১০.৬ বিলিয়নৰ ডলাৰৰ পৰিবৰ্তে ২০০৬ চনত ৪০ বিলিয়ন ডলাৰ, আনহাতে আমেৰিকা আৰু আফ্ৰিকাৰ ব্যৱসায় হৈছে ৬০.৬ বিলিয়ন ডলাৰ। পৃথিৱীৰ বহু ৰাষ্ট্ৰৰ বজাৰত চীনে আমেৰিকাৰ আধিপত্যৰ প্ৰতিও ভাবুকিৰ সৃষ্টি কৰিছে। এসময়ৰ এছিয়াৰ অৰ্থনৈতিক শক্তি হিচাপে পৰিগণিত জাপানে চীনৰ লগত তাল মিলাব নোৱাৰা হৈছে। বহু অৰ্থনীতিবিদ ভৱিষ্যদ্বাণী কৰিছে— ২০৫০ চনত আমেৰিকাক চেৰাই চীন বিশ্বৰ এক নম্বৰ শক্তিশালী ৰাষ্ট্ৰ হিচাপে পৰিগণিত হ'ব আৰু তেতিয়া চীনৰ সৰ্বমুঠ উৎপাদিত ঘৰুৱা উৎপাদন হ'বগৈ ৪৪.৪৫ ট্ৰিলিয়ন

ডলাৰ, আমেৰিকাৰ হ'ব ৩৫ ট্ৰিলিয়ন আৰু ভাৰতৰ হ'ব ২৭ ৮ ট্ৰিলিয়ন আমেৰিকাৰ ডলাৰ। এতিয়া চীনৰ বাৰ্ষিক ঘৰুৱা উৎপাদন ১০ শতাংশ। কিন্তু ২০৫০ চনলৈ বহুদূৰ। এই দূৰণিৰ যাত্ৰাত ক'ত, কেতিয়া বিজুতি হয় কোৱা টান। কিন্তু এইটো অনস্বীকাৰ্য যে ১৯৭০ চনৰ চীনৰ অৰ্থনৈতিক সংস্কাৰে অভূতপূৰ্ব পৰিবৰ্তন সাধিছে দেশখনত। তদুপৰি Special Economic Zone সমূহত প্ৰায় ১০ কোটিৰো অধিক লোকক কৰ্মসংস্থাপনৰ সুযোগ উলিয়াই দিছে, যাৰ ফলত নিবনুৱা সমস্যা সমাধানত ই এক গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিছে। তদুপৰি Purchase, Power, Parity সৰ্বসাধাৰণ লোক বঢ়াই নহয়, লগত ইয়ে টকা-পইচা, ধন-দৌলতৰ প্ৰাচুৰ্যও বঢ়াইছে। বিত্তশালী আৰু মধ্যবিত্ত শ্ৰেণী এটাৰো সৃষ্টি কৰিছে এই নতুন ব্যৱস্থাই। যিসকলে বিচাৰে নিজৰে আয় কৰা সম্পত্তিৰ ব্যক্তিগত অধিকাৰ, চৰকাৰী যন্ত্ৰৰ যুক্তি লৈ দেশখনত এচাম শক্তিশালী আমোলা, দলীয় নেতা, ব্যৱসায়ীৰ দুৰ্নীতি ৰোধ কৰাৰ স্বাৰ্থত মুকলিকৈ ব্যক্তিগত লোকক সম্পত্তিৰ অধিকাৰ দিব বিচৰা হৈছে। ইয়াৰ দ্বাৰা কমিউনিষ্ট আদৰ্শ আৰু মাও জে ডঙৰ নীতিক ভৰিৰে গচকিব খোজা হোৱা নাই। কিন্তু এই আইনৰ বিৰোধিতা কৰাসকলে যুক্তি দিছে চীনৰ মুক্তি সংগ্ৰামত মৃত্যু হোৱা ছহিদ আৰু মাও জে ডঙৰ নীতিৰ ই পৰিপন্থী। কাৰণ ৭০ কোটি চীনৰ গ্ৰামাঞ্চলত বসবাস কৰা লোকক এই আইনে বঞ্চিত কৰি এক ধনিক শ্ৰেণী সৃষ্টি কৰিব আৰু ই হ'ব দেশখন এক বুৰ্জোৱা ৰাষ্ট্ৰলৈ পৰিবৰ্তিত কৰাৰ আৰম্ভণি। সেয়ে কোনোপধ্যে এই আইন চীনৰ জনসাধাৰণৰ বাবে গ্ৰহণযোগ্য হ'ব নোৱাৰে। কিন্তু চীনা নেতৃবৰ্গ দৃঢ় সংকল্প এই আইন প্ৰণয়ন কৰিবলৈ এই আইনখন আজিৰ নহয়, প্ৰায় ৫ বছৰ ধৰি আইনখনৰ সূক্ষ্ম আলোচনা পৰ্যালোচনা কৰি অহা হৈছে, কেৱল এতিয়া প্ৰতীক্ষা বিলখনৰ আইনী ৰূপান্তৰৰ বাবে। চীনৰ সংবিধানৰ প্ৰস্তাৱনাৰ দ্বিতীয় দফাত এইদৰে উল্লেখ কৰিছে—

'During the transition the fundamental task of the state is step by step, the bring about the socialist industrialiation of the country and step by step to accomplish the socialist transformation of agriculture, handicrafts and capitalist Industry and commerce.'

সেয়ে কৃষিৰ ক্ষেত্ৰত এক বৈপ্লৱিক পৰিৱৰ্তন অনাৰ বাবে ১৯৪৯ আৰু ১৯৬০ চনত নীতি গ্ৰহণ কৰা হৈছিল ভূমি সংস্কাৰ আৰু ভূমি বিবৰ্তন ব্যৱস্থাক অগ্ৰাধিকাৰ দি ১৯৫০ চনৰ ৩০ জুনত কৃষি সংস্কাৰ আইন (Agrarian Law) প্ৰণয়ন কৰা হয়। এই আইনৰ উদ্দেশ্য আছিল দুখীয়া ভূমিহীন লোকক সকাহ দিয়া আৰু জমিদাৰৰ শক্তিশালী শোষণৰ শিকলিৰ পৰা কৃষকক মুক্তি দিয়া। দেশৰ কৃষিৰ ঔদ্যোগিক বিকাশত কৃষকক নিয়োজিত কৰিব খোজা আইনখনত এইদৰে উল্লেখ

কৰিছে— 'The land ownership system of fendal exploifation by the land lord class shall be abolished and the system of peasant land ownership shall be introduced in order to set free the rural produced in order to set free the rural productive forces, devilop agricultural production and thus pave the way for New China's Industrialization

সঁচাই এই আইনৰ আধাৰত কৃষি উৎপাদিত ফাৰ্মসমূহে চীনৰ প্ৰায় ৭০ শতাংশ জনসাধাৰণক সামৰি লৈ এসময়ত চীনত কৃষি বিপ্লৱৰ সৃষ্টি কৰিছিল। চীনৰ সংবিধানৰ সপ্তম অনুচ্ছেদত উল্লেখ কৰা হৈছে— 'The state protects the property of co-operatives, encourages, guides and helps the development of co-operative economy It regardsthe promotion of producers co-operatives as the chief means for the transformation of individual farming and individual handicrafts '

এতিয়া কিন্তু শিল্পখণ্ডৰ বিদেশী বিনিয়োগকাৰীৰ খুন্দাত সমবায়কৃত কৃষিখণ্ডৰ ভূমিকা লাহে লাহে স্তিমিত হৈ আহিবলৈ ধৰিছে। আনকি জাতীয় আয়ৰ ক্ষেত্ৰতো ভাৰতবৰ্ষৰ দৰে কৃষিখণ্ডৰ ভূমিকা নগণ্য হৈ পৰিছে ক্ষতিগ্ৰস্ত হৈ কৃষিখণ্ডত জড়িত কৃষকসকল। ফলত কৃষিখণ্ডত জড়িত আৰু ঔদ্যোগিক খণ্ডত কৰ্মৰত শ্ৰমিকৰ আয়ৰ তাৰতম্য ঘটিছে। ঔদ্যোগিক খণ্ডৰ আয়ৰ বিকাশৰ ফলত শ্ৰমিকসকলে পোৱা লভ্যাংশ আৰু দৰমহা বৃদ্ধিয়ে তেওঁলোকৰ ব্যক্তিগত পুঁজি বঢ়াইছে যদিও কৃষিখণ্ডৰ কৃষকৰ আয় সমানুপতিক গতিত নবঢ়াত কৃষকসকলৰ মনত ক্ষোভো বাঢ়িছে।

চীনৰ সংবিধানত ব্যক্তিগত সম্পত্তিৰ উত্তৰাধিকাৰীৰ স্বত্ব, আইনগত উপাৰ্জনৰ মালিকী স্বত্বৰ অধিকাৰ দিয়া হৈছে সীমিত পৰিসৰত। কিন্তু নতুন প্ৰস্তাৱিত আইনখনত ধনী, বেছি উপাৰ্জিত লোকৰ আয় আৰু দুখীয়া লোকৰ আয়ক সনা-পিটিকা কৰি দেশৰ অৰ্থনীতিক বুৰ্জোৱা অৰ্থনৈতিক ব্যৱস্থালৈ ৰূপান্তৰিত কৰি এক নতুন শ্ৰেণী সৃষ্টি কৰিবলৈ ওলোৱা বুলি কৰা সন্দেহ অমূলক নহয় বুলি বহুতে ক'ব খোজে। মাও জে ডঙে কৈছিল— জনসাধাৰণ মানেই হৈছে শ্ৰমিক, কৃষক, ক্ষুদ্ৰ বুৰ্জোৱা, জাতীয় বুৰ্জোৱা। শ্ৰমিক আৰু কৃষকৰ একনায়কত্ববাদ শাসনেই হ'ব দেশখনৰ শাসনৰ মূল চালিকাশক্তি। মাও জে ডঙৰ নীতি আৰু আদৰ্শ গঢ় লৈ উঠিছিল মাৰ্ক্স, লেনিন আৰু ষ্টালিনৰ নীতি আৰু কৰ্মপন্থাৰ ভিত্তিত। চীনা বিপ্লৱে কোঙা কৰি পেলোৱা দুখীয়া কৃষক-শ্ৰমিকৰ অৰ্থনৈতিক মুক্তি দিব বিচাৰি তেওঁ কৈছিল— 'When classes and abolished there will be no farther need for instruments that serve inthe class struggle and for the forms of state that serve in class and national struggle We are unlike the political parties of

the bourgeoisie which fear to speak of the abolition of classes and the end of party power We opening declare that this is the end for which we are struggling '

শ্ৰেণী সংঘৰ্ষ অন্ত হোৱা বুলি এসময়ত ঘোষণা কৰা মাও জে ডঙৰ দেশত পুনৰ শ্ৰেণী সৃষ্টি কৰা অৰ্থই এইটোৱে নসূচায়নে— কাৰ্ল মাৰ্ক্স, লেনিন, ষ্টেলিনৰ সাম্যবাদৰ পৰা সমাজবাদলৈ উত্তৰণৰ পথ বাস্তৱ পৰিস্থিতিত কেতিয়াও সম্ভৱ হ'ব নোৱাৰে। হয়তো সেইবাবে পিকিং বিশ্ববিদ্যালয়ৰ অধ্যাপক জং জ়িয়ানটিনে আইনখনৰ বিৰুদ্ধাচৰণ কৰি কৈছে— 'Copying capitalist Law like slaves and offering equal protection to a rich man's car and beggar man's stick(The Hindu) ' কিন্তু এই আইনখনৰ সমৰ্থনত NPC-ৰ উপ-সভাপতি ওৱাং ঝানাওৱে এইদৰে কৈছে— 'Given China's current economic circumstances the people urgently require effective protection of their own law fal property accumulatied through hard work '

অৰ্থাৎ চীনা নেতৃবৰ্গ দৃঢ় প্ৰতিজ্ঞ চীনত সৃষ্টি হোৱা নতুন বুৰ্জোৱা শ্ৰেণীক ৰক্ষণাবেক্ষণ দি এক নতুন শ্ৰেণী সৃষ্টি কৰাত। এই বিলখন এতিয়া আইনত পৰিণত হোৱা নাই। কিন্তু এই বিলখন আইনলৈ পৰিবৰ্তিত হ'লে কোনে জানে— হোৱাংহো নদী আৰু চীনৰ প্ৰাচীৰৰ পাৰে পাৰে উজ্জ্বলিত ৰঙা চীনৰ ৰঙা পতাকাখনো হয়তো এদিন বুৰ্জোৱাৰ নিষ্ঠুৰ হাতে ক'লা কৰি পেলাব, হয়তো এসময়ত চীনা কৃষকে গোৱা সেই ঐতিহাসিক গানতো—

Sun rises red
Moon rises yellow
We all love life
But work to the grave
Sore backs, heads swimming
No rice to bring home

সুৰবোৰ যেন হেৰাই যাব— নতুবা কোনে জানে ইয়ে হয়তো হ'ব পাৰে— চীনৰ সমাজতন্ত্ৰলৈ গতি কৰাৰ এক শক্তিশালী পথ। ইয়াৰো উত্তৰ সময়ৰ হাতত, কেৱল সময়ৰ প্ৰতীক্ষা মাত্ৰ।■■

*অসমীয়া প্ৰতিদিন, ৯ এপ্ৰিল, ২০০৭*

# চীনৰ কমিউনিষ্ট দলৰ সপ্তদশ অধিৱেশন

চীনা কবি পাও উৱান টাঙে মাও চে টুঙৰ নেতৃত্বত চীনত হোৱা বৈপ্লৱিক পৰিৱৰ্তনৰ পাছত চীনা জনসাধাৰণে দেশখনৰ নৱনিৰ্মাণত জঁপিয়াই পৰা দৃশ্য তেওঁ কবিতাৰ পংক্তিৰ মাজেৰে ব্যক্ত কৰিছিল। তেওঁ লিখিছিল—

'Yes, on this glorious morning of the Great Leap Forward
Not gods but men control the spring,
See, where the tractors have passed
Commune members singing folk songs are busy sowing '

স্বাধীনতাৰ ৫৮ বছৰ পাছত সেই চীন নেতাৰ সবল নেতৃত্বৰ বাবে আজি বিশ্বৰ চতুৰ্থ শক্তি হিচাপে পৰিগণিত হৈছে। ১৯৫৭ চনত তেতিয়া প্ৰধান মন্ত্ৰী চৌ ৱেন লাইযে স্বীকাৰ কৰিছিল চীনৰ প্ৰায় ৭০ শতাংশ লোক নিৰক্ষৰ। আজি কিন্তু চীনত নিৰক্ষৰতাৰ হাৰ ২০ শতাংশৰো কম। ইয়াৰ মূল কাৰণ হ'ল চীন চৰকাৰ আৰু কমিউনিষ্ট দলৰ দেশখনৰ সৰ্বাংগীণ উন্নতিৰ ধ্বজা দৃঢ়, সুস্থিৰ আৰু প্ৰগতিশীল নীতিৰে আগবঢাই নিযাৰ ই হ'ল এক পৰিণতি। অকল যে চীনেই নিজৰ বিকাশ আৰু উন্নতি ৰাষ্ট্ৰখনৰ মাজতেই সীমাবদ্ধ কৰি ৰাখিছে এনে নহয। চীনৰ শক্তি-সামৰ্থ্যই ছোভিয়েট ৰাছিয়াৰ বিকল্প শক্তি হিচাপে আমেৰিকাৰ শক্তিকো এছিয়া মহাদেশত প্ৰত্যাহ্বান দিব পৰাকৈ থিয হৈছে। ইযাৰ কাৰণ হৈছে চীনৰ জনসাধাৰণৰ মাজত দেশপ্ৰেম, জাতীয় ঐক্য আৰু সংহতি। ছোভিয়েট ৰাছিয়াৰ কমিউনিষ্ট দলে অতিক্ৰম কৰিবলগীয়া কঠোৰ আৰু হঠকাৰী নীতিৰ প্ৰভাৱে চীনক ক্ষতি কৰা নাই। লেনিনৰ পাছত ষ্টেলিনৰ নীতি আৰু আদৰ্শই বহু পৰিমাণে ছোভিয়েট ৰাছিয়াৰ শক্তি আৰু আদৰ্শক তললৈ নমাইছিল। চীনতো গেং অৱ ফৰৰ নেতৃত্বত হোৱা ১৯৬৬ চনৰ সাংস্কৃতিক বিপ্লৱে দেশখনত এটা আদৰ্শহীন, শৃংখলাহীন ব্যৱস্থালৈ পৰ্যবসিত কৰাৰ চেষ্টা চলিছিল যদিও দলৰ নেতৃত্বৰ সাহসিক সিদ্ধান্তই সেই অপশক্তিবোৰক ৰোধ কৰাত কৃতকাৰ্য হৈছে। মাও চে টুং আৰু চৌ ৱেন লাইৰ পাছত চীনা কমিউনিষ্ট পাৰ্টী কোন পথে গতি কৰিব এই লৈ সৰৱ আলোচনা হৈছে। কিন্তু মাও চে টুং আৰু চৌ ৱেন লাইৰ মৃত্যুৰ পাছতো কিন্তু কমিউনিষ্ট দলৰ মাজত সংঘাত

নহ'ল। সময়ৰ লগে লগে সংস্কাৰ আৰু বিকাশমুখী ধাৰা দলৰ মাজত চলি থকা বাবে দল আৰু চৰকাৰৰ মাজত সংঘাতৰ সলনি এক ঐক্যবদ্ধ প্ৰচেষ্টাৰে দেশখন আগুৱাই গৈছে। বিশেষকৈ ডেং জিয়াওপিঙৰ নেতৃত্বত ১৯৮০ চনৰ পৰা ১৯৯০ চনৰ আগদশকলৈ চলা অৰ্থনৈতিক সংস্কাৰে চীনৰ এক বৈপ্লৱিক পৰিৱৰ্তন সাধিত হৈছে। এতিয়াৰ চীনা কমিউনিষ্ট পাৰ্টীৰ সাধাৰণ সম্পাদক হু জিন্টাও আৰু প্ৰধান মন্ত্ৰী জেন জিবাও হৈছে দলৰ চতুৰ্থ প্ৰজন্মৰ নেতা, চীনৰ স্বাধীনতাৰ পাছত। ডেং জিয়াওপিঙৰ উত্তৰসুৰি হুই তেওঁৰ নীতি আৰু আদৰ্শকে চীনৰ প্ৰগতিৰ ক্ষেত্ৰত আগস্থান দি আহিছে। চীনৰ অৰ্থনৈতিক পৰিক্ৰমাৰ চিত্ৰখনে এই কথাকে পৰিষ্কাৰ কৰি দিয়ে।

২০০৬ চনত চীনৰ জাতীয় জমা ধন হৈছে ২ ট্ৰিলিয়ন ডলাৰ। বিদেশী পোনপটীয়া বিনিয়োগ হৈছে ৭০ বিলিয়ন ডলাৰ। চাংহাইৰ ষ্টক এক্সেঞ্জত ১৪শ বিদেশী কোম্পানী শ্বেয়াৰ মাৰ্কেটত অংশগ্ৰহণ কৰি আহিছে, আৰু ইয়াৰ মূল্য হৈছে ১ ৪ ট্ৰিলিয়ন ডলাৰ। ২০০৬ চনত বছৰি ৰ্মুঠ উৎপাদনৰ হাৰ আছিল ১০ ৭%। ২০০৭ চনত এই উৎপাদনৰ হাৰ বছৰি ৯%ৰ পৰা ১০%ৰ ওপৰ পাব বুলি আশা কৰা হৈছে।

কিন্তু চাংহাই, বেইজিংকেন্দ্ৰিক ঔদ্যোগিক নগৰীৰ বিকাশৰ উৰ্ধ্বমুখী গতিৰ লগত চীনৰ সকলো প্ৰদেশ সমান আগবাঢ়িব পৰা নাই। ঠিক তেনেকৈ ব্যক্তিগত আয়ৰ ক্ষেত্ৰতো কিন্তু বৈষম্যই গা কৰি উঠিছে। চহৰকেন্দ্ৰিক ধনী আৰু মধ্যবিত্ত শ্ৰেণীৰ লগত গ্ৰামাঞ্চলত বাস কৰা লোকৰ আয় আকাশ-পাতাল পাৰ্থক্য হৈছে। চীনৰ ১০০ মিলিয়ন মধ্যবিত্ত লোকৰ আয় মাহত ৬৫০ ডলাৰ। গ্ৰামাঞ্চলত এতিয়াও কিন্তু থকা-খোৱা সমস্যাৰ সমাধান হ'বলৈ বাকী আছে।

আজি কিছু ক্ষেত্ৰত পুঁজিবাদী আমেৰিকাৰ লগত চীনৰ অন্য দেশৰ অৰ্থনৈতিক লুণ্ঠনৰ পদ্ধতিগত অমিল নাই। ম্যানমাৰ, উত্তৰ কোৰিয়া, লাউছ, ইৰাক, ছুডান আদি দেশৰ লগতে এতিয়া চীনে হাত আগবঢ়াইছে দক্ষিণ আমেৰিকাৰ কেৰাখনো অনুন্নত ৰাষ্ট্ৰৰ সম্পদলৈ, কিউবাৰ ৰাষ্ট্ৰপতি ফিডেল কেষ্ট্ৰো আৰু ভেনিজুৱেলাৰ ৰাষ্ট্ৰপতি চেভেজক হাতত লৈ। তাত আমেৰিকাৰ শক্তি আৰু প্ৰভাৱ নোহোৱা কৰিবলৈ ইতিমধ্যে এওঁলোকৰ নেতৃত্বত ৰাষ্ট্ৰবোৰৰ মাজত এক আঞ্চলিক সংঘ গঠন কৰাৰ প্ৰচেষ্টা চলোৱা হৈছে। আনকি বাংলাদেশ, নেপাল আদিৰ লগতে ভুটান আৰু অৰুণাচলৰ প্ৰতিও তেওঁলোকে লোলুপ দৃষ্টি সময়ে সময়ে দি আহিছে। সেয়ে ভাৰতকে আদি কৰি এছিয়াৰ সীমামুৰীয়া বহুকেইখন দেশৰ লগত চীনৰ সম্ভাৱ গঢ়ি উঠা নাই। আমেৰিকাৰ পাছতে চীনেই হৈছে আটাইতকৈ বেছি ক্ষমতালোভী, আগ্ৰাসী ৰাষ্ট্ৰ।

তদুপৰি চীনৰ অৰ্থনৈতিক বৈষম্য কেনেকৈ আঁতৰোৱা যায় তাৰ ওপৰত নীতি প্ৰস্তুত কৰা, আৰু দেশখনত এচাম মুষ্টিমেয় লোকে গঢ়ি তোলা দুৰ্নীতি আৰু স্বজন-

প্ৰীতিৰ ভযাবহ অশনি সংকেত নাশ কৰাৰ সংকল্প গ্ৰহণ।

মিটিঙৰ আৰম্ভণিৰ দিনাই হুই নিজৰ বক্তব্য ৰাখি এইদৰে কৈছিল— 'সমাজবাদলৈ উত্তৰণ ঘটাব লাগিলে চীনে গ্ৰহণ কৰা পথেৰে আগবাঢ়িব লাগিব। তাৰ বাবে গভীৰ ৰাজনৈতিক পুনৰ্গঠনৰ প্ৰয়োজন আৰু গাঁও আৰু নগৰৰ উন্নতিৰ সামঞ্জস্য ৰক্ষা কৰাৰ লগতে ধনী আৰু দুখীয়াৰ মাজৰ পাৰ্থক্য দূৰ কৰা, জীৱন ধাৰণৰ মান সমানুপতিক বৃদ্ধি কৰা।' এয়াই মূলতঃ আছিল হুৰ দললৈ দিয়া বাণী আৰু দলীয় নীতি আৰু আদৰ্শৰ ভৱিষ্যৎ পৰিকল্পিত আঁচনিৰ আভাস। ২১ অক্টোবৰত দলে দেশখনত বৈজ্ঞানিক দৃষ্টিভংগীৰে উন্নয়নৰ বিকাশ, মাৰ্ক্সবাদ, লেলিনবাদ আৰু মাও চে তুঙৰ চিন্তা আৰু আদৰ্শৰ মাজেৰে দেশখনক আগবঢ়াই নিয়াৰ পথ ঘোষণা কৰে। তাৰ বাবে প্ৰয়োজনীয় সংবিধান সংশোধন কৰাৰ বাবে সিদ্ধান্ত গ্ৰহণ কৰা হয়। সংবিধানৰ মূল লক্ষ্যত সংযোজন কৰা হৈছে চীন এতিয়া সমৃদ্ধিশালী, শক্তিশালী গণতান্ত্ৰিক, সাংস্কৃতিক আৰু ঐক্যবদ্ধ আধুনিক সমাজবাদী ৰাষ্ট্ৰ। এই অধিবেশনত চীনা কমিউনিষ্ট দলৰ ৰাজনৈতিক ব্যুৰ'ৰ চেণ্ট্ৰেল কমিটীলৈ ৯জন সদস্য নিৰ্বাচিত কৰা হৈছে। ইয়াৰে ৪জন হৈছে নতুন সদস্য। এওঁলোকৰ ভিতৰত হ'ল জিন পিং চাংহাই কমিউনিষ্ট দলৰ সম্পাদক, লি কিউয়াং তেওঁ লিওআনিং প্ৰদেশৰ পাৰ্টীৰ সম্পাদক। এই দুযোজনকে ২০১২ চনৰ অষ্টাদশ চীনা কমিউনিষ্ট দলৰ নেতৃত্বৰ ভাৰ অৰ্পণ কৰা হ'ব বুলি এতিয়াৰ পৰা সৰৱ আলোচনা হৈছে। জিন পিং পাশচাত্য শিক্ষা আৰু সমাজৰ লগত পৰিচিত বহু বিদেশী নেতৃবৰ্গৰ লগত সু-সম্পৰ্ক আছে। তদুপৰি চীনা কমিউনিষ্ট পাৰ্টীৰ উচ্চ আৰু ধনী কৰ্মীসকলৰো সমৰ্থন তেওঁৰ প্ৰতি আছে। কিন্তু হুৰ সমৰ্থন আছে লি কিউয়াঙৰ প্ৰতি। তেওঁ লিওআনিং প্ৰদেশৰ দলৰ সাধাৰণ সম্পাদক। তেওঁৰ নেতৃত্বতে দলে প্ৰদেশখনত কেবাটাও সংঘাতময় পৰিস্থিতিৰ মোকাবিলা কৰাত সক্ষম হৈছে। তদুপৰি চীনৰ পিছপৰা বহুকেইখন প্ৰদেশৰ দলীয় কৰ্মীৰ সমৰ্থন তেওঁৰ প্ৰতি আছে। মিষ্টভাষী সুদূৰ ৰাজনৈতিক দৃষ্টিভংগীৰ সূক্ষ্ম পৰ্যবেক্ষক বুলি তেওঁৰ দলীয় কৰ্মীৰ মাজত শ্ৰদ্ধা আৰু সন্মান আছে। এইবাৰৰ অধিৱেশনত তিনিজন গুৰুত্বপূৰ্ণ সদস্যক পলিটিকেল ব্যুৰ'ৰ পৰা বাদ দিয়া হৈছে। বহুতে ক'ব খোজে— হুৰ পূৰ্ববৰ্তী নেতা জিয়াং জেমিনৰ তেওঁলোক সমৰ্থক। সেয়ে হুই দলৰ ভিতৰত নিজক নিষ্কণ্টক কৰাৰ উদ্দেশ্যে তেওঁলোকক দলৰ গুৰুত্বপূৰ্ণ পদবীৰ পৰা আঁতৰাই ৰাখিছে। ইয়াৰ পৰাই স্পষ্ট প্ৰমাণ হয়— দলীয় নেতৃত্বৰ মাজত নীতি-আদৰ্শ আৰু ব্যক্তিগত ৰাজনৈতিক সংঘাত চীনৰ কমিউনিষ্ট দলৰ মাজতো আছে। এইবাৰৰ এই অধিৱেশনত আন এক ৰাজনৈতিক গুৰুত্বপূৰ্ণ দিশ হ'ল এই চৰকাৰত দুজনকৈ দলীয় সদস্য নোহোৱা বিশেষজ্ঞক মন্ত্ৰীসভাত অন্তৰ্ভুক্ত কৰা হৈছে। তেওঁলোকৰ এজন হ'ল ডাক্তৰ আৰু আনজন হ'ল এজন অটোম'বাইল ইঞ্জিনীয়াৰ। তেওঁলোকৰ

নাম যথাক্রমে ৱান গেং আৰু চেন জহু।

বিশ্বৰ সকলো ৰাষ্ট্ৰই এই অধিৱেশনৰ প্ৰতি সতৰ্ক দৃষ্টি ৰাখিছিল। কাৰণ দেশখনৰ বিভিন্ন প্ৰদেশৰ মাজত হোৱা অৰ্থনৈতিক বিকাশত অসামঞ্জ্য চীনা নেতৃত্বই কেনেধৰণে ৰোধ কৰি বিভিন্ন প্ৰদেশৰ মাজত এক উন্নতিৰ বিকাশ ঘটাৰ কৌশল গ্ৰহণ কৰে। তদুপৰি চীনৰ নগৰীয়া আৰু গাঁৱলীয়া অঞ্চলৰ বিকাশৰ পাৰ্থক্যই জনসাধাৰণৰ মাজত এক উদ্‌গীৰিত পৰিস্থিতিৰ সৃষ্টি কৰাত নেতৃত্বই কেনেদৰে বাধা প্ৰদান কৰি কৌশল ৰচনা কৰে, এইটো আছিল আটাইতকৈ গুৰুত্বপূৰ্ণ বিষয়। নেতৃবৰ্গই এইক্ষেত্ৰত গ্ৰামাঞ্চলৰ জনসাধাৰণৰ মনৰ ক্ষোভৰ উমান পাই ব্যৱস্থা গ্ৰহণ কৰাৰো ইংগিত দিছে। কিন্তু এইবোৰৰ উপৰি চীনত আভ্যন্তৰীণ ক্ষেত্ৰত ৰাজনৈতিক সংকট লাহে লাহে বিভিন্ন প্ৰদেশৰ মাজত গা কৰি উঠিছে। সামগ্ৰিকভাৱে চীন শক্তিশালী ৰাষ্ট্ৰ হৈছে। তাৰ মাজতো কিন্তু মৌলবাদ, বিচ্ছিন্নতাবাদ আৰু আঞ্চলিক বৈষম্যই প্ৰদেশসমূহৰ ক্ষোভ আঁতৰাব পৰা নাই। চীনৰ পশ্চিমৰ দুখন প্ৰদেশত ধৰ্মীয় মৌলবাদী সংগঠনৰ প্ৰভাৱৰ ফলত তাত চৰকাৰবিৰোধী উগ্ৰপন্থী সংগঠনৰ জন্ম হৈছে। বহুকেইখন পিছপৰা প্ৰদেশত অৰ্থনৈতিক বিকাশৰ চাপে চুই নোযোৱাত সেইবোৰ অঞ্চলত দল আৰু চৰকাৰৰ প্ৰতি অসন্তুষ্টি গঢ়ি উঠিছে। পূৰ্বৰ ছোভিয়েট ৰাছিয়াত ঘটা ঘটনা প্ৰবাহৰ পৰা শিক্ষা লৈ চীনা নেতৃবৰ্গই এইবোৰ প্ৰদেশক ঐকবদ্ধ কৰি ৰাখিবলৈ কি কৌশল অৱলম্বন কৰে, সেইটোৱে হ'ব চীনা নেতৃবৰ্গৰ আটাইতকৈ ডাঙৰ অগ্নিপৰীক্ষা।

চীনৰ এই ঐতিহাসিক দলীয় সন্মিলনৰ কেইদিনমান পাছতেই অৰ্থাৎ ২৫ অক্টোবৰৰ পৰা ইউ পি এৰ অধ্যক্ষা ছোনিয়া গান্ধীয়ে চীন ভ্ৰমণ কৰিছে। ইয়াৰ আগতে বৈদেশিকমন্ত্ৰী প্ৰণৱ মুখাৰ্জীয়ে চীনৰ বৈদেশিকমন্ত্ৰী আৰু ৰাছিয়াৰ বৈদেশিকমন্ত্ৰীৰ লগত বেইজিঙত এলানি আলোচনাত মিলিত হয়। তিনিওখন দেশৰ পাৰস্পৰিক সহযোগিতা বৃদ্ধিয়েই এই আলোচনাৰ লক্ষ্য আছিল। তিনিওখন ৰাষ্ট্ৰই ম্যানমাৰৰ ওপৰত অৰ্থনৈতিক অৱৰোধৰ বিৰোধিতা কৰে। ছোনিয়া গান্ধীৰ এই ভ্ৰমণে দুয়োখন ৰাষ্ট্ৰৰ পাৰস্পৰিক সহযোগিতা, অৰ্থনৈতিক বুজাবুজি আদিৰ ক্ষেত্ৰত এক নিৰ্ণায়ক ভূমিকা ল'ব বুলি সকলোৱে আশা কৰিছে। কিন্তু ছোনিয়াৰ এই ভ্ৰমণৰ অন্যতম মুখ্য উদ্দেশ্য হৈছে আমেৰিকা যুক্তৰাষ্ট্ৰৰ লগত হ'ব লগা পাৰমাণৱিক সহযোগিতা চুক্তি সন্দৰ্ভত চীনৰ মনোভাব কোমল কৰা। ১৯৮৮ চনত ৰাজীৱ গান্ধীৰ লগত চীন ভ্ৰমণ কৰাৰ পাছত ছোনিয়া গান্ধীয়ে দ্বিতীয়বাৰৰ কাৰণে উপস্থিত হ'ল চীনত। দেশখনৰ অভূতপূৰ্ব পৰিবৰ্তনে তেওঁক আচৰিত কৰি তুলিছে বুলি ইতিমধ্যে তেওঁ প্ৰকাশ কৰিছে সংবাদ মাধ্যমৰ আগত। চীন ভ্ৰমণৰ এই শিক্ষা লৈ ইউ পি এৰ অধ্যক্ষাগৰাকীয়ে ভাৰতৰ অৰ্থনৈতিক বিকাশৰ ক্ষেত্ৰত কেনেধৰণে ভূমিকা লয়, সেয়া হ'ব দেশখনৰ বাবে গুৰুত্বপূৰ্ণ বিষয়। ■■

# পাকিস্তানৰ বৰ্তমান ৰাজনৈতিক পৰিস্থিতি

প্ৰাচীন ভাৰতীয় উপ-মহাদেশৰ সভ্যতা আৰু সংস্কৃতিৰ উৎকৃষ্ট প্ৰামাণ্য তথ্য হ'ল মহেঞ্জোদাৰো সভ্যতা। সিন্ধু নদীৰ পাৰত গঢ়ি উঠা সুসভ্য ভাৰতীয় উপ-মহাদেশৰ সভ্যতা সেই অঞ্চলত বসবাস কৰা সকলো লোকৰ বাবে গৌৰৱৰ পৰিচায়ক। উত্তৰৰ পৰা দক্ষিণলৈ বৈ গৈ আৰব সাগৰত লীন হোৱা সিন্ধু নদী হাজাৰ বছৰীয়া সামাজিক-ৰাজনৈতিক উত্থান-পতন পৰিবৰ্তন-পৰিবৰ্ধনৰ সাক্ষী। মহেঞ্জোদাৰো তাৰেই প্ৰমাণ। এই উত্থান-পতনৰ কাহিনী বহুবোৰ বুৰঞ্জীৰ পাতত লিপিবদ্ধ হৈছে আৰু বহু কাহিনী স্মৃতিৰ বলুকাত লুপ্ত হৈছে। আজি পুনৰ সিন্ধু নদীৰ পাৰত এক নতুন ৰাজনৈতিক পৰিবৰ্তনৰ ঝংকাৰ ধ্বনিত হৈছে পাকিস্তানৰ বৰ্তমান ৰাষ্ট্ৰপতি পাৰভেজ মুছাৰফৰ বিৰুদ্ধে। দীৰ্ঘদিন উমি উমি জ্বলি থকা জুই শিখাই এতিয়া লেলিহান ৰূপ হৈছে আৰু পাকিস্তানৰ সৰ্বত্ৰ এই শিখাই আবৰি ধৰাৰ সংকেত দিছে। কিছুদিনৰ আগতে বাতৰিকাকতত প্ৰকাশ পাইছিল পাকিস্তান মুছলিম লীগৰ নেতা প্ৰাক্তন প্ৰধান মন্ত্ৰী নৱাজ শ্বৰীফ আৰু পাকিস্তান পিপ'লছ পাৰ্টীৰ নেত্ৰী বেনজিৰ ভূট্টোৱে লণ্ডনত গোপন বৈঠকত মিলিত হোৱাৰ কথা। পৰস্পৰে ৰাজনৈতিক বৈৰিতা পৰিহাৰ কৰি দেশখনত গণতান্ত্ৰিক ব্যৱস্থা পুনৰ প্ৰতিষ্ঠা কৰাৰ স্বাৰ্থত একেখন মঞ্চত থিয় হ'ব খুজিছে। বৰ্তমান ৰাষ্ট্ৰপতি পাৰভেজ মুছাৰফৰ বিৰুদ্ধে যুঁজিবলৈকো সংকল্পবদ্ধ হৈছে হেনো। তাৰ কিছুদিন পাছত বাতৰিকাকতত প্ৰকাশ পালে যে মুছাৰফৰ প্ৰতিনিধিয়ে বেনজিৰ ভূট্টোৰ লগত ৰাজনৈতিক বুজাবুজিৰ বাবে আলোচনা প্ৰক্ৰিয়া আৰম্ভ কৰিছে। কোনোপক্ষই এই বাতৰিৰ সত্যতা অস্বীকাৰ কৰা নাছিল। ইয়াৰ আগতে ভূট্টোৱে 'বেনজিৰ ভূট্টো ঃ ডটাৰ অৱ দ্য ইষ্ট' নামৰ আত্মজীৱনীৰ শেহতীয়া খণ্ডত মুছাৰফে তেওঁক কাশ্মীৰ আক্ৰমণ কৰিবলৈ উচটোৱাৰ চাঞ্চল্যকৰ কথা তেওঁৰ প্ৰকাশ কৰি পাকিস্তানৰ ৰাজনীতিক জগতখনক তোলপাৰ লগাইছিল। আমেৰিকাৰ ট্ৰেড চেণ্টাৰৰ বোমা বিস্ফোৰণৰ মূল নায়ক ৰমজি ইউছুফক হত্যা কৰিবলৈ আই এছ আয়ে তেওঁক পূৰ্বে দায়িত্ব অৰ্পণ কৰিছিল। এনে একান্ত গোপনীয় বিস্ফোৰক তথ্যও প্ৰকাশ কৰিছে বেনজিৰে। লগতে আই এছ আয়ে গোটেই পাকিস্তানৰ ৰাজনীতিত হস্তক্ষেপ কৰা কথা, নৱাজ শ্বৰীফৰ শাসনকালত তালিবানৰ

আধিপত্য বিস্তাৰ আৰু পাকিস্তানৰ ৰাজনীতিত সাম্প্ৰদায়িকতাৰ উত্থানৰ ওপৰতো আলোকপাত কৰিছিল তেওঁ।

এইবোৰ বিতৰ্কৰ অন্ত নপৰোঁতেই হঠাৎ পাকিস্তান জ্বলি উঠিল। কাৰণ সম্পূৰ্ণ সুকীয়া। দেশখনৰ উচ্চতম ন্যায়ালযৰ মুখ্য ন্যায়াধীশ ইফটিকাৰ চৌধুৰীক ৯ মাৰ্চত অপসাৰণ কৰা হয। তেওঁৰ বিৰুদ্ধে উত্থাপিত দুৰ্নীতি-ভ্ৰষ্টাচাৰ আৰু স্বজন-তোষণৰ তদন্ত কৰিবলৈ উচ্চতম ন্যাযিক কাউণ্ডিলক দাযিত্ব দিযাৰ পাছতেই প্ৰথমতে দেশখনৰ অধিবক্তাসকল জ্বলি উঠিল। তাৰ পাছত কমেও ২০জন ন্যায়াধীশে তেওঁৰ সমৰ্থনত চাকৰিৰ পৰা পদত্যাগ কৰে। পাকিস্তানৰ আটাইতকৈ জনপ্ৰিয এই মুখ্য বিচাৰপতিগৰাকীক পদবীৰ পৰা অপসাৰণ কৰাৰ অন্তৰ্নিহিত ৰহস্য ইতিমধ্যে সদৰী হৈছে। জেনেৰেল পাৰভেজ মুছাৰফৰ ভ্ৰষ্টাচাৰ আৰু দুৰ্নীতিৰ লগত তেওঁ আপোচ কৰা নাছিল কোনো কাৰণতে। তদুপৰি ৰাজহুৱা খণ্ডত প্ৰতিষ্ঠিত চৰকাৰ নিযন্ত্ৰণাধীন তীখা উদ্যোগ এটা প্ৰধান মন্ত্ৰী চৌকত আজিজৰ বন্ধুক বিক্ৰী কৰাৰ বিৰুদ্ধে উচ্চতম ন্যায়ালযৰ ন্যায়াধীশ হিচাপে হস্তক্ষেপ কৰিছিল তেওঁ। এই গোটেই প্ৰক্ৰিযা ৰাষ্ট্ৰখনৰ স্বাৰ্থ জলাঞ্জলি দিয়া কাৰ্য বুলি পোনে পোনে উল্লেখ কৰিছিল। তদুপৰি বিভিন্ন সময়ত কোনো তদন্ত নোহোৱাকৈ মিলিটাৰী আৰু পুলিচ প্ৰশাসনে বিভিন্নজনক জধে-মধে গ্ৰেপ্তাৰ কৰি হত্যা কৰা কাৰ্যত তেওঁ ন্যাযিক হস্তক্ষেপ কৰিছিল আৰু বিপাণ্ডত পেলাইছিল প্ৰশাসনক। আনকি তেওঁ ৰাজহুৱাভাৱে পাৰভেজ মুছাৰফে ৰাষ্ট্ৰপতি আৰু মিলিটাৰীৰ মুখ্য প্ৰশাসকৰ দাযিত্ব একেলগে গ্ৰহণ কৰাৰ ওপৰত বৈধতাৰ প্ৰশ্ন তুলিছিল। এইবোৰে জেনেৰেল মুছাৰফ নেতৃত্বাধীন পাকিস্তান মুছলিম লীগ, এই লীগৰ অংশীদাৰ মুজাহিৰ কোৱামি মুভমেণ্ট আৰু আন আন মৌলবাদী সংগঠনসমূহক ভয আৰু শংকিত কৰি তুলিছিল। বিচাৰপতিগৰাকীযে দেশখনত ন্যায প্ৰতিষ্ঠা কৰাৰ লগতে সমাজখন দুৰ্নীতিমুক্ত কৰিবলৈ যত্ন কৰিছিল। ইযাৰ ফলত ভ্ৰষ্টাচাৰত নিমজ্জিত এই ৰাজনৈতিক দলবোৰ ক্ষতিগ্ৰস্ত হ'ব পাৰে বুলিও ভাবিছিল। মুজাহিৰ কোৱামি মুভমেণ্ট নামৰ মৌলবাদী সংগঠনটো প্ৰধানকৈ গঢ়ি উঠিছে ভাৰতবৰ্ষৰ পৰা যোৱা উৰ্দুভাষী মুছলমানসকলক লৈ। যিসকল প্ৰধানকৈ সিন্ধ প্ৰদেশত বাস কৰে। তেওঁলোকৰ নেতা হ'ল আলটাফ হুছেইন। ইংলেণ্ডত নিৰ্বাসিত হৈ থকা নেতাগৰাকীৰ সিন্ধ প্ৰদেশত শক্তিশালী দলীয় সংগঠন আৰু সমৰ্থক আছে। এওঁলোকৰ দলৰ সদস্যসকলৰ প্ৰাযভাগেই অসামজিক কাৰ্যকলাপৰ লগত জড়িত। ঠিক তেনেকৈ পঞ্জাব ৰাজ্যত নবাজ শ্বৰীফ নেতৃত্বাধীন পাকিস্তান মুছলিম লীগৰ প্ৰভাৱ বেছি। মুছাৰফবিৰোধী ৰাজনৈতিক দলসমূহে ইতিমধ্যে অপসাৰিত মুখ্য বিচাৰপতি চৌধুৰীৰ সমৰ্থনত জনজাগৰণ আৰম্ভ কৰিছে। কিছুদিন আগেয়ে ৰাৱালপিণ্ডিৰ পৰা লাহোৰলৈ আহোঁতে জনসাধাৰণে স্বতঃস্ফূৰ্তভাৱে সমগ্ৰ পথত ওলাই আহি তেওঁৰ প্ৰতি

বিপুল সমৰ্থন ব্যক্ত কৰিছিল। লাহোৰত তেওঁ মুছাৰফ চৰকাৰৰ ব্যৰ্থতা, অপশাসনৰ বিৰুদ্ধে বক্তব্য আগবঢ়াইছিল আৰু পাকিস্তানত ন্যায় আৰু সমতাৰ সমৰ্থনত জনসাধাৰণক জাগ্ৰত হ'বলৈ আহ্বান জনাইছিল। লাহোৰত পোৱা জনসমৰ্থনে মুছাৰফ চৰকাৰক শংকিত কৰি তুলিলে আৰু ইয়াৰ পাছতে মুছাৰফে চৌধুৰীৰ বিভিন্ন ৰাজ্যত প্ৰবেশত ৰাজনৈতিক প্ৰতিবন্ধক সৃষ্টি কৰাৰ কূট-কৌশল ৰচনা কৰিলে। ১২ মে'ত কৰাচীৰ অধিবক্তাসকলে বাৰ কাউন্সিলত বক্তৃতা দিবলৈ আমন্ত্ৰণ কৰা অনুৰোধ ৰক্ষা কৰিবলৈ আহোঁতে মুজাহিৰ কোৱামি মুভমেণ্ট দলৰ সদস্যসকলে ৰাজপথত প্ৰতিবন্ধক সৃষ্টি কৰি পুলিচ আৰু মিলিটাৰী প্ৰশাসনৰ সহযোগত উচ্ছৃংখল পৰিস্থিতিৰ সৃষ্টি কৰে। ফলত ১২ ঘণ্টাৰো অধিক কাল বিমানবন্দৰত আবদ্ধ হৈ থাকি পুনৰ তেওঁ ঘূৰি যাবলৈ বাধ্য হ'ল। এই সংঘৰ্ষত প্ৰায় ২৮জনে প্ৰাণ হেৰুৱায়। মুজাহিৰ কোৱামি মুভমেণ্টৰ সদস্যসকলে কৰা এনে পৰিস্থিতিয়ে গোটেই দেশখনত এক অশুভ প্ৰতিক্ৰিয়া সৃষ্টি কৰিছে। অকল সেয়াই নহয়, ইফটিকাৰ হুছেইন চৌধুৰীৰ সমৰ্থকসকলৰ ওপৰতো আক্ৰমণ চলিছে। তেওঁৰ অপসাৰণৰ বিৰুদ্ধে উচ্চতম ন্যায়ালয়ত তৰা গোচৰৰ অধিবক্তাৰ ঘৰত বোমা নিক্ষেপ কৰা হৈছে। হত্যা কৰা হৈছে উচ্চতম ন্যায়ালয়ৰ অতিৰিক্ত পঞ্জীয়ক চৈয়দ হামিদ ৰাজাক। ইতিমধ্যে উচ্চতম ন্যায়ালয়ত জনোৱা মুখ্য ন্যায়াধীশৰ অপসাৰণৰ গোচৰ ন্যায়ালয়ে নাকচ কৰিছে। উচ্চতম ন্যায়ালয়ৰ প্ৰায়বোৰ বিচাৰপতি মুছাৰফৰ অনুগত। বৰ্তমানৰ মুখ্য ন্যায়াধীশৰূপে অধিষ্ঠিত ন্যায়াধীশ ভগৱান দাস ইতিমধ্যে দীৰ্ঘদিনীয়া ছুটীত গৈছে। এতিয়া পাকিস্তানত নামত গণতান্ত্ৰিক চৰকাৰ থাকিলেও ধৰ্মান্ধ মৌলবাদী সংগঠনসমূহৰ অবিৰত হস্তক্ষেপে গণতান্ত্ৰিক ব্যৱস্থাক ধ্বংসস্তূপত পৰিণত কৰিছে। পাকিস্তানত জন্মলগ্নৰে পৰাই ৰাজনৈতিক উত্থান-পতন ঘটি আহিছে। জেনেৰেল আয়ুব খানে আৰম্ভ কৰা মিলিটাৰী হস্তক্ষেপে সময়ে সময়ে ৰাজনৈতিক হত্যাকাণ্ডৰে শাসন কায়েম কৰি আহিছে। ১৯৭৯ চনৰ ৪ এপ্ৰিলত জেনেৰেল জিয়াউল হকে সেই সময়ৰ পাকিস্তানৰ প্ৰধান মন্ত্ৰী জুলফিকৰ আলী ভূট্টোক ফাঁচি দি গণতন্ত্ৰক কবৰ দিছিল। ইয়াৰ উপৰি ইয়াহা খান আদি কৰি কেইবাজনো সামৰিক প্ৰশাসকে পাকিস্তান শাসন কৰিছিল। শেহতীয়াকৈ ১৯৯৯ চনত জেনেৰেল মুছাৰফে নৱাজ শ্বৰীফক আঁতৰাই ক্ষমতা হস্তগত কৰি দেশখনৰ সৰ্বেসৰ্বা হৈ পৰিল। ভুৱা নিৰ্বাচনৰে তেওঁ পুনৰ ৰাষ্ট্ৰপতি আৰু মুখ্য সামৰিক প্ৰশাসক হ'ল। অহা বছৰলৈ পুনৰ নিৰ্বাচন হ'ব। এই নিৰ্বাচনৰ কুচকাৱাজ ইতিমধ্যে ৰাজনৈতিক দলবিলাকে আৰম্ভ কৰিছে। পাকিস্তানৰ শক্তিশালী বিৰোধী দল পাকিস্তান পিপ'লছ পাৰ্টীৰ নেতা বেনজিৰ ভূট্টোৱে মাতৃভূমিলৈ ঘূৰি অহাৰ কাৰণে সকলো প্ৰস্তুতি সম্পূৰ্ণ কৰি তুলিছে। অলপতে সাংবাদিকে সোধা প্ৰশ্নৰ উত্তৰত তেওঁ কৈছে— 'I am hoping to be in Pakistan and I hope to play a role in

the country's future ' বিভিন্ন দুৰ্নীতিৰ অভিযোগত এতিয়াও তেওঁৰ স্বামী পাকিস্তানৰ জে'লত আবদ্ধ হৈ আছে। দেশখনলৈ ঘূৰি অহাৰ পথ সুচল নহ'লেও অহা নিৰ্বাচনত অংশগ্ৰহণ কৰিবলৈ মানসিকভাৱে প্ৰস্তুত হৈছে নৱাজ শ্বৰীফো। ইয়াৰ মাজতে ৰাজনৈতিক গুণাগাঁথা আৰম্ভ হৈছে অপসাৰিত মুখ্য ন্যাযাধীশ ইফটিকাৰ হুছেইন চৌধুৰীক ৰাষ্ট্ৰপতি পদৰ নিৰ্বাচনত প্ৰতিদ্বন্দ্বী হিচাপে থিয় কৰোৱাৰ। চৌধুৰীয়ে এতিযাও তেওঁৰ মনৰ ভাব প্ৰকাশ কৰা নাই। কিন্তু ৰাজনৈতিক পৰ্যবেক্ষকসকলে এতিযাৰ পৰাই তেওঁৰ নাম পৰৱৰ্তী ৰাষ্ট্ৰপতি হিচাপে প্ৰক্ষেপ কৰিছে।

পাকিস্তানৰ ৰাষ্ট্ৰপতি মুছাৰফ এক উদ্‌গিৰিত আগ্নেয়গিৰিৰ মাজত থিয় হৈছে। অলপতে প্ৰাক্তন জেনেৰেল তালাপে কৈছে— 'This is a falling state if not a faild one Musharaf is loosing control '

সন্ত্ৰাসবাদক উচটাই দি কাশ্মীৰৰ কাৰগিল দখল কৰিবলৈ প্ৰযাস কৰা, হাজাৰ হাজাৰ পাকিস্তানী সৈনিকক মৃত্যুমুখলৈ ঠেলি দিয়া, আফগানিস্তান যুদ্ধত তালিবানক দিয়া সমৰ্থন আৰু পৰিৱৰ্তী সমযছোৱাত বিন লাডেনৰ লগত স্থাপন কৰা মধুৰ সম্পৰ্কৰ বাবে এটা সময়ত আমেৰিকা খড়গহস্ত হৈছিল মুছাৰফৰ ওপৰত। কিন্তু পাছত হোৱাইট হাউছৰ ধমকনিত কিছু পৰিমাণে মৌলবাদী আৰু সন্ত্ৰাসবাদী সংগঠনৰ লগত তেওঁ সম্পৰ্ক কমাই আনিবলৈ বাধ্য হৈছিল। তথাপি পাকিস্তানৰ জনসাধাৰণৰ মাজত তেওঁৰ ৰাজনৈতিক সততা আৰু বিশ্বাসযোগ্যতা সম্পৰ্কে বহুতেই সন্দেহৰ আঙুলি টোঁৱাব খোজে এই কাৰণেই যে তেওঁৰ মুজাহিৰ কোৱামি মুভমেণ্টৰ লগত গোপনে সম্পৰ্ক ৰাখি। তেওঁ ভাৰতবৰ্ষৰ পৰা যোৱা উৰ্দুভাষী মুছলিম সম্প্ৰদাযৰ লোক। ৰাজনৈতিকভাৱে নিজকে বৰ চতুৰ আৰু বুদ্ধিমান বুলি ভবা মুশ্বাৰফে সময়ে সময়ে ভাৰত-পাকিস্তানৰ সম্পৰ্ক আৰু কাশ্মীৰ সমস্যা সমাধানৰ বাবে টুলুঙা আৰু অবাস্তৱ পৰামৰ্শ আগবঢ়াই হাঁহিয়াতৰ পাত্ৰ হৈছে। কিছুদিন পূৰ্বে তেওঁ পাকিস্তান টেলিভিছনৰ যোগেদি দিয়া বক্তৃতাত পৰামৰ্শ আগবঢাইছিল। সেই পৰামৰ্শত সীমাৰ দুয়োপাৰৰ ঠাইত স্বাযত্ত শাসন, অসামৰিক ব্যৱস্থা, দুয়োখন দেশৰ চিহ্নিত সীমাৰ দুয়োপাৰে বসবাস কৰা লোকসকলৰ সুচল যাতায়াত ব্যৱস্থাৰ সৃষ্টিতো গুৰুত্ব দিছিল। কিন্তু ভাৰত চৰকাৰে তেওঁৰ এই পৰামৰ্শ অবাস্তৱ বুলি নাকচ কৰে। অলপতে বিদেশমন্ত্ৰী প্ৰণৱ মুখাৰ্জীযেও জেনেৰেল মুছাৰফক উপলুঙা কৰি কৈছিল— 'জেনেৰেলে নিজৰ কথা কেতিয়াও নাৰাখে। সাধাৰণতে জেনেৰেল মুছাৰফক কট্টৰপন্থী ভাৰতবিৰোধী বুলি জনা যায়, কিন্তু ভাৰত চৰকাৰৰ সহনশীল আৰু গঠনমূলক নীতিৰ বাবে কিছু কিছু ক্ষেত্ৰত তেওঁ আপোচ কৰিব লগা হৈছে। যাৰ ফলত দুয়োখন ৰাষ্ট্ৰৰ জনসাধাৰণৰ মাজত পাৰস্পৰিক সহযোগিতা, যাতায়াতৰ সুচল পদক্ষেপ আৰম্ভ হৈছিল।' আজি ভাৰতবৰ্ষৰ সন্ত্ৰাসবাদী কাৰ্যকলাপৰ মূলতেই

পাকিস্তানৰ উৎসাহ। এই কথা বিশ্বৰ সকলোৱে জানে, তথাপি ভাৰতবৰ্ষত শান্তি বিঘ্নিত কৰাৰ কাৰণে অহৰহ তেওঁ চেষ্টাৰ ত্ৰুটি কৰা নাই।

দেশৰ অৰ্থনীতিৰ পুনৰ নিৰ্মাণৰ বাবে মুছাৰফ কিছু পৰিমাণে হ'লেও প্ৰশংসাৰ যোগ্য। কিছু বছৰ আগলৈকে ভাগি পৰা দেশখনৰ অৰ্থনৈতিক ব্যৱস্থাক তেওঁ পুনৰ গঠন কৰিবলৈ সমৰ্থ হৈছে, যাৰ ফলত যোৱা বছৰ পাকিস্তানৰ অৰ্থনৈতিক বিকাশৰ হাৰ ৭ শতাংশলৈ বৃদ্ধি হৈছে। শেহতীয়াকৈ জেনেৰেল মুছাৰফে একালৰ প্ৰসিদ্ধ ক্ৰিকেটাৰ তথা টেৰিফ ই ইনছাফ দলৰ বৰ্তমানৰ অধ্যক্ষ ইমৰান খানকো সিন্ধ প্ৰদেশত প্ৰৱেশৰ অনুমতি স্থানীয় চৰকাৰৰ দ্বাৰাই বন্ধ কৰি দিছে। লাহে লাহে পাকিস্তানত জেনেৰেল মুছাৰফৰ আয়ুস যে টুটি আহিছে, সেয়া জনসাধাৰণৰ স্বতঃস্ফূৰ্ত চৰকাৰবিৰোধী ধ্বনিয়ে প্ৰমাণ কৰি দিছে। নিৰ্বাচনলৈ মাত্ৰ এবছৰৰো কম সময় আছে। এইবাৰ নিৰ্বাচন পাকিস্তানৰ ৰাজনৈতিক ইতিহাসৰ এক জটিল সন্ধিক্ষণত জটিল নিৰ্বাচন হ'ব। এই নিৰ্বাচনে পাকিস্তানক কোন বাটে আগুৱাই লৈ যায় সেয়া নিৰ্ণয কৰিব সময়ে। কিন্তু এই সকলোৰে ওপৰত থাকিব আমেৰিকাৰ ৰিম'ট কণ্ট্ৰ'ল, যি পাকিস্তানৰ সৰ্বময়কৰ্তা। আমেৰিকাই যাকেই শাসনত বহুৱাব খোজে, তেৱেঁই হ'ব পাকিস্তানৰ ভৱিষ্যৎ নিয়ন্তা।■■

---

*আজিৰ দৈনিক বাতৰি, ১২ জুন, ২০০৭*

# পাকিস্তানৰ সাম্প্ৰতিক ৰাজনৈতিক ঘটনাপ্ৰবাহ

এটাৰ পাছত আন এটা ৰাজনৈতিক ধুমুহাই বিপৰ্যস্ত কৰি তুলিছে পাৰভেজ মুছাৰফক। আঠ বছৰ পূৰ্বে সামৰিক অভ্যুত্থানৰ জৰিযতে নিৰ্বাচিত প্ৰধান মন্ত্ৰী নৱাজ শ্বৰীফক গাদীচ্যুত কৰি ক্ষমতা দখল কৰা মুছাৰফ এতিয়া ব'ঠাহীন, যাত্ৰীহীন সিন্ধু নদীৰ টুলুং-ভুটুং নাৱৰ দৰে। নিজকে মুছলিম দেশসমূহৰ ভিতৰত শক্তিশালী সামৰিক প্ৰশাসক বুলি অহংকাৰত গৰ্বিত মুছাৰফ এতিয়া সবাতোকৈ দুৰ্বল, ভাৰাক্ৰান্ত ৰাষ্ট্ৰপতি। প্ৰতি মুহূৰ্ততে, প্ৰতিটো সিদ্ধান্ত ৰাজনৈতিক হেঁচাত সলনি কৰিবলৈ বাধ্য হৈছে তেওঁ গাদী ৰক্ষাৰ বাবে। নিৰুপায হৈ তেওঁ আপোচ কৰিছে তেওঁৰ চিৰন্তন প্ৰতিদ্বন্দ্বী পাকিস্তান পিপ'ল্ছ পাৰ্টীৰ নেত্ৰী বেনাজীৰ ভুট্টোৰ লগত। আনকি নৱাজ শ্বৰীফৰ লগতো তেওঁ আপোচৰ হাত আগবঢাইছিল। বেনাজীৰ ভুট্টোৰ লগত হাত মিলাবলৈ গৈ তেওঁ দিয়া প্ৰতিটো চৰ্ত দ্বিধাহীনভাৱে মানি লৈছে মুছাৰফে। মুছাৰফৰ ফালৰ পৰা এটাই চৰ্ত— ৰাষ্ট্ৰপতি আৰু সামৰিক প্ৰশাসক এই দুযোটা পদৰ অধিকাৰী হিচাপে তেওঁক স্বীকৃতি দিব লাগিব আৰু অহা নিৰ্বাচনত মুছাৰফক ইয়াৰ বাবে সমৰ্থন কৰিব লাগিব। ইয়াত অৱশ্যে সন্মত হোৱা নাই বেনাজীৰ ভুট্টো। তেওঁ দ্বিধাহীনভাৱে কৈছে যে মুছাৰফ ৰাষ্ট্ৰপতি হ'লে সামৰিক পোছাকযোৰ খুলি পেলাব লাগিব। সেযে মুছাৰফৰ হৃদয এতিযা ভগ্নপ্ৰায়। তদুপৰি পাকিস্তানৰ উচ্চতম ন্যায়ালয়ে মুছাৰফে আঠ বছৰ পূৰ্বে ক্ষমতা দখল কৰি দেশান্তৰিত পাকিস্তান মুছলিম লীগৰ নেতা প্ৰাক্তন প্ৰধান মন্ত্ৰী নৱাজ শ্বৰীফক পাকিস্তানলৈ উভতি অহাৰ অনুমতি প্ৰদান কৰিছে তেওঁৰ ভ্ৰাতৃ শ্বাহ ৱাজে দাখিল কৰা এখন আবেদনৰ ভিত্তিত। অকল সেয়াই নহয়, নৱাজ শ্বৰীফে নিশ্চিতভাৱে ৰাজনীতিতো অংশগ্ৰহণ কৰিব পাৰিব ন্যায়ালয়ৰ নিৰ্দেশমতে। এই সিদ্ধান্তই পাৰভেজ মুছাৰফক আৰু শ'লঠেকত পেলাইছে।

অহা বছৰৰ আৰম্ভণিতে পাকিস্তানত নিৰ্বাচন অনুষ্ঠিত হ'ব। এই নিৰ্বাচনৰ প্ৰাক্‌মুহূৰ্তত ৰাজনৈতিক দলবোৰ সক্ৰিয হৈ পৰিছে। বহুদিনৰ পৰাই বঞ্চিত সৰ্বসাধাৰণ গণতান্ত্ৰিক পাকিস্তানী জনসাধাৰণেও এইবাৰ যিকোনো উপায়ে গণতান্ত্ৰিক ব্যৱস্থাক ঘূৰাই অনাৰ কাৰণে বদ্ধপৰিকৰ হৈছে। এই উত্থানৰ মূল কাৰণ ৰাজনৈতিক দলসমূহৰ চৰকাৰবিৰোধী নীতি নহয়। ভুল সিদ্ধান্ত লৈ মুছাৰফে নিজৰ হাতৰ কুঠাৰ ভৰিত

মাৰিছে। সেয়ে এতিয়া নিজকে উদ্ধাৰৰ বাবে হাবু-ডুবু খাইছে তেওঁ।

৯ মাৰ্চ, ২০০৭ চন। পাকিস্তানৰ উচ্চতম ন্যায়ালয়ৰ মুখ্য ন্যায়াধীশ ইফটিকাৰ মহম্মদ চৌধুৰীক স্বজনপ্ৰীতি আৰু দুৰ্নীতিৰ অভিযোগত বৰ্খাস্ত কৰে জেনেৰেল মুছাৰফে। ন্যায়নিষ্ঠ আৰু নিকা ভাবমূৰ্তিৰ লোক হিচাপে সুনাম থকা ন্যায়াধীশজনৰ বিৰুদ্ধে অনা অভিযোগৰ প্ৰতিবাদ কৰিবলৈ ওলাই আহিল পাকিস্তানৰ সকলো অধিবক্তা। ইয়াৰ নেতৃত্ব ল'লে পাকিস্তানৰ উচ্চতম ন্যায়ালয়ৰ বাৰ এছ'চিয়েছনে। স্বাধীনতাৰ পাছত প্ৰথমবাৰৰ কাৰণে পাকিস্তানত সঁচা অৰ্থত সামৰিক প্ৰশাসকৰ বিৰুদ্ধে নিৰ্ভয়ে জনসাধাৰণ ৰাজপথলৈ ওলাই আহিল। চৌধুৰীক দেখা পাবলৈ ব্যগ্ৰ হৈ পৰিল সকলো। তেওঁ য'লৈকে গৈছিল, তাতে হাজাৰ হাজাৰ মানুহে তেওঁক সম্ভাষণেৰে আদৰিছিল। ৰাৱালপিণ্ডিৰ পৰা লাহোৰলৈ আহোঁতে তিনি ঘণ্টাৰ পথ অতিক্ৰম কৰিবলৈ চৌধুৰীক সময় লাগিছিল ২৭ ঘণ্টা। সমগ্ৰ পথত চৌধুৰীৰ সমৰ্থনত জনসমুদ্ৰ। পাকিস্তানৰ মুছলিম লীগ, পাকিস্তান পিপ'ল্ছ পাৰ্টী আদি ধৰ্মনিৰপেক্ষ দলবোৰে একজোঁট হৈ তেওঁক সমৰ্থন আগবঢ়াইছিল। প্ৰতি ক্ষেত্ৰতেই মুছাৰফে উজুটি খাইছিল। এই জনজাগৰণ বন্ধ কৰাৰ কাৰণে পাকিস্তান মুছলিম লীগ (কোৱামি), মুজাহিৰ কোৱামি মুভমেণ্ট দল, মুছাৰফ সমৰ্থিত পাকিস্তান মুছলিম দল আদিৰ হতুৱাই বিভিন্ন ঠাইত সংঘৰ্ষৰ সৃষ্টি কৰিছিল। কৰাচী বাৰ এছ'চিয়েছনত ভাষণ দিবলৈ আহোঁতে মুজাহিৰ কোৱামি মুভমেণ্ট দলৰ দ্বাৰা হোৱা সংঘৰ্ষত ১২জনৰো অধিক লোকৰ মৃত্যু ঘটিছিল। ঠিক তেনেকৈ লাহোৰ, বেলুচিস্তান আদিতো বোমা দলিয়াই আন্দোলনকাৰীসকলৰ মাজত ত্ৰাস সৃষ্টি কৰি সংঘৰ্ষৰ সৃষ্টি কৰা হৈছিল। কিন্তু ঘটনাই নাটকীয় ৰূপ ল'লে ২০ জুলাইৰ দিনা। ১৩জন বিচাৰপতিৰে গঠিত উচ্চতম ন্যায়ালয়ৰ পূৰ্ণ আদালতে মুখ্য ন্যায়াধীশ ইফটাৰ মহম্মদ চৌধুৰীক বহিষ্কাৰ কৰা ৰাষ্ট্ৰপতিৰ আদেশক অবৈধ আৰু অসাংবিধানিক বুলি ঘোষণা কৰে। মুশ্বাৰফৰ মুখত ক'লা ছাই পৰিল। উপায়বিহীন হৈ মুশ্বাৰফে ন্যায়পালিকাৰ ওচৰত শিৰ নত কৰি ক'লে— 'মই ন্যাযপালিকাৰ আদেশক সন্মান জনাইছোঁ।' ইয়াৰ পাছতেই পাকিস্তানত ন্যায়পালিকাৰ স্বাধীনতা, নাগৰিকৰ সুস্থ সাংবিধানিক মৌলিক অধিকাৰ ৰক্ষাৰ বাবে আদালত থিয় হৈছে জনসাধাৰণৰ লগত। ফলত লাহে লাহে পাকিস্তানত অত্যাচাৰী আৰু অপশাসনৰ বিৰুদ্ধে ন্যায়পালিকাই লৌহ প্ৰাচীৰৰ ভূমিকা পালন কৰিছে। প্ৰশাসনে প্ৰায় ৩০ মিলিয়ন ভোটাৰৰ নাম কৰ্তন কৰা সংক্ৰান্তত কিছুদিন আগতে বেনাজীৰ ভুট্টোৰ দলৰ তৰফৰ পৰা উচ্চতম ন্যায়ালয়ত আবেদন দাখিল কৰা হৈছিল। এই সন্দৰ্ভত ২৯ জুলাই তাৰিখে বিচাৰপতি ৰাণা ভগৱান দাসৰ নেতৃত্বত গঠিত খণ্ড আদালতে নিৰ্বাচনী আয়োগক বিষয়টো পৰীক্ষা কৰি সোনকালে তেওঁলোকৰ নাম ভোটাৰ তালিকাত সন্নিবিষ্ট কৰাৰ কাৰণে নিৰ্দেশ জাৰি কৰে। ফলস্বৰূপে পুনৰ বিতৰ্কই হেঁচা মাৰি ধৰিছে মুছাৰফক। পাকিস্তান লয়াৰ্ছ ফৰামে

উচ্চতম ন্যায়ালয়ে নতুনকৈ দাখিল কৰা এখন আবেদনেও শ'লঠেকত পেলাইছে মুছাৰফক। এই আবেদনত উল্লেখ কৰা হৈছে যে পাকিস্তানৰ সংবিধানৰ ৪১ নং অনুচ্ছেদ অনুসৰি ৰাষ্ট্ৰপতিজনে দেশখনৰ সাৰ্বভৌমত্ব, অখণ্ডতা ৰক্ষাৰ দায়িত্ব গ্ৰহণ কৰিব লাগে। তদুপৰি তেওঁৰ ভূমিকা সদায় নিৰপেক্ষ হ'ব লাগে। কিন্তু দেশখনৰ সংবিধানৰ এই পৰম্পৰা ভংগ মুছাৰফে কৰিছে। সেয়ে তেওঁক দ্বিতীয়বাৰৰ বাবে নিৰ্বাচনত অংশগ্ৰহণ কৰাৰ পৰা বিৰত ৰাখিব লাগে।

তদুপৰি মুছাৰফৰ ঘোৰ সমৰ্থক মুজাহিৰ কোৱামি মুভমেণ্টে পাকিস্তানৰ প্ৰবল জনমতক উপেক্ষা কৰিবলৈ এই মুহূৰ্তত সাহস কৰা নাই। মুছাৰফক পাকিস্তান মুছলিম লীগে (কিউ)অহা নিৰ্বাচনত সমৰ্থন কৰাৰ ক্ষেত্ৰতো দ্বিধাগ্ৰস্ততা প্ৰকাশ কৰিছে। নৱাজ শ্বৰীফে ৰাষ্ট্ৰখনৰ ৰাজনৈতিক দলসমূহক পাৰভেজ মুছাৰফৰ বিৰুদ্ধে বৃহৎ ঐক্য গঠনৰ আহ্বান জনাইছে। ইতিমধ্যে প্ৰচাৰ মাধ্যমৰ ওপৰত নিষেধাজ্ঞা জাৰি কৰি ৰোষত পৰি থকা মুছাৰফৰ বিৰুদ্ধে মুকলিকৈ আগবাঢ়ি আহিছে প্ৰচাৰ মাধ্যমো। অহা বছৰৰ আৰম্ভণিতে পাকিস্তানত নিৰ্বাচন অনুষ্ঠিত হ'ব। পাকিস্তানৰ সংবিধান মতে নিৰ্ধাৰিত ৫ বছৰ অতিক্ৰম কৰাৰ ৬০ দিন পূৰ্বে নিৰ্বাচন হ'ব নোৱাৰে। একেদৰে পাঁচ বছৰ অতিক্ৰম কৰাৰ ৩০ দিনৰ আগতেও নিৰ্বাচন হ'ব নোৱাৰে। সংসদ যদি কিবা কাৰণত ভংগ হয় আৰু নিৰ্দিষ্ট সময়ছোৱাৰ ভিতৰত নিৰ্বাচন অনুষ্ঠিত কৰিব নোৱাৰে, তেতিয়াহ'লে ৰাষ্ট্ৰপতিয়ে ৩০ দিনৰ ভিতৰত সাধাৰণ নিৰ্বাচনৰ জৰিয়তে বিধান পৰিষদ আৰু সংসদৰ নিৰ্বাচন অনুষ্ঠিত কৰি ৰাষ্ট্ৰপতি নিৰ্বাচিত কৰিব লাগিব।

পাকিস্তানৰ ৰাজনৈতিক ইতিহাস জন্ম লগ্নতে যেন ৰাহুৰ পাপচক্ৰত। এই পাপচক্ৰৰ পৰা পাকিস্তান মুক্ত হ'ব পৰা নাই অদ্যাপি। স্বাধীনতাৰ পাছত মহম্মদ আলী জিন্না গৱৰ্ণৰ জেনেৰেল হিচাপে নিযুক্ত হৈছিল। গৱৰ্ণৰ জিন্নাৰ মৃত্যুৰ পাছত এই পদত স্থলাভিষিক্ত হৈছিল খাজা নাজিমুদ্দিন। প্ৰধান মন্ত্ৰী আছিল লিয়াকত আলী খান। পাছলৈ খাজা নিজামুদ্দিন প্ৰধান মন্ত্ৰী হৈছিল। ১৯৫৬ চনৰ ৫ মাৰ্চত প্ৰথম সংবিধান গ্ৰহণ কৰা হয়। ৰাষ্ট্ৰপতি হিচাপে মেজৰ জেনেৰেল ইস্কণ্ডৰ আলী মিৰ্জা অভিসিক্ত হয়। তেতিয়াৰ পৰা আৰম্ভ হৈছিল সামৰিক প্ৰশাসকৰ পাকিস্তানৰ ৰাজনীতিত দখল। ১৯৬২ চনত জেনেৰেল আয়ুব খানে নতুন সংবিধান গ্ৰহণ কৰে। ২৫ মাৰ্চ, ১৯৬৯ত আয়ুব খানৰ মৃত্যুৰ পাছত জেনেৰেল আগা মহম্মদ ইয়াহিয়া খান সামৰিক প্ৰশাসক হয়। কিন্তু ১৯৭১ চনৰ ১৬ ডিচেম্বৰত ভাৰত-বাংলাদেশ যুদ্ধত পাকিস্তানৰ শোচনীয় পৰাজয় হোৱাত জেনেৰেল ইয়াহিয়া খানে পদত্যাগ কৰে আৰু জুলফিকৰ আলী ভুট্টো ৰাষ্ট্ৰপতি হয়। ১৯৬৯ চনত জেনেৰেল জিয়াউল হকে ভুট্টোক ক্ষমতাৰ পৰা অপসাৰণ কৰে। ইয়াৰ পাছত ১৯৭৯ চনত জিয়াউল হকে ৰাষ্ট্ৰখনৰ ক্ষমতা নিজৰ হাতলৈ আনে। জিয়াউল হকৰ মৃত্যুৰ পাছত বেনাজীৰ ভুট্টো

আৰু নৱাজ শ্বৰীফ দুবাৰকৈ প্ৰধান মন্ত্ৰী হয় আৰু ৮ বছৰ পূৰ্বে নৱাজ শ্বৰীফক আঁতৰাই পাৰভেজ মুছাৰফে অন্যায়ভাৱে ক্ষমতা দখল কৰে। এইখিনিতে উল্লেখ কৰিব পাৰি জুলফিকৰ আলী ভুট্টো ক্ষমতালৈ আহি ১৯৭৩ চনত নতুন সংবিধান প্ৰণয়ন কৰে আৰু সংবিধানে দিয়া ক্ষমতা অনুসৰি তেওঁ ৰাষ্ট্ৰপতি হিচাপে শপত গ্ৰহণ কৰে। এই নতুন সংবিধানত ধৰ্মৰ স্বাধীনতা, জনসাধাৰণৰ সম্পত্তিৰ অধিকাৰ, সমস্বত্বৰ অধিকাৰ আৰু মৌলিক অধিকাৰ লংঘনৰ ক্ষেত্ৰত ন্যায়ালয়ৰ আশ্ৰয় লোৱাৰ ব্যৱস্থা কৰা হৈছে।

আমেৰিকা যুক্তৰাষ্ট্ৰৰ বহতীয়া হিচাপে পৰিগণিত পাকিস্তানৰ সামৰিক আৰু অৰ্থনৈতিক মুঠিও নিয়ন্ত্ৰণ কৰে আমেৰিকাই। ১৯৭৯ চনৰ ডিচেম্বৰ মাহত ছোভিয়েট ৰাছিয়াই আফগানিস্তান দখল কৰাৰ পাছত আমেৰিকাই আফগান-পাকিস্তান সীমান্তত তালিবান আৰু মুজাহিদিনবিলাকক সামৰিক প্ৰশিক্ষণ দিছিল ছোভিয়েট ৰাছিয়াৰ বিৰুদ্ধে যুঁজিবলৈ। ফলত এই সীমামূৰীয়া অঞ্চল এখন সামৰিক ক্ষেত্ৰ হিচাপে ব্যৱহাৰ হৈছিল। আফগানিস্তান ছোভিয়েট ৰাছিয়াৰ পৰা মুক্ত হ'ল। কিন্তু আফগানিস্তানৰ সমগ্ৰ ক্ষমতা মৌলবাদী তালিবানলৈ হস্তান্তৰিত হয় পৰৱৰ্তী সময়ত। এই মৌলবাদে আমেৰিকাৰ বিৰুদ্ধাচৰণ কৰাত পুনৰ পাকিস্তানক ঘাটি হিচাপে ব্যৱহাৰ লৈ তালিবান প্ৰশাসিত আফগানিস্তানক আমেৰিকাই মুক্ত কৰে। ইয়াৰ ফলত জন্ম হ'ল আল-কাইদাকে আদি কৰি বিভিন্ন সন্ত্ৰাসবাদী সংগঠনৰ। সকলো ক্ষেত্ৰতে পাকিস্তানৰ আই এছ আই, সামৰিক বাহিনীক চি আই এই সম্পূৰ্ণ নিয়ন্ত্ৰণত ৰাখিছিল। কিন্তু ধৰ্মীয় গোড়ামিবশতঃ সন্ত্ৰাসবাদীসকলে পাকিস্তানত মুকলিভাৱে সন্ত্ৰাসবাদী কাৰ্যকলাপ বৃদ্ধি কৰিবলৈ ধৰিলে। এতিয়াও বহুতে বিশ্বাস কৰে বিন লাডেন পাকিস্তানতে আছে। লাহে লাহে পাকিস্তানৰ প্ৰশাসনত ধৰ্মীয় মৌলবাদীসকলে এনেধৰণে দৃঢ়ভাৱে খোপনি পুতি লৈছে, যাৰ ফলত আনকি গণতান্ত্ৰিক ব্যৱস্থা, সাধাৰণ মানুহৰ মৌলিক অধিকাৰ আদি পুনৰ প্ৰতিষ্ঠা কৰাটোও দুৰূহ হৈছে। কিছুদিন পূৰ্বে লাল মছজিদত সংঘটিত ঘটনাপ্ৰবাহে এইক্ষেত্ৰত এক স্পষ্ট ছবি দাঙি ধৰিছে। ১০২জন লোকৰ মৃত্যু হোৱা এই লাল মছজিদৰ ঘটনাই জেনেৰেল মুছাৰফৰ সন্ত্ৰাসবাদৰ বিৰুদ্ধে যুঁজাৰ ফোপোলা স্বৰূপটো উদঙাই দেখুৱাইছে। পাকিস্তানত আজি সাধাৰণ নাগৰিকৰ জীৱন নিৰ্বাহ কৰাটো, বাক্ স্বাধীনতাৰ অধিকাৰ প্ৰতিষ্ঠা কৰাটো এক দুঃস্বপ্ন হৈ পৰিছে।

যোৱা বছৰৰ মে' মাহত সকলো ৰাজনৈতিক বিসম্বাদ আঁতৰাই বেনাজিৰ ভুট্টো আৰু নৱাজ শ্বৰীফে একত্ৰিত হৈ পাকিস্তানত গণতন্ত্ৰ প্ৰতিষ্ঠা কৰাৰ হকে চুক্তিবদ্ধ হৈছিল লণ্ডনত। তেওঁলোকৰ এই সন্মিলিত প্ৰচেষ্টাত ভয় খাই জেনেৰেল পাৰভেজ মুছাৰফে বেনাজিৰ ভুট্টোৰ লগত এখন চুক্তিত উপনীত হৈছে নিৰ্বাচনত বেনাজিৰ ভুট্টোক প্ৰতিদ্বন্দ্বিতা কৰাৰ সুযোগ দিয়াৰ লোভ দেখুৱাই। তাতো কিন্তু মুছাৰফে নিজৰ কুট চক্ৰান্ত অন্তৰত পুহি ৰাখি সংবিধান সংশোধন কৰাৰ বাবে চেষ্টা কৰিছে,

যাতে দুবাৰকৈ প্ৰধান মন্ত্ৰী হোৱাজনক তৃতীয়বাৰৰ কাৰণে সংবিধানে প্ৰধান মন্ত্ৰী হোৱাৰ সুযোগ নিদিয়ে। ইয়াৰ তীব্ৰ বিৰোধিতা কৰিছে বেনজিৰ ভুট্টোৱে। বেনজিৰ ভুট্টোৱে দাবী কৰিছে— হয় মুছাৰফ সামৰিক প্ৰশাসক হওক, নহয় ৰাষ্ট্ৰপতি হওক। এই দাবী এতিয়ালৈকে মানি লোৱা নাই মুছাৰফে। কিন্তু মুছাৰফেও এই কথা নিঃসন্দেহে জানে— পাকিস্তানত পুনৰ ৰাষ্ট্ৰপতি হ'বলৈ হ'লে বেনাজিৰ ভুট্টোৰ দলৰ সমৰ্থন অবিহনে তেওঁ ক্ষমতালৈ অহাটো সুদূৰপৰাহত। সেয়ে নৱাজ শ্বৰীফক আঁতৰাই ভুট্টোৰ সৈতে সহৱস্থান কৰি তেওঁ নিজৰ কূট-কৌশল ৰচাত মগ্ন হৈছে।

এইখিনিতে উল্লেখ কৰা ভাল— পাকিস্তানৰ আভ্যন্তৰীণ ৰাজনীতি যিমানেই উত্তাল নহওক কিয়, ৰাষ্ট্ৰখনত সুস্থিৰতা নিৰ্ভৰ কৰিব আমেৰিকা-পাকিস্তান নীতিৰ ওপৰতহে পাকিস্তানৰ অৰ্থনীতিৰ উন্নতি হৈছে। কিন্তু এইক্ষেত্ৰত আমেৰিকাৰ অৱদান কম নহয়। যিমানেই তেওঁলোকৰ মৌলবাদী সংগঠনসমূহে আমেৰিকাৰ বিৰুদ্ধে সৰৱ নহওক কিয়, যিকোনো প্ৰশাসকে আমেৰিকাৰ আশীৰ্বাদপুষ্ট হৈ দেশ চলাব লাগিব। মুছাৰফ কিছু পৰিমাণে সফল হৈছে আমেৰিকাক সন্তুষ্ট কৰিবলৈ, অন্ততঃ সন্ত্ৰাসবাদ দমনৰ নামত তেওঁ দেখুওৱা দৃঢ়তাৰ বাবে। সেয়ে ১৯ আগষ্টত বুশ্বে কৈছে— 'মুছাৰফ পাকিস্তানৰ এনে এজন সামৰিক প্ৰশাসক যিয়ে সন্ত্ৰাসবাদ দমন কৰিব পাৰিব।' কিন্তু বুশ্বৰ এই বিশ্বাসযোগ্যতা সহজভাৱে ল'ব পৰা নাই আমেৰিকাৰ ৰাষ্ট্ৰপতি নিৰ্বাচনৰ অন্যতম প্ৰাৰ্থী অ'বামাই। তেওঁ কৈছে— 'পাকিস্তান হৈছে সন্ত্ৰাসবাদীৰ ভূস্বৰ্গ। যদি এই ধাৰণাই শুদ্ধ হয়, তেতিয়াহ'লে অহা বছৰ আমেৰিকাৰ নিৰ্বাচনত জয়ৰ পূৰ্ণ সম্ভাৱনা থকা ডেম'ক্ৰেট দল ক্ষমতালৈ আহিলে মুছাৰফে কিমানখিনি সমৰ্থন আমেৰিকাৰ পাব এইক্ষেত্ৰত সন্দেহ আছে।'

কিন্তু কিছুদিন ধৰি পাকিস্তানৰ জনসাধাৰণৰ মাজত সামৰিক প্ৰশাসনৰ বিৰুদ্ধে হোৱা জনজাগৰণ, বিক্ষোভে দেশখনৰ ভৱিষ্যতৰ সুৰকাল দিনৰ সংকেতেই দিছে। প্ৰথমবাৰৰ কাৰণে ন্যায়পালিকাই জনসাধাৰণৰ মৌলিক অধিকাৰ, ক্ষমতা, স্বাধীনতা ৰক্ষাৰ হকে দেখুওৱা আদৰ্শয়ো পৰিৱৰ্তনৰ ধাৰা কঢ়িয়াই আনিছে। এই ধাৰা অব্যাহত থাকক এখন নতুন গণতান্ত্ৰিক পাকিস্তানৰ বাবে আৰু ইয়াৰ জনসাধাৰণৰ বাবে। সিন্ধু নদীৰ পাৰৰ জনসাধাৰণে সন্ত্ৰাসবাদ, ধৰ্মীয় গোড়ামিৰ বিৰুদ্ধে উন্নত শিৰে থিয় হওক। উন্নতি আৰু শান্তিৰ গীত পাকিস্তানৰ জনসাধাৰণৰ মুখে মুখে ধ্বনিত হওক।■■

---

*অসমীয়া খবৰ, ২৯ আগষ্ট, ২০০৭*

# পাকিস্তানৰ পৰিৱৰ্তিত ৰাজনৈতিক পৰিস্থিতি

দহ ছেপ্টেম্বৰ। পুৱতি নিশাৰ পৰাই পাকিস্তানবাসীৰ আৰম্ভ হৈছিল উৎকণ্ঠা। চেপা উত্তেজনাই সকলোকে বিনিদ্ৰ ৰজনী অতিবাহিত কৰিবলৈ বাধ্য কৰাইছিল। কি হ'ব নৱাজ শ্বৰীফৰ? সাত বছৰৰ মূৰত নিজৰ মাতৃভূমিত সফলতাৰে পদাৰ্পণ কৰিব পাৰিব নে নাই' নে জুলফিকৰ আলী ভুট্টোৰ দৰে এদিন অন্ধকাৰ কাৰাবাসত কটাই ফাঁচিৰ কাঠগৰাত জীৱন নিৰ্বাপনত কৰিব লাগিব। ভয়, শংকা, শোকক একীভূত কৰি পাকিস্তানী জনসাধাৰণৰ লগতে গোটেই বিশ্বই সিদিনাৰ দিনটো উদ্বেগেৰে লক্ষ্য কৰিছিল। মুছাৰফ, জিয়াউল হকে জুলফিকৰ আলী ভুট্টোক হাত-ভৰি শিকলিৰে বান্ধি লৌহ কাৰাগাৰত প্ৰক্ষেপ কৰাৰ দৰে এওঁকো প্ৰক্ষেপ কৰিব নেকি? ৰাৱালপিণ্ডিৰ বিমানবন্দৰৰ প্ৰায় দুই কিলোমিটাৰ ব্যাসাৰ্ধ অসামৰিক লোকৰ বাবে প্ৰৱেশ নিষেধ কৰিছিল সিদিনা। আনকি বাতৰিকাকত আৰু টিভিৰ সাংবাদিকসকলৰ প্ৰৱেশৰ ক্ষেত্ৰতো কঠোৰ প্ৰতিবন্ধকৰ সৃষ্টি কৰা হৈছিল। অৱশেষত কেবাঘণ্টাজোৰা উৎকণ্ঠাৰ ওৰ পেলাই নৱাজ শ্বৰীফক পুনৰ চৌদি আৰবলৈ ওভোতাই পঠিওৱা হ'ল। অশান্ত মন লৈ নৱাজ শ্বৰীফ উভতি গ'ল। পাৰভেজ মুছাৰফৰ বিৰুদ্ধে কঁকালত টঙালি বান্ধি যুঁজিবলৈ অহা নৱাজ শ্বৰীফক নীচ কৌশলেৰে ৰাষ্ট্ৰপতি পাৰভেজ মুছাৰফে আঁতৰাই পঠিয়ালে। নৱাজ শ্বৰীফক নিজৰ দেশলৈ ঘূৰি অহাৰ পথ পাকিস্তান উচ্চতম ন্যায়ালয়ে ২৩ আগষ্টত সুচল কৰি দিয়াৰ পাছতো বিভিন্ন গোচৰত অভিযুক্ত কৰি তেওঁক আইনৰ শাসনলৈ বুঢ়া আঙুলি দেখুৱাই পাৰভেজ মুছাৰফে পাকিস্তানৰ গণতান্ত্ৰিক পৰম্পৰাৰ মূল গাঁঠনিত ভৰিৰে মোহাৰিলে। নৱাজ শ্বৰীফক পাকিস্তানৰ পৰা ওভোতাই পঠিওৱা কাৰ্যক তেওঁৰ দল পাকিস্তান মুছলীম লীগ (এ এন)ৰ কৰ্মকৰ্তাসকলে আদালতৰ আদেশৰ স্বাভাৱিক উলংঘন বুলি আবেদন দাখিল কৰাৰ উপৰি নৱাজ শ্বৰীফক পুনৰ পাকিস্তানলৈ অহাৰ পথ সুচল কৰাৰ বাবে উচ্চতম ন্যায়ালয়ৰ দ্বাৰস্থ হোৱাৰ প্ৰস্তুতি চলাইছে। নিজৰ স্বামীক বলপূৰ্বকভাৱে ওভোতাই পঠিওৱাৰ ক্ষেত্ৰত জ্বলি উঠিছে নৱাজ শ্বৰীফৰ পত্নী খুলচুম নৱাজ। স্বামীৰ পৰিৱৰ্তে দলটোক নেতৃত্ব দিবলৈ তেওঁ অহা মাহত পাকিস্তানলৈ উভতি আহিব। ইয়াৰ পূৰ্বে তেওঁ প্ৰায় এবছৰ

দলটোক নেতৃত্ব দিছিল। নৱাজ শ্বৰীফক পাকিস্তানৰ পৰা পুনৰ আঁতৰাই পঠিওৱা কাৰ্যক অন্তৰৰ পৰা নহ'লেও নৰম সুৰত বেনজিৰ ভুট্টোৱে নিন্দা কৰিছে।

পাকিস্তানত মূলতঃ পাকিস্তান পিপ'ল্ছ পাৰ্টী, পাকিস্তান মুছলীম লীগ (এন) আৰু পাকিস্তান মুছলিম লীগ (কিউ) এই তিনিটা দল শক্তিশালীভাৱে সংঘবদ্ধ। ইয়াৰ উপৰি মুজাহিদীন কোৱামী মুভমেণ্টকে আদি কৰি কেবাটাও দল থাকিলেও এইবোৰ দলৰ সংগঠন বিস্তৃতভাৱে গোটেইকেইখন প্ৰদেশত নাই। পাকিস্তানৰ মধ্যবিত্ত আৰু নিম্ন মধ্যবিত্ত শ্ৰেণীক প্ৰতিনিধিত্ব কৰিছে বেনজিৰ ভুট্টো আৰু নৱাজ শ্বৰীফৰ দলে। পঞ্জাব প্ৰদেশত নৱাজ শ্বৰীফৰ শক্তিশালী স্থিতি আছে। কিন্তু আজিৰ পৰিস্থিতিত নৱাজ শ্বৰীফে অন্যান্য দলবিলাকৰ সমৰ্থন অবিহনে একক চৰকাৰ গঠন কৰিব পৰা স্থিৰ্তিত নাই। সেয়ে অল পাৰ্টী মুভমেণ্ট নামৰ নতুন সংগঠন গঢ়ি তুলি সৰু সৰু ৰাজনৈতিক দলবোৰক একগোট কৰি যৌথ সংগঠন কৰাৰ প্ৰযাস নৱাজ শ্বৰীফে আৰম্ভ কৰিছিল। ৰাজনৈতিক দলবোৰৰ ভিতৰত সকলো প্ৰদেশতে শক্তিশালী স্থিতিত আছে পাকিস্তান পিপ'ল্ছ পাৰ্টী। এওঁলোকৰ সমৰ্থন অবিহনে আজিৰ পৰিস্থিতিত মুছাৰফে গণতান্ত্ৰিকভাৱে মুক্ত নিৰ্বাচন হ'লে পুনৰায় ক্ষমতালৈ উভতি অহাৰ সম্ভাৱনা নাই। সেয়ে মুছাৰফে বাৰে বাৰে বেনজিৰ ভুট্টোৰ লগত এক ৰাজনৈতিক বুজা বুজি গঢ়াৰ প্ৰয়াস কৰি আছে। কিন্তু মুছাৰফ আৰু বেনজিৰ ভুট্টোৱে পাকিস্তানৰ নেতৃত্ব লোৱাৰ ক্ষেত্ৰত বাধাৰ সৃষ্টি কৰিছে সংবিধানে। কাৰণ দুবাৰকৈ প্ৰধান মন্ত্ৰী হোৱা বেনজিৰ ভুট্টোৱে তৃতীযবাৰৰ বাবে প্ৰধান মন্ত্ৰী হোৱাৰ ক্ষেত্ৰত হেঙাৰ হৈছে সংবিধান। ঠিক সেইদৰে সেনাপ্ৰধান আৰু ৰাষ্ট্ৰপতি দুযোটা পদৰ অধিকাৰী হোৱাৰ পথত বাধাৰ সৃষ্টি কৰিছে সংবিধানে। কিন্তু বেনজিৰ আৰু মুছাৰফ দুয়ো আঁকোৰগোজ। যিকোনো ত্যাগ আৰু কৌশলৰ বিনিময়ত দুযোকো ক্ষমতা লাগে। প্ৰথম অৱস্থাত বেনজিৰ ভুট্টো আৰু নৱাজ শ্বৰীফে যৌথভাৱে মুছাৰফৰ বিৰুদ্ধে যুঁজাৰ সিদ্ধান্ত গ্ৰহণ কৰিছিল। এইমৰ্মে আলোচনাই যথেষ্ট অগ্ৰগতিও লাভ কৰিছিল। কিন্তু হঠাৎ বেনজিৰ ভুট্টো নৱাজ শ্বৰীফৰ পৰা আঁতৰি আহিল। পাৰভজ মুছাৰফৰ কটকীৰ লগত নতুনকৈ আলোচনা আৰম্ভ হ'ল। আলোচনাৰ প্ৰথম চৰ্ত আছিল বেনজিৰ ভুট্টো আৰু তেওঁৰ স্বামী আচিফ জাৰ্দাৰীৰ বিৰুদ্ধে থকা গোচৰসমূহ উঠাই ল'ব লাগিব। এইক্ষেত্ৰত প্ৰাৰম্ভিক সন্মতি দিছিল মুছাৰফে। কিন্তু যেতিয়া মূল বিষয় লৈ আলোচনা আৰম্ভ হ'ল, মুছাৰফে দাবী জনালে বেনজিৰ ভুট্টো তৃতীয়বাৰৰ কাৰণে প্ৰধান মন্ত্ৰী হ'ব নোৱাৰে। এই প্ৰস্তাৱত ভুট্টো জাঙুৰ কাই উঠিল। তেওঁ প্ৰস্তাৱ তৎকালে নাকচ কৰি পাৰভেজ মুছাৰফক হয় ৰাষ্ট্ৰপতি, নহয় সামৰিকপ্ৰধান এই দুযোটা পদবীৰ এটা ত্যাগ কৰিবলৈ পৰামৰ্শ দিলে। ভুট্টোৰ পৰামৰ্শ মুছাৰফে অগ্ৰাহ্য কৰিলে। ভুট্টো আৰু

মুছাৰফৰ মাজত হোৱা পাৰস্পৰিক বুজাবুজি কিছুদিন স্তিমিত হোৱাৰ মুহূৰ্তত নৱাজ শ্বৰীফে ইয়াৰ সুবিধা ল'বলৈ আচম্বিতে পাকিস্তানলৈ ঘূৰি আহি পাৰভেজ মুছাৰফৰ বিৰুদ্ধে গণতান্ত্ৰিক আন্দোলন কৰাৰ সিদ্ধান্ত ঘোষণা কৰে, যাতে পাকিস্তানী জনসাধাৰণৰ সহানুভূতি তেওঁ আৰু তেওঁৰ দলৰ প্ৰতি আনিব পাৰে। এই কৌশলে পাকিস্তানত নৱাজ শ্বৰীফৰ প্ৰতি সহানুভূতিৰ ঢৌ ইতিমধ্যে বোৱাবলৈ সক্ষম হৈছে। নৱাজ শ্বৰীফক ছৌদি আৰবলৈ পঠিয়াই দিয়াৰ পাছত এইবাৰ তেওঁৰ পত্নী খুলচুম বেগম আগবাঢ়ি আহিল দলৰ নেতৃত্ব ল'বলৈ। পাৰভেজ মুছাৰফৰ শাসন খতম কৰিবলৈ নৱাজ শ্বৰীফ দৃঢ় প্ৰতিজ্ঞ।

নৱাজ শ্বৰীফক ওভোতাই পঠিওৱাৰ পাছতেই পাকিস্তানত নৱাজ তেওঁৰ প্ৰতি জনসাধাৰণৰ সহানুভূতিত শংকিত হৈ ১৪ তাৰিখে বেনজিৰ ভুট্টোৱে ঘোষণা কৰিছে যে তেওঁ ১৮ অক্টোবৰত পাকিস্তানলৈ ঘূৰি আহিব। এই ঘোষণাৰ পাছত পাকিস্তান পিপ'লছ্ পাৰ্টীৰ কৰ্মকৰ্তাসকলে তেওঁক স্বাগতম জনাবলৈ জোৰদাৰ প্ৰস্তুতি চলাইছে। কিন্তু এইখিনিতে প্ৰশ্ন হৈছে— তেওঁৰ বিৰুদ্ধে থকা গোচৰবোৰৰ ক্ষেত্ৰত চৰকাৰে কি ব্যৱস্থা গ্ৰহণ কৰিব? যদি আমেৰিকাৰ মধ্যস্থতাত সঁচাকৈয়ে বেনজিৰ ভুট্টোৰ লগত মুছাৰফৰ গোপন বুজাবুজি হৈছে, তেতিয়াহ'লে ভুট্টো ১৮ অক্টোবৰৰ দিনা ৰঙা দলিচাৰ ওপৰেদি খোজ দিব পাৰিব। নহ'লে দেউতাকৰ দৰে জে'লৰ অন্ধ কোঠাত কটাব লাগিব। কিন্তু যি ষড়যন্ত্ৰ আৰু কৌশল মুছাৰফে গ্ৰহণ কৰে, এই কৌশল আৰু ষড়যন্ত্ৰ ওফৰাবলৈ পাকিস্তানত থকা একমাত্ৰ অস্ত্ৰপাট হৈছে ন্যায়পালিকা। এই ন্যায়পালিকাই যি সিদ্ধান্ত গ্ৰহণ কৰে, তাৰ ওপৰত নিৰ্ভৰ কৰিব নৱাজ শ্বৰীফ আৰু বেনজিৰ ভুট্টোৰ ভৱিষ্যৎ ৰাজনীতি। মুখ্য ন্যায়াধীশ ইফতিকাৰ চৌধুৰীক মুখ্য ন্যায়াধীশ হিচাপে পুনৰ উচ্চতম ন্যায়ালয়ে বাহাল ৰখাৰ পাছত এতিয়া পাকিস্তানত অন্ততঃ আইনৰ শাসন আৰম্ভ হৈছে। সামৰিক প্ৰশাসকৰ স্বেচ্ছাচাৰিতা আৰু সাধাৰণ নাগৰিকৰ অধিকাৰ খৰ্ব কৰা আদি সকলো ক্ষেত্ৰতে উচ্চতম ন্যায়ালয়ে হস্তক্ষেপ কৰাত জনসাধাৰণৰ আস্থা ন্যাযপালিকাৰ প্ৰতি বাঢ়িছে। অন্ততঃ অন্যায় আৰু অত্যাচাৰৰ বিৰুদ্ধে মাত মতাৰ বাবে আৰু সাংবিধানিক মৌলিক অধিকাৰ ৰক্ষাৰ হকে অন্ততঃ পাকিস্তানত ন্যায়পালিকাই এই গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰাত পাৰভেজ মুছাৰফ বহু পৰিমাণে শংকিত হৈ পৰিছে।

কিছুদিন পূৰ্বে বাতৰিকাকতত প্ৰকাশ পাইছে আল-কাইদাৰ মুৰব্বী লাডেন পাকিস্তানত সকলোতকৈ জনপ্ৰিয়। পাকিস্তানত ধৰ্মীয়, মৌলবাদী সংগঠনসমূহ চৰকাৰী পৃষ্ঠপোষকতাত এনেদৰে মূৰ দাঙি উঠিছে যে এতিয়া এই সংগঠনসমূহৰ ভেটি ভাঙিবলৈ আমেৰিকাৰ নিৰ্দেশত মুছাৰফে চেষ্টা কৰিছে যদিও সম্পূৰ্ণ সফল হ'ব পৰা

নাই। অলপতে সংঘটিত লাল মছজিদৰ ঘটনাই এই কথাকেই প্ৰতীয়মান কৰে। তদুপৰি পাকিস্তানত পৰ্যায়ক্ৰমে সংঘটিত আত্মঘাতী বোমা বিস্ফোৰণসমূহেও পাকিস্তানৰ আভ্যন্তৰীণ অৱস্থাৰ ফোঁপোলা স্বৰূপটো উদঙাই দিছে। পাকিস্তানৰ উত্তৰ-পূব সীমান্ত প্ৰদেশত প্ৰকৃতাৰ্থত কোনো অসামৰিক চৰকাৰ নাই। দেশখনত যিকোনো চৰকাৰেই নাহক কিয়, এই অঞ্চল চৰকাৰৰ কৰ্তৃত্বতকৈ মৌলবাদী আৰু সন্ত্ৰাসবাদী সংগঠনসমূহৰ কৰ্তৃত্বহে বেছি। এই অঞ্চল আজিৰ নহয়, অতীজৰে পৰা এই অঞ্চলৰ লোকসকল স্বাধীনতাপ্ৰিয় আৰু আইনৰ শাসন নমনা লোক। ১৮৯৬ চনৰ ছেপ্টেম্বৰ মাহত ব্ৰিটিছসকলে পাখতুনসকলক দমন কৰিবলৈ সেনা পঠিয়াইছিল যদিও পাখতুনসকলৰ হাতত ব্ৰিটিছ সেনাই পৰাজয় স্বীকাৰ কৰিব লগা হৈছিল। সেই যুদ্ধৰ হুবহু চিত্ৰ এখন প্ৰাক্তন ব্ৰিটিছ প্ৰধান মন্ত্ৰী উইনষ্টন চাৰ্চিলে তেওঁৰ 'The Malakand field force' নামৰ গ্ৰন্থত বৰ্ণনা কৰিছে। পাখতুনসকলৰ নিষ্ঠুৰতা, সাহসিকতাৰ বৰ্ণনা কৰিছিল তেওঁ সুন্দৰ ৰূপত। আফগান যুদ্ধৰ সময়ত তালিবানসকলৰ আশ্ৰয়স্থলী আছিল এই উত্তৰ-পশ্চিম সীমান্ত অঞ্চল। আমেৰিকাৰ পৰা অহা প্ৰচুৰ অস্ত্ৰ এই পাখতুন নেতাসকলৰ হাতলৈ যোৱাত তেওঁলোকৰ বিৰুদ্ধে যুঁজিবলৈ পাকিস্তান সামৰিক বাহিনীয়ে ভয় কৰা হ'ল। বহুতে সন্দেহ কৰে উত্তৰ-পশ্চিম সীমান্ত অঞ্চলতে বিন লাডেন নিৰ্বিঘ্নে আৰু নিৰাপদে আশ্ৰয় লৈ আছে।

বিশ্বৰ মুছলিম ৰাষ্ট্ৰসমূহৰ নেতৃত্ব ল'বলৈ মনত আশা পুহি ৰখা পাকিস্তানৰ ৰাজনৈতিক অৱস্থা যেন অগ্নিগৰ্ভা। পাকিস্তানত মৌলবাদী সংগঠনসমূহে ক্ষমতা কায়েম কৰাৰ শক্তি লাহে লাহে সঞ্চয় কৰিছে, আনকি সামৰিক বাহিনীতো এই শক্তিসমূহ শিপাইছে। এনেকুৱা জ্বলন্ত পৰিস্থিতিত পাকিস্তানত সুস্থিৰ গণতন্ত্ৰ পুনৰ প্ৰতিষ্ঠা হোৱাৰ আশা খুবেই ক্ষীণ। তথাপি বিভিন্ন দলৰ মাজত পাকিস্তানৰ জনসাধাৰণক কিছু আশাৰ প্ৰদীপ জ্বলোৱাৰ বাবে বিভিন্ন প্ৰচাৰ অবিৰতভাৱে চলিছে। ইটো দলৰ প্ৰতি সিটো দলে বোকা ছটিয়াই ক্ষমতাৰ বাঘজৰী ধৰাৰ চেষ্টা কৰিছে। কিন্তু এই বাঘজৰী আছে আমেৰিকাৰ ৰাষ্ট্ৰপতি জৰ্জ বুশ্বৰ হাতত। তেওঁ যিয়েই সিদ্ধান্ত ল'ব, সিয়েই হ'ব পাকিস্তানৰ ভৱিষ্যৎ। পাকিস্তান এতিয়া আমেৰিকাৰ ঔপনিৱেশিক ঘাটিলৈ লাহে লাহে পৰিবৰ্তিত হৈছে। ই কিন্তু দক্ষিণ-পূব এছিয়াৰ বাবে ভয়াবহ ইংগিত। এই সকলোবোৰ প্ৰশ্নৰ উত্তৰ কিন্তু আছে পাকিস্তানৰ জনসাধাৰণৰ হাতত। তেওঁলোকৰ সাহসী সিদ্ধান্তই হ'ব পাকিস্তানী জনসাধাৰণৰ ভৱিষ্যৎ। ■■

---

*আজিৰ দৈনিক বাতৰি, ১৮ ছেপ্টেম্বৰ, ২০০৭*

# পাকিস্তানত জৰুৰীকালীন অৱস্থা

পাকিস্তানত পুনৰ ক'লা অধ্যাযৰ সূচনা হ'ল। ১৯৪৭ চনৰ ১৪ আগষ্টৰ নিশা স্বাধীন হোৱা ৰাষ্ট্ৰখনত জন্মলগ্নৰে পৰা যেন এক অশুভ ছায়াই সামাজিক আৰু ৰাজনৈতিক অস্থিৰতাৰ সৃষ্টি কৰি আহিছে, যাৰ ফলত সৰ্বসাধাৰণে এটাৰ পাছত এটাকৈ অস্থিৰ আৰু দুঃখজনক পৰিস্থিতিৰ মাজেৰে দৈনন্দিন জীৱন অতিবাহিত কৰিবলগীয়া হৈছে। পাকিস্তানত যোৱা ৫ বছৰত অৰ্থনৈতিক বিকাশ হৈছে। কিন্তু এমুঠি ভাতৰ বাবে হাহাকাৰ কৰি আছে সিন্ধু-বেলুচিস্তান উত্তৰ-পশ্চিম সীমান্ত আদি প্ৰদেশৰ ভোকাতুৰ জনসাধাৰণে। ইয়াৰ বাবে মুলতঃ দায়ী হ'ল এচাম ক্ষমতালোভী সামৰিক প্ৰশাসক। যেতিয়াই জনসাধাৰণে গণতন্ত্ৰৰ পক্ষত থিয় দিছে, তেতিয়াই সামৰিক প্ৰশাসকে খেযালখুচি মতে জনসাধাৰণৰ মুক্ত মতবাদক ভৰিৰে মোহাৰিছে। ফলত জন্ম হৈছে সন্ত্ৰাসবাদৰ, মৌলবাদী সংগঠনৰ। নিজৰ ৰাজনৈতিক লালসা পূৰণ কৰিবলৈ বিভিন্ন কঠোৰপন্থী মৌলবাদী সংগঠনৰ জন্ম দিছে এই সামৰিক গোষ্ঠীয়ে। সেয়ে পাকিস্তানত অকল যে ক্ষমতাৰ দ্বন্দ্ব হৈছে সেযাই নহয়, দেশখন লাহে লাহে ভাঙি টুকুৰা-টুকুৰ হোৱাৰ সম্ভাৱনাও বেছি প্ৰকট হৈ পৰিছে। ইয়াত অৰিহণা যোগাইছে এচাম ধৰ্মান্ধ মৌলবাদী শক্তি আৰু আমেৰিকাৰ নিচিনা শক্তিশালী ৰাষ্ট্ৰই। যোৱা ৩ নৱেম্বৰৰ দিনা হোৱা জৰুৰীকালীন ঘোষণাও তাৰেই এক অংশবিশেষ।

জনসাধাৰণৰ উদ্‌গিৰিত শক্তিক বাধা দিবলৈ তথা এচাম শোষণ আৰু লুণ্ঠনকাৰী সামৰিক প্ৰশাসক আৰু ৰাজনৈতিক নেতাক ৰক্ষণাবেক্ষণ দিয়াৰ বাবে এই জৰুৰীকালীন অৱস্থা ঘোষণা কৰা হৈছে এক অস্ত্ৰ হিচাপে। ১৯৯৯ চনত গণতান্ত্ৰিক আৰু সাংবিধানিকভাৱে নিৰ্বাচিত হোৱা নৱাজ শ্বৰীফক ক্ষমতাৰ পৰা আঁতৰাই জেনেৰেল পাৰভেজ মুছাৰফে শাসনৰ গাদী দখল কৰিছিল। পাছলৈ গণতন্ত্ৰৰ নামত নিৰ্বাচন অনুষ্ঠিত কৰি ৰাষ্ট্ৰপতি পদৰ বাঘজৰীও তেওঁ কায়েম কৰি ৰাখিছিল। এফালে সামৰিক প্ৰশাসকৰ পোছাকযোৰ, আনফালে ৰাষ্ট্ৰপতিৰ আসনত বহি পাকিস্তানৰ সংবিধানক অৱমাননা কৰাই নহয়, নিজেই স্বেচ্ছাচাৰী শাসকৰ ভূমিকা গ্ৰহণ কৰি জনসাধাৰণৰ আশা-আকাংক্ষাক ধূলিসাৎ কৰিছে তেওঁ। জেনেৰেল মুছাৰফৰ নেতৃত্বত পাকিস্তানত এক নতুন গণতান্ত্ৰিক প্ৰহসনৰ পৰম্পৰা নামমাত্ৰ বাহাল ৰখা হৈছে।

ক্ষমতা কিন্তু সামৰিক প্ৰশাসকৰ হাততে ন্যস্ত আছে। ফলত ইয়াৰ বিৰুদ্ধে উদ্গিৰণ আৰম্ভ হৈছে ৯ মাৰ্চ, ২০০৬ৰ পৰা । পাকিস্তানৰ মুখ্য ন্যাযাধীশ ইফতিকাৰ মহম্মদ চৌধুৰীক বৰ্খাস্ত কৰাৰ পিছত গোটেই দেশখনৰ আইনজীৱীসকলে এই অসাংবিধানিক কাৰ্যৰ বিৰুদ্ধে আন্দোলন আৰম্ভ কৰিছিল। উচ্চতম ন্যাযালযেও কিছুদিন পূৰ্বে তেওঁৰ বৰ্খাস্তকৰণ 'অসাংবিধানিক' বুলি ঘোষণা কৰিছিল। ইযাৰ পিছতে জেনেৰেল মুছাৰফে প্ৰকাশ্যে ঘোষণা কৰিছিল যে তেওঁ ন্যাযপালিকাৰ যিকোনো আদেশ গ্ৰহণ কৰিবলৈ সাজু আছে।

৬ অক্টোবৰত হোৱা ৰাষ্ট্ৰপতি নিৰ্বাচনত তেওঁ ৰাষ্ট্ৰপতি হিচাপে পুনৰ নিৰ্বাচিত হৈছিল আৰু এই নিৰ্বাচনো আছিল এক প্ৰহসন। এইকাৰণেই যে তেওঁৰ সমৰ্থক পাকিস্তান মুছলিম লীগসহ কেইটামান দলৰ বাহিৰে আনবোৰ বিৰোধী দলে এই ৰাষ্ট্ৰপতি নিৰ্বাচনৰ বিৰুদ্ধাচৰণ কৰি সংসদৰ সদস্যপদৰ পৰা পদত্যাগ কৰিছিল। অৱশ্যে বেনজিৰ ভুট্টোৰ পাকিস্তান পিপ'ল্ছ্ পাৰ্টীয়ে পদত্যাগপত্ৰ নিদিলেও নিৰ্বাচনত অংশগ্ৰহণ কৰা নাছিল। এই নিৰ্বাচনত জেনেৰেল মুছাৰফে ২৫২টা ভোট পাইছিল যদিও এই নিৰ্বাচনৰ বৈধতা সম্পৰ্কে প্ৰশ্ন তুলি দুজন প্ৰতিদ্বন্দ্বীযে উচ্চ ন্যাযালযত প্ৰত্যাহ্বান জনোৱাত বিচাৰপতিযে সংখ্যাগৰিষ্ঠতাৰ ভিত্তিত উচ্চতম ন্যাযালযে নিৰ্বাচন অনুষ্ঠিত কৰাত বাধা নাই বুলি মতদান কৰে। অৱশ্যে উচ্চতম ন্যাযালযে এই আবেদন বৈধ-অবৈধ সম্পৰ্কীয শুনানি লৈ দিযা ৰাযৰ ওপৰতে তেওঁ ৰাষ্ট্ৰপতি হিচাপে নিৰ্বাচিত হোৱা-নোহোৱাটো নিৰ্ভৰ কৰিব বুলি ৰায় দিছিল।

নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰাৰ সময়ত মুছাৰফে ঘোষণা কৰিছিল ৰাষ্ট্ৰপতি হিচাপে নিৰ্বাচিত হ'লেই তেওঁ সামৰিক পোছাক এৰিব আৰু যদি নিৰ্বাচিত নহয়, তেওঁ সামৰিক প্ৰশাসক হৈয়ে থাকিব। এই খাম-খেযালিপূৰ্ণ ঘোষণা আছিল ১৯৭৩ চনৰ পাকিস্তানৰ সংবিধানৰ সম্পূৰ্ণ পৰিপন্থী।

এই নিৰ্বাচনৰ বৈধতা সন্দৰ্ভত হোৱা শুনানিৰ অন্ত হোৱাৰ পথত। যোৱা ৬ নৱেম্বৰত দিবলগীয়া ৰায়দান ১২ নৱেম্বৰলৈ পাছুৱাই দিযা হৈছিল। ইতিমধ্যে ১১জনীযা বিচাৰপীঠে শুনানি প্ৰায় অন্ত পেলাইছিল। কিন্তু এই ৰায়দানৰ আগমুহূৰ্তত নাটকীযভাৱে উচ্চতম ন্যায়ালয়ৰ মুখ্য ন্যায়াধীশ ইফতিকাৰ হুছেইন চৌধুৰীৰ উপৰি আন ৬জন ন্যাযাধীশক হঠাতে আঁতৰাই জেনেৰেল মুছাৰফে জৰুৰীকালীন অৱস্থা ঘোষণা কৰে। অকল সেযে নহয়, গোটেইকেইজন বিচাৰপতিক গৃহবন্দী কৰি ৰখা হৈছে। ন্যায়পালিকাৰ ওপৰত দেখ দেখকৈ হোৱা এই হস্তক্ষেপ পৃথিৱীৰ ৰাজনৈতিক ইতিহাসত এক নোহোৱা-নোপোজা কাণ্ড। কিন্তু তেওঁলোকক অব্যাহতি দিয়াৰ আগমুহূৰ্তত উচ্চতম ন্যায়ালয়ৰ বিচাৰপতিসকলে এই জৰুৰীকালীন অৱস্থা অবৈধ বুলি ঘোষণা কৰে।

পাছ মুহূৰ্ততে আব্দুল হামিদ দোগ্ৰাক মুখ্য বিচাৰপতি হিচাপে নিযুক্তি দিয়া হৈছে আৰু দোগ্ৰাই মুছাৰফৰ নিৰ্বাচনৰ বৈধতাক প্ৰত্যাহ্বান জনোৱা আবেদন আৰু উচ্চতম ন্যায়ালয়ে অবৈধ ঘোষণা কৰা জৰুৰীকালীন ব্যৱস্থাক তেওঁ কোনো আইনৰ নীতি-নিয়ম নমনাকৈ নাকচ কৰিছে। ইও ন্যায়পালিকাৰ ক্ষেত্ৰত হোৱা এক অভাৱনীয় আৰু অভূতপূৰ্ব ঘটনা। জৰুৰীকালীন অৱস্থা ঘোষণা কৰি জেনেৰেল পাৰভেজ মুশ্বাৰফে তেওঁৰ বক্তব্যত কৈছে— ন্যায়পালিকাই লাল মছজিদ ঘটনাত জড়িত সন্ত্ৰাসবাদীসকলক ৰেহাই দিছে, দেশখনত সন্ত্ৰাসবাদী সংগঠনসমূহৰ কাৰ্যকলাপ বৃদ্ধি পাইছে , সেয়ে গোটেই দেশখনত সুস্থিৰতা অনাৰ কাৰণে জৰুৰীকালীন অৱস্থা ঘোষণা কৰা হৈছে। তেওঁৰ মন্তব্যক সমৰ্থন কৰি প্ৰধান মন্ত্ৰী চৌকত আজিজেও এই মতকে দোহাৰিছে। এই জৰুৰীকালীন অৱস্থা ঘোষণা কৰি ব্যক্তিগত প্ৰচাৰ মাধ্যমৰ ওপৰত ইতিমধ্যে বাধা আৰোপ কৰা হৈছে। গ্ৰেপ্তাৰ কৰা হৈছে প্ৰায় এহেজাৰৰো অধিক অধিবক্তা আৰু ৰাজনৈতিক নেতাক । জৰুৰীকালীন ব্যৱস্থাক পাকিস্তানৰ প্ৰাক্তন প্ৰধান মন্ত্ৰী নৱাজ শ্বৰীফে গণতন্ত্ৰৰ প্ৰতি এক নিৰ্লজ্জ আঘাত বুলি ঘোষণা কৰিছে। প্ৰাক্তন প্ৰধান মন্ত্ৰী বেনজিৰ ভুট্টোযো এই ব্যৱস্থাক নিন্দা কৰিছে। যিদিনা পাকিস্তানত জৰুৰীকালীন অৱস্থা ঘোষণা কৰা হয়, সিদিনা বেনজিৰ ভুট্টো ইউনাইডেট আৰব এমেৰিট্ছৰ পৰা ঘূৰি আহিছিল। লক্ষণীয়ভাৱে ৰাজনৈতিক আক্ৰমণৰ লক্ষ্য হিচাপে লৈছে নৱাজ শ্বৰীফ নেতৃত্বাধীন পাকিস্তান মুছলিম লীগৰ সদস্যসকলক। কিন্তু পাকিস্তান পিপ'ল্ছ পাৰ্টীৰ সদস্যসকল বেছি আক্ৰমণৰ বলি হোৱা নাই। ইয়ে স্পষ্টতঃ প্ৰমাণ কৰে মুছাৰফ আৰু বেনজিৰ ভুট্টোৰ গোপন বুজাবুজিৰ চিত্ৰখন। পাকিস্তানৰ এটৰ্নী জেনেৰেল মালিক কাযুমে ঘোষণা কৰিছে ১৫ নৱেম্বৰত নেছনেল এছেম্বলীৰ কাৰ্যকালৰ অন্ত পৰিব আৰু অহা দুমাহৰ ভিতৰত নিৰ্বাচন অনুষ্ঠিত হ'ব। ইতিমধ্যে আমেৰিকাৰ ৰাষ্ট্ৰপতি জৰ্জ বুশ্ব আৰু পৰৰাষ্ট্ৰ সচিব কণ্ডলিজা ৰাইচে গণতন্ত্ৰ প্ৰতিষ্ঠা কৰাৰ কাৰণে অৰ্থাৎ নিৰ্বাচন সোনকালে অনুষ্ঠিত কৰাৰ কাৰণে মুছাৰফক নিৰ্দেশ দিছে। আমেৰিকাই মুছাৰফক এই জৰুৰীকালীন অৱস্থাৰ বাবে নিন্দা কৰিছে যদিও বেনাজিৰ ভুট্টো আৰু মুশ্বাৰফে দুমাহ পাছত নিৰ্বাচন অনুষ্ঠিত কৰি ক্ষমতা ভাগ-বাটোৱাৰা কৰাৰ ক্ষেত্ৰত কিন্তু মধ্যস্থতাহে কৰিব বুলি পূৰ্বানুমান কৰিব কৰিব পাৰি। জনসাধাৰণৰ পৰা বিচ্ছিন্ন হৈ পৰা মুছাৰফক প্ৰয়োজন শক্তিশালী অসামৰিক ৰাজনৈতিক দলৰ সমৰ্থন। সেয়ে বেনজিৰ ভুট্টোই প্ৰধান মন্ত্ৰীৰ পদৰ লালসাত আমেৰিকাৰ নিৰ্দেশত ইযাৰ বাবে গোপনে চুক্তি কৰিছে মুছাৰফৰ লগত। পাকিস্তানত নতুনকৈ শক্তিশালী হৈ উঠা নৱাজ শ্বৰীফক ৰাজনৈতিকভৱে নিঃশেষ কৰাৰ অভিপ্ৰায়ো আছে তেওঁৰ। মুছাৰফে ৰঙা দলিচা পাৰি পাকিস্তানলৈ আদৰি

আনিছে বেনজিৰ ভুট্টোক। আনহাতে পাকিস্তানলৈ উভতি অহা নৱাজ শ্বৰীফক পুনৰ চৌদি আৰবলৈ জোৰকৈ ওভতাই পঠিওৱা হৈছে। কিন্তু উচ্চতম ন্যায়ালয়েও নৱাজ শ্বৰীফ পাকিস্তানলৈ উভতি অহাৰ পথ সুগম কৰাৰ কাৰণে ব্যস্ত হৈ পৰাত শংকিত হৈ পৰিছিল মুছাৰফ। সেই কাৰণে এই জৰুৰীকালীন অৱস্থা ঘোষণা কৰা হৈছে। মুছাৰফে উল্লেখ কৰিছে যে সন্ত্ৰাসবাদী কাৰ্যকলাপ বৃদ্ধিৰ বাবে জৰুৰীকালীন অৱস্থা ঘোষণা কৰাটো অপৰিহাৰ্য হৈ পৰিছে। এয়া প্ৰকৃততে মূল উদ্দেশ্য ঢাকিবলৈ কৰা এক কৌশলহে বুলি ৰাজনৈতিক বিশ্লেষকসকলে অনুমান কৰিছে।

এইখিনিতে প্ৰশ্নৰ উদয় হয়, ১৯৯৯ চনৰ পৰা শাসনৰ গাদীত বহি থকা জেনেৰেল মুছাৰফে কিয় উত্তৰ-পশ্চিম সীমান্ত অঞ্চলত থকা সন্ত্ৰাসবাদী সংগঠনৰ ঘাটিসমূহ নিশ্চিহ্ন কৰিব পৰা নাই। লাল মছজিদৰ ঘটনা, বিদেশী সাংবাদিক হত্যা, বেনজিৰ ভুট্টোৰ ওপৰত সংঘটিত আক্ৰমণ ইত্যাদি পোনপটীয়াভাৱে মুছাৰফৰ ব্যৰ্থতা। উত্তৰ-পশ্চিম সীমান্তত মৌলবাদীৰ হাতত আবদ্ধ হৈ থকা ২০০তকৈ অধিক সৈন্যক উদ্ধাৰ কৰিবলৈ সমৰ্থ হোৱা নাই তেওঁ। এনে এজন শাসকে জৰুৰীকালীন অৱস্থা বলবৎ কৰি নতুনকৈ কি দেশখনলৈ শান্তি-শৃংখলা ঘূৰাই আনিব? এই প্ৰশ্ন সকলো পাকিস্তানী জনসাধাৰণৰ। বৰ্তমান বিশ্বৰ ৰাজনৈতিক আৰু সামৰিক নেতাসকলৰ ভিতৰত আটাইতকৈ নিষ্ঠুৰ আৰু বিশ্বাসঘাতক হিচাপে চিহ্নিত হৈছে পাৰভেজ মুছাৰফ। নৱাজ শ্বৰীফ প্ৰধান মন্ত্ৰী হৈ থকা অৱস্থাত তেওঁৰ অজ্ঞাতে মুছাৰফে কাৰ্গিল আক্ৰমণ কৰিছিল। নৱাজ শ্বৰীফক প্ৰতাৰণা কৰিছিল কেবাবাৰো। তেওঁৰ প্ৰৰোচনাতে তালিবানকে আদি কৰি বিভিন্ন উগ্ৰপন্থী সংগঠনৰ মৃগয়া ভূমি হৈ পৰিছে পাকিস্তান। পাকিস্তানৰ সংবিধান মতে, কোনো লোকে চৰকাৰী চাকৰিৰ পৰা অব্যাহতি লোৱাৰ দুবছৰৰ পাছতহে নিৰ্বাচনত অংশগ্ৰহণ কৰিব পাৰে। কিন্তু মুছাৰফ সামৰিক মুখ্য প্ৰশাসক হৈ থাকিও কেনেকৈ ৰাষ্ট্ৰপতি পদত নিৰ্বাচনত অংশগ্ৰহণ কৰে, সেই মূল প্ৰশ্ন লৈ উচ্চতম ন্যাযালযত অভিযোগ উত্থাপন কৰা হৈছে। সেই প্ৰশ্নৰ উত্তৰ দিবলৈ গৈ এটৰ্নী জেনেৰেল মালিক কায়ুম বিব্ৰত হৈ পৰিছিল। কাৰণ এই নিৰ্বাচন আছিল পাকিস্তানৰ সংবিধানবিৰোধী। সেয়ে নিজৰ ক্ষমতা ধৰি ৰখাৰ উদ্দেশ্যে বৰ্তমানৰ সংবিধান এতিয়া অচল কৰি মধ্যৱৰ্তীকালীন সংবিধান বাহাল থাকিব বুলিও ঘোষণা কৰিছিল। জৰুৰীকালীন অৱস্থা ঘোষণা কৰিয়েই মুছাৰফে ২৫জন সন্ত্ৰাসবাদীক মুক্তি দিছিল ২০০জন আবদ্ধ সৈনিকৰ বিনিময়ত। মৌলবাদী সংগঠনৰ লগত এয়া জানো দেশৰ মুৰব্বীগৰাকীৰ এক আপোচ নহয়? ইয়াৰ আন এক উদ্দেশ্য হৈছে মৌলবাদী সংগঠনসমূহে যাতে তেওঁক হ'বলগীয়া সংসদৰ নিৰ্বাচনত সহায় কৰে। গোটেই বিশ্বই অসাংবিধানিক কাৰ্যক তীব্ৰ

ভাষাৰে গৰিহণা দিছে। কিন্তু এই গৰিহণাৰ কোনো মূল্য নাই, অন্ততঃ যেতিয়ালৈকে আমেৰিকাই মুছাৰফৰ পক্ষত থিয় হৈ থাকিব। ভাৰতেও নিৰপেক্ষভাৱে পাকিস্তানৰ বৰ্তমান পৰিস্থিতি লক্ষ্য কৰি গণতন্ত্ৰ প্ৰতিষ্ঠা হ'ব বুলি আশা ৰাখিছে।

দক্ষিণ-পশ্চিম এছিয়া, মধ্য এছিয়াক এতিয়া যুদ্ধৰ কৰাল গ্ৰাসে আবৰি আছে। সংকটপূৰ্ণ হৈ গৈ আছে পৰিস্থিতি। ইৰানৰ বিৰুদ্ধে এতিয়া যুদ্ধৰ প্ৰস্তুতি চলিছে। প্ৰথম আৰু দ্বিতীয় বিশ্বযুদ্ধ কেন্দ্ৰীভূত হৈছিল প্ৰধানকৈ ইউৰোপত। এতিয়া যেন বিশ্বৰ বৃহৎ শক্তিসমূহে এছিয়া মহাদেশৰ সম্পদসমূহ লুণ্ঠন কৰাৰ কাৰণে ইয়াৰ ভূখণ্ডত যুদ্ধৰ আখৰা আৰম্ভ কৰিছে আৰু অস্ত্ৰ হিচাপে লৈছে মুছাৰফক। এছিয়াৰ মহাদেশৰ শক্তিসমূহৰ মাজত অনৈক্য আৰু বিভেদ সৃষ্টি কৰিব পাৰিলে তেওঁলোকৰ যুদ্ধজয় সহজ হয়। এফালে এছিয়াৰ তৈল সম্পদ, আনফালে ইয়াৰ সাগৰীয় বন্দৰসমূহতো দৃষ্টি তেওঁলোকৰ। সেয়ে যুদ্ধৰ কেন্দ্ৰভূমি ইউৰোপ বা আমেৰিকাৰ নহয়, হ'ব এছিয়া মহাদেশ। আজি কিছু বছৰ ধৰি চলি থকা এই অঞ্চলৰ দেশসমূহৰ মাজৰ অৰিয়া-অৰিৰ বাবে আমেৰিকা আৰু ইউৰোপৰ বৃহৎ শক্তিসমূহে সুবিধা গ্ৰহণ কৰিছে। এই শতিকাৰ অন্যতম অত্যাচাৰী শাসক হিচাপে স্বীকৃত জেনেৰেল পাৰভেজ মুছাৰফ। তেওঁৰ অত্যাচাৰী ৰোলাৰে পাকিস্তানত ইতিমধ্যে কেবাশ লোকক নিষ্ঠুৰভাৱে হত্যা কৰিছে। তেওঁৰ এই অত্যাচাৰী কাৰ্যকলাপে হিটলাৰ, মুছলিনী, পলপট আদিকো চেৰাইছে।

পাকিস্তানৰ এই ৰাজনৈতিক ঘটনাপ্ৰবাহ দিল্লীয়ে কেনেধৰণে গ্ৰহণ কৰিছে কোৱাটো জটিল, কিন্তু পূৰ্বৰ অভিজ্ঞতাই এইটোৱে প্ৰতীয়মান কৰিছে যে পাকিস্তানৰ জনসাধাৰণৰ মূল সমস্যাসমূহ আঁতৰাই ৰখাৰ বাবে সামৰিক প্ৰশাসকসকলে ভাৰতৰ বিৰুদ্ধে যুদ্ধৰ উত্তেজনা বিয়পাই আহিছে। এয়া আচলতে এক কৌশলহে। হয় তেওঁলোকে মৌলবাদী উগ্ৰপন্থীৰ নামত গোপন যুদ্ধ আৰম্ভ কৰিব, নহয় পুনৰ ভাৰত আক্ৰমণ কৰি বেছিদিনলৈ ক্ষমতা বাহাল ৰখাৰ কৌশল গ্ৰহণ কৰিব। তেতিয়াহ'লে হয়তো ভাৰতীয় উপ-মহাদেশতে বিশ্বযুদ্ধৰ সূচনা হ'ব পাৰে। আৰু এই যুদ্ধ হ'লে নিশ্চয় ভয়াবহ আৰু ধ্বংসকামী যুদ্ধ হ'ব। ইতিমধ্যে সন্দেহ কৰা হৈছে পাকিস্তানত থকা পাৰমাণৱিক অস্ত্ৰ-শস্ত্ৰ ইতিমধ্যে উগ্ৰপন্থী সংগঠনৰ হাতলৈ গৈছে। ইয়ে ভয়াবহ পৰিস্থিতিৰ সৃষ্টি কৰিব। এই বাস্তৱ সত্যটো দিল্লীয়ে উপলব্ধি কৰাৰ সময় হৈছে।

কিন্তু জৰুৰীকালীন অৱস্থা ঘোষণা হোৱাৰ পাছত যিদৰে পাকিস্তানৰ ৰাজপথলৈ জনসাধাৰণ নামি আহি প্ৰতিবাদ সাব্যস্ত কৰিছে, তাৰ পৰা সন্দেহ হৈছে মুছাৰফৰ কাৰ্যকলাপ যেন এতিয়া অস্তমিত সূৰ্য। ইতিমধ্যে উৰাবাতৰি প্ৰকাশ পাইছে

পাকিস্তানৰ ৰাষ্ট্ৰপতি পাৰভেজ মুছাৰফ গৃহবন্দী বুলি। এই বাতৰি সত্য নহয় বুলি চৰকাৰ নিয়ন্ত্ৰণাধীন প্ৰচাৰ মাধ্যমে ঘোষণা কৰিছে। কিন্তু এই বাতৰি সত্য হওক-নহওক এদিন পাৰভেজ মুছাৰফে নিজে পোতা হুলত যে নিজে বিন্ধিব, ই নিশ্চিত।■■

*অসমীয়া খবৰ, ৮ নৱেম্বৰ, ২০০৭*

# নন্দীগ্ৰামত তেজৰ চেঁকুৰা

যোৱা ১৪ মাৰ্চত ১৪জন কৃষকৰ বুকুৰ তেজেৰে তুমৰলি হৈছিল পশ্চিমবংগৰ নন্দীগ্ৰাম। প্ৰথমতে ছিংগুৰ, তাৰ পাছত নন্দীগ্ৰাম। নন্দীগ্ৰামৰ এই নাৰকীয় হত্যাকাণ্ডৰ পাছত সমগ্ৰ দেশে বিশেষ অৰ্থনৈতিক মণ্ডলৰ আঁচনি সন্দৰ্ভত চিন্তা কৰিবলৈ বাধ্য হৈছে। মাটিৰ মোহে মানুহক কেনে স্তৰলৈ নিব পাৰে? সেই দৃশ্য প্ৰত্যক্ষ কৰি চকু কপালত উঠিছে দেশৰ ৰাজনৈতিক আৰু ঔদ্যোগিক মহলৰ। দেশৰ সৰ্বত্ৰ অংশই নন্দীগ্ৰামৰ ঘটনাৰ বাবে চি পি এম নেতৃত্বাধীন বুদ্ধদেৱ ভট্টাচাৰ্যৰ চৰকাৰক ধিক্কাৰ দিছে। প্ৰশ্ন উঠিছিল— তিনিটা দশকযোৰা তথাকথিত বাঁওপন্থী নেতৃত্বাধীন চৰকাৰখনে প্ৰকৃতাৰ্থত কাৰ স্বাৰ্থ পূৰণ কৰিছে— বৃহৎ উদ্যোগপতি ছেলিম, টাটাৰ পক্ষত নে লক্ষাধিক কৃষকৰ স্বাৰ্থত?

বিগত ৩০ এপ্ৰিলত 'দ্য মেইনষ্ট্ৰিম' আলোচনীত বিশিষ্ট সমাজবাদী নেতা সুৰেন্দ্ৰ মোহনে এটি বিশেষ নিবন্ধযোগে তেওঁ চি পি এমৰ সহযোগী দলসমূহক চৰকাৰৰ পৰা আঁতৰি আহি অন্য এটা মৰ্চা গঠন কৰাৰ বাবে পৰামৰ্শ আগবঢাইছিল। তেওঁ কৈছিল যে বুৰ্জোৱা উদ্যোগপতি সিংহৰ কোলাত বহা চিপিএম দলে এতিয়া কোনোপধ্যে তাৰ পৰা নামিবলৈ প্ৰস্তুত নহয়। তেওঁ লিখা প্ৰবন্ধটোৰ এই মন্তব্যই সকলোৰে দৃষ্টি আকৰ্ষণ কৰা বুলি আমি নাভাবোঁ। কিন্তু আজি সঁচা অৰ্থত সুৰেন্দ্ৰ মোহনৰ কথাখিনিয়েই বাস্তৱ বুলি প্ৰমাণিত হ'ল। অকল প্ৰমাণিত হোৱাই নহয়, নন্দীগ্ৰামৰ হৃদয়বিদাৰক ঘটনাসমূহ দেশৰ স্বৰাজোত্তৰ ইতিহাসৰ সবাতোকৈ ঘৃণনীয় ঘটনা বুলিও চিহ্নিত হ'ল।

এখন চৰকাৰৰ প্ৰত্যক্ষ পৃষ্ঠপোষকতাত শান্তিৰক্ষকৰ সলনি দলীয়ভাৱে ভাড়া কৰি অনা গুণ্ডাবাহিনীয়ে হাজাৰ হাজাৰ গৰিব কৃষকক নিৰ্বিচাৰে অত্যাচাৰ কৰিলে, বহুজনক থকা-সৰকা কৰিলে বন্দুকৰ বুলেটেৰে, উছন কৰিলে পিতৃ-পিতামহৰ দিনৰ ঘৰ-ভেটি— বিবেক বুদ্ধিসম্পন্ন কোনো লোকেই সমৰ্থন কৰিব নোৱাৰে এনে কাৰ্যক। নন্দীগ্ৰামলৈ উভতি আহিলে এইসকল কৃষকৰ প্ৰাণ নাশ কৰা হ'ব বুলিও ভাবুকি দিছে ৰাজ্যখনৰ বিভিন্ন অংশৰ পৰা যোৱা ভাৰাতীয়া গুণ্ডাসকলে। এনে গুণ্ডাৰ মাজত দীৰ্ঘদিন ধৰি পলাতক কুখ্যাত অপৰাধী থকাটোও ইতিমধ্যে প্ৰমাণিত হৈছে।

চি পি এমৰ মতে, বৰ্তমান অবৈধভাৱে দখল কৰিব খোজা নন্দীগ্ৰাম তেওঁলোকৰ

'ৰ্বাৰ জোন'। নন্দীগ্ৰামৰ বৃহৎ অঞ্চলত এটা সময়লৈকে আৰক্ষী মোতায়েন কৰা হৈছিল। সম্প্ৰতি আৰক্ষী আঁতৰি গৈছে নিজ নিজ স্থানৰ পৰা। ইয়াৰ অন্তৰালত চৰকাৰৰ নিৰ্দেশ নিশ্চয় আছে। অস্ত্ৰধাৰী তথাকথিত বাঁওকৰ্মীসকলে যাতে নিৰ্বিবাদে সাধাৰণ মানুহৰ ওপৰত অত্যাচাৰ কৰিব পাৰে, সেই উদ্দেশ্যেই আঁতৰোৱা হৈছে আৰক্ষীক। পশ্চিমবংগৰ বিভিন্ন সামাজিক সংগঠনৰ কৰ্মী তথা বিৰোধী ৰাজনৈতিক নেতাসকলক এতিয়াও নন্দীগ্ৰামৰ ভিতৰত কি ঘটিছে তাক জানিবলৈ দিয়া হোৱা নাই। এখন স্বাধীন দেশৰ নাগৰিকে পাবলগীয়া ন্যূনতম অধিকাৰৰ পৰা সম্প্ৰতি বঞ্চিত কৰা হৈছে নন্দীগ্ৰামবাসীক। ই বৰ্বৰতাৰ এক চৰম নিদৰ্শন। 'নৰ্মদা বাচাও' আন্দোলনৰ নেত্ৰী মেধা পাটেকাৰৰ নিচিনা সমাজকৰ্মীক অত্যাচাৰ কৰিছে চি পি এমৰ তথাকথিত সদস্যসকলে। সমাজতান্ত্ৰিক বিপ্লৱৰ শ্লোগান দিয়া চি পি এম দল যেন আজি সন্ত্ৰাসৰ মহানায়ক। এসপ্তাহৰো অধিক কাল ধৰি এটা অঞ্চল নৰককুণ্ডলৈ ৰূপান্তৰিত হৈছে, অথচ ৰাইটাৰ্ছ বিল্ডিঙৰ শীত-তাপ নিয়ন্ত্ৰিত কোঠাৰ পৰা ৰাজ্য চলোৱা চৰকাৰখন বৈ আছে নিৰব আৰু নিৰ্বিকাৰ হৈ। বিগত ৪ নৱেম্বৰৰ পৰা বোমা-বাৰুদৰ ধোঁৱাৰে আৱৰি ধৰিছে গড়বেটা, চন্দ্ৰকোনা প্ৰভৃতি অঞ্চল। এফালে চি পি এমৰ ভাৰাতীয়া গুণ্ডাবাহিনী, আনফালে দীনহীন এখন কৃষক সমাজ। এই একপক্ষীয় যুদ্ধত বিতুষ্ট হৈছে পশ্চিমবংগৰ গণতান্ত্ৰিক, মানৱতাবাদী অংশৰ লগতে চৰকাৰৰ অংশীদাৰ আৰ এছ পি, ফৰৱাৰ্ড ব্লক আৰু চি পি আই আদি। তেওঁলোকে এই নিৰ্মম ঘটনাৰ বাবে চি পি এমকে দায়ী কৰিছে। মহাশ্বেতা দেৱীৰ দৰে বৰ্ষীয়ান ঔপন্যাসিক, শংখ ঘোষ, শক্তি চট্টোপাধ্যায়ৰ দৰে শীৰ্ষস্থানীয় কবি, চলচ্চিত্ৰ পৰিচালিকা অপৰ্ণা সেন, ঋতুপৰ্ণ ঘোষ, শিল্পী যতীন চৌধুৰী আদিয়ে অকল মুকলিভাৱে প্ৰতিবাদ কৰাই নহয়, ৰাজপথলৈ ওলাই আহি প্ৰতিবাদ সাব্যস্ত কৰিছে।

ভাৰতৰ স্বাধীনতাৰ পাছত অসম আৰু পশ্চিমবংগত বিপ্লৱী কমিউনিষ্ট পাৰ্টীৰ সশস্ত্ৰ সংগ্ৰাম, তেলেংগানাৰ কৃষক বিদ্ৰোহ আৰু পশ্চিমবংগৰ নক্সালাইট সশস্ত্ৰ সংগ্ৰামে জোকাৰণি তুলিছিল সমগ্ৰ দেশত। আনকি কংগ্ৰেছ বহু সময়ত শ'লঠেকত পৰিবলগীয়াও হৈছিল এই আন্দোলনবোৰত। এইবোৰ সংগ্ৰামৰ মোকাবিলা কৰাৰ বাবে বিভিন্ন পদক্ষেপ লৈছিল কেন্দ্ৰীয় চৰকাৰৰ গৃহ দপ্তৰে। স্বাভাৱিকতে আৰক্ষী বাহিনীৰ ওপৰত ন্যস্ত হৈছিল সকলো দায়িত্ব। বিক্ষিপ্ত সশস্ত্ৰ সংগ্ৰামৰ বিফলতা আৰু তাৰ ফলত সৃষ্টি হোৱা হতাশাই গোটেই ভাৰতবৰ্ষত সাম্যবাদী আন্দোলনৰ দীৰ্ঘম্যাদী সংগ্ৰামক বৃহৎ ক্ষতি কৰিছিল। ভাৰতীয় সমাজৰ এইছোৱা ইতিহাস সৰ্বজনবিদিত। সেই সময়ত বিভিন্ন ৰাজ্যত থকা চৰকাৰে এই হঠকাৰী সংগ্ৰামৰ লগত আপোচ কৰা নাছিল, বৰং এইবোৰ আন্দোলন দমন কৰাত কঠোৰ আৰু শক্তিশালী ভূমিকা গ্ৰহণ কৰিছিল,

যাতে ভাৰতৰ গণতান্ত্ৰিক আৰু সাংবিধানিক মৰ্যাদা অটুট থাকে। চৰকাৰৰ দৃঢ়তাই আছিল সেইসময়ৰ চিন্তা-চৰ্চাৰ মূল ভেটি। নন্দীগ্ৰামত কিন্তু প্ৰত্যক্ষ কৰিলোঁ অন্য এক দৃশ্যপট। সভ্য সমাজৰ বাবে এয়া সচাঁই লজ্জাজনক ঘটনা। এনে ঘটনা প্ৰৱাহৰ নজিৰ পশ্চিমবংগৰ বাহিৰে বিশ্বৰ আন কোনো গণতান্ত্ৰিক দেশতে সৃষ্টি হোৱা নাই।

এখন দেশৰ প্ৰগতি কেৱল উদ্যোগৰ ওপৰতেই নিৰ্ভৰশীল নহয়। ইয়াক যদি কোনোবাই অস্বীকাৰ কৰে, তেনেহ'লে তেওঁলোকে মূৰ্খৰ স্বৰ্গত বাস কৰিছে। চীনৰ পদাংক অনুসৰণ কৰি কৃষি আৰু উদ্যোগীকৰণৰ বিকাশৰ জৰিয়তে পশ্চিমবংগ চৰকাৰে আগবাঢ়ি যোৱাৰ পৰিকল্পনা কৰা বুলি বহুতে অনুমান কৰিছে। পিছে এই পৰিকল্পনা ভাৰতৰ দৰে বহুধাবিভক্ত এখন সমাজত কিমান বাস্তৱসন্মত হ'ব, সেয়া সন্দেহৰ বিষয়। কাৰণ চীন আৰু অন্যান্য সাম্যবাদী দেশৰ সম্পত্তিৰ অধিকাৰী হ'ল ৰাষ্ট্ৰ। ভাৰতত সম্পত্তিৰ অধিকাৰ ব্যক্তিৰ সংবিধানপ্ৰদত্ত স্বত্ব। নন্দীগ্ৰাম আৰু চিংগুৰত ভূমি অধিগ্ৰহণৰ নামত সেই অধিকাৰৰ পৰা বঞ্চিত কৰাৰ অভিযোগ উঠিছে নামমাত্ৰ ক্ষতিপূৰণৰ বিনিময়ত। ইয়াৰ বাবে চৰকাৰী নীতি আৰু কাৰ্যব্যৱস্থাৰ বিৰুদ্ধে প্ৰতিবাদ কৰিবলৈ একগোট হৈছে ভূমি উচ্ছেদ প্ৰতিৰোধ কমিটী। চৰকাৰী স্বৈৰাচাৰিতা আৰু একনায়কত্ববাদৰ বিৰুদ্ধে সকলো দল আৰু সাধাৰণ ৰাইজ মাৰবান্ধি থিয় হৈছে জীয়াই থকাৰ শংকাত ভুগি। আনকি আজি নন্দীগ্ৰামৰ ৰাইজে জীৱনৰ শেষ বিন্দু তেজ দিবলৈকো সাজু হৈছে। অকল নন্দীগ্ৰামতে নহয়, পশ্চিমবংগত ১৪ লাখ একৰ কৃষিভূমিৰ অধিকাৰ হস্তান্তৰিত হ'ব বৃহৎ পুঁজিপতি গোষ্ঠীৰ হাতলৈ। ইয়াৰ ফলত ক্ষতিগ্ৰস্ত হ'ব প্ৰায় ৯ লাখ কৃষক। লাভৱান হ'ব বৃহৎ উদ্যোগপতিসকল। উদ্যোগীকৰণৰ নামত বাস্তৱমুখী পৰিকল্পনা নোহোৱাকৈ কৃষকৰ ভূমি অধিগ্ৰহণ কৰিব খোজা কাৰ্যই ৰাজ্যখনত ৰক্ত গংগা বোৱাব। পশ্চিমবংগত সাধাৰণ কৃষকক লৈ আৰম্ভ কৰিব খোজা নৃশংস ক্ৰীড়নত মানৱতা ভূলুণ্ঠিত নহ'বনে? এই সম্পৰ্কে চৰকাৰী পক্ষ কিন্তু অদ্যাপি নিমাত। কৃষকসকলৰ বিকল্প সংস্থাপনৰ যিবোৰ তথাকথিত আঁচনিৰ কথা ঘোষণা কৰা হৈছে, সেইবোৰ বাস্তৱাৰ্থত কিমান প্ৰাসংগিক? এই সম্পৰ্কে সকলোৰে মনত সন্দেহৰ উদ্ৰেক হৈছে। নহ'লে নন্দীগ্ৰাম আৰু চিংগুৰত এনেধৰণৰ স্বতঃস্ফূৰ্ত জনজাগৰণৰ সৃষ্টি নহ'লহেঁতেন।

কিউবাত মাৰ্কিন সাম্ৰাজ্যবাদৰ প্ৰবল হেঁচা সত্ত্বেও ফিডেল কাষ্ট্ৰোই সমাজতান্ত্ৰিক বিপ্লৱৰ গতিপথ ৰুদ্ধ নকৰাৰ বাবে সকলোধৰণৰ পদক্ষেপ লৈছে। আৰু সেই পথকে এতিয়া দক্ষিণ আমেৰিকাৰ ভেনিজুৱেলা, চিলি আদি দেশেও গ্ৰহণ কৰাৰ পথত, অথচ বিকাশৰ নামত পশ্চিমবংগত গ্ৰহণ কৰা হৈছে তথাকথিত ষ্টেলিনীয় ফেচিষ্ট পদ্ধতি। এই নীতিৰে এফালৰ পৰা দুখীয়া কৃষকক মৃত্যুৰ মুখলৈ ঠেলি দিয়া হৈছে।

দেশৰ আগশাৰীৰ চিন্তাবিদ আৰু বুদ্ধিজীৱীসকলে কৈছে যে পশ্চিমবংগত বাঁওপন্থীৰ বৈপ্লৱিক চেতনাবোধৰ অপমৃত্যু হৈছে। চি পি এমৰ ভাৰতবৰ্ষত জনগণতান্ত্ৰিক আন্দোলনৰ বৈপ্লৱিক চিন্তা-চৰ্চাৰ নীতি ধূসৰ বাবে আজিও বৈদেশিক নীতি বা মূল আভ্যন্তৰীণ সমস্যা সন্দৰ্ভত তেওঁলোকে স্পষ্ট নীতিগ্ৰহণ কৰিব পৰা নাই। ফলত দলটোৰ নীতি আৰু আদৰ্শৰ প্ৰতি সকলোৰে মনত সন্দেহৰ সৃষ্টি হৈছে। আমেৰিকাৰ লগত হ'ব লগা ১২৩ নং চুক্তি সম্পৰ্কতো নেতৃবৰ্গৰ নীতিৰ অস্পষ্টতাই সাধাৰণ মানুহৰ মাজত সন্দেহৰ ভাব উদ্ৰেক কৰিছে। কথা আৰু কামৰ সমন্বয়ৰ অভাৱ চি পি এমৰ সকলো কাৰ্যতে আজি স্পষ্ট ৰূপত ধৰা দিছে। ট্ৰেড ইউনিয়ন আন্দোলনৰ স্ৰষ্টা চি পি এমৰ চৰকাৰে এতিয়া তথ্য-প্ৰযুক্তি খণ্ডত পশ্চিমবংগত কোনো শ্ৰমিক সংগঠন গঠন কৰিবলৈ অনুমতি দিয়া নাই আজি পৰ্যন্ত, অথচ কানাডাৰ দৰে দেশৰ তথ্য-প্ৰযুক্তি খণ্ডৰ শ্ৰমিকসকলক সংগঠন কৰাৰ পূৰ্ণ অধিকাৰ দিয়া হৈছে। প্ৰসংগক্ৰমে মনলৈ আহিছে বেংক, জীৱন বীমা নিগম, নৱৰত্ন উদ্যোগ ইত্যাদিৰ কথা। এইক্ষেত্ৰত চি পি এমৰ আগশাৰীৰ নেতৃ বৃন্দই গ্ৰহণ কৰা স্থিতিৰ কথা সকলোৰে সৰ্বজনবিদিত।

বৰ্তমানৰ পৰিস্থিতিযে প্ৰমাণিত কৰিছে যে শ্ৰমিক আৰু কৃষকৰ কথা কৈ ক্ষমতাৰ বাঘজৰী কাটি লোৱা পশ্চিমবংগৰ চি পি এম নেতৃত্বই মাৰ্ক্সবাদী আদৰ্শৰ পোছাকজোৰ খুলি নিজৰ নাঙঠ স্বৰূপ বিশ্বৰ আগত দাঙি ধৰিছে। নন্দীগ্ৰাম হ'ল তাৰ এক জ্বলন্ত উদাহৰণ। বৰ্ষীয়ান নেতা, প্ৰাক্তন মুখ্য মন্ত্ৰী জ্যোতি বসুৱেও বিচাৰিছে নন্দীগ্ৰামলৈ শান্তি অহাটো। কিন্তু তেওঁৰ বক্তব্যলৈ গুৰুত্ব দিবৰ বাবে প্ৰকাশ কাৰাট, বুদ্ধদেৱ ভট্টাচাৰ্য, বিমান বসু আদিৰ সময় নাই। ইয়াতে প্ৰকাশ কাৰাটে নিজৰ দোষ আনৰ গালৈ ঠেলি কৈছে যে এই ঘটনাৰ লগত মাওবাদীসকল জড়িত আছে। যদি প্ৰকাশ কাৰাটৰ বক্তব্য সঁচা বুলি ধৰা হয়, তেতিয়াহ'লে চৰকাৰখনৰ অস্তিত্ব ক'ত? এই মাওবাদী সংগঠনসমূহক বাধা দিব পৰা সামান্য ক্ষমতা চি পি এম চৰকাৰখনৰ নাই নেকি? আৰু যদি শক্তিহীন হৈছে, তেতিয়াহ'লে চৰকাৰ বৰ্তি থকাৰ অধিকাৰ ক'ত? এতিয়া মুদ্ৰাৰ ওলোটা পিঠিটো চাওক— দেশৰ বিভিন্ন অংশত মাওবাদীসকলে কূটাঘাতমূলক কাৰ্য সংঘটিত কৰি আহিছে। ধৰি ল'লো, নন্দীগ্ৰামতো শক্তিশালী স্থিতি গ্ৰহণ কৰি আছে তেওঁলোকে। বিগত এসপ্তাহৰো অধিক কাল নন্দীগ্ৰামত অহৰহ গুলীবৰ্ষণ চলি আছে। এই গুলীবৰ্ষণত বহুজন নিৰীহ জনতাই মৃত্যুমুখত পৰিছে। আহতও হৈছে বহুসংখ্যক। কিন্তু এই আহত-নিহতৰ মাজত চি পি এমৰ এজনো কৰ্মী নাই। প্ৰকাশ কাৰাটৰ মাওবাদীৰ উপস্থিতিৰ যুক্তি যে আক্ষৰিকভাৱে সত্য নহয়, এই কথাই প্ৰমাণিত কৰে। এই নিবন্ধ যুগুত কৰাৰ মুহূৰ্তলৈ কেন্দ্ৰীয় চৰকাৰে পঠিওৱা সংৰক্ষিত পুলিচ বাহিনীকো চি পি এম কেডাৰসকলে নন্দীগ্ৰাম অঞ্চলত সোমাবলৈ

দিয়া নাই যদিও কেন্দ্ৰীয় চৰকাৰৰ হেঁচাত কেন্দ্ৰীয় সংৰক্ষিত বাহিনী বিভিন্ন ঠাইত প্ৰৱেশ কৰিছে। কিন্তু কেন্দ্ৰীয় সংৰক্ষিত বাহিনীৰ উপস্থিতিয়ে কিছুদিনলৈ শান্তি নিশ্চয় আনিব। কিন্তু বৰ্তমানৰ চৰকাৰখনৰ আচৰণে নন্দীগ্ৰামত হাজাৰ হাজাৰ উচ্ছেদিত, ঘৰ-বাৰী হেৰুওৱা কৃষকৰ মনলৈ পূৰ্বৰ শান্তি কঢ়িয়াই আনিব পাৰিবনে ? কাৰণ যেতিয়ালৈকে চৰকাৰ ভূমি অধিগ্ৰহণৰ বাবে আঁকোৰগোজ হৈ থাকিব, তেতিয়ালৈকে কিন্তু নন্দীগ্ৰামৰ জনসাধাৰণৰ ভয় আৰু শংকা থাকিব।

দুদিনমান আগতে ৰাজ্যপাল গোপালকৃষ্ণ গান্ধীয়ে নন্দীগ্ৰামৰ ব্যৰ্থতাক আঙুলিয়াই চৰকাৰখনৰ বিৰুদ্ধে মন্তব্য প্ৰকাশ কৰিছে। তেওঁ আৰু কৈছে— কোনো এখন চৰকাৰ বা এখন সুস্থ সমাজে এনেকুৱা পৰিস্থিতিত মনে মনে থাকিব নোৱাৰে। তেওঁ আনকি নন্দীগ্ৰামত আইন-শৃংখলা ভাঙি পৰা বুলিও উল্লেখ কৰিছে। ইয়াতেই সৰব হৈ উঠিছে চৰকাৰখন। কিন্তু তেওঁলোক সৰব হৈ উঠিলেও ৰাজ্যপালগৰাকীৰ বক্তব্যত ফুটি উঠিছে প্ৰশাসনিক ব্যৰ্থতা, চি পি এমৰ অসামাজিক কাৰ্যকলাপ, হাতত অস্ত্ৰ তুলি লৈ নিৰীহ লোকক নৃশংসভাৱে হত্যা কৰাৰ ছবিখন। যদি সাধাৰণ মানুহক নিৰাপত্তা দিয়াত চৰকাৰ ব্যৰ্থ হয়, তেতিয়াহ'লে চৰকাৰ বৰ্তি থকাৰ অধিকাৰ সংবিধানে দিছে নেকি? এই প্ৰশ্ন সকলো মানুহৰে। এতিয়াও হাজাৰ হাজাৰ মানুহ ঘৰ-দুৱাৰ এৰি ল'ৰা-ছোৱালীৰ সৈতে দূৰ-দূৰণিত আশ্ৰয় লৈ থাকিবলগীয়া হৈছে। প্ৰশাসনৰ অনীহাৰ বাবে খাদ্য-সংকট আৰু নানা আৰ্থিক প্ৰতিবন্ধকে তেওঁলোকৰ জীৱন দুৰ্বিসহ কৰি তুলিছে। তেওঁলোকৰ প্ৰতি কোনো দয়া বা অনুকম্পা চৰকাৰৰ নাই। চৰকাৰৰ অনুকম্পা হৈছে ছেলিম গ্ৰুপৰ 'কেমিকেল হাব'ৰ প্ৰতিহে। নন্দীগ্ৰামত এই উদ্যোগ স্থাপন কৰাটোৱেই যেন সৰ্বপ্ৰথম কৰ্তব্য এই দলৰ। এইক্ষেত্ৰত কেন্দ্ৰীয় চৰকাৰৰ ভূমিকাও গঠনমূলক নহয়। বৰং নেতিবাচকহে। নিজৰ চৰকাৰখন চি পি এমৰ কৃপাত বৰ্তাই ৰখাৰ স্বাৰ্থত তেওঁলোকে নীৰৱ দৰ্শকৰ ভূমিকা গ্ৰহণ কৰিছে। তেতিয়াহ'লে এই উৎপীড়িত-নিপীড়িত হাজাৰ হাজাৰ কৃষকৰ স্বাৰ্থ কোনে ৰক্ষা কৰিব? এই প্ৰশ্নটোৱেই আজি সকলোৰে মনত উদয় হৈছে। পশ্চিমবংগৰ এই অশুভ পৰম্পৰাই কিন্তু এক অশনি সংকেতো কঢ়িয়াই আনিছে সমগ্ৰ দেশলৈ। বৰ্তমান পৰিস্থিতিত কেন্দ্ৰীয় চৰকাৰখনে নিজৰ ৰাজনৈতিক সংকীৰ্ণতাৰ পৰা আঁতৰি দেশৰ গণতন্ত্ৰৰ স্বাৰ্থত, ঐক্যৰ স্বাৰ্থত পশ্চিমবংগৰ ক্ষেত্ৰত কঠোৰ ব্যৱস্থা গ্ৰহণ কৰক। ৰক্ষা কৰক বঞ্চিত কৃষকসকলৰ স্বাৰ্থ। নহ'লে উদ্যোগীকৰণৰ নামত হোৱা ৰাজনৈতিক নেতাসকলৰ বিকাৰগ্ৰস্ততাই এদিন দেশখন ধ্বংস কৰি পেলাব। নন্দীগ্ৰাম হ'ল তাৰেই প্ৰতিফলন।■■

---

*আজিৰ দৈনিক বাতৰি, ১৬ নৱেম্বৰ, ২০০৭*

# নজিৰবিহীন ঘটনা

কেইদিনমানৰ পূৰ্বে ভাৰতৰ কমিউনিষ্ট পাৰ্টীৰ ইতিহাসত এক উল্লেখনীয় ঘটনাৰ সংযোগ ঘটিল। স্বাভাৱিকতে চি পি আই (এম)ৰ ইতিহাসত ই এক নজিৰবিহীন ঘটনা। পোনপ্ৰথমবাৰৰ বাবে এজন মুখ্য মন্ত্ৰীক আৰু ৰাজ্যিক চি পি এমৰ সাধাৰণ সম্পাদকক পুলিটব্যুৰোৰ সদস্য পদৰ পৰা অনুশাসনমূলক ব্যৱস্থা হিচাপে সাময়িকভাৱে বৰ্খাস্ত কৰা হ'ল। ১৯৬৬ চনৰ অবিভক্ত কমিউনিষ্ট দলৰ বিভাজনৰ পাছত চি পি এমত বহু ৰাজনৈতিক উত্থান-পতন হৈছে। বহুজন পুৰোধা নেতা, এচাম শক্তিশালী চক্ৰৰ কবলত পৰি সন্ন্যাস ল'বলগীয়া হৈছে। বহুতক দলৰ তৰফৰ পৰা অনুশাসনমূলক ব্যৱস্থা নল'লেও দলৰ সকলো কাম-কাজৰ পৰা দলীয় সংগঠনৰ পৰা আঁতৰাই ৰখা হৈছে। আনকি ত্ৰিপুৰাৰ প্ৰাক্তন মুখ্য মন্ত্ৰী নৃপেন চক্ৰৱৰ্তীৰ নিচিনা ব্যক্তিকো দলৰ পৰা আঁতৰাই পঠিওৱা হৈছে। চি পি এম দলৰ আটাইতকৈ সন্মানীয় আৰু দলৰ কাৰণে সৰ্বস্ব ত্যাগ কৰা নৃপেন চক্ৰৱৰ্তীৰ ৰাজনৈতিক পৰিক্ৰমা দুঃখজনকভাৱে অন্ত কৰাৰ মূলতেই তেওঁলোকৰ দলৰ মাজত থকা আভ্যন্তৰীণ অন্তৰ্দ্বন্দ্ব। বহুতে ক'ব খোজে, প্ৰধান মন্ত্ৰীৰ নিচিনা পদ এটা গ্ৰহণ কৰাত সুযোগ পোৱাৰ পাছতো জ্যোতি বসুক (তেওঁৰ নিজৰ ইচ্ছা থকা সত্বেও) দলৰ একাংশ নেতাই সেই সুযোগৰ পৰা বঞ্চিত কৰিছে যি ক্ষোভ জ্যোতি বসুৰ অন্তৰত এতিয়াও উমি উমি জ্বলি আছে। এতিয়াও মাজে মাজে তাৰ বহিঃপ্ৰকাশ বাতৰিকাকতৰযোগে তেওঁ প্ৰকাশ কৰি আহিছে। আজি পশ্চিমবংগ চি পি এমৰ শক্তিশালী ঘাটি। পশ্চিমবংগতো আছে দলৰ মাজৰ ক্ষমতাৰ যুঁজ-বাগৰ আৰু অৰিয়া-অৰি। জ্যোতি বসুৰ পাছত তেওঁ বিচাৰিছিল সুভাষ চক্ৰৱৰ্তীক মুখ্য মন্ত্ৰী পাতিবলৈ। কিন্তু শক্তিশালী জ্যোতি বসুবিৰোধী লবীয়ে বৰ্তমানৰ মুখ্য মন্ত্ৰী বুদ্ধদেৱ ভট্টাচাৰ্যকহে তেওঁৰ স্থলাভিষিক্ত কৰে। কিছুদিন পূৰ্বে সুভাষ চক্ৰৱৰ্তীয়ে মুখ্য মন্ত্ৰীৰ বিৰুদ্ধে বিষোদ্‌গাৰ কৰি ৰোষত পৰিছিল। যোৱা বৰ্ষত দুৰ্গা পূজাৰ কোনো কোনো মণ্ডপলৈ গৈ মা দুৰ্গাৰ আশীৰ্বাদ বিচাৰি পূজা কৰাৰ কাৰণে সুভাষ চক্ৰৱৰ্তীৰ বিৰুদ্ধে দলীয় নেতৃবৃন্দই তীৰ্যক মন্তব্য কৰিছিল। কিছুদিন আগতে জ্যোতি বসুক ভগৱানৰ লগত তুলনা কৰি আন এটা বিতৰ্কত সোমাই ভৱিষ্যতৰ মুখ্য মন্ত্ৰী হোৱাৰ পথ তেওঁ বন্ধ কৰি পেলাইছে। তদুপৰি চি পি

এমত আছে উত্তৰ ভাৰত আৰু দক্ষিণ ভাৰত লবী। দলটোৰ দক্ষিণ ভাৰতৰ ঘাটি কেৰালা। চি পি এমৰ সাধাৰণ সম্পাদক প্ৰকাশ কাৰাটে কেৰালাৰ। পশ্চিমবংগ আৰু কেৰালাৰ চি পি এমৰ নেতাসকলৰ মাজত মাজে-সময়ে প্ৰকট হৈ পৰে আদৰ্শগত আৰু দলীয় মতবিৰোধ। বিশেষকৈ অৰ্থনৈতিক মণ্ডল আঁচনি গ্ৰহণ কৰাৰ সময়ত চি পি এম দলৰ নীতিৰ পৰিপন্থী হোৱা বাবে বুদ্ধদেৱ ভট্টাচাৰ্যৰ লগত মতানৈক্য ঘটিছিল প্ৰকাশ কাৰাট আৰু তেওঁৰ অনুগামী চি পি এম নেতাসকলৰ। কিন্তু পশ্চিমবংগৰ শক্তিশালী লবীৰ বিৰোধিতা কৰিবলৈ প্ৰকাশ কাৰাটে সাহস নকৰিলে। এনেকুৱা দলীয় মতানৈক্য আৰু আদৰ্শৰ সংঘাতে আজি কেৰালাতো দলটোৰ  স্থিতি অস্থিৰ কৰি তুলিছে। ই এম এছ নাম্বুদ্ৰিপাদ, এ কে গোপালনৰ পিছত বয়োজ্যেষ্ঠ সন্মানীয় নেতা হিচাপে সকলোৰে শ্ৰদ্ধাৰ ব্যক্তিজন হৈছে ভি এছ অচ্যুতানন্দ। ১৯৯৬ চনত তেওঁ বাঁও গণতান্ত্ৰিক দলৰ নেতা হিচাপে মুখ্য মন্ত্ৰী পদত অধিষ্ঠিত হৈছিল আৰু ২০০৬ চনৰ নিৰ্বাচনৰ পাছত পুনৰবাৰ মুখ্য মন্ত্ৰী হিচাপে নিৰ্বাচিত হৈছে। বয়স তেওঁৰ ৮৩  বছৰ। তাতেই কেণা লাগিল। মুখ্য মন্ত্ৰী পদৰ শক্তিশালী দাবীদাৰ দলৰ ৰাজ্যিক সম্পাদক আৰু পলিটব্যুৰোৰ সদস্য পিনাৰায় বিজয়নে আশা কৰিছিল মুখ্য মন্ত্ৰীৰ পদত তেওঁক অধিষ্ঠিত কৰা হ'ব, কিন্তু প্ৰকাশ কাৰাটৰ আশীৰ্বাদপুষ্ট অচ্যুতানন্দ পুনৰ মুখ্য মন্ত্ৰী হ'ল এই ভাটি বয়সতো। চি পি এমৰ ৰাজ্যিক সংগঠন ক্ষুব্ধ হৈ উঠিল। তেওঁলোকে আৰম্ভ কৰিছে পদে পদে মুখ্য মন্ত্ৰীৰ বিৰুদ্ধাচৰণ। প্ৰশাসন চলোৱাৰ ক্ষেত্ৰত মুখ্য মন্ত্ৰী হ'লগৈ ধৃতৰাষ্ট্ৰৰ লেখীয়া। এটা সাধাৰণ ঘটনাক লৈ প্ৰথমে আৰম্ভ হ'ল যুদ্ধৰ পাতনি। দলীয় মঞ্চৰ পৰা গৈ বাতৰিকাকতৰ পৃষ্ঠা দখল কৰিলে তেওঁলোকৰ মতবিৰোধে। ইজনে সিজনলৈ বোকা ছটিয়াবলৈ ধৰিলে। সাধাৰণ মানুহৰ অৰ্থনৈতিক অৱস্থাৰ পৰিৱৰ্তন, শক্তিখণ্ড পুনৰ গঠন, ঔদ্যোগিক খণ্ডৰ বিকাশৰ গতি ক্ষিপ্ৰ কৰা, শিক্ষাব্যৱস্থাৰ আমূল পৰিৱৰ্তন, স্বাস্থ্য সেৱা সাধাৰণ মানুহলৈ লৈ যোৱা— এইবোৰ প্ৰতিশ্ৰুতি আছিল বাঁও গণতান্ত্ৰিক দলৰ। পূৰ্বৰ কংগ্ৰেছ নেতৃত্বাধীন সংযুক্ত গণতান্ত্ৰিক চৰকাৰৰ মূল অংশীদাৰী দলটোক কংগ্ৰেছৰ অন্তৰ্কলহেও  দুৰ্বল কৰি পেলাইছিল। তাতে জ্যেষ্ঠ নেতা কৰুণাকৰণ আৰু তেওঁৰ পুত্ৰই গঠন কৰা গণতান্ত্ৰিক ইন্দিৰা কংগ্ৰেছে যোৱা নিৰ্বাচনত নিজাববীয়াকৈ প্ৰাৰ্থী দি কংগ্ৰেছৰ পৰাজয় সূচল কৰাত চি পি এম নেতৃত্বাধীন বাঁও মৰ্চাই গাদী দখল কৰিবলৈ সমৰ্থ হ'ল। এই আঠদলীয় মৰ্চাৰ অন্যতম অংশীদাৰ দল নেছনেল কংগ্ৰেছ পাৰ্টীয়ে চি পি এমৰ অৰিয়া-অৰি দেখি কৰুণাকৰণৰ দলত চামিল হৈছে। আঠটা অংশীদাৰী চৰকাৰৰ বাঁও মৰ্চাত লাহে লাহে ভেঁকুৰ সোমাইছে। তাৰ মাজতে দলীয় অন্তৰ্কলহ।

দলীয় বিৰোধ প্ৰকট হৈছিল বিজয়নক লৈ। তেওঁৰ ঘনিষ্ঠ আৰক্ষী বিষয়া তমীন জে চাচাংকাৰীৰ পত্নীৰ কোচিত এটা হাইটেক ভিডিঅ' ৰেকৰ্ডিং ষ্টুডিঅ' আছে। এণ্টিপাইৰেচী এছ'চিয়েছনে অভিযোগ দিলে যে সেই ষ্টুডিঅ'ত নকল চিডি প্ৰস্তুত কৰি বিক্ৰী কৰা হয়। তদন্ত আৰম্ভ হ'ল আই জি পি ঋষিৰাজ সিঙৰ নেতৃত্বত। লগে লগে ৰাজনৈতিক হস্তক্ষেপো আহিল। পুলিচ সঞ্চালক ৰোমন শ্ৰীবাস্তৱৰ দ্বাৰা সিঙক সেই দায়িত্বৰ পৰা অব্যাহতি দিয়া হ'ল। মুখ্য মন্ত্ৰীৰ অগোচৰে আৰক্ষী সঞ্চালকপ্ৰধানে তেওঁক এই দায়িত্বৰ পৰা অব্যাহতি দিলে। লগে লগে মুখ্য মন্ত্ৰীয়ে পুলিচ সঞ্চালক সিঙক পুনৰ সেই দায়িত্বত অধিষ্ঠিত কৰাৰ কাৰণে আদেশ দিয়া সত্ত্বেও ইয়াৰ প্ৰতিবাদ কৰি প্ৰথম অৱস্থাত গৃহমন্ত্ৰী বালকৃষ্ণণ আদেশ প্ৰত্যাহাৰ কৰিবলৈ অসন্মতি প্ৰকাশ কৰিছিল। পাছত যেনিবা মুখ্য মন্ত্ৰীৰ হস্তক্ষেপত সিঙক পুনৰ আগৰ দায়িত্বলৈ ওভতাই পঠিওৱা হ'ল। এয়ে আৰম্ভণি। এই আৰম্ভণি হ'লেও আচলতে যুঁজখন আছিল ব্যক্তিগত গোড়ামি আৰু ক্ষমতাৰ যুঁজ। মুখ্য মন্ত্ৰীয়ে বিজয়ন ১৯৯৬ চনত শক্তিমন্ত্ৰী হিচাপে থাকোঁতে কানাডাৰ ইঞ্জিনীয়াৰিং ফাৰ্ম এছ এন চি লাভালিনৰ লগত কেৰালাৰ তিনিটা বিদ্যুৎ খণ্ডৰ আধুনিকীকৰণৰ কাৰণে চুক্তি কৰাইছিল। এই চুক্তি কাৰ্যত পৰিণত হৈছিল ১৯৯৮ চনত। চুক্তি মতে এই প্ৰতিষ্ঠানটোৱে বিদ্যুৎ খণ্ডৰ জৰিয়তে ৯৮ কোটি টকা ৰাজ্যখনক কেন্সাৰ চেণ্টাৰৰ কাৰণে সংগ্ৰহ কৰি দিয়াৰ কথাও লিপিবদ্ধ হৈছিল। কিন্তু এই ৯৮ কোটি টকা ক'লৈ গ'ল, তাৰ হিচাপ এতিয়ালৈকে নহ'ল। কেগ'ৰ ৰিপ'ৰ্টতো ইয়াক উল্লেখ কৰা হৈছে। তদুপৰি ৫,৭৫০ কোটি টকাৰ লটাৰী কেলেংকাৰি তদন্ত কৰি টকাখিনি চৰকাৰী কোষলৈ অনাটো বিচাৰে মুখ্য মন্ত্ৰীয়ে। কিন্তু মুখ্য মন্ত্ৰীৰ এই প্ৰচেষ্টাৰ কথা বিত্তমন্ত্ৰী পি এম থমাছ আইজাকে কোনো ক্ষেত্ৰতে গুৰুত্ব নিদিয়াই নহয়, বাজেটতো উল্লেখ নকৰিলে। ইয়াতে ক্ষুব্ধ মুখ্য মন্ত্ৰী। তদুপৰি কেবাটাও উল্লেখযোগ্য উন্নয়নমূলক কাম স্থবিৰ হৈ পৰিছে কেৰালাত ৰাজনৈতিক বিসম্বাদৰ বাবে। বিশেষকৈ ১,৬০০ কোটিৰ কোচি চিটী প্ৰজেক্ট, ৩ হাজাৰ কোটি টকাৰ তিৰুৱনন্তপুৰম টাৰ্মিনেল আৰু ১,৬০০ কোটি টকাৰ পৰিবহণ প্ৰজেক্ট আদি। ইয়াৰ উপৰি মুখ্য মন্ত্ৰী ক্ষুব্ধ হোৱাৰ আন এটা কাৰণো আছিল। নিৰ্বাচনৰ সময়ত পূৰ্বৰ চৰকাৰে এছিয়ান ডেভেলপমেণ্ট বেংকৰ পৰা ল'ব খোজা ঋণক লৈ বাঁও গণতান্ত্ৰিক মৰ্চাই নিৰ্বাচনত ইছ্যু হিচাপে গ্ৰহণ কৰিছিল। কিন্তু ক্ষমতালৈ অহাৰ পাছত মুখ্য মন্ত্ৰীৰ বিৰোধিতা থকা সত্ত্বেও কেৰালাৰ বিজয়ন লবীৰ হেঁচাত কেৰালাৰ দিল্লীৰ আবাসিক বিষয়াই তেওঁৰ অজ্ঞাতে কেন্দ্ৰলৈ চৰকাৰৰ সন্মতিসূচক পত্ৰত স্বাক্ষৰ কৰি পঠিয়ায়। ইয়াতো ক্ষুব্ধ হৈ পৰিছিল মুখ্য মন্ত্ৰীগৰাকী। মুখ্য মন্ত্ৰী ক্ষুব্ধ হ'লেও তেওঁৰ মন্ত্ৰীসভাত আৰু দলীয় নেতৃত্বৰ সিংহভাগেই

বিজয়নৰ বিসম্বাদী দলে দখল কৰি থকাত মুখ্য মন্ত্ৰী গঁডালত থকা বুঢ়া সিংহৰ দৰে অসহায় আৰু অক্ষম বোধ কৰি বিজয়ন দলৰ বিৰুদ্ধে বাতৰিকাকতত যুদ্ধ আৰম্ভ কৰিলে। প্ৰত্যুত্তৰ দিবলৈ গৈ বিজয়নেও নিজৰ মুখ খুলিছিল। তেওঁলোকৰ বোকা ছটিওবা খেলে গোটেই ৰাজ্যখনত আইন-শৃংখলা আৰু অৰ্থনৈতিক অস্থিৰতা আনিছে। কিন্তু দলৰ বিশৃংখলতাৰ মাজতো বা দলৰ নেতৃত্ব হেৰুওবাৰ উপক্ৰম হ'লেও অচ্যুতানন্দৰ প্ৰতি থকা সাধাৰণ মানুহৰ শ্ৰদ্ধাৰ বাবে বিজয়নৰ বিসম্বাদী গোটে এতিয়াও তেওঁক টলাব পৰা নাই । বিসম্বাদ কেৰালাৰ পৰা গৈ চি পি এমৰ দিল্লী কাৰ্যালয় পালেগৈ। যোৱা ২৬ তাৰিখে দিল্লীত অনুষ্ঠিত পলিটব্যুৰোৰ বৈঠকত দুয়োজনকে তেওঁলোকৰ ভুল কাৰ্যৰ কাৰণে পলিটব্যুৰোৰ সদস্য পদৰ পৰা সাময়িকভাৱে বৰ্খাস্ত কৰে প্ৰাৰম্ভিক দলীয় প্ৰতিবেদনৰ ভিত্তিত। এনে অনুশাসনমূলক শাস্তি সাধাৰণতে নজিৰবিহীন চি পি এমৰ ইতিহাসত।■■

---

*আজিৰ দৈনিক বাতৰি, ৫ জুন, ২০০৭*

# চি পি এম ঃ গোলামি মানসিকতাৰ অন্ত কেতিয়া!

১৯৬৪ চনত ভাৰতৰ কমিউনিষ্ট পাৰ্টীৰ বিভাজনৰ পাছত চি পি আই (এম)এ সেই বছৰৰে কলিকতা অধিৱেশনত শ্ৰমিকৰ নেতৃত্বত জনগণতান্ত্ৰিক বিপ্লৱৰ কাৰ্যসূচী ঘোষণা কৰিছিল। ১৯৬৪ চনৰ চি পি আই (এম)ৰ কৰ্মসূচীৰ অনুচ্ছেদ ১০ত গুৰুত্ব দিয়া হৈছিল এইদৰে— India will quickly pass over to the stage of the socialist revolution কিন্তু আজিৰ পৰিস্থিতিত চি পি আই (এম)-এ এনেকুৱা এটা অৱস্থাত উপনীত হৈছে যিটোৱে ভাৰতৰ সাম্যবাদী আন্দোলনত বিশ্বাসী লোকসকলক শংকিত কৰি তুলিছে। পশ্চিমবংগত প্ৰায় ৩০ বছৰ একেৰাহে শাসন কৰিলে এই দলটোৱে। মাৰ্ক্সবাদৰ বৈপ্লৱিক আদৰ্শক সাৰোগত কৰি দেশত এক সমাজবাদী সমাজ প্ৰতিষ্ঠা কৰাৰ বাবে পশ্চিমবংগকে আদৰ্শ ঘাটি হিচাপে ব্যৱহাৰ কৰিছিল। কিন্তু বৰ্তমান পৰিস্থিতিত চি পি আই (এম) যেন এক নতুন সাম্যবাদী বুৰ্জোৱা আদৰ্শৰ ধাৰক আৰু বাহক হৈ পৰিছে। ফলত সমগ্ৰ দেশৰ পৰিৱৰ্তনকামী চিন্তাশীল ব্যক্তিসকলৰ মনত দলটোৰ ভৱিষ্যৎ সম্পৰ্কেও সংশয় বাটি গৈছে।

আজি দলটোৰ নেতৃত্বৰ মাজত দেখা দিয়া আদৰ্শৰ দেখ দেখ সংঘাতে তেওঁলোকৰ অভ্যন্তৰত যে সংকীৰ্ণ উত্তৰ ভাৰত আৰু দক্ষিণ ভাৰতীয় চিন্তা-চৰ্চা আৰম্ভ হৈছে, তাৰো নগ্ন চিত্ৰখন দাঙি ধৰিছে। বিশেষকৈ পাৰমাণৱিক সহযাগিতা চুক্তিক লৈ দলটোৰ পশ্চিমবংগৰ নেতৃবৰ্গ আৰু দেশখনৰ অন্যান্য ৰাজ্যৰ নেতৃবৰ্গৰ মাজত এক গভীৰ পাৰ্থক্য স্পষ্ট হৈ পৰিছে। জ্যোতি বসু আৰু বুদ্ধদেৱ ভট্টাচাৰ্যকে আদি কৰি নেতাসকলে এই চুক্তিৰ প্ৰতি মুকলিকৈ সমৰ্থন আগবঢাইছে। আনহাতে প্ৰকাশ কাৰাট নেতৃত্বাধীন দক্ষিণৰ নেতাসকলে এই চুক্তিৰ তীব্ৰ বিৰোধিতা কৰিছে। পশ্চিমবংগত চি পি আই (এম)-এ ৰাজনৈতিক আদৰ্শতকৈ ৰাজ্যৰ সমস্যাৱলীৰ ক্ষেত্ৰত অধিক গুৰুত্ব আৰোপ কৰা দেখা গৈছে। ফলত এক আঞ্চলিক গোড়ামি নীতি পোষণ কৰা হেতু প্ৰায়ক্ষেত্ৰতে দলটোৰ নীতি আৰু আদৰ্শৰ লগত পশ্চিমবংগ চৰকাৰখনৰ নীতিগত সংঘাত দেখা দিছে। ফলস্বৰূপে কেন্দ্ৰীয় নেতৃবৰ্গৰ লগত ব্যৱধান বাঢ়িছে পশ্চিমবংগ চি পি আই (এম)ৰ। বিশেষকৈ বিশেষ অৰ্থনৈতিক

মণ্ডল গঠন, চিংগুৰ, নন্দীগ্ৰাম আদিৰ ঘটনাৰ পাছত কেন্দ্ৰীয় নেতৃবৰ্গৰ সতে পশ্চিমবংগ চৰকাৰৰ নীতিগত সংঘাতৰ কথা এতিয়া আৰু লুকাই থকা নাই। কিছুদিন পূৰ্বে ‘মেইনষ্ট্ৰিম’ কাকতত অধ্যাপক ৰণধীৰ সিঙে চি পি আই (এম) লৈ আঙুলিয়াই প্ৰশ্ন তুলিছিল—‘দলটোৱে তেওঁলোকৰ সমাজবাদৰ প্ৰতি থকা দাযবদ্ধতাৰ লক্ষ্য পৰিত্যাগ কৰিলে নেকি?’ ৰণধীৰ সিঙৰ এই বক্তব্যৰ যুক্তিযুক্ততা সন্দৰ্ভত সেই সময়ত কোনোবাই প্ৰশ্ন কৰিলেও এতিয়া কিন্তু সেই প্ৰশ্নৰ শুদ্ধ উত্তৰ দিবলৈ ভাৰতীয় জনসাধাৰণে যেন কুণ্ঠাবোধ নকৰে। কাৰণ ২০০৬ চনত পাছৰ ঘটনাবলীয়ে চি পি আই(এম)ৰ আভ্যন্তৰীণ সংকটৰ এক ভয়াৱহ ইংগিত কঢ়িয়াই আনিছে। ১৯৬৪ চনত চি পি আই (এম) গঠন হৈছিল কঠোৰ কংগ্ৰেছ বিৰোধী নীতিলৈ। বিগত শতিকাৰ ৭০ৰ দশকত এছ এছ ডাংগেৰ নেতৃত্বাধীন ভাৰতীয় কমিউনিষ্ট দলে যেতিয়া কংগ্ৰেছৰ প্ৰগতিশীল নীতি— বিশেষকৈ বেংক ৰাষ্ট্ৰীয়কৰণ, পূৰ্বৰ ৰজাসকলৰ বিশেষ সুবিধা কৰ্তন, ভূমি সংস্কাৰক সমৰ্থন দিছিল, তেতিয়াই কিন্তু চি পি আই (এম)-এ চি পি আইৰ বিৰুদ্ধে আটাইতকৈ বেছি সৰৱ হৈ উঠিছিল। অৱশ্যে পাছলৈ কংগ্ৰেছৰ লগত কমিউনিষ্ট দলৰ সম্পৰ্কক কেন্দ্ৰ কৰি উত্তৱ হোৱা বিতৰ্কই কমিউনিষ্ট আন্দোলনকে দুৰ্বল আৰু নিশকটীয়া কৰি পেলাইছিল, আৰু তেতিয়াৰ পৰাই ভাৰতবৰ্ষত কমিউনিষ্ট দলৰ সংগঠন দুৰ্বল হৈ পৰিল। দলীয় সংগঠনৰ কাম-কাজ পশ্চিমবংগ, কেৰালা আদিতহে সীমাবদ্ধ হৈ পৰিল। মূলতঃ চি পি আই এমে আন আন দলৰ লগত বুজাবুজি কৰি সংগঠন নামমাত্ৰ ধৰি ৰখাৰ প্ৰয়াস কৰি আহিছে।

ছোভিয়েট ৰাছিয়াৰ কমিউনিষ্ট চৰকাৰৰ বিপৰ্যয়ৰ পাছত তাৰ প্ৰভাৱ ভাৰতত নপৰাকৈ থকা নাই। কমিউনিষ্ট দলৰ বিপৰ্যয়ৰ পিছত চি পি আই এমে ভাৰতত এক নতুন পৰিৱৰ্তনৰ নেতৃত্ব গ্ৰহণ কৰিব পাৰিব বুলি বহুতে আশা কৰিছিল। কিন্তু সেই আশা হতাশাত পৰিণত হৈছে। তেওঁলোকে নীতি আৰু আদৰ্শৰ পৰা বাৰে বাৰে ফালৰি কাটি গৈ শাসকগোষ্ঠীৰ পৃষ্ঠপোষকতা লাভৰ বাবে প্ৰতিযোগিতাত নামিবলৈ ধৰাৰ লগে লগে হেৰুৱাব ধৰিছে গণ সমৰ্থন। জ্যোতি বসুৱে ইচ্ছা কৰিছিল দেশৰ ৰাজনৈতিক সংকটত প্ৰধান মন্ত্ৰীৰ দায়িত্ব ল’বলৈ। কিন্তু দলে তেওঁক বঞ্চিত কৰিলে অযথা নীতি আৰু আদৰ্শৰ কথা উত্থাপনেৰে। দলৰ ভিতৰত থকা দ্বন্দ্বৰ বহিঃপ্ৰকাশ ঘটিল তেতিয়াই । সেই দুখ জ্যোতি বসুৱে কঢ়িয়াই আছে আজি পৰ্যন্ত। সংযুক্ত প্ৰগতিশীল মৰ্চা গঠনৰক্ষেত্ৰত সবাতোকৈ অগ্ৰণী ভূমিকা আছিল চি পি আই (এম)ৰ। সকলো ক্ষেত্ৰতে জ্যোতি বসুৰ পৰা দিহা-পৰামৰ্শ কংগ্ৰেছ নেত্ৰী ছোনিয়া গান্ধীয়ে গ্ৰহণ কৰিছিল। কিন্তু পৰামৰ্শদাতাৰ পৰা গৈ কঠোৰপন্থী চি পি আই (এম)ৰ নেতাসকলে যেতিয়া শাসনৰ ঘোঁৰাৰ লেকাম টানিবলৈ ধৰিলে, বাকী অংশীদাৰসকল

শংকিত হৈ পৰিল তেওঁলোকৰ দুঃসাহস দেখি। ক্ষণে ৰুষ্ট, ক্ষণে তুষ্ট চি পি (এম)ৰ নেতৃবৰ্গই প্ৰতিটো ক্ষেত্ৰতে প্ৰশাসন আৰু নীতিৰ ক্ষেত্ৰত হস্তক্ষেপ কৰিবলৈ লোৱাত দেশখনৰ প্ৰগতিৰ চালিকাশক্তি যেন বালিত মূৰ গুজিবলৈ বাধ্য হ'ল। তেওঁলোকৰ ৰাজনৈতিক কৌশল আৰু নীতি দেখি কংগ্ৰেছ শংকিত হৈ পৰিল। বিশেষকৈ পাৰমাণৱিক সহযোগিতা চুক্তিৰ ক্ষেত্ৰত চি পি আই(এম)-এ প্ৰধান মন্ত্ৰী মনমোহন সিঙক ৰাজহুৱাভাৱে তিৰস্কাৰ কৰাত অংশীদাৰ দলসমূহৰ চি পি এমৰ নৈতিকতা আৰু আদৰ্শৰ প্ৰতি সন্দেহ উপজিল। সেয়ে শাসনৰ লেকাম ডাল যেতিয়াই টানি ধৰিলে, তেতিয়াই ল'ৰা-ধেমালি কৰাৰ দৰে তেওঁলোকে সমৰ্থন প্ৰত্যাহাৰ কৰাৰ ভাবুকি দিলে। তাতেই আচল ৰহস্যৰ ওৰ ওলাল। চি পি আই (এম)-এ খাটনি ধৰিছিল দেশৰ টেলিকম উদ্যোগত চীনা কোম্পানীৰ বিনিযোগ। চৰকাৰে পোনছাটেই এই প্ৰস্তাৱ প্ৰত্যাখ্যান কৰাৰ বাবে চি পি এম নেতৃত্ব খঙত জ্বলি উঠিল। এটাৰ পিছত এটাকৈ চৰকাৰে লোৱা সকলো সিদ্ধান্তৰ ক্ষেত্ৰত তেওঁলোকে বাধা দিবলৈ চেষ্টা কৰিলে। বাঁও নীতিৰ জপমালা গণি দিন পাৰ কৰা চিপি আই (এম) নেতৃত্ব সৰৱ হৈ উঠিল অষ্ট্ৰেলিয়া, জাপান, মালয়েছিয়া, ভাৰত আৰু আমেৰিকাৰ নৌবাহিনীৰ পৰীক্ষামূলক প্ৰশিক্ষণৰ বিৰুদ্ধে। কিন্তু যেতিয়াই ভাৰত আৰু চীনৰ মাজত একেই নৌ বাহিনীৰ পৰীক্ষামূলক প্ৰশিক্ষণৰ বাবে দিন ধাৰ্য হ'ল, তেতিয়া কিন্তু তেওঁলোকে ভাৰতবৰ্ষৰ সামৰিক স্পৰ্শকাতৰতাৰ গোন্ধ বিচাৰি নাপালে। সদায়ে আমেৰিকাৰ পৰা ভাৰতবৰ্ষক দূৰত্বত ৰাখিব খোজা চি পি আই (এম)-এ কিন্তু কোনোদিনেই চীনৰ আগ্ৰাসী ভূমিকাৰ সমালোচনাত মুখ খোলা নাই। ভাৰতবৰ্ষৰ বিভিন্ন সন্ত্ৰাসবাদী সংগঠনসমূহক চীনে সাহায্য কৰি অহা বুলি সততে অভিযোগ উত্থাপন হৈ আহিছে। বিশ্বৰ ৰাষ্ট্ৰসমূহৰ প্ৰবল প্ৰতিবাদ সত্ত্বেও আন্তৰ্জাতিক সীমা লংঘন কৰি ১৯৬০ চনত ভাৰতৰ মাটিত প্ৰৱেশ কৰিছিল চীন। এতিয়াও কেবাহাজাৰ কিলোমিটাৰ ভাৰতৰ ভূমি দখল কৰি ৰাখিছে। সেইখন দেশে তিব্বতক অন্যায়ভাৱে দখল কৰিছে তথাকথিত সমাজতন্ত্ৰৰ নামত। তদুপৰি ৰাছিয়াৰ সীমান্তত সৈন্য সঞ্চালন কৰি ৰাছিয়াক বিব্ৰত কৰি আছে। ভাৰতবৰ্ষৰ বিৰুদ্ধে পাকিস্তানক উচটাই থকা পৃথিৱীৰ এই সবাতোকৈ আগ্ৰাসী আৰু অবিশ্বাসী ৰাষ্ট্ৰ চীনৰ বিৰুদ্ধে কিন্তু চি পি আই (এম) নিমাত আৰু নীৰৱ। যিটো দলে নিজৰ দেশখনৰ জাতীয় স্বাৰ্থ আৰু বিকাশৰ ক্ষেত্ৰত আন দেশৰ নিৰ্দেশত চলে, সেই দলে কেতিয়াও নিজৰ দেশখনক বৈপ্লৱিক পৰিৱৰ্তনৰ কাৰণে চালিত কৰিব নোৱাৰে। চি পি আই (এম)ৰ সেই চৰিত্ৰ ক্ৰমশঃ প্ৰকট হৈছে। স্বাধীনতা সংগ্ৰামৰ সময়তো কমিউনিষ্ট দলৰ ভূমিকাৰ কাৰণে ভাৰতবৰ্ষৰ জনসাধাৰণে সহজভাৱে এই দলক ল'ব পৰা নাছিল। আৰু আজিৰ দিনতো সেই পৰিস্থিতিৰ সৃষ্টি

কৰিছে চি পি আই (এম) নেতৃত্বই। ৰাছিয়া আৰু চীন দুয়োখন দেশ এটা সময়ত একেই ভাবাপন্ন কমিউনিষ্ট ৰাষ্ট্ৰ আছিল। তেওঁলোকে নিজ নিজ স্বাৰ্থ পৰিহাৰ কৰি কেতিয়াও আপোচ কৰা নাছিল। ইতিমধ্যে উল্লেখ কৰাৰ দৰে দুয়োখন ৰাষ্ট্ৰই যুদ্ধৰ বাবেও প্ৰস্তুত হৈছিল। এই সামান্য উপলব্ধি আমাৰ ভাৰতীয় কমিউনিষ্ট নেতাসকলৰ কিয় হোৱা নাই, সেইটোহে আটাইতকৈ জটিল প্ৰশ্ন।

পাৰমাণৱিক পাৰস্পৰিক সহযোগিতা চুক্তিয়ে যে এক বৈপ্লৱিক অৰ্থনৈতিক পৰিৱৰ্তনৰ সূচনা কৰিব, এই ধাৰণাটো ভাৰতৰ সকলো শ্ৰেণীৰ লোকৰ মাজতে হৈছে, অথচ চি পি আই(এম)-এ তাৰ মাজতে বুৰ্জোৱাৰ ভূত দেখিছে। কেবাদশক ধৰি যুঁজা ভিয়েটনামকো কিন্তু আজি আমেৰিকা যুক্তৰাষ্ট্ৰই অৰ্থনৈতিক সহযোগিতা আগবঢাইছে আৰু দেশৰ নেতৃবৰ্গই সেই সহযোগিতা আন্তৰিকতাৰে গ্ৰহণ কৰিছে। তেনেক্ষেত্ৰত আমাৰ নেতাসকলে বুৰ্জোৱা শব্দটোৰ বাস্তৱ পৰিস্থিতিৰ ক্ষেত্ৰত অনাৱশ্যক ব্যৱহাৰ কৰি সময়ৰ গতিত আগবাঢি যোৱা দেশখনৰ উন্নয়নক কিয় স্থবিৰ কৰি তুলিব বিচাৰিছে? ইয়াৰ এটাই উত্তৰ— চি পি এম দলে এতিয়াও গোলামি মানসিকতা, চিন্তা-চৰ্চা, নীতি আৰু আদৰ্শৰ পৰা মুক্ত হ'ব পৰা নাই। চি পি এমৰ অৱস্থা এতিয়া 'হস্তীৰো পিছলে পাৱ, সজ্জনৰো বুৰে নাও'ৰ নিচিনা হৈছেগৈ। সেয়ে পশ্চিমবংগতে পাৰমাণৱিক সহযোগিতা চুক্তিৰ বিপক্ষে সভা পাতোতে ৰাইজে সভামঞ্চ ভাঙি নেতৃবৰ্গক আঁতৰাই খেদি পঠিয়ালে। হয়তো অহা ছমাহৰ ভিতৰত দেশত মধ্যৱৰ্তীকালীন নিৰ্বাচন হ'ব। এই মধ্যকালীন নিৰ্বাচনৰ বাবে দায়ী চি পি আই (এম)। কাৰণ এই নিৰ্বাচনত নিৰৰ্থকভাৱে সাধাৰণ মানুহৰ তেজক পানী কৰা কোটি কোটি ধনৰ শৰাধ হ'ব। এই কথা বুজিবলৈ কাৰো বাকী নাই। যিমানেই চতুৰালি নকৰক কিয়, এইবাৰ নিৰ্বাচনত যে চি পি আই (এম) ধৰাশয়ী হ'ব এইটো আগতীয়া সমীক্ষাৰ পৰাই ওলাই পৰিছে। কোনে জানে সময়ত এতিয়াৰ শক্তিশালী বাঁওপন্থী দল হিচাপে প্ৰতিষ্ঠিত চি পি আই (এম) ভাৰতৰ কমিউনিষ্ট পাৰ্টীৰ দৰে অচিৰেই এলাগী নহ'বগৈ।■■

*অসমীয়া খবৰ, ২৭ ছেপ্টেম্বৰ, ২০০৭*

# চি পি এমৰ নতুন ষড়যন্ত্ৰ

৮ জুলাইৰ 'দ্য হিন্দু' কাকতত চি পি আই (এম) সাধাৰণ সম্পাদক প্ৰকাশ কাৰাটৰ দলৰ ভৱিষ্যৎ ৰাজনৈতিক নীতি সম্পৰ্কে এটা গুৰুত্বপূৰ্ণ মন্তব্য প্ৰকাশ পাইছে। এই বাতৰি অনুসৰি প্ৰকাশ কাৰাটে ৰয়টাৰৰ সংবাদদাতাৰ আগত প্ৰকাশ কৰা মতে, এতিয়া চি পি এম কংগ্ৰেছ আৰু বিজেপিৰ সতে সমদূৰত্বত থাকি তৃতীয় বিকল্প ৰাজনীতিৰ সন্ধানত ব্যস্ত। তেওঁৰ মতে, কংগ্ৰেছ নেতৃত্বাধীন সন্মিলিত চৰকাৰে মূল্যবৃদ্ধি ৰোধ কৰাত ব্যৰ্থ হৈছে। কৃষিখণ্ডত দেখা দিয়া সংকট মষিমূৰ কৰাৰ ক্ষেত্ৰত কাৰ্যকৰী ব্যৱস্থা ল'ব পৰা নাই আৰু এই চৰকাৰৰ অৰ্থনৈতিক নীতি যে জনসাধাৰণৰ পৰিপন্থী সেয়া স্পষ্ট হৈছে। সেই কাৰণে তেওঁলোকে কংগ্ৰেছ আৰু বিজেপিৰ বিকল্প চৰকাৰ কেন্দ্ৰত প্ৰতিষ্ঠা কৰাত আগ্ৰহী। তেওঁ প্ৰকাশ কৰিছে— এইমুহূৰ্তত তেওঁলোক সন্মিলিত চৰকাৰৰ পৰা সমৰ্থন উঠাই লোৱাৰ পক্ষপাতী নহয়, যেতিয়ালৈকে ৰাজনৈতিক বিকল্প গঢ়ি তুলিব নোৱাৰে। ইতিমধ্যে তেওঁলোকে বিভিন্ন ৰাজনৈতিক দলৰ লগত তৃতীয় বিকল্পৰ বাবে প্ৰাথমিক পৰ্যায়ত আলোচনা আৰম্ভ কৰিছে।

তেওঁ ইউ পি এ চৰকাৰক সমালোচনা কৰি কৈছে যে খাদ্যৰ মূল্যবৃদ্ধিয়ে মুদ্ৰাস্ফীতিৰ হাৰ ৭ শতাংশ পোৱাইছেগৈ। ফলত সাধাৰণ শ্ৰেণীৰ মানুহে আৰ্থিক সংকটত ভুগিছে, নিবনুৱা বাঢ়িছে আৰু কৃষকসকলে আত্মহত্যাৰ দৰে পথ গ্ৰহণ কৰি আছে।

তেওঁ কৃষিখণ্ডত ৰাজহুৱা বিনিয়োগ দুই শতাংশৰ পৰা বঢ়োৱাৰ কাৰণে পৰামৰ্শ দিছে আৰু চৰকাৰক তীব্ৰ ভাষাৰে সমালোচনা কৰি কৈছে যে ৰাজহুৱা বিতৰণ ব্যৱস্থাৰ দ্বাৰা চৰকাৰে জনসাধাৰণক কম মূল্যত নিত্য প্ৰয়োজনীয় সামগ্ৰী দিয়াত ব্যৰ্থ হৈছে। তেওঁ প্ৰকাশ কৰা মতে, কংগ্ৰেছ আৰু ভাৰতীয় জনতা পাৰ্টীৰ ওপৰত ভাৰতীয় জনসাধাৰণৰ সমৰ্থন ৫০ শতাংশৰো কম। সেইবাবে তৃতীয় বিকল্পৰ সম্ভাৱনা তেওঁ দেখা পাইছে।

বহুত ৰাজনৈতিক বিশ্লেষকে প্ৰকাশ কাৰাটৰ মন্তব্যক লৈ আচৰিত হোৱা নাই। কাৰণ প্ৰকাশ কাৰাটে যি মন্তব্য কৰিছে ই চি পি এম দলৰ তথাকথিত দুমুখীয়া

নীতিৰ এক প্ৰতিফলন। ১৯৬৪ চনৰ পৰা যেতিয়া কমিউনিষ্ট দল দুটা দলত বিভক্ত হৈছিল, তেতিয়াৰ পৰাই নীতি আৰু আদৰ্শৰ ক্ষেত্ৰত দুয়োটা দলৰেই এটা বৃহৎ পাৰ্থক্য দেখা গৈছিল। বিশেষকৈ ভাৰতবৰ্ষত সমাজতান্ত্ৰিক সমাজবাদ প্ৰতিষ্ঠাৰ ক্ষেত্ৰত দুয়োটা দলৰ মত ভিন্ন আছিল। প্ৰথম অৱস্থাত কঠোৰপন্থী বুলি লেনিন আৰু মাও জে ডঙৰ নীতি আৰু আদৰ্শক কোলাত বহুৱাই এওঁলোকে সমাজবাদ প্ৰতিষ্ঠা কৰাৰ শ্ল'গান দিছিল। পাছত চি পি এমৰ নীতি আৰু আদৰ্শৰ ওপৰত সন্দেহ কৰি এটা অংশই গৈ নক্সালপন্থী আন্দোলনৰ লগত জড়িত হৈ পৰিছিল। কাৰণ তেতিয়াও চি পি এমৰ ভূমিকা আৰু নীতিৰ প্ৰতি বহু নেতাৰেই আস্থা নাছিল। ক্ৰমাগতভাৱে চি পি এমৰ নীতিহীন আদৰ্শৰ বাবে ভাৰতীয় জনসাধাৰণৰ ওচৰত চি পি এমৰ গ্ৰহণযোগ্যতা এই দলে আজিলৈ গঢ়ি তুলিব নোৱাৰিলে। অৱশ্যে পশ্চিমবংগত দলে খুটি শক্তিশালী কৰি ৰাখিলেও তাতো চলিছে চি পি এমৰ দ্বাৰাই প্ৰতিপালিত এচাম নতুন বুৰ্জোৱা শক্তিৰ চৰকাৰ। মাৰ্ক্স, লেনিন আৰু মাওৰ আদৰ্শক নামাৱলী হিচাপে গাত মেৰিয়াই ভাৰতৰ মেহনতী জনসাধাৰণৰ বৈপ্লৱিক চেতনাক স্বাধীনতাৰ পাছতেই এওঁলোকে বাৰে বাৰে টুকুৰিযাই আহিছিল। সেইবাবে এতিয়াও ভাৰতবৰ্ষৰ অন্য ৰাজ্যত চি পি এমৰ সংগঠন নামমাত্ৰহে। আচল নীতি আৰু আদৰ্শ হৈছে তেওঁলোকৰ ক্ষমতাৰ লোভ। সেই কাৰণে চি পি এমে নিজৰ ভৱিষ্যৎ পৰিকল্পনা কায়েম কৰাৰ কাৰণে, দিল্লীৰ মছনদ দখল কৰাৰ কাৰণে এটাৰ পাছত এটাকৈ পৰিকল্পিতভাৱে নীতিৰ চোং সলাই আহিছে। কোন মুহূৰ্তত নিজৰ ৰাজনৈতিক ক্ষুধা আৰু স্বাৰ্থ পূৰণ কৰাৰ কাৰণে কোন দলক তেওঁলোকে সমৰ্থন কৰে তাৰ নিশ্চয়তা নাই। ভাৰতীয় জনসাধাৰণৰ অৰ্থনৈতিক মুক্তি আৰু পৰিৱৰ্তনৰ ধাৰা সম্পৰ্কে এতিয়াও চি পি এমৰ তাত্বিকসকল ধূসৰতে আছে। সূক্ষ্ম বিচাৰ-বিশ্লেষণ কৰি ভাৰতত সমাজবাদ আৰু অৰ্থনৈতিক বিপ্লৱ প্ৰতিষ্ঠা কৰাৰ কাৰণে সাধাৰণ গৰিৱৰ অৰ্থনৈতিক বিকাশৰ কাৰণে তেওঁলোকে এতিয়াও পৰিকল্পিত নীতি দাঙি ধৰিবলৈ সমৰ্থ হোৱা নাই। এইটোৱেই চি পি এমৰ আটাইতকৈ ডাঙৰ দুৰ্বলতা।

ৰাজপথৰ পৰা ওলাই আহি, মেহনতী জনগণক সংগঠিত কৰাৰ যি কৌশল সেই কৌশল বাদ দি এতিয়া তেওঁলোকে ঘূৰি ফুৰিছে এসময়ত বুৰ্জোৱা বুলি গালি পৰা টাটা বিৰলাৰ এজেণ্ট বুলি চিৎকাৰ কৰা কংগ্ৰেছ, বিজেপি আৰু এসময়ত উগ্ৰ জাতীয়তাবাদৰ বিৰুদ্ধে আঞ্চলিক ৰাজনীতিক দূৰতে বিদুৰ কৰা ডি এম কে, তেলেগু দেশম, অসম গণ পৰিষদ আদি দল আৰু উত্তৰ প্ৰদেশ আৰু বিহাৰৰ ৰাজনীতিত সংকীৰ্ণ জাতিভেদ ৰাজনীতি কৰা মুলায়মহঁতৰ লগত। তাতেই তেওঁলোকে দেখিছে ভাৰতীয় সৰ্বসাধাৰণৰ মুক্তিৰ পথ। নীতি আৰু আদৰ্শৰ এনেকুৱা দুমুখীয়া আৰু নীচ

ৰাজনীতি স্বৰাজোত্তৰৰ চি পি এমৰ বাহিৰে কোনেও পৰা নাই।

ভাৰতবৰ্ষৰ প্ৰকাশ কাৰাটৰ চি পি এম দল এতিয়া লেনিন আৰু মাৰ্ক্সৰ কমিউনিষ্ট আদৰ্শৰ দল হৈ থকা নাই, এওঁলোকৰ ভূমিকা একেবাৰেই ষ্টেলিনৰ দৰে। ইয়াৰ বহিঃপ্ৰকাশ ঘটিছে পশ্চিমবংগৰ নন্দীগ্ৰাম আৰু চিংগুৰত হোৱা ঘটনাপ্ৰৱাহত। এতিয়া দলৰ মাজতেই একনায়কত্ববাদ চলিছে। তাত সাধাৰণ চি পি এম কৰ্মীৰ মতামত আৰু প্ৰমূল্যবোধৰ কোনো মূল্য নোহাৱা হৈছে। ক্ষমতাৰ খকে চি পি এম নেতৃবৰ্গক পাগল কৰিছে। তেওঁলোকে ভাবে— যিহেতুকে কংগ্ৰেছ দল পূৰ্বৰ দৰে শক্তিশালী হৈ থকা নাই, বিজেপিৰ গাত যিহেতুকে সম্প্ৰদায়িকতাৰ লেবেল আছে আৰু সকলো ৰাজ্যতে তেওঁলোকৰ প্ৰভাৱ নাই, সেইবাবে আঞ্চলিক দলসমূহক লৈ তৃতীয় ৰাজনৈতিক বিকল্পৰ পন্থা গ্ৰহণ কৰিলে নেতৃত্ব তেওঁলোকৰ হাতলৈ আহিব। এই তথাকথিত সম্ভাৱনীয়তাক লৈ তেওঁলোকে নতুন কৌশলৰ জাল গুঠিছে। কিন্তু ভাৰতবৰ্ষত চি পি এমৰ নেতৃত্বৰ চৰকাৰ কোনোদিনে কোনো পৰিস্থিতিতে যে সম্ভৱ নহয় সেয়া নিশ্চিত। এইক্ষেত্ৰত চি পি এম নিজে অন্ধ হৈ আছে।

আজি চি পি এমৰ কাৰ্যপন্থাই, পশ্চিমবংগত হোৱা তেওঁলোকৰ একনাযকত্ববাদী ভূমিকাই পশ্চিমবংগতে তেওঁলোকক কোঙা কৰি পেলাইছে। এতিয়া তেওঁলোকক লাগে দিল্লীৰ ক্ষমতা। এই ক্ষমতাৰ বাবে তেওঁলোক আকৌ কৌশল আৰম্ভ কৰিছে যাতে কেন্দ্ৰত কোনোবা দুৰ্বল নেতাক ক্ষমতাত বহুৱাই নীচ স্বাৰ্থ পূৰণ কৰিব পাৰে। আজিৰ ভাৰতবৰ্ষৰ ৰাজনীতিত আটাইতকৈ ভয়াবহ ক্ষতিকাৰক ৰাজনৈতিক দল হ'ল চি পি এম। আনকি আৰ এছ এছ, বিজেপি আদি সংকীৰ্ণ দলতকৈও বেছি সংক্ৰমিত। এই সংক্ৰমিত ৰোগে ভাৰতবৰ্ষত গণতান্ত্ৰিক প্ৰমূল্যবোধ, গান্ধীবাদক নিঃশেষ কৰাৰ ষড়যন্ত্ৰত লিপ্ত হৈছে। এই ষড়যন্ত্ৰই কি গতি লয় তাৰ উত্তৰ কিন্তু চি পি এমৰ হাতত নাই। উত্তৰ আছে ভাৰতীয় জনসাধাৰণৰ হাতত।■■

---

*অসমীয়া খবৰ, ১৩ জুলাই, ২০০৭*

# প্ৰসংগ ঃ নন্দীগ্ৰাম-অগপ চামিলকৰণ

পশ্চিমবংগৰ নন্দীগ্ৰাম আকৌ জ্বলিছে। দুদিন পূৰ্বে পুলিচৰ গুলীত ভূমি উচ্ছেদ প্ৰতিৰোধ কমিটীৰ সমৰ্থক এজনৰ শোকাৱহ মৃত্যু ঘটাৰ উপৰি কেইবাজনো লোক আহত হৈছে। পৰিস্থিতিৰ উন্নতি হওক চাৰি দিনে দিনে অৱনতিহে ঘটিছে। ইতিমধ্যে কলিকতা উচ্চ ন্যায়ালয়ে নন্দীগ্ৰামৰ ঘটনাক লৈ দাখিল কৰা জনস্বাৰ্থজড়িত গোচৰত চি বি আই তদন্তৰ আদেশ দিছে। চি বি আয়ে পৰিস্থিতি অধ্যয়ন কৰি ইয়াৰ মধ্যৱৰ্তী প্ৰতিবেদন আদালতত দাখিল কৰিছে যদিও উচ্চ ন্যায়ালযে তদন্ত সম্পূৰ্ণ কৰি প্ৰতিবেদন দাখিল কৰিবলৈ নিৰ্দেশ দিছে। অৱশ্যে পশ্চিমবংগ চৰকাৰে কলিকতা উচ্চ ন্যায়ালয়ক অনুৰোধ জনাইছে চি বি আইৰ সলনি ন্যায়িক তদন্তৰ নিৰ্দেশ দিব লাগে বুলি। আদালতক চৰকাৰে ৪০০টা উচ্ছেদিত পৰিয়ালক পুনৰ সংস্থাপনৰ ব্যৱস্থা কৰিব বুলিও প্ৰতিশ্ৰুতি দিছে। তথাপি নন্দীগ্ৰাম অঞ্চলৰ দুখীয়া খেতিয়ক মানুহখিনি আশ্বস্ত হ'ব পৰা নাই। দিনে দিনে পুলিচৰ অত্যাচাৰ আৰু চি পি এম কৰ্মীসকলৰ ভাবুকি, শাৰীৰিক আৰু মানসিক হাৰাশাস্তিয়ে অতিষ্ঠ কৰি তুলিছে তেওঁলোকক। চি পি এমৰ কৰ্মীসকলে প্ৰচাৰ চলাইছে যে ভূমি উচ্ছেদ প্ৰতিৰোধ কমিটীৰ কৰ্মীসকল সাম্প্ৰদায়িক। ক'ৰবাত ক'ৰবাত বিজেপি, তৃণমূল কংগ্ৰেছ, জমিয়ত-ই-উলেমা হিন্দ আৰু চি পি আই (এম এল)ৰ বিৰুদ্ধে তেওঁলোকে জোৰদাৰ প্ৰচাৰ চলাইছে। তথাপি কিন্তু আন্দোলনটোক প্ৰশাসন ব্যৱস্থাই ভাঙি পেলাব পৰা নাই। ১৪ মাৰ্চৰ শোকাৱহ পুলিচ আৰু চি পি এম কৰ্মীৰ গুলীচালনাত ১৪জনকৈ কৃষকৰ মৃত্যু হোৱা ঘটনাই সকলোকে জোকাৰি গৈছে। পুলিচৰ আতিশয্য আৰু নিৰ্মমতাৰ বিৰুদ্ধে আনকি চৰকাৰ সমৰ্থিত ৰাজ্যপাল তুষাৰ গান্ধীয়েও খেদ কৰি উঠিছে। বুদ্ধদেৱ ভট্টাচাৰ্যৰ উদ্যোগীকৰণ নীতিয়ে দলৰ মাজতো মত বিভাজন ঘটাইছে। আনকি জ্যোতি বসুৱেও ক'বলৈ বাধ্য হৈছে যে চৰকাৰে যেনেকৈ কৃষকৰ ভূমি অধিগ্ৰহণ কৰিবলৈ লৈছে, ইয়ে চৰকাৰখনৰ প্ৰতি ভৱিষ্যৎ ভাবুকিৰ সৃষ্টি কৰিব। ইতিমধ্যে চৰকাৰৰ অংশীদাৰ আৰ চি পি আই, ফৰৱাৰ্ড ব্লক, চি পি আই আদিয়ে চৰকাৰখনে অংশীদাৰ দলসমূহক বিশ্বাসত নোলোৱা আৰু একনায়কত্ববাদী ধৰণে চি পি এমে ৰাজ্য শাসন কৰাৰ অভিযোগ আনিছে। এইক্ষেত্ৰত চি পি এমৰ বহুসংখ্যক বুদ্ধিজীৱীয়ে বুদ্ধদেৱ ভট্টাচাৰ্যক সমালোচনা কৰিবলৈ এৰা নাই।

আজি নন্দীগ্ৰামৰ আকাশে-বতাহে কেবল ধ্বনিত হৈছে এই শ্ল'গান— বুদ্ধদেৱ বাবুৰ বুদ্ধি বিনাশৰ বিৰুদ্ধে আমাৰ সংগ্ৰাম চলিছে চলিবই— টাটা-বিৰলাৰ দুই ভাই— চি পি এম আৰু চি পি আই। শ্ল'গানেৰে অইন ৰাজনৈতিক দলক বিদ্ৰূপ কৰা, বোকা ছটিওৱা চি পি এম দলৰ বিৰুদ্ধে এইবাৰ পশ্চিমবংগত এনেদৰে শ্ল'গান মানুহৰ মুখে মুখে উচ্চাৰিত হৈছে। এসময়ত কমিউনিষ্ট পাৰ্টীৰ পুৰোধা নেতা এছ এ দাংগেক পুঁজিপতিৰ বহতীয়া বুলি সমালোচনা কৰা চি পি এম যে এদিন পুঁজিপতিৰে বহতীয়া হ'ব কোনেও ভবা নাছিল। ১৯৬৪ চনত চি পি এম দলে ভাৰতবৰ্ষত শ্ৰমিকৰ নেতৃত্বত গণতান্ত্ৰিক বিপ্লৱৰ জৰিয়তে সমাজতন্ত্ৰলৈ উত্তৰণৰ পথ নিৰ্ণয় কৰা প্ৰস্তাৱ তথা আঁচনি আজি কাৰ্যতঃ এক বুৰ্জোৱা ধনিক শ্ৰেণীৰ বিপ্লৱলৈহে গতি কৰা দেখা গৈছে।

চিংগুৰ আৰু নন্দীগ্ৰামক বিশেষ অৰ্থনৈতিক মণ্ডলত অন্তৰ্ভুক্ত কৰাৰ পদক্ষেপ লোৱা হৈছে। ইয়াৰ ফলত উন্মোচন হৈছে কেইবাটাও গুৰুত্বপূৰ্ণ দিশ । প্ৰথম হ'ল, ভাৰতবৰ্ষত বিশেষ অৰ্থনৈতিক পৰিমণ্ডল গঠন কৰি একচেতীয়া পুঁজিপতিৰ দ্বাৰাই সাধাৰণ মানুহক শোষণ আৰু লুণ্ঠন কৰাৰ এটা বিশেষ সুবিধা দিয়া হৈছে। কাৰণ অৰ্থনৈতিক মণ্ডলসমূহত যিবোৰ সুবিধা দিয়া হৈছে, সেইবোৰৰ জৰিয়তে পুঁজিপতি গোষ্ঠীক অৰ্থনৈতিকভাৱে শক্তিশালী হোৱাৰ এটা সুৰুঙা দিয়া হৈছে। সাধাৰণ মানুহৰ আইনৰ পৰা পৃথকে তেওঁলোকক বিশেষ সুবিধাও দিয়া হৈছে। ইয়াৰ ফলত ক্ষতি হ'ব সাধাৰণ কৃষক আৰু খাটি খোৱা মানুহৰ। পশ্চিবংগত চৰকাৰখনে ভূমি অধিগ্ৰহণৰ বাবে বেছি পিছ পৰা আৰু অনুন্নত অঞ্চলসমূহক অগ্ৰাধিকাৰ দিছে যাতে তেওঁলোকক অৰ্থনৈতিক লোভ দেখুৱাই বশ কৰিব পাৰি। মুখ্য মন্ত্ৰী বুদ্ধদেৱ ভট্টাচাৰ্যই প্ৰচাৰ মাধ্যমত প্ৰকাশ কৰিছে যে ১ শতাংশৰো কম মাটি কৃষিৰ বাবে অনুপযোগী। তৎসত্বেও পশ্চিমবংগৰ চৰকাৰে ১ লাখ ৪০ হাজাৰ একৰ মাটি উদ্যোগীকৰণৰ বাবে অধিগ্ৰহণ কৰিছে। এই ভূমি অধিগ্ৰহণ কৰা হৈছে ১৮৯৪ চনৰ ভূমি অধিগ্ৰহণ আইন মতে। তাৎপৰ্যপূৰ্ণ যে এই আইনৰ অধীনত কেৱল চৰকাৰী উদ্দেশ্য অৰ্থাৎ জনসাধাৰণৰ স্বাৰ্থত ভূমি অধিগ্ৰহণ কৰিব পৰা যায়। কিন্তু এই আইনৰ অধীনত চৰকাৰে মাটি অধিগ্ৰহণ কৰিছে ধনী উদ্যোগপতিসকলৰ বাবে। সঁচা অৰ্থত এইটো জনসাধাৰণৰ স্বাৰ্থৰ বাবে কৰা হৈছে নে নাই এই প্ৰশ্নও কলিকতা উচ্চ ন্যায়ালয়ত উত্থাপিত হৈছে। ইয়াৰ উপৰি চৰকাৰে ক্ষতিপূৰণ দিবলৈ ওলাইছে মাটিৰ মালিকক। কিন্তু যিসকলে মাটিৰ মালিকৰ অধীনত বছৰৰ পাছত বছৰ ধৰি আধি-ঠিকা খাই আছে, তেওঁলোক এই ক্ষতিপূৰণ পোৱা আওতাৰ বাহিৰত থাকিব। গতিকে আটাইতকৈ ক্ষতিগ্ৰস্ত হ'ব তেওঁলোক। কাৰণ মুঠ উৎপাদিত শস্যৰ ২৫ শতাংশই মালিকে পায় আৰু ৭৫ শতাংশহে প্ৰকৃত খেতিয়কে পায়। যদি মালিকে ভূমি অধিগ্ৰহণৰ সমুদায় টকা পায় আৰু প্ৰকৃত কৃষকসকল বঞ্চিত হয়, তেতিয়াহ'লে এক বৃহৎসংখ্যক খেতিয়ক দাৰিদ্ৰ্য আৰু অৰ্থনৈতিক পংগু হ'ব। এই গুৰুত্বপূৰ্ণ বিষয়ৰ ওপৰত চি পি এম

চৰকাৰে মনোযোগ দিয়া নাই। কেৱল তেওঁলোকৰ লক্ষ্য হৈছে চেলিম, টাটা, ৰিলায়েন্স গোষ্ঠীক সন্তুষ্ট কৰা। এই অৰ্থনৈতিক মণ্ডলসমূহৰ জৰিয়তে চৰকাৰী ৰাজহ বৃদ্ধি পাব সঁচা। কিছু লোকৰ নিয়োগৰো সুবিধাও আহিব। কিন্তু প্ৰশ্ন উঠিছে— চৰকাৰী ৰাজহ বৃদ্ধি কাৰ বাবে? ৰাজ্যখনৰ জনসাধাৰণৰ বাবে নহয় জানো? আৰু জনসাধাৰণৰ বাবে যদি হয়, তেতিয়াহ'লে হাজাৰ হাজাৰ কৃষকক নিজৰ জন্মগত ভূমি, মাটিৰ স্বত্বৰ পৰা উচ্ছেদ কৰি চৰকাৰখনৰ কি লাভ হ'ব? আজি পশ্চিমবংগতো সৃষ্টি হৈছে এচাম ধনী, মধ্যভোগী, দুৰ্নীতিগ্ৰস্ত শ্ৰেণীৰ, যিটো গঢ়ি উঠিছিল কমিউনিষ্টশাসিত ৰাষ্ট্ৰসমূহতো। ইয়াৰ ফলতেই মাৰ্ক্সৰ সপোনৰ সমাজবাদৰ পৰা সাম্যবাদলৈ উত্তৰণ এক কল্পনা হৈয়েই থাকিল।

চীনত কেৱল পাঁচটা বৃহৎ অৰ্থনৈতিক মণ্ডল আছে; অথচ ভাৰতবৰ্ষত অৰ্থনৈতিক মণ্ডল ইতিমধ্যে গঢ়াৰ কাৰণে তিনি শতাধিক দৰ্খাস্ত কেন্দ্ৰীয় চৰকাৰৰ হাতত পৰিছে। সদ্যহতে কেন্দ্ৰীয চৰকাৰে ২৩৬খন অৰ্থনৈতিক মণ্ডলৰ প্ৰস্তাৱ পূৰ্ণাংগ ৰূপ দিয়াৰ বাবে প্ৰস্তুত কৰি উলিযাইছে যদিও কেৱল ৬৩খনহে চৰকাৰীভাৱে জাননী দিযা হৈছে। কাৰণ পশ্চিমবংগৰ এই বিতৰ্কই প্ৰধান মন্ত্ৰীকো ভয় খুৱাইছে। সেযে বিভিন্ন ৰাজনৈতিক দলৰ দাবীত অৰ্থনৈতিক মণ্ডল আইনৰ কিছু কিছু সংশোধনীও আনিছে। তথাপি যেন বিতৰ্কৰ অন্ত হোৱা নাই। উৰিষ্যাত পশ্চিমবংগৰ বিতৰ্কই মুখ্য মন্ত্ৰী নবীন পাটনায়ককো ভয় খুৱাইছে। সেয়ে পস্কো কোম্পানীক তেওঁ নিজাববীয়াকৈ ভূমি কিনি ল'বলৈ নিৰ্দেশ দিছে আৰু চৰকাৰক ভূমি কিনা-বেচাৰ বিতৰ্কৰ পৰা আঁতৰাই ৰাখিছে। মহাবোম্বাইৰ বিশেষ অৰ্থনৈতিক মণ্ডলৰ প্ৰস্তাৱে মুকেশ আম্বানিকো বিপাণ্ডত পেলাইছে। কাৰণ চৰকাৰৰ সহযোগত সাধাৰণ মানুহৰ ভূমি পানীৰ দৰত কিনি ঠগিবলৈ চেষ্টা কৰাৰ বিৰুদ্ধে ইতিমধ্যে তাতো আন্দোলন গঢ়ি উঠিছে। এসময়ত শ্ৰমিকৰ নেতৃত্বত ভাৰতবৰ্ষত গণতান্ত্ৰিক বিপ্লৱেৰে সমাজতন্ত্ৰলৈ ৰূপান্তৰ কৰিব খোজা চি পি এমৰ যে নীতি আৰু কামৰ কোনো সামঞ্জস্য নাই, এইবাৰ স্পষ্টভাৱে ধৰা দিলে। বিশেষ অৰ্থনৈতিক মণ্ডল আইনত স্পষ্টকৈ উল্লেখ কৰা হৈছে যে কোনো ঔদ্যোগিক নীতি এই মণ্ডলত কাৰ্যকৰী নহ'ব, অথচ কৃষক-শ্ৰমিক ঐক্যৰ শ্ল'গান দিয়া, শ্ৰমিকৰ স্বাৰ্থৰ বাবে মুষ্টিবদ্ধ হাতেৰে একতা প্ৰকাশ কৰা পশ্চিমবংগত কিন্তু চি পি এমে এই কথাখিনি সম্পূৰ্ণ জানিও তেওঁলোকে নজনাৰ ভাও ধৰি আছে। অৰ্থাৎ এতিয়া তেওঁলোক কৃষক-শ্ৰমিকৰ স্বাৰ্থত নহয়। তেওঁলোক পুঁজিপতিৰ স্বাৰ্থৰক্ষাৰ হকেহে আজি পশ্চিমবংগত পুলিচ, মিলিটেৰী লৈ সাধাৰণ মানুহৰ বিপক্ষে অস্ত্ৰ হাতত তুলি লৈছে। পশ্চিমবংগৰ প্ৰশাসন ধৰি ৰখা আমোলা-বিষয়াসকল এতিয়া নীৰৱ দৰ্শক। তাত চৰকাৰ চলাই চি পি এম কৰ্মীয়ে। আইন-শৃংখলা তেওঁলাকেই নিয়ন্ত্ৰণ কৰে। জনসাধাৰণ বাক্ অধিকাৰ, মৌলিক অধিকাৰত তেওঁলোকৰেই হস্তক্ষেপ চলে। ক'বলৈ গ'লে পশ্চিমবংগত এতিয়া প্ৰশাসন চলিছে কমিউনিষ্ট স্বৈৰাচাৰিতাৰ, একনায়কত্ববাদৰ।

এই অত্যাচাৰ আৰু স্বৈৰাচাৰিতাৰ বিৰুদ্ধে লাহে লাহে অথচ শক্তিশালী ৰূপত জনসাধাৰণ জাগ্ৰত হৈছে। নন্দীগ্ৰাম আৰু চিংগুৰেই প্ৰমাণ। ইতিহাসে প্ৰমাণ কৰিছে— সকলো স্বৈৰাচাৰী, একনায়কত্ববাদী শাসনৰ ঢাপ এদিন নহয় এদিন খহি পৰিব, ই নিশ্চিত। ষ্টেলিনৰ দৰে শক্তিশালী নেতাৰ চৰম একনায়কত্ববাদী শাসনৰ বিৰুদ্ধেও ছোভিয়েট ৰাছিয়াত জনসাধাৰণ জাগ্ৰত হৈছিল। উমি উমি চীনো জ্বলিছে কমিউনিষ্ট একনাকত্ববাদৰ বিৰুদ্ধে। নহ'লে শ শ ল'ৰাৰ টিয়েনাম্ স্কুৱাৰত মৃত্যু হয়নে ? ঠিক তাৰেই যেন প্ৰতিফলন ঘটিবলৈ লৈছে পশ্চিমবংগতো। দূৰৰ নীলা পাহাৰটোক লৈ কবিয়ে কল্পনাৰে কবিতা ৰচে। কিন্তু পাহাৰৰ উলংগ শিলবোৰ, শৃংগবোৰ দেখিলে কল্পনাৰ পাহাৰটোক নিলাজ পাহাৰৰ লগত ৰিজাবলৈ মন যায়। পশ্চিমবংগতো চি পি এম চৰকাৰৰ অৱস্থা প্ৰায় তেনেই হৈছে। চৰকাৰখনৰ নীতি আৰু আদৰ্শৰ প্ৰতি সচকিত হৈছে ৰাজনৈতিক বিশ্লেষকসকল, বুদ্ধিজীৱীসকল। এতিয়া যেন বুদ্ধদেৱ ভট্টাচাৰ্যই লেনিন, মাৰ্ক্স, মাওৰ আদৰ্শ দলিয়াই দি ডঃ ছান য়েট চেনৰ বুৰ্জোৱা ডেম'ক্ৰেটিক গণতান্ত্ৰিক বিপ্লৱৰ আদৰ্শকে আঁকোৱালি লৈছে। আজি পশ্চিমবংগত কেৱল চলিছে বুদ্ধদেৱ ভট্টাচাৰ্যৰ হিটলাৰী শাসন। তাত নাই কোনো গণতন্ত্ৰ, নাই বাক্ স্বাধীনতা, নাই শ্ৰমিক-কৃষকৰ হিয়া ভগা কান্দোনৰ উমান লওঁতা কোনো সৰ্বহাৰাৰ নেতা। এয়েই ৰাজনৈতিক দলৰ সুবিধাবাদী নীতিৰ সঁচা চৰিত্ৰ। ই যেন ভৱিষ্যতৰ ভাৰতবৰ্ষৰ সাম্যবাদী আন্দোলনৰ গতিধাৰাৰ এক স্খলন।

## অগপৰ চামিলকৰণ

আজি কিছুদিন ধৰি প্ৰকাশিত অগপ(প্ৰ) আৰু অগপ দলৰ চামিলকৰণৰ বা-বাতৰিয়ে বাতৰিকাকতৰ শিৰোনাম দখল কৰি আছে। দুই-এখন বাতৰিকাকতত অগপৰ বেছিভাগ বিধায়কে চামিলকৰণৰ পক্ষেই মত প্ৰকাশ কৰা বুলিও ওলাইছে। বৃন্দাবন গোস্বামীয়ে চামিলকৰণৰ প্ৰস্তাৱ একেবাৰেই নাকচ কৰিছে। আনহাতে প্ৰফুল্ল কুমাৰ মহন্তই বাৰে বাৰে চামিলকৰণৰ বাবে বিভিন্ন ঠাইত বিবৃতি প্ৰকাশ কৰি আছে। পুলকেশ বৰুৱা আৰু অতুল বৰায়ো চামিলকৰণৰ সপক্ষে মাত মাতিছে। ইতিমধ্য সৰু সৰু আঞ্চলিক দলসমূহক লৈ বাৰদলীয় সন্মিলিত দল গঠন কৰা হৈছে। তাত পি এল পি নেতা পবিন্দ্ৰ ডেকাকো আগভাগ লোৱা দেখা গৈছে। এই মৰ্চাত প্ৰফুল্ল মহন্তৰ লগতে এ ইউ ডি এফো চামিল হোৱা দেখা গৈছে। তেওঁলোকে কি ভিত্তি আৰু আদৰ্শৰ বাবে এই মৰ্চা গঠন কৰিছে, সেয়া স্পষ্ট হোৱা নাই যদিও কিছুমান সমস্যাৰ সমাধানৰ হকে তেওঁলোকে থিয় দিছে বুলি অনুমান কৰিব পাৰি। কিন্তু এই মৰ্চাই এক আঞ্চলিক ৰাজনৈতিক পটভূমি গঢ়ি তুলিব পাৰিব নে নাই এই সম্পৰ্কে সংশয় আছে কেইবাটাও কাৰণত। প্ৰথম, এই মৰ্চাত এন চি পি আছে। তেওঁলোক ৰাষ্ট্ৰীয়

দল। পি এল পিও আছে, এওঁলোক কঠোৰ ভাবাপন্ন আঞ্চলিক দল। এই মৰ্চাত আৰু চি পি আই আছে, চি পি আই আছে, এ ইউ ডি এফ আছে। প্ৰতিটোৰ দলৰে ৰাজনৈতিক আদৰ্শ, চিন্তা-চৰ্চা ভিন্নমুখী। এই ভিন্নমুখিতাৰ মাজতো একে মঞ্চত লগ হৈ ঐক্যবদ্ধভাৱে ক্ষমতা দখল সম্ভৱপৰ হ'ব বুলি আশা কৰিব নোৱাৰি। এওঁলোকৰ সাংগঠনিক পৰিসৰ সমগ্ৰ অসমতে সামগ্ৰিকভাৱে সন্তোষজনক নহয়। এ ইউ ডি এফৰ বাহিৰে কোনো এটা দলৰে দলীয় নিৰ্বাচনত আনকি একোজনকৈ প্ৰাৰ্থীও জিকাব পৰা ক্ষমতা নাই। তেনেস্থলত এই মঞ্চই বিশেষ এক ৰাজনৈতিক অঘটন বা পুনৰ উত্থান ঘটাব পাৰিব বুলি মনে নধৰে। কেৱল অগপ দলৰ কিছু সাংগঠনিক ভেটি অঞ্চলবিশেষে আছে। বিশেষকৈ নামনি অঞ্চলৰ হিন্দু এলেকাবোৰত তেওঁলোকৰ সংগঠন কিছু বেছি। বিভিন্ন কাৰণত যোৱা নিৰ্বাচনত অসমৰ একাংশ প্ৰচাৰ মাধ্যমত অগপ দলেই ক্ষমতা দখল কৰিব পাৰিব বুলি প্ৰচাৰ চলোৱা হৈছিল। অগপ দলো আশ্বস্ত হৈছিল তেওঁলোকে ১৯৯৬ চনৰ পুনৰাবৃত্তি ঘটাব পাৰিব বুলি। সেয়া বাস্তৱ ক্ষেত্ৰত এক কৰুণ নাটকলৈ পৰিবৰ্তিত হ'ল। সেয়ে অহা নিৰ্বাচনত যাতে অগপই পুনৰ ক্ষমতা দখল কৰিব পাৰে, এতিয়াৰ পৰাই প্ৰস্তুতি আৰম্ভ কৰিছে। কিছু আঞ্চলিকৰ দলৰ শুভাকাংক্ষীয়ে আৰু এই ক্ষেত্ৰত কিছু নতুন চিন্তাৰ উন্মেষ ঘটাইছে সাধাৰণ মানুহৰ মাজত। বহুত আঞ্চলিক ৰাজনীতিৰ প্ৰবক্তাই ভাবে যে প্ৰফুল্ল কুমাৰ মহন্ত যদি অগপৰ নেতৃত্বত থাকিলহেঁতেন, তেতিয়া হয়তো ক্ষমতা লাভৰ এক সুযোগ সৃষ্টি হ'লহেঁতেন। এই সম্ভাৱনা সঁচা জানো? অসমৰ আঞ্চলিক ৰাজনীতিৰ পটভূমি কিছু বিচাৰ কৰি চালে ওলাই পৰে যে সাময়িক পৰিস্থিতিৰ পৰিপ্ৰেক্ষিতত আঞ্চলিক ৰাজনীতিৰ জন্ম অসমত হ'লেও ৰাজনৈতিক নেতাসকলৰ দূৰদৃষ্টিহীনতা, অপৰিপক্কতাৰ বাবে অসম গণ পৰিষদ দলৰ আজিৰ এই অৱস্থা হৈছে। বহু পৰ্যালোচকে ভাবে যে অসমতো অগপ দল তামিলনাডু, অন্ধ্ৰৰ দৰে কংগ্ৰেছৰ বিকল্প হিচাপে শক্তিশালী ৰূপত সদায় থাকিব। কিন্তু এই তত্ত্ব একেবাৰে শুদ্ধ নহয়। কাৰণ ইয়াৰ নেতাসকল ৰাজনৈতিকভাৱে শিক্ষিত নহয়। তেওঁলোক আজিলৈকে পৰিস্থিতিয়ে সুস্থ অৰ্থনৈতিক নীতি চিত্ৰায়িত কৰিব পৰা নাই। কেৱল ক্ষমতা আৰু সুবিধাবাদৰ ৰাজনীতিকেই তেওঁলোকে গুৰুত্ব দি আহিছে। দলৰ মাজত আত্মসমালোচনাৰ অভাৱ। প্ৰতিবাৰেই দুৰ্নীতিগ্ৰস্ত মন্ত্ৰীসকলক অগ্ৰাধিকাৰ দি দলীয় নীতি-নিৰ্দেশনা প্ৰস্তুত কৰা হৈছে আৰু নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰিবলৈ দিয়া হৈছে। নতুন প্ৰতিভাশালী মুখৰ প্ৰতি অগপ নেতাসকলৰ অনীহা, তাৰ উপৰি কংগ্ৰেছৰ চৰকাৰখনৰ বিৰুদ্ধে জনসাধাৰণৰ গ্ৰহণযোগ্যতা সৃষ্টি কৰিব পৰা আজিলৈ ইছ্যু ল'ব নোৱাৰিলে। ইছ্যু আছিল যদিও অদূৰদৰ্শিতা আৰু ৰাজহাড় নাইকিয়া হোৱা নেতৃত্বৰ বাবে তেওঁলোকে ইছ্যুসমূহ সময়মতে ল'ব নোৱাৰিলে। বহুতে এতিয়াও ভাবে, বিশ্বাস কৰে, অগপৰ বহুকেইজন উচ্চস্তৰীয় নেতা বহুকেইজন কংগ্ৰেছী মন্ত্ৰীৰ পকেটত। চন্দ্ৰমোহন পাটোৱাৰী আৰু ভূমি বৰ্মনৰ

মিত্ৰতাই এই কথাকেই প্ৰতীয়মান কৰিছে। ঠিক তেনেকৈ ক্ষেত্ৰবিশেষত অগপ আৰু কংগ্ৰেছৰ বহু নেতাৰ মিত্ৰতাই আঞ্চলিক ৰাজনীতিৰ প্ৰতি আস্থা থকা কৰ্মীসকলৰ মাজত উৎসাহ নোহোৱা কৰিছে। কিছুমান অসমীয়া মধ্যবিত্ত লোকে বিচাৰে অগপ শাসনত থকাটো। কাৰণ অগপ নেতৃত্বত থাকিলে আটাইতকৈ লাভৱান হয় এই শ্ৰেণীৰ লোকসকল। কিন্তু কংগ্ৰেছ দলৰ আঁচনিসমূহে সাধাৰণ দুখীয়া মানুহক আকৰ্ষণ কৰাত কংগ্ৰেছৰ প্ৰতি মোহ এওঁলোকৰ বৃদ্ধি হৈছে। এই মোহৰ পৰা সাধাৰণ মানুহখিনিক আঁত ৰাবলৈ অগপৰ হাতত তেনেকুৱা একো শক্তিশালী অস্ত্ৰ আজিৰ তাৰিখত নাই। এনেস্থলত অগপ দলে ঐকবদ্ধ হ'লেও কংগ্ৰেছৰ বিৰুদ্ধে এক শক্তিশালী ৰূপত অদূৰ ভৱিষ্যতে অৱতীৰ্ণ হ'ব পাৰিবনে এয়া সূক্ষ্মভাৱে বিচাৰ কৰিলে ওলাই পৰিব। অগপৰ নেতাসকলৰ মাজৰ অন্তৰ্দ্বন্দ্ব, অন্তৰ্কলহ এতিয়াও আঁতৰা নাই। আমি আগতেই উল্লেখ কৰিছো অগপ এক বিশেষ পৰিস্থিতিত সৃষ্টি হোৱা দল। মূলতঃ ৰাজনৈতিক আদৰ্শৰ যি শিক্ষা তেওঁলোকৰ হ'ব লাগিছিল, সেয়া এতিয়াও গঢ় লৈ উঠা নাই। নহ'লেনো ৰাষ্ট্ৰীয় দলৰ নেতাসকলৰ লগত গোপনে মিতিৰালি কৰি নিৰ্বাচনৰ বৈতৰণী পাৰ হোৱাৰ নিকৃষ্ট ৰাজনীতি কৰেনে? অগপ আজিৰ অৱস্থাত অসমৰ জনসাধাৰণৰ বাবে অপ্ৰাসংগিক হৈ পৰিছে। কাৰণ যি বিদেশী বিতাড়নক লৈ তেওঁলোকে ক্ষমতাৰ বাঘজৰী ধৰিছিল, সেই বিদেশী বিতাডন এতিয়া এলাগী হ'ল। অসমৰ অৰ্থনৈতিক বিকাশৰ বাবে অগপৰ দুটা শাসনকালত একো পদক্ষেপেই লোৱা নহ'ল। এই বিষয়ে জনসাধাৰণ অৱগত। অগপৰ শাসনকালতেই স্বাধীনতাৰ পাছত আটাইতকৈ বেছি দুৰ্নীতি হৈছিল। এই কথা অগপই এতিয়া কাষলতিৰ লুকাব বিচাৰিলেও ই জনসাধাৰণৰ মাজত লুকাই থকা নাই। অৱশ্যে সুস্থ অৰ্থনৈতিক নীতি, অসমৰ বিদেশী বিতাড়নকে আদি কৰি গোষ্ঠীগত সমস্যাসমূহ সমাধানৰ বাবে যদি বৈজ্ঞানিক দৃষ্টিভংগীৰে তেওঁলোকে নীতি প্ৰণয়ন কৰে, তেতিয়াহ'লে হয়তো এক নতুন আশাৰ সঞ্চাৰ হ'ব পাৰে। নহ'লে অগপৰ ভোট বেংকত বিজেপিৰ শক্তিশালী আঘাতে এদিন অগপৰ হাতীটোক বগৰাই পেলাব। আজিৰ তাৰিখত দুয়োটা আঞ্চলিক দল এক হওক বা নহওক, অগপ যে এতিয়া দুৰ্বল আৰু নিশকতীয়া এই কথাখিনি অসমৰ জনসাধাৰণৰ মাজত উপলব্ধি নোহোৱাকৈ থকা নাই। ■■

---

*আজিৰ দৈনিক বাতৰি, ২৬ জুন, ২০০৭*

# অগপৰ হাতীয়ে এতিয়া মাউতক নামানে

অজস্ৰ লোকক সম্মোহিত কৰি ৰখা প্ৰতিমা পাণ্ডেৰ সেই বিখ্যাত গোৱালপৰীয়া লোকগীত 'মাহুত বন্ধুৰে 'ৰ উপৰি হাতী আৰু মাউতৰ মধুৰ সম্পৰ্কক লৈ গোৱা লোকগীতবোৰে অসমীয়া শিল্প-সংস্কৃতিৰ জগতক অনন্য ৰূপ দিছে। গীতবোৰত হাতীৰ লগত মাউতৰ সম্পৰ্ক কিমান নিবিড়, গভীৰ, কিমান আপোন, তাকে তেওঁ গীত আৰু সুৰৰ মাজেৰে প্ৰকাশ কৰি গোৱালপৰীয়া জনজীৱনত হাতী আৰু মাউতৰ সম্পৰ্কক নতুন ৰূপত উন্মোচন কৰি আহিছে।

যোৱা ১৪ জুনৰ কেইখনো বাতৰিকাকত দেখিলো— অসম গণ পৰিষদ দলৰ নেতা বৃন্দাবন গোস্বামীৰ সততাৰ ওপৰত সন্দেহ কৰি বহুতে তেওঁক কংগ্ৰেছৰ এজেণ্ট বুলিও আঙুলি টোৱাইছে। অৰ্থাৎ অসম গণ পৰিষদ (অগপ) দলত যে হাতী আৰু মাউতৰ মাজৰ সম্পৰ্কত ঘুণে ধৰিছে আৰু লাহে লাহে দলটো এক অন্ধকাৰ অটল গভীৰত প্ৰৱেশ কৰিছে তাৰেই বহিঃপ্ৰকাশ ঘটিছে।

অসমৰ প্ৰধান বিৰোধী দল হিচাপে অগপই শাসকীয় দলক প্ৰতি মুহূৰ্তত চিন্তিত কৰি ৰাখিব লাগিছিল। চৰকাৰী আঁচনি, বান সমস্যা, অভূতপূৰ্ব খৰাং ইত্যাদিৰ ক্ষেত্ৰত আক্ৰমণ কৰি শ'লঠেকত পেলাব লাগিছিল। কিন্তু তেনে ভূমিকা বিগত ছয় বছৰে বিধানসভাৰ ভিতৰে-বাহিৰে ল'ব নোৱাৰিলে। সেয়ে বহুতেই অসম বিধানসভাত বিৰোধী দলৰ স্থিতি আছে নে নাই সেই সম্পৰ্কতো সন্দেহ প্ৰকাশ কৰিবলৈ লৈছে। কাৰণ সময়ে সময়ে বিধানসভাত মুখ্য বিষয় সন্দৰ্ভত বিতৰ্কত অংশগ্ৰহণ কৰিবলৈ গৈ বিৰোধী দলৰ বিধায়কসকল হামখুৰি খাই পৰিবলগীয়াহে হৈছে। ইয়াৰ কাৰণ বিষয়বস্তুৰ ওপৰত অন্তঃসাৰশূন্য জ্ঞান। তাতোকৈ দুখ লগা বিষয়টো হৈছে তেওঁলোকৰ যিকোনো বিষয়ৰ ওপৰত অধ্যয়নৰ অভাৱ, যাৰ বাবে চৰকাৰখনে নিজ ইচ্ছামতে পৰিচালিত হোৱাৰ সুযোগ পাইছে কোনো বাস্তৱমুখী সমালোচনা নোহোৱাকৈ। সঁচা অৰ্থত ই এক গণতান্ত্ৰিক পৰম্পৰা নহয়। শক্তিশালী বিৰোধী দলৰ ভূমিকাইহে চৰকাৰখনক গতিশীল, শুদ্ধভাৱে চালিত হোৱাত সহায় কৰে। এইক্ষেত্ৰত অসম গণ পৰিষদ দল সম্পূৰ্ণ ব্যৰ্থ হোৱা বুলি সময়ে সময়ে কাকতে-পত্ৰই প্ৰকাশ পাই আহিছে। এইটো সঁচাকৈয়ে দুৰ্ভাগ্যজনক।

চৰকাৰ এখনৰ ভূমিকা ৰাজ্যখনৰ জনসাধাৰণৰ দায়বদ্ধতাৰ প্ৰতি যিমান গুৰুত্বপূৰ্ণ, বিৰোধী দলৰ ভূমিকাও সিমানেই গুৰুত্বপূৰ্ণ। এই সমান্য জ্ঞানৰ অভাৱ বিৰোধী অগপৰ নেতাসকলৰ কিয় ঘটিছে এই সম্পৰ্কে সকলোৰে মনত সন্দেহৰ অৱতাৰণা হৈছে, যাৰ ফলত অগপৰ সভাপতিগৰাকীৰ সততাৰ ওপৰত সকলোৰে সন্দেহৰ সৃষ্টি হৈছে। আৰু এই সন্দেহৰ অৱসান ঘটোৱাৰ ক্ষেত্ৰত সভাপতিগৰাকীয়ে এতিয়া হোহোকা-পিছলা কৰি আছে। ইয়াৰ গুঢ ৰহস্য কি বাৰু ? তদুপৰি দেখাদেখিকৈ কেইবাকেইজন অগপ বিধায়কৰ শাসক দলৰ মন্ত্ৰী-এম এল এৰ লগত থকা হলি-গলিয়ে অসমৰ আঞ্চলিক ৰাজনীতি কোনোপিনে গতি কৰিছে এই সম্পৰ্কেও সন্দেহৰ সৃষ্টি হৈছে।

অসমৰ আজিৰ অগ্নিগৰ্ভা পৰিস্থিতিত প্ৰধান বিৰোধী দল হিচাপে অগপ দলে নিৰ্ণায়ক ভূমিকা লোৱাৰ যি সুবৰ্ণ সুযোগ পাইছে, তাৰ লেখমানো ল'ব পৰা নাই। ইয়াৰ মূল কাৰণ হৈছে দলৰ নেতৃত্বৰ দুৰ্বলতা, হঠকাৰিতা আৰু সুবিধাবাদী চৰিত্ৰ। আজি প্ৰায় সকলো অগপ বিধায়কে শাসকীয় দলৰ ক্ষমতাসীন মন্ত্ৰীসকলৰ লগত হাত-বাটি কৰি থকাৰ ফলত তেওঁলোকৰ প্ৰতি ৰাইজৰ আস্থা সমূলঞ্চে নোহোৱা হৈছে। ছবছৰ ভিতৰত কৰ্মীসকলক উৎসাহিত কৰাৰ বাবে, সংগঠন মজবুত কৰাৰ বাবে কোনো এটা শক্তিশালী পদক্ষেপ আৰু কাৰ্যসূচী তেওঁলোকে ল'ব নোৱাৰিলে। যাৰ ফলত সাধাৰণ কৰ্মীসকল চুড়ান্তভাৱে হতাশাগ্ৰস্ত হৈছে।

এটা সময়ত অগপ দলৰ মূল চালিকাশক্তি আছিল অসমীয়া মধ্যবিত্ত সমাজৰ সমৰ্থন। অসমীয়া মধ্যবিত্তই তেওঁলোকৰ হাতত থকা ৰাজনৈতিক, আৰ্থিক ক্ষমতা বহিৰাগত-বিদেশী নাগৰিকে কাঢ়ি ল'ব বুলি শংকিত হৈ পৰিছিল। এনে শংকাৰ ফলত সৃষ্টি হোৱা আৱেগৰ ফলতেই বিদেশী বিতাড়ন আন্দোলন আৰম্ভ হৈছিল ছাত্ৰ সন্থা আৰু গণ সংগ্ৰাম পৰিষদৰ নেতৃত্বত। সাধাৰণ কৃষক আৰু শ্ৰমিকে তেওঁলোকৰ মতলব বুজিব নোৱাৰি আন্দোলনত জঁপিয়াই পৰিছিল। আন্দোলনৰ সময়ত তেওঁলোকৰ বুকুৰ তেজেৰে ৰাঙলী হৈছিল ৰাজপথ। যেতিয়াই আন্দোলনে দীঘলীয়া পথলৈ গতি কৰিলে, এই মধ্যবিত্ত, ধনিক শ্ৰেণীটোৱে নিজৰ অৰ্থনৈতিক ক্ষতিৰ শংকাত আন্দোলনকাৰীসকলক আন্দোলন সমাপ্ত কৰাৰ বাবে হেঁচা প্ৰয়োগ কৰিবলৈ ধৰে। ইয়াৰ ফলতেই আন্দোলনৰ পৰিসমাপ্তি ঘটিল কেন্দ্ৰীয় চৰকাৰৰ লগত সম্পাদিত এখন চুক্তিৰ মাধ্যমেৰে। লগে লগে অসমীয়া মধ্যবিত্ত শ্ৰেণীয়ে নিজৰ অৰ্থনৈতিক স্বাৰ্থ পূৰণ কৰাৰ অৰ্থে আন্দোলনকাৰী নেতাসকলক উচটালে আঞ্চলিক ৰাজনৈতিক দল গঠন কৰাৰ বাবে। ফলত জন্ম হ'ল অসম গণ পৰিষদ দলৰ। এইবাৰো মধ্যবিত্ত সমাজে অগপক ক্ষমতালৈ অনাত গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিলে

যাতে তেওঁলোকে চৰকাৰখনক নিজৰ স্বাৰ্থত পৰিচালনা কৰিব পাৰে আৰু সুবিধাসমূহ গ্ৰহণ কৰিব পাৰে। প্ৰথম পাঁচ বছৰত অগপ চৰকাৰখন আছিল ধনী আৰু মধ্যবিত্তক প্ৰতিনিধিত্ব কৰা চৰকাৰ। ফলত দুখীয়া সাধাৰণ অসমীয়া মানুহৰ ভাত-কাপোৰ, স্বাস্থ্য, শিক্ষাৰ সমস্যাবোৰ সমস্যা হৈয়েই থাকিল। উন্নতিৰ নামত প্ৰথমবাৰৰ বাবে অসমৰ ৰাজনৈতিক ইতিহাসত এল অ' চি তথা চাউল-পিঁয়াজৰ ঐতিহাসিক কেলেংকাৰি সংঘটিত হ'ল। এই নিকৃষ্ট কাণ্ড-কাৰখানাত সংপৃক্ত হ'ল অসম আন্দোলনৰ সময়ৰ নয়নৰ মণি তথাকথিত যুৱ মন্ত্ৰী আৰু এইসকলক নাকত ধৰি চাকত ঘূৰোৱা বৰ বৰ বিষয়াসকল। ফাঁচী বজাৰৰ চিকাৰিয়াহঁতৰ নিৰ্দেশত চৰকাৰখনে উঠা-বহা আৰম্ভ কৰিলে।

১৯৯৬ চনত দ্বিতীয়বাৰ অগপ দল ক্ষমতালৈ আহিল। দুবাৰকৈ ক্ষমতা লাভ কৰিও তেওঁলোকে অসমৰ মূল সমস্যাৰাজি সমাধানৰ বাবে দীৰ্ঘম্যাদী আৰু হ্ৰস্বম্যাদী আঁচনি প্ৰস্তুত কৰিব নোৱাৰিলে। কংগ্ৰেছবিৰোধী ভূমিকাৰেই ক্ষমতালৈ আহিছিল অগপ। কংগ্ৰেছে দীৰ্ঘদিন শোষণ আৰু বঞ্চনা কৰা বুলি দিয়া শ্ল'গান সন্মুখত ৰাখি বৃহৎ অসমীয়া জাতি গঠনৰ আহ্বান জনাইছিল। বিদেশী নাগৰিক বিতাড়ন, সোণৰ অসম গঢ়াৰ শ্ল'গান ইত্যাদিয়ে অসমৰ জনসাধাৰণৰ অন্তৰ চুবলৈকো সমৰ্থ হৈছিল। অভিমন্যুই বেহু ভেদ কৰাৰ দৰে তেওঁলোকে অসমীয়া মানুহৰ অন্তৰত সোমাল যদিও প্ৰতিশ্ৰুতিসমূহ পূৰণ কৰাৰ চেষ্টা নকৰিলে। সমস্যাবোৰ বাঢ়ি গ'ল, কিন্তু সমাধানৰ কোনো পথ নোলাল। সেয়ে সমাস্যাবোৰ সমস্যা হৈয়েই থাকিল। সামগ্ৰিকভাৱে অসমৰ জাতীয় সমস্যা, বিদেশী বিতাড়ন, জনজাতীয় সমস্যা আদি সমাধান কৰাৰ সলনি ইয়াক গাপ দি বিভিন্ন গোষ্ঠীৰ মাজত বিচ্ছিন্নতাবাদৰ ভাবহে সুমুৱাই দিয়া হ'ল। আলফা সমস্যা সমাধানৰ বাবেও তেওঁলোক মুঠেও আগ্ৰহী নাছিল। প্ৰফুল্ল কুমাৰ মহন্তৰ নেতৃত্বত অস্ত্ৰেৰে আলফা দমন কৰাৰ যি নীতি লোৱা হৈছিল, ই আছিল অসমীয়া সমাজ জীৱনৰ বাবে এক ভয়াৱহ আৰু ক্ষতিকৰ সংবাদ। ইয়াৰ ফল বহু বছৰলৈ অসমীয়া জাতিয়ে ভোগ কৰিব লাগিব। ফলত আজিৰ তাৰিখত চক্ৰব্যূহত অভিমন্যুৰ মৃত্যু হোৱাৰ দৰে অগপও নিশ্চিহ্ন হোৱাৰ পথত। যদিও বিধায়কৰ হিচাপেৰে দলটোক এতিয়াও শক্তিশালী বুলি কোনোবাই ভাবে ই মূৰ্খামিহে হ'ব। কাৰণ বিভিন্ন পৰিস্থিতিত কিছু বিধায়ক নিৰ্বাচিত হৈ অহাটোৱেই নুবুজায় যে দলটোৰ সাংগঠনিক স্থিতি সবল হৈ আছে।

দুটা কাৰ্যকালৰ বাবে গঠন হোৱা অগপৰ চৰকাৰ অৱশ্যে কেইবাটাও দিশত কৃতকাৰ্যতা লাভ কৰিছিল। যেনে— এজন বিখ্যাত অগপ নেতা আৰু প্ৰাক্তন মন্ত্ৰী। তেওঁৰ পিতৃ আছিল এখন গেলামাল দোকানৰ চেল্ছমেন। তেওঁৰ এতিয়া গুৱাহাটীত

থকা আবাসটোৰ মূল্য হ'ব প্ৰায় তিনি কোটি টকা। ফাঁচী বজাৰত আছে ডাণ্ডৰ বজাৰ কমপ্লেক্স, দিল্লীত হোটেল। এজনৰ দেউতাক আছিল অইনৰ মাটিত আধি খোৱা খেতিয়ক। গুৱাহাটী-দিল্লীত তেওঁৰ সম্পত্তি কমেও ৩০ কোটি টকা বৰ্তমান বজাৰ দৰত হ'ব। এজনৰ দেউতাক আছিল প্ৰাথমিক বিদ্যালয়ৰ শিক্ষক। তেওঁৰ সম্পত্তি কিমান আছে তেওঁ নিজেই নাজানে। আন এজন অসম আন্দোলনৰ সময়ত উগ্ৰপন্থী কাৰ্যকলাপত জড়িত আছিল। অসম স্বাধীন কৰাৰ সপোন দেখিছিল। মন্ত্ৰী হৈ কেইবা কোটিটকীয়া সম্পত্তিৰ মালিক হ'ল। এইবোৰ সাধাৰণ উদাহৰণ। অলপতে অগপ (প্ৰ)ৰ নেতাসকলে কংগ্ৰেছৰ মন্ত্ৰী-বিধায়কৰ সম্পত্তিৰ তালিকা প্ৰকাশ কৰিব বুলি ভাবুকি দিছিল। ভাল কথা। কিন্তু অগপ (প্ৰ)ৰ সভাপতিজনে তেওঁৰ দুটা কাৰ্যকালত লগত সৌহাত-বাঁওহাত হৈ থকা মন্ত্ৰী-বিধাযকৰ সম্পত্তিৰ তালিকাখন প্ৰথমতে ৰাজহুৱাভাৱে প্ৰকাশ কৰক। পাছত কংগ্ৰেছৰ মন্ত্ৰী-বিধাযকৰ তালিকা প্ৰকাশ কৰিলে দেখাত শুৱনি হ'ব। অসমক সোণৰ অসম কৰাৰ শ্ল'গানবোৰ কেনেদৰে কৰ্পূৰৰ দৰে উৰি গ'ল এইবোৰেই তাৰ একোটা সৰু উদাহৰণ নহয জানো?

মানুহে কয়— অগপৰ সভাপতিগৰাকীৰ নিবোকা হাঁহিৰ মাজত থকা ক'লা মনটোৰ মোল পূৰ্বে অগপ কৰ্মীসকলে বুজা নাছিল। এতিয়া বুজি পাইছে তেওঁৰ জ্ঞান আৰু অভিজ্ঞতাৰ পৰিধি, সবল নেতৃত্ব দিয়াৰ দক্ষতা কিমান। অগপৰ থানেশ্বৰ বড়োৱে অন্তৰ্বৰ্তীকালীন সভাপতি হোৱাৰ বাবে গা টঙাইছে। থানেশ্বৰ বড়ো দলটোৰ বড়ো প্ৰতিনিধি। বড়ো সমাজৰ লগত-তেওঁৰ ধনিষ্ঠামানো সম্পৰ্ক নাই। জনজাতীয় লোকসকলে বড়োক তেওঁলোকৰ প্ৰতিনিধি বুলিও নাভাবে। কাৰণ উপাধিটোৰ বাহিৰে তেওঁৰ বড়ো জনজাতিটোৰ লগত কোনো সম্পৰ্ক নাই। তাকে দেখুৱাই অগপই তেওঁৰ গাত জনজাতিৰ প্ৰতিনিধিত্বৰ লেবেলখন লগাই আছে। এতিযা লাহে লাহে স্পষ্ট হৈছে প্ৰায় সকলোবোৰ কথা। হাতীটো যেন দুৰ্বল হৈছে চিকিৎসাৰ অভাৱত। মাউতকো নমনা হৈছে। মানিব কিয়? ভিতৰৰ জ্বালা হাতীয়েহে বুজিব। তদুপৰি মাউতেও হাতীক চলাব পৰা নাই। কাৰণ হাতীৰ অভ্যন্তৰ বুজিবলৈ মাউতক দিয়া প্ৰশিক্ষণো যথোপযুক্ত নহয়।

অসমৰ আঞ্চলিক ৰাজনীতিৰ তাত্বিক প্ৰভু বুলি যিসকলে নিজক ভাবে অৰ্থাৎ অগপৰ ৰাজনৈতিক পৰামৰ্শদাতাসকলৰ হাত-ভৰিবোৰ যেন অদৃশ্য শিকলিৰে বন্ধা। সেইবাবেই আজিলৈকে অসমৰ আঞ্চলিক ৰাজনীতিৰ তাত্বিক ভেটিটো সুস্পষ্ট সুদৃঢ় নহ'ল। সুদুৰপ্ৰসাৰী বিশ্লেষণ আৰু পৰিকল্পনা অবিহনে ৰাজনীতিয়ে প্ৰতিষ্ঠা লাভ কৰিব নোৱাৰে। অগপ যেন তাৰেই দৃষ্টান্ত। অসমৰ আৰ্থ-সামাজিক বিকাশৰ বাবে তেওঁলোকৰ কি অৰ্থনৈতিক আঁচনি আছে? এই সকলোবোৰ প্ৰশ্নৰ উত্তৰ তথাকিথিত

আঞ্চলিক ৰাজনীতিৰ তাত্ত্বিকসকলৰ হাতত নাই বুলি স্পষ্ট হৈ পৰিছে। ফলত দলটো দুৰ্দশাৰ সম্মুখত। এতিয়া আঞ্চলিক দলটোৰ ভাং ভাজিবলৈ খোলা নাইকিয়া অৱস্থা হোৱাৰ লেখীয়া হৈছে।

আঞ্চলিক ৰাজনীতিৰ পৰীক্ষা-নিৰীক্ষা ভাৰতত নোহোৱা নহয়। দুই-এক ৰাজ্যত এই আঞ্চলিক ৰাজনীতিযে এক সুদূৰপ্ৰসাৰী ভেটি গঢি তুলিছে। সেই ৰাজ্যসমূহৰ সকলো সমস্যাৰ লগত তেওঁলোক জড়িত। সমস্যাসমূহ সমাধানৰ পৰিকল্পনা আৰু আঁচনিৰ গ্ৰহণৰ বাহিৰেও পৰিৱৰ্তিত সামাজিক পৰিস্থিতিৰ প্ৰতি লক্ষ্য কৰি ৰাজ্যখনৰ উন্নয়নৰ বাবে তেওঁলোকে সুনিৰ্দিষ্ট আঁচনি লৈছে। ফলত অনাযাসে আগবঢাই লৈ গৈছে নিজ নিজ ৰাজ্যক। তেওঁলোকৰ আঁচনিসমূহে ধনী-দুখীয়া সকলোকে সামৰিও লৈছে। সেই কাৰণেই এনে আঞ্চলিক দলবোৰ সৰ্বসাধাৰণ মানুহৰ মাজত আজি যথেষ্ট জনপ্ৰিয়। কিন্তু অসমত অগপৰ সস্তীয়া শ্ল'গানৰ বাহিৰে একো নাই। পৰিণতি স্বৰূপে দলটোৰ লগত এতিযা ধনীও নাই, দুখীয়াও নাই, এচাম মধ্যভোগী দালালেহে দপদপাই আছে। তেওঁলোকৰ মিছা প্ৰতিশ্ৰুতি আৰু আস্ফালনে অসমৰ জনসাধাৰণক ডিঙিলৈ টেঙাইছে।

আজি আঞ্চলিক দলটো শক্তিশালী হ'লহেঁতেল যদিহে ৰাজ্যখনৰ উন্নতি আৰু বিকাশৰ বাবে প্ৰাণপণে চেষ্টা কৰিলেহেঁতেন। স্বকীয় ঐতিহ্য বজাই ৰাখি কেন্দ্ৰীয় চৰকাৰক অহৰহ হেঁচা প্ৰয়োগ কৰি থাকিলে ৰাজ্যখনৰ উন্নযন সাধন কৰিব পাৰিলেহেঁতেন— যাৰ স্পষ্ট উদাহৰণ তেলেগু দেশম আৰু ডি এম কে দল। যিহেতু আজি কিছু বছৰ ধৰি কোনো দলেই কেন্দ্ৰত এককভাৱে চৰকাৰ গঠন কৰিবলৈ সমৰ্থ হোৱা নাই, সেয়ে আঞ্চলিক দলৰ প্ৰাসংগিকতা আৰু গুৰুত্ব কেন্দ্ৰীয় চৰকাৰতো বৃদ্ধি পাইছে। কিন্তু পৰিকল্পনাহীন আঞ্চলিক দলৰ স্থায়িত্ব নাই। এই সহজ-সৰল সমীকৰণ আঞ্চলিক ৰাজনীতিৰ প্ৰবক্তাসকলক বুজাবলৈ কোন আগবাঢি আহিব? তেওঁলোকক বুজিবলৈ বাৰু কিমান দিন লাগিব?

অগপৰ দুৰ্নীতি আৰু ভ্ৰষ্টাচাৰ সৰ্বস্তৰলৈ সম্প্ৰসাৰিত। তথাকথিত ছাত্ৰ হৈ থাকোঁতেই বহু কথা আয়ত্ত কৰিছিল। এইক্ষেত্ৰত জমা-খৰচৰ হিচাপ শিকাইছিল ফাঁচীবজাৰে। বিগত দুটা কাৰ্যকালত সেয়ে কৃষি, স্বাস্থ্য, পৰিবহণ, পশুপালন আদি এনে এটা বিভাগ নাছিল, যিটোত অগপ মন্ত্ৰীসকল কেলেংকাৰিত নিমজ্জিত নোহোৱাকৈ আছিল। আজি তেওঁলোকৰ দুমুখীয়া চৰিত্ৰ দিনৰ পোহৰৰ দৰে স্পষ্ট। দুৰ্নীতিয়েই নহয়, আনকি প্ৰশাসন চলোৱাৰ ক্ষেত্ৰতো তেওঁলোকৰ অভিজ্ঞতা অপৈণত। সেয়ে তেওঁলোকৰ হাতত অসমৰ কোনো সমস্যাৰ সমাধান নহয়। অসমীয়া জাতিও সুৰক্ষিত নহয় তেওঁলোকৰ হাতত । এইটো সকলোৰে বাবে স্পষ্ট ধাৰণা হৈছে। তদুপৰি

অগপ এতিয়া ব'ঠাহীন নাও। ক'ৰবাত হয়তো নদীৰ জাজৰিত সময়ে সময়ে ৰ'ব পাৰে অস্থায়ীভাৱে। কিন্তু সি এদিন পানীত বুৰ যাব। ই নিঃসন্দেহ। সমালোচকে কোৱাৰ দৰে অগপ অসমৰ আঞ্চলিক ৰাজনীতিত এতিয়া অচল টকা। সেয়ে অসমৰ জনসাধাৰণ আজি শক্তিশালী বিৰোধী দলৰ সন্ধানত, অসমৰ সামগ্ৰিক উন্নয়নৰ স্বাৰ্থত আৰু কংগ্ৰেছৰ বিকল্পৰ স্বাৰ্থত।■■

*অসমীয়া খবৰ, ১৯ জুন, ২০০৭*

# অগপই মূৰেৰে খোজ কাঢ়িছে

২৪ তাৰিখে মঙলদৈত অসম গণ পৰিষদ দলৰ কেন্দ্ৰীয় কাৰ্যনিৰ্বাহকৰ গুৰুত্বপূৰ্ণ সভা অনুষ্ঠিত হৈ যায়। বাতৰিকাকতত প্ৰকাশিত বাতৰি মতে, উত্তপ্ত এই সভাখনত এসময়ৰ মহন্তবিৰোধী আৰু বৃন্দাবনৰ ঘনিষ্ঠৰূপে পৰিচিত কেইবাজনো অগপ নেতাই আঙুলি টোঁৱাই বৃন্দাবনৰ নেতৃত্বক সমালোচনা কৰিছে। বৃন্দাবন গোস্বামীক সভাপতি পদৰ পৰা অপসাৰণৰ দাবীও তুলিছে। দলৰ বৰ্তমানৰ বিপৰ্যযৰ বাবে তেওঁলোক সকলোৱে বৃন্দাবনকে মূল দোষী হিচাপে কাঠগডাত থিয় কৰাইছে। ৰত্নাকৰৰ পাপৰ ভাগ পৰিযাল-পৰিজনৰ কোনেও ল'ব নোখোজাৰ দৰে বৃন্দাবন গোস্বামীৰ ব্যৰ্থতাৰ ভাগ ল'বলৈ অগপৰ বহুবক্তী নেতাসকল আজি অসন্মত, অথচ বৃন্দাবন গোস্বামীৰ সভাপতিত্বৰ কালছোৱাত তেওঁলোকেই কৰ্ণধাৰ সমিতিত নীতি নিৰ্ধাৰণ কৰি সভাপতিক চালিত হ'বলৈ বাধ্য কৰাইছিল। এতিয়া লজ্জাজনক পৰিস্থিতি দেখি তথা দলীয় সংগঠন বালিঘৰ ভঙা দি ভাঙি যোৱাৰ পাছত নিজকে চামোনটো সজাবলৈ যত্ন কৰিছে। পাপমুক্ত হোৱাৰ আশাত বৃন্দাবনৰ সোঁহাত-বাঁওহাতৰ পৰামৰ্শদাতাসকলেই ওলোটাই ধৰিছে তেওঁক।

এতিয়া তেওঁলোকৰ মাজৰে কেইজনমান হেনো উৎসাহিত হৈ পৰিছে বৃন্দাবন অবিহনে খালী হ'বলগীয়া আসনখন দখল কৰাৰ নিৰ্লজ দৌৰত। সাজি-কাচি ওলাইছে কাউৰীয়ে মযূৰ হ'বলৈ পেশম ধৰাৰ লেখীযাকৈ। কিন্তু তেওঁলোকৰ অতীত ইতিহাস সময় বালিৰ খোজত যে এতিযাও পৰি আছে, সেযা তেওঁলোকৰ উপলব্ধিৰ সময় বা ক'ত? নিঃসন্দেহে বৃন্দাবন গোস্বামীয়ে অগপক পৰিচালনা কৰাৰ ক্ষেত্ৰত ব্যৰ্থ হৈছে। এই কথা আমি আগৰ আলোচনাত এটাত উল্লেখ কৰিছিলোঁ। লগতে উল্লেখ কৰিছিলো যে বৃন্দাবন গোস্বামীৰ দুৰ্বলতাই প্ৰমাণ কৰি দিছে যে তেওঁৰ শাসকীয় দলৰ লগত গোপন কিবা বুজাবুজি হৈছে যাৰ ফলত তেওঁ শাসকীয় দলৰ বিৰুদ্ধে দলক শক্তিশালী কৰাত উজুতি খাইছে। সেযা আমাৰ ভাষ্য নাছিল, এই ভাষ্য আছিল দলীয় কৰ্মীসকলৰ। কিন্তু অকল বৃন্দাবন গোস্বামীয়েইনে এই পথত? তেওঁৰ লগত অগপৰ শক্তিশালী দুজনমান সাধাৰণ সম্পাদকো যে চামিল হৈ আছে এই কথা কাকতে-পত্ৰই বহুবাৰ প্ৰকাশ পাইছে। কিন্তু দলত কোনো কাৰ্যকৰী ব্যৱস্থা গ্ৰহণ কৰা হোৱা নাই। গতিকে বৃন্দাবন গোস্বামীলৈ এতিযা যিসকলে শেল মাৰিছে, তেওঁলোকে বুজা উচিত— বালিলৈ যিপাট সুগ্ৰীবলৈও সেইপাটেই। এটা কথা অৱশ্যে অস্বীকাৰ কৰিব নোৱাৰি, বৃন্দাবন গোস্বামী মন্ত্ৰী হৈ থকা কালত আৰু এতিয়াও, কিছু নহয় কিছু সততাৰ পৰিচয় দাঙি ধৰি

আহিছে— যিটো অগপ দলৰ আন এজন নেতাৰ গাতো থকা বুলি বুকু ডাঠি কোনেও ক'ব নোৱাৰে।

অগপৰ নেতাসকলে যদি ভাবিছে যে নেতৃত্বৰ পৰিৱৰ্তনে তেওঁলোকৰ দলটো শক্তিশালী কৰিব তেন্তে সেয়া মিছা। এইকাৰণেই যে অগপৰ প্ৰতি মোহ অসমৰ জনসাধাৰণৰ লাহে লাহে নোহোৱা হৈ আহিছে। দললৈ নতুন শক্তিশালী মুখৰ আগমন ঘটা নাই। সেই একেইকেইখন মুখ, যিকেইখন মুখত দুৰ্নীতিৰ ক'লা আঁচ এতিয়াও লাগি আছে। সেই একেকেইখন মুখ, যিকেইখনত মূৰে-গাযে গুপ্তহত্যাৰ তেজ লাগি আছে।

গুপ্তহত্যাৰ নায়ক অকল প্ৰফুল্ল কুমাৰ মহন্তইনে? আজি অগপৰ কাৰ্যনিৰ্বাহকৰ ৭০ শতাংশই গুপ্তহত্যাত জড়িত আছিল। কিযনো সেই সময়ত বেছিভাগেই মহন্তৰ মন্ত্ৰীসভাৰ মন্ত্ৰী আছিল। মুখ্য মন্ত্ৰীৰ সিদ্ধান্তৰ তেওঁলোক অংশীদাৰ আছিল। গতিকে সেই দাযিত্বৰ পৰা তেওঁলোক ক'ত পলাই সাৰিব? কিন্তু কৌশলপূৰ্ণভাৱে আছু-আলফাক লগাই দি মহন্তক এঘৰীয়া কৰা হ'ল। তেওঁলোকে কিন্তু নিবোকা চাবোন হৈ দলৰ সংগঠনৰ বাঘজৰী ধৰি থাকিল। তেওঁলোক নিজকে বেছি বুদ্ধিমান ভাবিছে যদি মূৰ্খৰ স্বৰ্গত বাস কৰিছে । কাৰণ ৰাইজৰ মনত এতিযাও তেওঁলোক কিন্তু অপৰাধী।

আজি মহন্তক যেনেকৈ গুপ্তহত্যাৰ ভূতে খেদি ফুৰিছে, চন্দ্ৰ, নুৰুলহঁতকো একেই ভূতে খেদি ফুৰিছে। পলাব ক'ত? অগপক আজি শক্তিশালী কৰিব লাগিলে দলটোৰ বৰঘৰৰ পৰা প্ৰথমে আঁতৰাব লাগিব গুপ্তহত্যাৰ তেজৰ চেকা। আঁতৰাব লাগিব বিদেশী বিতাড়ন আন্দোলনৰ সময়ত দেশপ্ৰেমিকসকলৰ ধাৰাল অস্ত্ৰৰ আঘাতত প্ৰাণ দিয়া নিৰপৰাধ ব্যক্তিসকলৰ অতৃপ্ত আত্মাৰ আৰ্তনাদ তথা মেটমৰা দুৰ্নীতিৰ বোজাসমূহ। দলৰ নেতৃত্ব যিযেই নলওক কিয়, গুপ্তহত্যাকাৰী, দুৰ্নীতিগ্ৰস্তসকলক আঁতৰাব পৰাজনকহে অসমৰ ৰাইজে গ্ৰহণ কৰিব। তেওঁৰ সাহস আৰু শক্তিৰ জোৰক অসমৰ জনসাধাৰণে প্ৰথমে লক্ষ্য কৰিব। যদি সাহসিযাল নেতাই নেতৃত্ব দিয়ে, তেন্তে দল টিকি থাকিব আৰু যদি নাই দল ব্ৰহ্মপুত্ৰৰ সোঁতত উটি যাব।

সভাপতি কোন হ'ব এই বিতৰ্কক বাদ দি যোৱা ছবছৰত অগপই দলীয নীতি আৰু আদৰ্শক সংঘবদ্ধ আৰু সুসংহত কৰিবলৈ কি নীতি আৰু আঁচনি গ্ৰহণ কৰিছে? দলীয় নেতাসকলৰ কুকাৰ্যৰ প্ৰতিফলন দলৰ পৰা আঁতৰাবলৈ তেওঁলোকে কি কঠোৰ পন্থা গ্ৰহণ কৰিছে? নিজৰ ভিতৰত আত্মসমালোচনাৰে দলটোক শুদ্ধি কৰিবলৈ তেওঁলোকে কি কৌশল গ্ৰহণ কৰিছে? সেযাহে আজিৰ দিনত গুৰুত্বপূৰ্ণ প্ৰশ্ন, সভাপতি আঁতৰোৱাটো মূল কথা নহয়। অগপৰ এতিয়াৰ কাৰ্যকলাপে প্ৰমাণ কৰি দিছে যে তেওঁলোকে মূৰেৰে খোজ কাটিছে, ভৰিৰে নহয। ভৰিৰে যিদিনা খোজকাটিব, সেইদিনাহে দলটো শক্তিশালী হ'ব। এযা সময়ৰ উপলব্ধি। ■■

---

*অসমীয়া খবৰ, ২৮ জুন, ২০০৭*

# আঞ্চলিক ৰাজনীতি একত্ৰীকৰণ সন্দৰ্ভত

প্ৰায় ৫ বছৰ ধৰি বিভিন্ন পৰ্যায়ত, বিভিন্ন স্তৰত অসমত আঞ্চলিক ৰাজনীতিৰ একত্ৰীকৰণ সম্পৰ্কে অসম গণ পৰিষদ দলে বজাই অহা ঢাক-ঢোল পুনৰবাৰ দলীয় নিৰ্বাচনৰ পাছত বজাবলৈ আৰম্ভ কৰিছে। দলে ইতিমধ্যে এই সন্দৰ্ভত এখন কমিটীও গঠন কৰিছে। কমিটীৰ বিচাৰ্য আৰু আলোচনা কৰিবলগীয়া বিষয়সমূহৰ ভিতৰত প্ৰধান আৰু প্ৰথম বিষয় হৈছে বহুধাবিভক্ত অসমৰ আঞ্চলিক ৰাজনৈতিক দলবোৰৰ একত্ৰীকৰণ সম্পৰ্কে আলোচনা কৰা। প্ৰস্তাৱটো আৰু কমিটীখন সন্দৰ্ভত প্ৰথম আগভাগ লৈছে অগপ দলে। আঞ্চলিক দলসমূহক একেখন মঞ্চত বহুৱাই কংগ্ৰেছৰ বিকল্প বিৰোধী ৰাজনৈতিক শক্তি হিচাপে গঢ়ি তোলাই হেনো তেওঁলোকৰ উদ্দেশ্য। এই সম্পৰ্কত সকলোৰে মনত নিশ্চয় জাগি উঠিছে। মূল প্ৰশ্ন— বৰষুণ যোৱাৰ পাছত জাপি কিয়? কাৰণ যোৱা বিধানসভা নিৰ্বাচনৰ পূৰ্বে অসমৰ বিৰোধী আঞ্চলিক দলসমূহক লৈ ঐক্যবদ্ধভাৱে কংগ্ৰেছবিৰোধী শক্তিশালী স্থিতি গ্ৰহণৰ সুযোগ আহিছিল। ক্ষমতা দখলৰ সুবৰ্ণ সুযোগ পাইছিল তেওঁলোকে। বৃন্দাবন গোস্বামী নেতৃত্বাধীন অগপৰ সংকীৰ্ণ, নীচাত্মিকা আৰু সুবিধাবাদী ৰাজনীতিৰ ফলতেই অসমৰ মাটিত শক্তিশালী আঞ্চলিক ৰাজনৈতিক মঞ্চই গজালি নেমেলিলে। এতিয়া সেইজন বৃন্দাবন গোস্বামীৰ নেতৃত্বত অন্যান্য আঞ্চলিক ৰাজনৈতিক দলসমূহ একত্ৰিত হোৱাৰ সম্ভাৱনা ক'ত? তদুপৰি বৃন্দাবন গোস্বামীৰ ঐক্যবদ্ধ আঞ্চলিক ৰাজনৈতিক দলক নেতৃত্ব দিয়াৰ জোখাৰে ৰাজনৈতিক দূৰদৃষ্টি আৰু সবল নেতৃত্ব দিব পৰা ব্যক্তিত্ব আছেনে? কোন ৰাজনৈতিক দলে বাৰু তেওঁৰ দৰে সোৰোপা নেতাৰ অভিভাৱকত্ব মানি আমবাৰীৰ অগপৰ কাৰ্যালয়ত ঐক্যৰ বীণ বজাব? নিজৰ দলৰ মাজতেই তেওঁৰ ঠেং ছিগিছে। নিজৰ ঘৰখনত দৃষ্টিকটু আৰু লজ্জাজনকভাৱে বিসম্বাদৰ বোকা ছটিওৱা খেল এতিয়ালৈ শেষ হোৱা নাই। বিসম্বাদ কৰি থকাসকলৰো দলৰ প্ৰতি ইমানেই আনুগত্য যে সকলো বাদ-বিসম্বাদ পৰিহাৰ কৰি তেওঁলোকে ঐক্যবদ্ধভাৱে আনকি প্ৰতিষ্ঠা দিৱসতো থিয় হ'ব নোৱাৰিলে। সেইসকল নেতা দলৰ প্ৰতি কিমান দায়বদ্ধ, শ্ৰদ্ধাশীল তাকো নাঙঠ কৰি তেওঁলোকে ৰাইজক মুকলিকৈ উদঙাই দেখুৱাইছে।

এইখিনিতে এটা প্ৰশ্ন হৈছে— অগপৰ আঞ্চলিক ৰাজনীতিৰ চৰিত্ৰ ক'ত?

অগপই জন্মলগ্নৰে পৰা কেতিয়াও কোনোক্ষেত্ৰতে আঞ্চলিক ৰাজনীতিৰ ঐক্যৰ হকে কাম কৰা নাই, বৰং ২০০১ চনত ভাৰতীয় জনতা পাৰ্টীৰ দৰে সাম্প্ৰদায়িক দলৰ লগত নিৰ্বাচনী মিত্ৰতা কৰিছে আৰু পুনৰ এইবাৰ পঞ্চায়ত নিৰ্বাচনতো তেওঁলোকে এই দলৰ লগত নিৰ্বাচনী মিত্ৰতাৰ সংকেত দিছে, অথচ অসমত থকা আনবোৰ সৰু সৰু আঞ্চলিক দলকো তেওঁলোকে এলাই বাদুলিয়ে খোৱা কল পেলাই দিয়াৰ দৰে হিচাপৰ আওতাৰ পৰা বাহিৰত ৰাখি আহিছে। এতিয়া বলে নোৱাৰা শিলক পৰি নমস্কাৰ জনোৱাৰ দৰে অসমৰ ৰাইজৰ এই দলৰ প্ৰতি হোৱা বিতৃষ্ণাত উৰাদিহ নোপোৱা অগপই এক ভিন্নমুখী চক্ৰান্তৰে ৰাজনীতি আৰম্ভ কৰাৰ নতুন খেল বৃন্দাবন গোস্বামীৰ নেতৃত্বত আৰম্ভ কৰিছে— যাতে ঐক্যবদ্ধ আঞ্চলিক ৰাজনীতিৰ নামত অসমৰ ৰাইজক পুনৰবাৰ তেওঁলোকে প্ৰবঞ্চনা কৰিব পাৰে। অগপই ভাবে— তেওঁলোক গোটেই অসমৰ অভিভাৱক। আন ৰাজনৈতিক দলবোৰ তেওঁলোকৰ বাবে অস্পৃশ্য, অথচ অসমৰ মূল সমস্যাবোৰ সমাধান কৰাৰ ক্ষেত্ৰত অগপ দলে ১৯৮৫ চনৰ পৰা এটাও দৃষ্টান্তমূলক কাম কৰাৰ নজিৰ দাঙি ধৰিব নোৱাৰিলে। ঐক্যৰ সলনি বৰং অসমক খণ্ড-বিখণ্ড কৰাৰ শেষ কামখিনি ইতিমধ্যে সমাধান কৰিছে কৰিছে তেওঁলোকে। তদুপৰি অসমৰ ৰাজনীতিত এক নতুন ধাৰাৰো প্ৰৱৰ্তন কৰিছে। সেয়া হৈছে দুৰ্নীতি আৰু ভ্ৰষ্টাচাৰৰ ৰাজনীতি। ৰাজনীতি কি আৰু সমাজনীতি কি? আজিও অগপৰ মুধাফুটা নেতাসকলৰ জ্ঞান আৰু জনসাধাৰণৰ প্ৰতি থাকিবলগীয়া দায়বদ্ধতা সীমাৰ বাহিৰত। সেয়ে সততা আৰু নিষ্ঠাৰে তেওঁলোকে অসমৰ সমস্যাসমূহ সমাধান কৰাৰ সাহস, নীতি এতিয়ালৈ যুগুতাই উলিয়াব নোৱাৰিলে। তাতকৈ দুৰ্ভাগ্যৰ বিষয় কি হ'ব পাৰে? আজি অসমত বি পি পি এফ, ৰবিৰাম, এ এছ ডি চি, এ ইউ ডি এফ, ইউ এন এল এফ আদি বহুকেইটা সৰু সৰু আঞ্চলিক ৰাজনৈতিক দল আছে যদিও অগপই কিন্তু কোনোদিনেই সেই দলসমূহক বিশ্বাসত লোৱা নাই। অকল বিশ্বাসত নোলোৱাই নহয়, এই দলসমূহৰ সামগ্ৰিক আঁচনি, কাৰ্যসূচী, ক্ষোভ আৰু বেদনাৰ মৰ্ম উপলব্ধি কৰিবলৈও চেষ্টা কৰা নাই। কাৰণ অসমত অগপৰ বাহিৰে আন আঞ্চলিক দলৰ গুৰুত্ব কিমান সেই কথা নাভাবি দলটোৱে কেৱল নিজকে অসমৰ একমাত্ৰ আঞ্চলিক দল বুলি গৰ্ব কৰিব খোজে। অগপৰ দৃষ্টিত বাকীবোৰ কেৱল কেৱলীয়া ভকতৰ লেখীয়াহে। সেয়ে সেই দলসমূহেও অগপক বুঢ়া আঙুলি দেখুৱাই নিজৰ কাৰ্যসূচী ৰূপায়ণ কৰি আছে। আনহাতে দলীয় অস্তিত্ব বজাই ৰখাৰ বাবে সময়ে সময়ে সৰ্বভাৰতীয় ৰাজনৈতিক দলৰ কাষ চাপিবলৈ বাধ্য হৈছে এনে দলবোৰ। ইয়াৰ বাবে দায়ী কোন? নিজকে আঞ্চলিক ৰাজনীতিৰ প্ৰবক্তা বুলি জহাই ফুৰা অগপ ইয়াৰ বাবে দায়ী নহয় জানো? ধূমকেতুৰ অংশ খণ্ড-

বিখণ্ড হৈ উফৰি যোৱাৰ দৰে অগপ দলৰ পৰাও খণ্ড-খণ্ড হৈ তৃণমূল অগপ, প্ৰগতিশীল অগপ গঠিত হৈছিল। বৃন্দাবন গোস্বামী নেতৃত্বাধীন অগপ দলে জানো এই দুয়োটা দলক আনিবলৈ সঁচাকৈ আগ্ৰহান্বিত? অমুকজন নেতাক অগপলৈ আনিলে 'মোৰ ক্ষমতাৰ চিলিম ছিঙিব' এই ভয়ৰ ভাব প্ৰথমতে বৃন্দাবন গোস্বামীয়ে আঁতৰাব লাগিব। অগপৰ সংবিধানতেই উল্লেখ আছে সামূহিক নেতৃত্বৰ কথা। অগপত জানো সামূহিক নেতৃত্বৰ পৰম্পৰা কোনোবা দিনা ৰক্ষা কৰিছে? অগপই সদায় ভাবে তেওঁলোক খিলঞ্জীয়া অসমৰ লোকসকলৰ প্ৰবক্তা। বাকীবোৰ ৰাজনৈতিক দল কেৱল বিদেশীৰ ধাৰক আৰু বাহক। প্ৰগতিশীলতা আৰু ধৰ্মনিৰপেক্ষতাৰ শ্ল'গান দিয়া অগপই কিদৰে বিজেপিৰ দৰে সাম্প্ৰদায়িক দলৰ লগ হৈ অসমৰ আঞ্চলিক ৰাজনীতিৰ পৱিত্ৰতাৰ ধৰ্ম ৰক্ষা কৰিছে তাৰ উত্তৰ তেওঁ দিব পাৰিব নেকি? তামিলনাডু, পঞ্জাব বা অন্যান্য ৰাজ্যৰ উদাহৰণ দাঙি ধৰি নিজৰ গা ঢাকিবলৈ চেষ্টা কৰিলেও কিন্তু গা ঢাক নাখায়। কাৰণ সেইবোৰ ৰাজ্যৰ ৰাজনৈতিক পৰিস্থিতিৰ অসমৰ সৈতে বহু ভিন্নতা আছে। সেইবোৰ ৰাজ্যত সৰ্বভাৰতীয় দলৰ সৈতে সহাৱস্থান কৰাৰ পৰিৱেশ আৰু পৰিস্থিতি আছে। অসমত কিন্তু সেই পৰিৱেশ আৰু পৰিস্থিতি নাই। সেইবাবে অসমত আজি অপূৰঠ অগপই সৰ্বভাৰতীয় ৰাজনৈতিক দলৰ লগত মিত্ৰতা কৰিলে সাম্প্ৰদাযিক আৰু ভাষিক সংকটৰ সৃষ্টি হোৱাৰ সম্ভাৱনাই অধিক। অগপৰ এই উপলব্ধি হোৱা নাই যদিও শীঘ্ৰে হোৱাটো বাঞ্ছনীয়।

অগপই অসমৰ ভাষা, সংস্কৃতি, অৰ্থনীতিক নতুনত্ব দিব পাৰিব বুলি ইমানদিনে থকা ধ্যান-ধাৰণাৰ ইতিমধ্যে পৰিসমাপ্তি ঘটিল। অসমৰ জনসাধাৰণৰ যদি এই দলৰ প্ৰতি অকণো আস্থা থাকিলহেঁতেন, তেন্তে প্ৰতিষ্ঠানবিৰোধী ঢৌ থকা সত্ত্বেও যোৱা নিৰ্বাচনত তেওঁলোকৰ আসনৰ সংখ্যা ৩০খনতকৈও কম নহ'লহেঁতেন। ইয়াৰ কাৰণ কি? এই সম্পৰ্কে মূল পৰ্যালোচনা কেতিয়াবা অগপৰ কাৰ্যালয়ত হৈছেনে? কোনোবাদিনা তেওঁলোকে চৰকাৰৰ বিৰুদ্ধে ৰণকৌশল যুগুতোৱাৰ কাৰণে বিশ্লেষণাত্মক বাস্তৱধৰ্মী আলোচনা কৰিছেনে? কোনোবা সময়ত তেওঁলোকে একগোট হৈ থিয় দিয়াৰ বাবে উমৈহতীয়া কাৰ্যসূচী প্ৰস্তুত কৰিছেনে ? অকল বিদেশী বিতাড়ন শব্দৰে ৰাইজক পুনৰ সেই আন্দোলনৰ অন্ধকাৰ যুগলৈ পিছুৱাই লৈ গ'ল। ক্ষমতাৰ মৌজোল খাবলৈ যাওঁতে এতিয়া যে ভিকাচন লাগিছে সেই কথা কেতিয়াবা তেওঁলোকৰ উপলব্ধি হৈছেনে? তেওঁলোকৰ দলৰ ভিতৰত কেতিয়াবা পৰ্যালোচনা হৈছেনে অসমৰ অৰ্থনীতিৰ সামগ্ৰিক বিকাশ, ভাষা-জনগোষ্ঠীৰ বিকাশ ইত্যাদি কথাবোৰ। সকলো জনগোষ্ঠীৰ সামূহিক প্ৰচেষ্টা আৰু ঐক্যৰ মাজেৰেহে যেন হ'ব ৰাজ্যৰ উন্নয়ন সম্ভৱ। এই সম্পৰ্কে তেওঁলোকৰ দলৰ ভিতৰত কেতিয়াবা বিজ্ঞানসম্মত

পৰ্যালোচনা বা বিশ্লেষণ হৈছেনে? বড়ো সমস্যা, কাৰ্বি সমস্যা, মৰাণ-মটকৰ সমস্যা, মিচিংসকলৰ সমস্যা, মুছলমান সম্প্ৰদায়ৰ সমস্যাই কেতিয়াবা দলৰ আলোচনাত ঠাই পাইছেনে? বিধানসভাৰ মজিয়াত যোৱা ৭ বছৰে কেতিয়াবা তেওঁলোকে দলৰ নিৰ্বাচনী প্ৰতিশ্ৰুতি, দলীয় নীতি আৰু কাৰ্যসূচী আলোকপাত কৰি অসমৰ সমস্যাসমূহ সমাধান কৰাৰ বাবে চৰকাৰক হেঁচা দিছে নেকি? যোৱা ৭ বছৰৰ ভিতৰত প্ৰধান বিৰোধী দল হিচাপে চৰকাৰ বিৰোধী সুসংহত কাৰ্যসূচীৰে জনসাধাৰণক সংহত কৰাৰ প্ৰচেষ্টা কৰিছে নেকি? অসমত ঘটি থকা সন্ত্ৰাসবাদী আৰু বিদ্ৰোহাত্মক ঘটনাৰ লগত জড়িত বিভিন্ন সংগঠন সম্পৰ্কে তেওঁলোকৰ দৃষ্টিভংগী কি? কেনেকৈ সকলো সংগঠনক একত্ৰিত কৰি ৰাজনৈতিক সমাধান সূত্ৰ উলিয়াব? এই বিষয়বোৰ অসমৰ জ্বলন্ত সমস্যা। যদি এই জ্বলন্ত সমস্যাবোৰ এৰাই কোনোবাই উগ্ৰপন্থী সংগঠনৰ নেজত ধৰি ক্ষমতাৰ বৈতৰণী পাৰ হোৱাৰ বাবে জিভা মেলি ৰৈ আছে, সেই দল আৰু নেতাই বুজিব লাগিব তেওঁলোক মূৰ্খৰ স্বৰ্গত বাস কৰিছে। বৰ্তমান বিশ্বৰ ৰাজনৈতিক পৰিস্থিতিত অৰ্থনৈতিক ঘটনা প্ৰবাহে এক নতুন ধাৰালৈ গতি কৰিছে। এই ধাৰাৰ প্ৰস্তাৱনাই হৈছে প্ৰগতি। সকলো শ্ৰেণীৰ জনসাধাৰণৰ অৰ্থনৈতিক মুক্তিয়ে ইয়াৰ মূল মন্ত্ৰ। এই মূলমন্ত্ৰ সাৰোগত কৰি অৰ্থৱহ অৰ্থনৈতিক আৰু ৰাজনৈতিক আঁচনি যি দলে গ্ৰহণ কৰিব নোৱাৰে, সেই দলে কেতিয়াও জোৰা-টাপলি মাৰি সামাজিক বিৱৰ্তনক এটা নতুন ৰূপান্তৰলৈ লৈ যোৱাটো সম্ভৱ নহয়। ফটা কাপোৰ জোৰা দিবলৈ অযথা চেষ্টা কৰিলেও কিছুদিন পাছত সেই কাপোৰৰ ফাঁকেৰে আপোনাৰ নগ্ন দেহাটো ৰাইজে দেখিব। ৰাজনীতিত মূৰ্খবোৰে নিজৰ ছাটোকো ভূত বুলি ভাবি বুকুৰ মাজৰ টোপোলা বুকুতে সাবটি বহি থাকে। কিন্তু জ্ঞানীজনে কেতিয়াও ক্ষমতাৰ লোভত বলিয়া কুকুৰৰ দৰে আচৰণ নকৰে। ৰাজনীতিত যিমানেই শত্ৰু-মিত্ৰ নিজৰ দললৈ নাহক কিয়, দলৰ নেতাক নিৰ্বাচন কৰিব ৰাইজে, দলীয় কৰ্মীয়ে। তাত ভয় খাবলগীয়া কি আছে? পুখুৰীত নাদৰ ভেকুলী হৈ থাকিলে নেতা হ'ব নোৱাৰি। বহল সাগৰৰ কথা চিন্তা কৰিলেহে পুখুৰী পাৰ হোৱাৰ সাহস গোটাব পাৰি। অগপই অভিভাৱকত্ব দাবী কৰিবলৈ যোৱাৰ আগতে অভিভাৱক হোৱাৰ যোগ্যতা গোটাই লওক। তেতিয়াহে আন দলবোৰে তেওঁলোকক অভিভাৱক বুলি মানিব। অন্যথা অগপৰ এই যাত্ৰাও টাংগুটিৰ খেলৰ দৰেহে হ'বগৈ। ■■

---

*আজিৰ দৈনিক বাতৰি*, ২৬ অক্টোবৰ, ২০০৭

# শইকীয়া আয়োগৰ প্ৰতিবেদন চৰকাৰৰ অগ্নিপৰীক্ষা

গুপ্তহত্যা সম্পৰ্কত অসম চৰকাৰে গঠন কৰি দিয়া আয়োগৰ প্ৰতিবেদন খণ্ড খণ্ডকৈ এজনীয়া আয়োগৰ অধ্যক্ষ ন্যায়াধীশ খগেন্দ্ৰনাথ শইকীয়াই চৰকাৰৰ ওচৰত দাখিল কৰিছিল যোৱা ২৫ আগষ্টত। ৰাজ্য চৰকাৰে এই আয়োগৰ প্ৰতিবেদন বিধানসভাৰ মজিয়াত দাখিল কৰে বিগত ১৫ নৱেম্বৰত। পূৰ্বে ন্যায়াধীশ জিতেন্দ্ৰনাথ শৰ্মাৰ দ্বাৰা গঠিত আয়োগৰ প্ৰতিবেদনো একেদিনাই সদনত দাখিল কৰা হয় যদিও এই প্ৰতিবেদন অসম্পূৰ্ণ বুলি নাকচ কৰা হয়। শইকীয়া আয়োগৰ প্ৰতিবেদন দাখিল হোৱাৰ কিছু আগৰে পৰাই ৰাজনৈতিক উষ্মা প্ৰকট হৈ উঠিছিল বিভিন্ন দলৰ মাজত। সেয়ে বহুদিন আগৰ পৰাই তিনিটা মূল ৰাজনৈতিক দল অসম গণ পৰিষদ, কংগ্ৰেছ আৰু অসম গণ পৰিষদ (প্ৰ)ৰ মাজত ৰাজনৈতিক বাক্-বিতণ্ডা, যুক্তি-তৰ্ক ইত্যাদি চলি থকা দেখা গৈছিল। আয়োগৰ বৈধতাৰ প্ৰশ্নয়ো সংবাদ মাধ্যমৰ শিৰোনাম দখল কৰিছিল। স্বাভাৱিকতে ১৯৯৬ চনৰ পৰা ২০০২ চনলৈ ৰাজ্যখনত সংঘটিত গুপ্তহত্যাসমূহৰ প্ৰকৃত অপৰাধী চিনাক্তকৰণৰ বাবে যুগুতোৱা এই প্ৰতিবেদনে সৰ্বস্তৰৰ জনসাধাৰণক জোকাৰি গৈছে। এতিয়া ৰাজনৈতিক মহলত ইয়াক কেন্দ্ৰ কৰি সৃষ্টি হৈছে তীব্ৰ বাক্-বিতণ্ডা। প্ৰতিবেদনত অধ্যক্ষ শইকীয়াই এই ঘটনাটোৰ লগত সেই সময়ৰ মুখ্য মন্ত্ৰী আৰু গৃহমন্ত্ৰী জড়িত বুলি স্পষ্টভাৱে উল্লেখ কৰি তেওঁক দোষী সাব্যস্ত কৰিছে। ভৱিষ্যতে যাতে এনে দুৰ্ভাগ্যজনক ঘটনাৰ পুনৰাবৃত্তি নহয়, তাৰ বাবেও কিছু পৰামৰ্শ চৰকাৰৰ ওচৰত দাঙি ধৰিছে। তেওঁৰ অনুমোদনাৱলীত বিচ্ছিন্নতাবাদী সংগঠনসমূহৰ লগত আলাপ-আলোচনাৰ মাজেদি সমস্যা সমাধান কৰাৰ ওপৰতো গুৰুত্ব আৰোপ কৰা হৈছে। মুখ্য মন্ত্ৰী তৰুণ গগৈয়ে সংবাদ মেল অনুষ্ঠিত কৰি গুপ্তহত্যাৰ বাবে সেই সময়ৰ মুখ্য মন্ত্ৰী প্ৰফুল্ল কুমাৰ মহন্তক জগৰীয়া কৰিছে ৰাজ্যখনৰ ইতিহাসক কলংকিত কৰা এই ঘটনাৰ বাবে। তেওঁ সেই সময়ত চৰকাৰ তথা অগপ দলৰ কৰ্মকৰ্তাসকলেও ইয়াৰ দায়-দায়িত্ব ল'ব লাগিব বুলি স্পষ্টভাৱে দাবী কৰিছে।

যোৱা ১৮ নৱেম্বৰত অগপৰ বৰ্তমানৰ সভাপতি বৃন্দাবন গোস্বামীয়ে সংবাদ

মেল অনুষ্ঠিত কৰি তেওঁৰ দল কোনোপধ্যে গুপ্তহত্যাৰ লগত জড়িত নহয় বুলি দাবী কৰিছে আৰু এই সম্পৰ্কীয় সকলো দায়-দায়িত্ব সপি দিছে প্ৰফুল্ল মহন্তৰ ওপৰত। নিঃসন্দেহে অগপৰ হতাশাগ্ৰস্ত সভাপতিজনৰ এয়া ব্যৰ্থ প্ৰয়াস। প্ৰফুল্ল কুমাৰ মহন্ত দোষী বুলি চিনাক্ত কৰিছে আয়োগে। এইক্ষেত্ৰত কাৰো দ্বিধা বা শংকা নাই। কাৰণ, গণতান্ত্ৰিক চৰকাৰৰ মুৰব্বী হিচাপে তেওঁ এই অপৰাধৰ পৰা কোনো ক্ষেত্ৰতে পলায়ন কৰিব নোৱাৰে। যেনেকৈ ভাল কামৰ অংশীদাৰ হোৱাৰ বাবে সকলো ৰাজনৈতিক নেতাই হেতা-ওপৰা লগাই, ঠিক তেনেকৈ বেয়া কামৰ দায়িত্ব স্বীকাৰ কৰি লোৱাটোও একো একোজন সাহসী ৰাজনৈতিক নেতাৰ আদৰ্শ হোৱা উচিত। শইকীয়া আয়োগৰ প্ৰতিবেদনৰ পাছত যেন সকলোৱে নিজৰ গাত লাগি থকা বোকাবোৰ আনৰ গালৈ ছটিয়াবলৈ চেষ্টা কৰিছে। এনে চেষ্টা সঁচাকৈয়ে হাস্যাস্পদ। এইক্ষেত্ৰত ন্যায়াধীশ খগেন্দ্ৰনাথ শইকীয়াই তেওঁৰ প্ৰতিবেদনত ৩৮ নং পৃষ্ঠাত স্পষ্টভাৱে উল্লেখ কৰিছে—

'So far as the Government wings, agencies, and authorities, both official and political, the principle of 'respondent superior' will surely apply, and for all the lapses and misdeeds at the lower levels, higher levels authorities shall be held liable and be subjected to proper punishments So far as political and minister level authorities are concerned, the principle of collective resplonsibility may apply to all those who were forming govrnment in the state at the relevant period This principle of collective responsibility will find them out wherever they happen to be, during the period following the violation of constitutional and legal rights of the affected citizens whose fundamental and other legal and human rights were violated during their own governance But even here the insolvency principle should be followed and the political persons also be given fair field and no favour in the ensuing political process of the state Let there be no witch hunging of any sort. How the same affected people will accept or reject them will, of course, be an entirely different matter'

উল্লিখিত বাক্যকেইশাৰীৰ পৰাই দুটা বিষয় স্পষ্ট হৈ পৰিছে যে সেই সময়ত ক্ষমতাত থকা ৰাজনৈতিক দল আৰু মন্ত্ৰীসকল কোনোপধ্যে এই ঘৃণনীয় অপৰাধৰ পৰা সাৰি যাব নোৱাৰে। গণতান্ত্ৰিক দেশ এখনত শাসক দলৰ চৰকাৰখন যিমানেই ৰাইজৰ ওচৰত দায়বদ্ধ, ঠিক তেনেদৰে দলটোও সেই একেদৰে দায়বদ্ধ।

সাংবিধানিকভাৱে মুখ্য মন্ত্ৰী তথা আন মন্ত্ৰীসকলৰ ওপৰতেই ন্যস্ত থাকে চৰকাৰৰ সকলো কাম-কাজৰ দায়িত্ব। সেয়েহে সাংবিধানিক নহয় যদিও মন্ত্ৰীসভাখনে প্ৰতিনিধিত্ব কৰা দলটোৱে শেষ বিচাৰত মন্ত্ৰীসভাই কৰা কাম-কাজৰ দায়িত্ব মূৰ পাতি ল'ব লাগে। সেই কাৰণে বৃন্দাবন গোস্বামীয়ে নিজ দলক ধোৱা তুলসীৰ পাত সজাবলৈ চেষ্টা কৰি লাভ নাই। তেওঁৰ দল আৰু সেই সময়ৰ মন্ত্ৰীসভাৰ কোনোজন মন্ত্ৰীয়ে এই গুপ্তহত্যাৰ দায়-দায়িত্বৰ পৰা হাত সাৰিব নোৱাৰে।

আয়োগে অসমত ঘটা গুপ্তহত্যাক হিটলাৰৰ গেষ্টাপ' বাহিনীৰ কৰ্মকাণ্ডৰ লগত তুলনা কৰিছে। হিটলাৰৰ গেষ্টাপ' বাহিনীৰ বিচাৰ আন্তৰ্জাতিক আইন আৰু আদালতৰ মজিয়াত হৈছে বুলি আমি জানো। সেই অৰ্থত ১৯৯৬ চনৰ পৰা ২০০১ চনৰ ভিতৰত সংঘটিত ঘটনাৰ নায়ক প্ৰফুল্ল কুমাৰ মহন্তক আমি হিটলাৰৰ লগত তুলনা কৰিলে তেওঁৰ মন্ত্ৰীসভাৰ সদস্য চন্দ্ৰমোহন পাটোৱাৰী, নুৰুল হুছেইন, ফণীভূষণ চৌধুৰী, ৰেখাৰাণী দাস বড়ো, ডাঃ কমলা কলিতা, হিতেন গোস্বামী, ডঃ জয়নাথ শৰ্মা নিশ্চয় ৰ'মেল, আইকমেন আদি দ্বিতীয় মহাসমৰৰ কুখ্যাত অপৰাধীসকলৰ সগোত্ৰ বুলি নিঃসন্দেহে প্ৰতিপন্ন হ'ব। সংবাদ মেল অনুষ্ঠিত কৰি আত্মৰক্ষাৰ্থে যুক্তি প্ৰদৰ্শন কৰিলেও বৃন্দাবন গোস্বামী জানো তেওঁৰ দলে সংঘটিত কৰা ঘৃণনীয় হত্যালীলাৰ পৰা মুক্ত হ'ব পাৰিব? গোস্বামীয়ে বিবেকক সুধি সাহসেৰে ক'ব পাৰিবনে যে তেওঁৰ দলৰ কৰ্মী-নেতাসকলৰ অজ্ঞাতে সংঘটিত হৈছিল এই হত্যাকাণ্ডসমূহ? ৰাজনৈতিক দলৰ নেতা হিচাপে তেওঁলোকৰ সেই সময়ত কোনো দায়বদ্ধতা নাছিল নেকি? জাতীয়তাবাদ, আঞ্চলিকতাবাদৰ মুখ্য পিন্ধা এই নেতাসকলৰ কোনোজনে প্ৰকাশ্যে প্ৰতিবাদ কৰিছিলনে এই ঘটনাসমূহৰ? অসমক প্ৰকৃততে ভালপোৱা হ'লে অথবা ক্ষমতাৰ লোভত অন্ধ নহ'লে ওপৰত উল্লিখিত নেতাসকলৰ এজন হ'লেও মন্ত্ৰীয়ে মন্ত্ৰীসভাৰ পৰা পদত্যাগ কৰি দৃষ্টান্ত দেখুৱালেহেঁতেন। কিন্তু সেই স্তৰৰ ৰাজনৈতিক নেতা তেওঁলোক নহয়। সেয়েহে তেওঁলোকক গুপ্তহত্যাৰ অপৰাধৰ পৰা গোস্বামীৰ দলে মুক্ত কৰি দিয়াৰ সাহস গোটাব নোৱাৰে। গোস্বামীৰ সাহস এইকাৰণেই নাই যে অসম গণ পৰিষদ দলটো সেই সময়ত এটা ৰাজনৈতিক দলৰ পৰিৱৰ্তে হিটলাৰৰ নাজি বাহিনীলৈ পৰ্যবসিত হৈছিল। গোস্বামীয়ে যিমানেই লুক-ঢাক নকৰক কিয়, তেওঁৰ গাত থকা কাপোৰখনৰ ভিতৰত কিন্তু বহু নিৰীহ পৰিয়ালৰ কৰুণ বিননি অন্তৰ্হিত হৈ আছে। তাক তেওঁ উলাই কৰিব নোৱাৰে কোনো কাৰণতে। যিসকল মহন্ত মন্ত্ৰীসভাৰ মন্ত্ৰী আছিল আৰু যি এই ঘৃণনীয় হত্যাকাণ্ডৰ পুৰোহিত আছিল, সেইসকলক সংবাদ মাধ্যমৰ আগত বিবৃতি দিয়াৰ পূৰ্বে দলৰ পৰা আঁতৰাই দৃষ্টান্ত দেখুৱাওক।

অন্যথা অপৰাধীক ৰক্ষণাবেক্ষণ দিয়াৰ বাবে গোস্বামীয়েও আত্মদহনত ভুগিব লাগিব জীৱনজুৰি।

আজি বিশ্বৰ মানৱতাবিৰোধী অপৰাধীসকলৰ হত্যাকাণ্ডৰ বিচাৰ আন্তৰ্জাতিক আইন-আদালতৰ মাজত এতিয়াও চলি আছে। অলপতে পেৰুৰ ৰাষ্ট্ৰপতি এলবাৰ্টো ফুজিমুৰিৰ দৰে লোকেও থিয় হ'বলগীয়া হৈছে বিচাৰকৰ কাঠগড়াত। একেদৰে চিলিৰ পিনাছ'টো তথা কম্বোদিয়াৰ পলপটৰ নেতৃত্বাধীন খেমৰ ৰুজ দলৰ নেতাসকলৰ বিচাৰ বিভিন্ন দেশত আৰম্ভ হৈছে। আনকি ছুডানৰ নাৰকীয় হত্যালীলাৰ বিচাৰো আন্তৰ্জাতিক বিচাৰ মঞ্চত আৰম্ভ হৈছে। এই হত্যালীলাৰ নায়কসকলে তেওঁলোকে কৰা সংঘটিত কৰা নাৰকীয় ঘটনাপ্ৰবাহৰ বাবে জনসাধাৰণৰ ওচৰত নিশ্চয়কৈ জবাবদিহি হ'ব। কোনো কাৰণতে সন্দেহৰ থল নাই এই কথাত।

অসমৰ বিগত সময়ছোৱাৰ হত্যালীলাৰ বিচাৰ আন্তৰ্জাতিক মঞ্চত নহ'লেও দেশৰ সংবিধান, আইন-কানুন অনুযায়ী হোৱাটো ৰাইজে বিচাৰে। কিন্তু যদি চৰকাৰে আয়োগৰ প্ৰতিবেদনৰ পাছতো মনে মনে থাকে, তেতিয়াহ'লে চৰকাৰো এদিন জবাবদিহি হ'ব লাগিব জনসাধাৰণৰ ওচৰত। এই প্ৰতিবেদনক এক ৰাজনৈতিক অস্ত্ৰ হিচাপে ব্যৱহাৰ নকৰি বাস্তৱক্ষেত্ৰত প্ৰয়োগৰ ব্যৱস্থা চৰকাৰে গ্ৰহণ কৰক— যাতে ভৱিষ্যতে কোনো চৰকাৰ আৰু প্ৰশাসনে এনে নাৰকীয় হত্যাকাণ্ড সংঘটিত কৰিবলৈ সাহস নকৰে। সেয়ে সম্প্ৰতি ৰাজ্যখনক জোকাৰি থকা এই প্ৰতিবেদন অগপতকৈও চৰকাৰৰ বাবে হ'ব সময়ৰ অগ্নিপৰীক্ষা।■■

*অসমীয়া খবৰ, ২১ নৱেম্বৰ, ২০০৭*

# বেলতলা কাণ্ড, আদিবাসীৰ অধিকাৰ আৰু ৰাজনৈতিক সুবিধাবাদ

গুৱাহাটীৰ মাজমজিয়াত ২৪ নৱেম্বৰত সংঘটিত হোৱা দুৰ্ভাগ্যজনক ঘটনাৱাজিয়ে অসমৰ ৰাজনৈতিক ইতিহাসত এক ক'লা অধ্যায়ৰ সৃষ্টি কৰিলে। হাজাৰযুগীয়া অসমীয়া জাতীয় জীৱনৰ লগত সম্প্ৰীতি আৰু ভাতৃত্বৰ একেডাল এনাজৰীৰে বান্ধ খাই থকা চাহ শ্ৰমিক আৰু আদিবাসীসকলৰ লগত আমাৰ সম্পৰ্ক আজি শিথিল হোৱাৰ পথত। ভাই-বন্ধুৰ দৰে শতিকাজুৰি বাস কৰিছে এই আদিবাসী আৰু মূল সুঁতিৰ অসমীয়া সমাজখন, অথচ আজি আমাৰ মাজত সন্দেহ-অসূয়া আদি ভাববোৰ সোমাই পৰিল। ফলস্বৰূপে চৌদিশে সৃষ্টি হৈছে এক অস্থিৰতাৰ পৰিৱেশ। ৰাজ্যখনক বহু ঘটনা-পৰিঘটনাই বিগত দশকবোৰত জোকাৰি গৈছে যদিও এই দুয়োটা গোষ্ঠীৰ মাজত কোনো সংশয় আৰু বিদ্বেষৰ সৃষ্টি হোৱা নাছিল, বৰং সমাজ বিকাশৰ অৱধাৰিত নিয়ম অনুসৰি সংঘটিত মহা সমন্বয়ে আদিবাসী সমাজখনক আমাৰ সতে একীভূত কৰিলে। তেওঁলোকৰ নৱপ্ৰজন্মৰ ন ন সৃষ্টিয়ে অসমীয়া ভাষা-সাহিত্যক অকল চহকী কৰাই নহয়, ভাষা-সাহিত্যৰ জগতখনত এক নতুন ধাৰাৰ সৃষ্টি কৰিবলৈ সক্ষম হ'ল।

ৰাজনৈতিক দিশতো এই জনগোষ্ঠীৰ অৱদান অনস্বীকাৰ্য। স্বাধীনতাৰ কালৰে পৰা আজিলৈ অসমৰ প্ৰতিটো ৰাজনৈতিক আৰু সামাজিক আন্দোলনত তেওঁলোক অংশীদাৰ হৈ আহিছে। তেনে ক্ষেত্ৰত এচাম সমাজবিৰোধী উগ্ৰ জাতীয়তাবাদী লোকৰ প্ৰৰোচনাত সিদিনা গুৱাহাটীৰ ৰাজপথ ৰাঙলী হোৱাই নহয়, বৰ্বৰ আদিম প্ৰবৃত্তিও চৰিতাৰ্থ কৰা হ'ল এই নিচলা জনগোষ্ঠীটোৰ ওপৰত। দিনদুপৰত হাজাৰ হাজাৰ লোকৰ সন্মুখত প্ৰতিবাদ জনাবলৈ অহা যুৱতীক নাঙঠ কৰি আনন্দোল্লাস কৰিলে এচাম বিকৃত মানসিকতাৰ লোকে। এইবোৰ ক্ষণিকৰ উত্তেজনাত হ'লেও এটা জাতিক এটা গোষ্ঠীক আঘাত দিব পৰা ইয়াতকৈ ডাঙৰ উদাহৰণ আৰু বোধ কৰো নাই। ইতিহাসৰ পাত লুটিয়াই চালে এনে কিছু উদাহৰণ ৰামায়ণৰ যুগৰ পৰাই দেখিবলৈ পোৱা যায়। সৰু একোটা ঘটনাক কেন্দ্ৰ কৰিয়েই মহাযুদ্ধৰ লেখীয়া ঘটনাৰ সৃষ্টি হৈছিল। কিন্তু সিদিনাৰ ঘটনাটো একেবাৰে সামান্য নাছিল। পুলিচ

প্ৰশাসনৰ ভূমিকাক সকলোৱে গৰিহণা আৰু ধিক্কাৰ দিছে। অসমৰ এচাম আগশাৰীৰ বুদ্ধিজীৱী, সামাজিক সংগঠনেও একে আষাৰে এই ঘটনাক তীব্ৰ ভাষাৰে নিন্দা কৰিছে। এইটো শুভ লক্ষণ। বাতৰিকাকতৰ ভূমিকা গঠনমূলক হোৱা উচিত। কিন্তু অসমৰ দৈনিক বাতৰিকাকতকেইখনে সাংবাদিকতাৰ প্ৰমূল্যবোধ বজাই নাৰাখি তথা সাম্প্ৰদায়িক সম্প্ৰীতি অটুট ৰখাৰ পৰিবৰ্তে কাকতৰ বিক্ৰী বঢ়াবলৈ প্ৰতিযোগিতাত নামি পৰাতোও দৃশ্যকটু হৈছে। সমাজত যেতিয়া দুৰ্নীতি আৰু ভ্ৰষ্টাচাৰ বৃদ্ধি পায়, তেতিয়া অসমৰ বাতৰিকাকতবোৰে নিৰন্তৰে দুৰ্নীতিগ্ৰস্ত আৰু ভ্ৰষ্টাচাৰী লোকসকলক সমৰ্থন কৰি নিজৰ সামাজিক দায়বদ্ধতা পাহৰি পেলোৱাটো এটা বেমাৰত পৰিণত হৈছে। ই এক সামাজিক ব্যাধিলৈ ৰূপান্তৰিত হৈছে। এই প্ৰৱণতা দুৰ্ভাগ্যজনক।

আদিবাসীসকলে যি সমস্যা লৈ সিদিনা গুৱাহাটীৰ ৰাজপথলৈ ওলাই আহিবলগীয়া পৰিস্থিতিৰ সৃষ্টি হৈছিল, তাৰ সম্যক উপলব্ধি আৰু পৰ্যালোচনাৰ অভাৱ বিভিন্ন লেখাৰ মাজত স্পষ্ট হৈ পৰিছে। এই কথা নিঃসন্দেহে স্বীকাৰ কৰিব লাগিব যে ভাৰতৰ বিভিন্ন প্ৰান্তৰ পৰা আহি অসমত বসবাস কৰা আদিবাসীসকলৰ অধিকাংশই চাহ বাগিচাৰ শ্ৰমিক হিচাপে কাম কৰি আহিছে। এওঁলোকৰ শ্ৰমৰ বিনিময়ত এসময়ত ব্ৰিটিছ সাম্ৰাজ্যবাদীসকল আৰু দেশৰ স্বাধীনতাৰ পাছত নব্য বুৰ্জোৱা শ্ৰেণীটোৱে যাপন কৰি আহিছে বিলাস-বৈভৱপূৰ্ণ জীৱন। শোষণ আৰু বঞ্চনাৰ যন্ত্ৰ হিচাপে ব্যৱহৃত হৈ আহিছে এই চিৰবঞ্চিত জনগোষ্ঠীটো। এওঁলোকৰ আৰ্থিক আৰু সামাজিক বিকাশৰ গতিও অন্যান্য জনগোষ্ঠীতকৈ বহুত পিছপৰা। স্বাধীনতাৰ পাছতো এই শ্ৰেণীৰ লোকৰ থাকিবলৈ ন্যূনতম সুবিধাযুক্ত ঘৰ একোটি নাই। শিক্ষা, স্বাস্থ্য, খোৱাপানী আদি সকলো ক্ষেত্ৰতেই অন্যায়-অবিচাৰ কৰি অহা হৈছে তেওঁলোকক। এতিয়াও তেওঁলোকৰ শিশুৰ মৃত্যুৰ হাৰ, আসন্ন প্ৰসৱ নাৰীৰ মৃত্যুৰ হাৰ দেশৰ অন্যান্য জনগোষ্ঠীৰ তুলনাত সবাতোকৈ বেছি। ইয়াৰ একমাত্ৰ কাৰণ হ'ল স্বাধীনতাৰ পাছতো সকলো সা-সুবিধাৰ পৰাই বঞ্চিত কৰি ৰখা হৈছে তেওঁলোকক। আজিও আমাৰ সৰ্বসাধাৰণ মানুহে ধাৰণা কৰে চাহ শ্ৰমিকৰ ল'ৰাই চাহ শ্ৰমিক হৈয়েই থাকক। নিয়োগৰ ক্ষেত্ৰতো এই আদিবাসী আৰু চাহ শ্ৰমিকসকলৰ নিয়োগৰ হাৰ আটাইতকৈ কম। আজিও আদিবাসী আৰু চাহ শ্ৰমিকৰ শিশুসকলে শিক্ষাৰ পোহৰ ভালদৰে পোৱা নাই। অস্বাস্থ্যকৰ পৰিৱেশত কম পইচাত এওঁলোকে নিজৰ কৰ্মশক্তি বিক্ৰী কৰিছে পুঁজিপতিসকলৰ স্বাৰ্থত। এইবোৰ সমস্যাৰ পৰাই উদ্ভৱ হৈছে বৰ্তমানৰ এই আন্দোলন। সঁচা যুক্তি তেওঁলোকৰ পক্ষত আছে। অন্য ৰাজ্যত যদি আদিবাসীসকলে জনজাতীয় মৰ্যাদা পাব পাৰে, অসমত নোপোৱাৰ প্ৰশ্ন অবান্তৰ। বাৰে বাৰে ৰাজ্য চৰকাৰে কৈ আহিছে তেওঁলোকৰ দাবীক কেন্দ্ৰীয় চৰকাৰৰ ওচৰলৈ প্ৰেৰণ কৰা

হৈছে। বহু ক্ষেত্ৰত ৰাজ্য চৰকাৰে জনসাধাৰণ মাজত সন্দেহৰ বীজ ৰোপণ কৰাৰ কাৰণে ভুল তথ্য আমাৰ আগত দাঙি ধৰাৰ দৃষ্টান্তও দেখাৰ। ৰাজ্যখনৰ আদিবাসীসকলক জনজাতিকৰণৰ দাবী কেন্দ্ৰীয় চৰকাৰলৈ প্ৰেৰণ কৰা তথ্য শুদ্ধ নহয় বুলি কেন্দ্ৰীয গৃহ ৰাজ্যমন্ত্ৰী জযছোৱালে সদনত দাঙি ধৰিছে যোৱা ২৬ নৱেম্বৰত। ৰাজ্য চৰকাৰৰ নিশ্চয়কৈ নাক কটা গ'ল মন্ত্ৰীগৰাকীয়ে এনে কথা কোৱাৰ পাছত। এতিযাও সময় উকলি যোৱা নাই, অসমৰ এই বৃহৎ জনগোষ্ঠীৰ এই মূল সমস্যাক চৰকাৰে আগধৰি সমাধান কৰাৰ চেষ্টা কৰিলে সকলোৰে কাৰণে মংগলজনক হ'ব। ৰাজ্যখনৰ ভৱিষ্যৎ সম্প্ৰীতি, সংহতিতো অৰিহণা যোগাব এনে পদক্ষেপে। সমাজতত্ত্বৰ বিষয়ে সম্যক জ্ঞান থকা প্ৰত্যেকে জানে যে বৃহৎ অসমীয়া জাতিগঠন প্ৰক্ৰিয়া বৰ্তমানো অব্যাহত আছে। আমাৰ কিছু অদূৰদৰ্শী চিন্তাৰ বাবে এই প্ৰক্ৰিয়াত সময়ে সময়ে বাধাপ্ৰাপ্ত হৈছে যদিও ইতিহাসৰ নিয়মে আমাক আগবঢাই নিবই। আদিবাসীসকলক তেওঁলোকৰ অধিকাৰ দিযা মানে জাতিগঠন প্ৰক্ৰিয়টোক ত্বৰান্বিত কৰা।

আমাৰ নিজৰ অভিজ্ঞতাৰ পৰাই অনুভৱ হয় যে প্ৰায়ক্ষেত্ৰতেই আদিবাসী গোষ্ঠীৰ জনপ্ৰতিনিধিসকল তেওঁলোকৰ সগোত্ৰসকলৰ প্ৰতি দায়বদ্ধ নহয়। নিজ জনগোষ্ঠীৰ সমস্যাসমূহ সমাধান কৰাৰ প্ৰতি তেওঁলোকৰ আগ্ৰহ কিমান, সেই সম্পৰ্কেও সন্দেহৰ অৱকাশ আছে। আজিও ৰাজনৈতিক নেতাসকলে নিজৰ স্বাৰ্থৰ বাবে দুখীযা আদিবাসী আৰু চাহ জনগোষ্ঠীসকলক ব্যৱহাৰ কৰি অহা সততে পৰিলক্ষিত হয। বিপৰীতে সমস্যা সমাধানৰ পথ দেখুওৱাৰ প্ৰয়াস কিন্তু স্থবিৰ। ইও ক্ষুব্ধ হোৱাৰ আন এটা কাৰণ। যদি নেতাসকলৰ সমস্যা সমাধানৰ প্ৰতি দায়বদ্ধতা থাকিলহেঁতেন, তেতিয়াহ'লে তেওঁলোকে চৰকাৰক বাধ্য কৰাবলৈ সমৰ্থ হ'লহেঁতেন। কিন্তু কি কাৰণত আজিলৈকে পদক্ষেপ ল'ব পৰা নাই তাক তেওঁলোকেহে জানিব। অসমীয়া আভিজাত্যক লৈ গোডামি কৰি থকা এচাম ধনাঢ্য লোকৰ মাজত চাহ জনগোষ্ঠীৰ প্ৰতি নীচাত্মিকা ভাব আছে। তাৰ উদাহৰণ দিবলৈ গৈ এই লেখাৰ পৰিসৰ বৃদ্ধি নকৰো। মাথোঁ ইতিহাসৰ শিক্ষা গ্ৰহণ কৰি অসমীয়া সমাজে পৰিৱৰ্তিত সামাজিক আন্তঃগাঁঠনিৰ সতে খাপ খুৱাই এই জনগোষ্ঠীয় সমাজখনৰ অধিকাৰক পূৰ্ণ স্বীকৃতি দিব লাগে। এই অধিকাৰ যিমানেই সোনকালে দিব, সিমানেই মংগলজনক।

যদি দক্ষিণ আফ্ৰিকাৰ পৰা শ্ৰমিক হিচাপে শিকলি বান্ধি অনা নিগ্ৰোজনৰ পৰিনাতি বাৰাক ওবামাই আমেৰিকাৰ নিচিনা বৰ্ণ-বৈষম্যবাদী দেশ এখনত ৰাষ্ট্ৰপতি হিচাপে প্ৰতিদ্বন্দ্বিতা কৰিব পাৰে, তেতিয়াহ'লে আমাৰ দেশত জনজাতীয় গোষ্ঠীৰ দাবীৰ সমৰ্থনত সমদল কৰিবলৈ অহাটো কিবা দোষণীয় কথা হ'ব পাৰে নেকি?

তেওঁলোকক জনজাতীয় লোক হিচাপে শ্ৰেণীভুক্ত কৰিলে কি মহাভাৰত অশুদ্ধ হ'ব চৰকাৰৰ, বৰং আমাৰ ৰাজ্যখনৰ দুখীয়া নিপীড়িত পিছপৰা সম্প্ৰদায়ৰ লোকসকলে এই সুবিধা গ্ৰহণ কৰি যদি সামাজিক ন্যায় পায়, আৰ্থিক বিকাশৰ সুবিধাবোৰ পায়, তেতিয়াহ'লে আমিও গৌৰব কৰাৰ সুবিধা নাপামনে বাৰু? সেই উপলব্ধি আমাৰ কেতিয়ালৈকে হ'ব?

আজি ৰাজনৈতিক দলসমূহে এই ঘটনাক লৈ পানী ঘোলা কৰিছে। অসমৰ সকলো বিবেকসম্পন্ন মানুহে এই ঘটনাৰ গৰিহণা দিছে। কিন্তু ৰাজনৈতিক দলবোৰৰ ওভোত গোৰ দেখি সকলোৰে মনত আকৌ সন্দেহৰ ভাবহে উদ্ৰেক হৈছে। অগপৰ দুটা কাৰ্যকালত তেওঁলোকক জনজাতিৰ মৰ্যাদা দিয়াৰ কাৰণে কিয় ব্যৱস্থা গ্ৰহণ নকৰিলে এই প্ৰশ্নৰ উত্তৰ কিন্তু দলটোৰ হাতত নাই। কেন্দ্ৰত বিজেপি চৰকাৰ থকা অৱস্থাতো তেওঁলোকক জনজাতিকৰণ কাৰণে ব্যৱস্থা গ্ৰহণ কৰা নহ'ল। এইবোৰ প্ৰশ্ন উত্তৰ কিন্তু আমি একেবাৰে এৰাই চলিব নোৱাৰোঁ। আজি ঝাৰখণ্ডৰ পৰা বিভিন্ন ৰাজনৈতিক দলৰ নেতৃবৰ্গ আহি তেওঁলোকৰ মনৰ দৰদ দেখুৱাইছে যাতে অসমীয়া সমাজখন অধিক বিধ্বস্ত হয়। ঝাৰখণ্ডত মাওবাদী সংগঠনসমূহৰ ধ্বংসাত্মক কাৰ্যকলাপে ৰাজ্যখন অশান্ত কৰি ৰাখিছে। সেই সমস্যা সমাধান কৰিবলৈ কিন্তু এইসকল নেতাই সমৰ্থ হোৱা নাই। অসমৰ সাম্প্ৰতিক সমস্যাক লৈ তেওঁলোকে ৰাজনীতি কৰাৰ পৰিবৰ্তে আদিবাসীসকলৰ জনজাতিকৰণৰ দাবীক দৃঢ়ভাৱে কেন্দ্ৰীয় চৰকাৰৰ ওচৰত উত্থাপন কৰিলে সকলোৰে বাবে মংগলজনক হ'ব। ৰাজনীতি কৰাৰ নামত ৰাজনীতি কৰিবলৈ আহি আকৌ এক ভাতৃঘাতী সংঘৰ্ষৰ সৃষ্টি প্ৰৰোচিত কৰাটো কোনো এক বিবেকসম্পন্ন লোকৰ বাবে গ্ৰহণযোগ্য নহয়। এই কথা মনত ৰখাটোৱেই হ'ব আজিৰ পৰিস্থিতিৰ গুৰুত্বপূৰ্ণ উপলব্ধি।

---

*অসমীয়া খবৰ, ৩০ নৱেম্বৰ, ২০০৭*

# অসম ৰাজ্যিক ভাষা আইন আৰু বিধানসভা

আজি কিছুদিন ধৰি অসম সাহিত্য সভাকে আদি কৰি অসমীয়া ভাষা-সংস্কৃতিৰ মূল সংগঠনসমূহে 'অসম ৰাজ্যভাষা প্ৰয়োগ আইন ১৯৬০'খন (Assam official Language Act 1960) সঁচা অৰ্থত চৰকাৰে প্ৰয়োগ কৰা নাই বুলি সৰৱ হৈ উঠিছে। বহুকেইটা সংগঠনে ইয়াৰ বিৰুদ্ধে আন্দোলন কৰাৰ বাবে কাৰ্যসূচীও গ্ৰহণ কৰিছে। অসম ৰাজ্যভাষা প্ৰয়োগ আইন অসম বিধানসভাই বিধেযক হিচাপে অনুমোদন দিযাৰ প্ৰায় ৪৭ বছৰ অতিক্ৰম কৰিলে। কিন্তু অসমৰ অসমীয়া ভাষা-সংস্কৃতিৰ বাবে তেজ দিয়া ভাষা আন্দোলনৰ ছহিদসকলক উপলুঙা কৰি চৰকাৰ আৰু ভাষা-সাহিত্যৰ মূল সংগঠনসমূহে আংগুষ্ঠ দেখুৱাই অহাটো অসমৰ জনসাধাৰণৰ বাবে, ভাষা-সংস্কৃতিৰ বাবে কিমান লজ্জাজনক, তাক কোনো ভাষা আৰু শব্দৰে প্ৰকাশ কৰিব নোৱাৰি। এই আইনে ব্ৰহ্মপুত্ৰ উপত্যকাৰ চৰকাৰী কাৰ্যালয়ত অসমীয়া, কাছাৰত বাংলা ভাষা ব্যৱহাৰ কৰাৰ নিৰ্দেশনা দিছে। তদুপৰি এই আইনৰ অধীনত উল্লেখ কৰা বিশেষ অনুসূচিত চৰকাৰী সকলো জাননী, চৰকাৰী নিয়োগপত্ৰ আদিৰ ক্ষেত্ৰতো ইংৰাজী ভাষাৰ লগতে অসমীয়া ভাষাৰ অনুবাদ থাকিব লাগিব বুলি উল্লেখ কৰা হৈছে। কিন্তু আজি বিধানসভাৰ নিজা কাৰ্যালয়, মুখ্য মন্ত্ৰীৰ কাৰ্যালয়কে আদি কৰি কোনো ক্ষেত্ৰতে, কোনো পৰ্যায়তে এইখন আইন প্ৰয়োগ হোৱা নাই। এইক্ষেত্ৰত সকলোৰে যেন অনীহা। অসমীয়া ভাষা-সংস্কৃতিক জীয়াই ৰখাৰ শ্ল'গান দিয়াসকলহে বেছিকৈ এই আইন ভংগৰ অভিযোগত অভিযুক্ত। প্ৰফুল্ল কুমাৰ মহন্তকে আদি কৰি তেওঁৰ দিনৰ সাংগো-পাংগো বিধায়ক, মন্ত্ৰীয়ে এই আইনৰ ধাৰা ধনিষ্ঠামানো পালন নকৰিলে। আজি মন্ত্ৰীসভাত থকা মন্ত্ৰীসকলো কিন্তু ইয়াৰ ব্যতিক্ৰম নহয়। অসমীয়া ভাষা-সংস্কৃতিৰ কাণ্ডাৰীসকলও এই আইন কাৰ্যকৰী কৰাৰ ক্ষেত্ৰত কিমানদূৰ আগ্ৰহী তাত সন্দেহ আছে। অসম সাহিত্য সভাৰ কাৰ্যালয়তো অসমীয়া ভাষা আইন সঠিক ৰূপত প্ৰয়োগ হয় নে নহয় তাত আমাৰ সন্দেহ আছে।

অসম বিধান সভাৰ ইতিহাস মেলি চালে আমি দেখোঁ যে ১৯৬৭ চনত অসম, নাগালেণ্ড আৰু গুৱাহাটী উচ্চ ন্যায়ালযৰ পঞ্জীয়কে নিম্ন আদালতসমূহৰ অন্তৰ্বৰ্তীকালীন

আৰু মূল হুকুমৰ ৰায় অসমীয়া ভাষাৰ সলনি ইংৰাজী ভাষাত ভাষাত লিখিব লাগে বুলি দিয়া আদেশ অসম বিধানসভাৰ মজিয়াত সজোৰে প্ৰতিবাদ কৰা হৈছিল। আনকি চি পি আইৰ বিধায়ক গোবিন্দ কলিতাই তেতিয়াৰ অসম-নাগালেণ্ড উচ্চ ন্যায়ালয়ৰ (এতিয়াৰ গুৱাহাটী উচ্চ ন্যাযালয) মুখ্য ন্যায়াধীশৰ বিৰুদ্ধে বিশেষাধিকাৰ ভংগৰ প্ৰস্তাৱ আনিছিল বিধানসভাৰ মজিযাত অসমীয়া ভাষা আইনৰ দাযবদ্ধ দফাসমূহ ভংগ কৰাৰ বাবে। এইখিনিতে উল্লেখ কৰিব পাৰি ১৯৬৭ চনৰ ৭ মাৰ্চ তাৰিখে অসম আৰু নাগালেণ্ড উচ্চ ন্যায়ালয়ৰ পঞ্জীয়কে নিম্ন আদালতসমূহলৈ জাননী এখন জাৰি কৰিছিল এইদৰে— 'I am directed to inform you that notwithstanding the provisions of the Language Act, the orders of the court whether interlocutory or final and judgments and decrees shall be in English If they are not in English, the cases would have to be remitted back for writting judgments etc in English which would involve unnecessary waste of time etc '

বিশেষাধিকাৰ ভংগৰ প্ৰস্তাৱ সদনত উত্থাপন কৰি তেওঁ কৈছিল— 'প্ৰশাসনীয় ব্যৱস্থাৰ লগত যাতে মাতৃভাষাৰ সম্বন্ধ ৰাখিব পাৰে আৰু লগে লগে নিজ মাতৃভাষাসমূহৰ উন্নতি সাধন কৰিব পাৰে, তাৰ বাবে অসমৰ ৰাইজে ব্ৰিটিছ আমোলৰ পৰাই আন্দোলন কৰি আহিছে আৰু এই আন্দোলনৰ ফলতেই স্বাধীনতাৰ পাছত অসম বিধানসভাই ভাষা আইন অনুমোদন কৰে।'

তেওঁ পুনৰায় কৈছিল— 'আমাৰ যি ভাষা আইন সেই আইন গোটেই ৰাজ্যতে প্ৰয়োগ কৰা সত্বেও উচ্চ ন্যাযালযৰ পঞ্জীয়কে নিম্ন আদালতক নিৰ্দেশ দিছে বিচাৰৰ ৰায় ইংৰাজী ভাষাত দিযাৰ বাবে। যদি মাতৃভাষাত দিযে, তেনেহ'লে হেনো ঘূৰাই পঠাব পুনৰ ইংৰাজীত ৰায লিখি দিবৰ বাবে। এই নিৰ্দেশৰ দ্বাৰা হাইক'ৰ্টে গোটেই অসমীয়া জাতি আৰু অসমীয়া ভাষাক অৱমাননা কৰিছে।

অধ্যক্ষ মহোদয়, ১৯৬৭ চনৰ ৬ মাৰ্চতো অসমৰ কাৰণে বৰ অমংগলৰ দিন।'

তেওঁৰ এই বিশেষাধিকাৰ ভংগৰ প্ৰস্তাৱক সমৰ্থন কৰি চি পি আই বিধায়ক কামিনীমোহন শৰ্মাই কৈছিল— 'এই বিধানসভাই মাতৃভাষাৰ প্ৰযোগৰ যি আইন প্ৰণয়ন কৰিলে, তাৰ ওপৰত হাইক'ৰ্টে কুঠাৰাঘাত কৰিছে। নিম্ন আদালততো মাতৃভাষাৰ পৰিৱৰ্তে ইংৰাজী প্ৰচলন কৰাৰ নিৰ্দেশ জাৰি কৰিছে। ই এটা বিৰাট ষডযন্ত্ৰ।' এই অন্যায়-অবিচাৰ ব্যৱস্থা উচ্চ ন্যায়ালয় আৰু উচ্চতম ন্যায়ালয়েই যিয়েই নকৰক, সেই ব্যৱস্থাৰ বিৰুদ্ধে অসম বিধানসভাই প্ৰকৃত বিচাৰ কৰিব লাগে আৰু ন্যায়সংগত ব্যৱস্থা হ'ব লাগে।

চি পি আইৰ বিধায়ক প্ৰমোদ চন্দ্ৰ গগৈয়েও এই বিশেষাধিকাৰ ভংগৰ প্ৰস্তাব সমৰ্থন কৰিছিল। বিধায়ক যোগেন শইকীয়াই এই বিশেষাধিকাৰ ভংগৰ প্ৰস্তাৱক সমৰ্থন কৰি কৈছিল— 'বোপাইয়ে বিষ দিলে আইক ক'ম, আইয়ে বিষ দিলে কাক ক'ম।' তেওঁ প্ৰশ্ন কৰিছিল— 'Whoever he might be, be he a High Court Register or anybodyelse, if he makes a law challenging of authority of this Legislature, will that not amount of a breach of privilege of his House?'

তেওঁ দিয়া সুদীৰ্ঘ ভাষণত এইদৰে কৈছিল— 'I should say the High Court has set up a parallel forum against this legislature thereby indulging in an act which constitute clearly a breach of privilege of this House So I submit Sir, that this is a fit case to be referred to the privilege committee '

গৌৰীশংকৰ ভট্টাচাৰ্যই এই প্ৰস্তাৱক সমৰ্থন কৰি বক্তব্য আৰম্ভ কৰিছিল সংস্কৃত শ্লোকেৰে। তেওঁ কৈছিল—

'ক্ৰোধাদ্ভবতি মম্মোহঃ, মম্মোহাৎ স্মৃতিবিভ্ৰমঃ
স্মৃতিভ্ৰামাদ্বুদ্ধি নাশো, বুদ্ধিনাশাৎ প্ৰণশ্যতি।'

সংবিধানৰ ৩৪৮, ২১১ অনুচ্ছেদৰ ওপৰত বিশ্লেষণাত্মক আৰু তথ্যগধুৰ ভাষণ বিধানসভাৰ মজিযাত ৰাখিছিল। তেওঁ কৈছিল— 'যদি তক্ষক নাগ আহি ইন্দ্ৰ ৰজাৰ সিংহাখনৰ তলতো আশ্ৰয় লয়, তেতিয়াহ'লেও চৰকাৰে অসম-নাগালেণ্ড উচ্চ ন্যায়ালয়ৰ মুখ্য বিচাৰপতিয়ে নতুবা উচ্চতম ন্যায়ালয়ৰ বিচাৰপতি যিয়েই নহওক, যদি কোনোবাই আইনৰ শাসন ভংগ কৰিছে, চৰকাৰে অৰ্থাৎ কাৰ্যপালিকাই এইক্ষেত্ৰত দায়িত্ব সহকাৰে আইন প্ৰয়োগ কৰাৰ ব্যৱস্থা কৰিব লাগে আৰু ভংগ কৰাসকলৰ বিৰুদ্ধে বিহিত ব্যৱস্থা ল'ব লাগে।' তেওঁ আৰু কৈছিল— 'পঞ্জীয়ক বিচাৰপতি নহয় আৰু পঞ্জীয়কে দিয়া আদেশ কোনো বিচাৰৰ ৰায় নহয়। সেই কাৰণে চৰকাৰৰ ফালৰ পৰা জিলা ন্যায়াধীশসকলক এই আদেশ অৱজ্ঞা কৰিবলৈ আৰু অসম ৰাজ্যিক চৰকাৰী ভাষা আইন মতে তেওঁলোকে ব্যৱস্থা গ্ৰহণ কৰিব লাগে বুলি নিৰ্দেশ দিবলৈ দাবী জনাওঁ। কাৰণ চৰকাৰেই সিদ্ধান্ত গ্ৰহণ কৰিব দেৱানী আৰু ফৌজদাৰী আদালতত কি ভাষা প্ৰয়োগ কৰা হ'ব।'

গৌৰীশংকৰ ভট্টাচাৰ্যই দিয়া যুক্তিৰ তীব্ৰ বিৰোধিতা কৰি গোবিন্দ কলিতাই অনা বিশেষাধিকাৰ ভংগৰ প্ৰস্তাবৰ বিৰোধিতা কৰিছিল বিধায়ক দেৱেশ্বৰ শৰ্মাই। তেওঁ কৈছিল—

'ক্ৰোধাৎ ভবতি সম্মোহঃ

বুদ্ধিবাশাৎ প্ৰনশ্যতি'

অৰ্থাৎ গৌৰীশংকৰ ভট্টাচাৰ্যলৈ আঙুলিয়াই কৈছিল— 'তেওঁ জ্ঞানীৰ দৰে ভাষণ আৰম্ভ কৰি শেষ কৰিছিল ক্ৰুদ্ধভাৱে। তেওঁ বিভিন্ন আইনৰ ধাৰা ব্ৰিটিছ সদনৰ বিভিন্ন নিয়ম আৰু সংসদীয় অধিকাৰৰ বিভিন্ন পৰম্পৰা দাঙি ধৰিছিল যুক্তি সহকাৰে। তেওঁ ১৯৬৪ চনৰ উচ্চতম ন্যায়ালয়ে উত্তৰ প্ৰদেশ চৰকাৰ গোচৰত বিশেষাধিকাৰ সন্দৰ্ভত দিয়া ৰায়ৰ ওপৰতো আলোকপাত কৰিছিল।' তেওঁ কৈছিল যে উপৰিউক্ত অসম আৰু নাগালেণ্ড উচ্চ ন্যায়ালয়ৰ পঞ্জীয়কে দিয়া জাননীখনে বিশেষাধিকাৰ ভংগ নকৰে। আৰু যদি কোনোবাই ইয়াক বিশেষাধিকাৰ ভংগ কৰা বুলি কয়, এইটো হ'ব অমূলক আৰু অবাস্তৱ। তেওঁ প্ৰশ্ন কৰিছিল যে বিধানসভাত সদস্যসকলে ইংৰাজীত ভাষণ দিয়াটো ভাষা আইন ভংগ নহয় জানো? কিন্তু যিহেতুকে অসম বিধানসভাৰ মজিয়াত অসমীয়া, বাংলা, ইংৰাজী আৰু হিন্দীত ভাষাত কথা কোৱাৰ অধিকাৰ আছে আৰু যদি কোনোবাই এই ভাষাৰ বাহিৰে অন্য ভাষাত বক্তব্য আগবঢ়ায়, সেইটো বিশেষাধিকাৰ ভংগত পৰিব নেকি? দুয়োপক্ষৰ বক্তব্য শুনাৰ পাছত অধ্যক্ষ হৰেশ্বৰ গোস্বামীয়ে এই সম্পৰ্কত দিয়া ৰায়ত বিষয়টো কেইদিনমানলৈ স্থগিত ৰাখে। অৱশ্যে পাছত গোবিন্দ কলিতাই অনা বিশেষাধিকাৰ ভংগৰ প্ৰস্তাৱ অধ্যক্ষ গোস্বামীয়ে নাকচ কৰে।

এই প্ৰসংগ এই কাৰণে, অনা হৈছে যে ১৯৬৭ চনতে অসম বিধানসভা ৰাজ্যিক ভাষা আইন প্ৰয়োগ সম্পৰ্কে সচেতন আৰু সজাগ আছিল। বিধানসভাৰ সদস্যসকলে চৰকাৰী কাৰ্যালয়ত অসমীয়া ভাষাৰ প্ৰয়োগ সম্পৰ্কে চৰকাৰৰ ওপৰত দৃষ্টি ৰাখিছিল প্ৰতি মুহূৰ্ততে, যাতে অসমীয়া ৰাজ্যিক ভাষা আইনখন সঠিকভাৱে ৰূপায়ণ হয়। কিন্তু সময় বাগৰাৰ লগে লগে অসমীয়া ভাষাৰ শ্ৰীবৃদ্ধি আৰু ইয়াৰ প্ৰয়োগৰ প্ৰতি দৰদ দেখুৱাই বিভিন্ন সংগঠনে বাতৰিকাকতৰ পৃষ্ঠা বিবৃতিৰে ভৰাই আহিছে। কিন্তু সঁচা অৰ্থত অসমীয়া চৰকাৰী ভাষা আইন প্ৰয়োগৰ কাৰণে চৰকাৰখন আৰু দায়িত্বশীল সংগঠনসমূহ আজি বাৰু কিমান দায়বদ্ধ? —এই প্ৰশ্নই অসমীয়া জাতিটো খুলি খুলি খাইছে। ■■

*আজিৰ দৈনিক বাতৰি, ১৭ অক্টোবৰ, ২০০৭*

# তথ্য বিকৃত অসমৰ ৰাজনৈতিক ইতিহাসৰ প্ৰথম খণ্ড

প্ৰকাশন পৰিষদে প্ৰকাশ কৰি উলিওৱা 'অসমৰ ৰাজনৈতিক ইতিহাস' (Political History of Assam)ৰ প্ৰথম খণ্ডটো লুটিযাই চাওঁতেই গ্ৰন্থখনত প্ৰকাশিত বিসংগতিপূৰ্ণ লেখা, চন-তাৰিখৰ ভুল তথ্যৰে অসমৰ জনসাধাৰণ তথা ভৱিষ্যতৰ প্ৰজন্মক ইতিহাসৰ শিক্ষা দিবলৈ চেষ্টা কৰা দেখি নিজৰে দুখ লাগিল। প্ৰকাশন পৰিষদৰ নিচিনা গুৰুত্বপূৰ্ণ প্ৰতিষ্ঠান এটাই কেনেকৈ ভুল তথ্যৰে সমৃদ্ধ এই কিতাপখন প্ৰকাশ কৰাৰ অনুমতি দি অসমবাসীক লজ্জিত কৰাৰ সাহস কৰিলে, দেখি আচৰিত হ'লো। কিতাপখনত ২০২ পৃষ্ঠাৰ দ্বিতীয় দফাৰ পৰা আৰম্ভ কৰি ২০৩ পৃষ্ঠাৰ দ্বিতীয় দফালৈ এইক্ষেত্ৰত আঙুলিয়াব খুজিছোঁ। ২০২ আৰু ২০৩ নং পৃষ্ঠাত কিতাপখনত এইদৰে উল্লেখ আছে—

It was indeed a sigh of relief when in 1908 for the first time Manik Chandra Baruah was elected to the Council by the Local Boards of Assam and Bengal In his maiden speech in the Council, Baruah exposed the evil effects from which Assam had suffered since the partition of Bengal When Assam had again been annexed to a part of Bengal, he said, "we are reminded of the early days of the British rule during which our best interests were sacrificed" [9] By partition "Assam has suffered most" and under new arrangements "both the Ahoms and the Assamese Hindus are in great danger of being elbowed out of all government as well as industrial employment by the people of West Bengal" and that unless special measures were taken, he was afraid, Assamese and their language was "in great danger of being crushed out" [10] He, therefore, appealed to the Government to take special interest concerning the people of Assam as they formed a minority in the new province. In support of his argument, he pointed out, that in proportion to her population Assam should pay ten percent of the total revenue while she actually contributed thirty-three percent. She was thus four times more heavily taxed than Eastern Bengal, Since

Assam was much more highly assessed than the other and more fortunate part of the province in relation to population, he maintained "Assam is entitled to a much larger share of revenue for improvement of her material condition " [11]

The Addition of three Assamese members to the Council Bhuban Ram Das, Prabhat Chandra Baruah and Syed Abdul Majid–following the Act of 1909, emboldened Manik Baruah to plead more forcefully the needs and requirements of the province He deplored in his speech on the policy of the government in raising the land revenue at every settlement without reference to the productive capacity of the land or the condition of ryots [12] He demanded "exclusive rights of the children of the soil" to the public services of the country The main architect of the Cotton College, Gauhati, Manik Chandra Baruah never failed to plead for its growth and development for the spread of higher education in the eastern region of India Improvement of communication by rail, road and water, agriculture, industries, trade and public health received equal attention of Baruah and his colleagues in the Council [13]

9 EBAP, 23 February 1907
10 Ibid , 9 April 1909
11 Ibid
12 EBAP, 6 April 1909
13 Ibid , 5 April, 1909

এতিয়া আমি চাওঁ আহক। ২০২ পৃষ্ঠাৰ তলত দিয়া ৯ নং টীকামতে মাণিক চন্দ্ৰ বৰুৱাই ১৯০৭ চনৰ ২৩ ফেব্ৰুৱাৰীৰ দিনা তেওঁ ব্যৱস্থাপক সভাত প্ৰথম ভাষণ আগবঢ়াইছিল। যদি তেওঁ ১৯০৮ চনত নিৰ্বাচিত হৈছিল, তেতিয়াহ'লে ১৯০৭ চনত কেনেকৈ ভাষণ দিলে। Eastern Bengal and Assam Councilৰ অৰ্থাৎ পূৰ্ববংগ আৰু অসমৰ ব্যৱস্থাপক সভাত প্ৰথম বাজেট (Financial Statment) সম্পৰ্কত মাণিক চন্দ্ৰ বৰুৱাই ভাষণ আগবঢ়াইছিল ৬ এপ্ৰিল, ১৯০৯ চনত। কিন্তু তেওঁ প্ৰথম নিৰ্বাচিত হোৱাৰ পাছত ব্যৱস্থাপক সভাত উপস্থিত আছিল ২২ ফেব্ৰুৱাৰী, ১৯০৯ চনত। সিদিনাৰ সভাখনত সভাপতিত্ব কৰিছিল লেফটেনেণ্ট গৱৰ্ণৰ লেনছ্‌লট হেৰে। তেওঁ দিয়া সভাপতিৰ ভাষণত মাণিক চন্দ্ৰ বৰুৱা আৰু নতুন প্ৰতিনিধিসকলক স্বাগতম জনাই এইদৰে কৈছিল— 'I Welcome very cordially the Hon'ble Mr Skinner, a representative of the Tea Industry, the Hon'ble Mr. Manik Chandra Barua, a representative of Assam, the Hon'ble Kumar

Ranendra Narayan Ray, and the Hon'ble Maulvi Saiyid Shamsul Huda whose legal attainments will be specially valuable to us '

সেইদিনাৰ ব্যৱস্থাপক সভাত বৰুৱাই কটন কলেজক এখন পূর্ণাংগ কলেজলৈ ৰূপান্তৰিত কৰা, লোকেল বৰ্ডসমূহক ন্যায়িক মৰ্যাদা দিয়া আৰু প্ৰাদেশিক চাকৰিৰ ক্ষেত্ৰত অসমীয়া লোকৰ নিযুক্তিৰ ওপৰত প্ৰশ্ন সুধিছিল।

১৯০৯ চনৰ ২৫ মাৰ্চত ব্যৱস্থাপক সভা বহিছিল। এই সভাত মাণিক চন্দ্ৰ বৰুৱা উপস্থিত নাছিল। ইয়াৰ পাছত ৬ এপ্ৰিলৰ দিনা সভা অনুষ্ঠিত হৈছিল। এই সভাত মাণিক চন্দ্ৰ বৰুৱা উপস্থিত আছিল। ইয়াতো তেওঁ আফিং আৰু গাঞ্জা ব্যৱহাৰ ৰোধ কৰাৰ কাৰণে চৰকাৰে কি ব্যৱস্থা গ্ৰহণ কৰিছে, প্ৰাদেশিক শিক্ষা সেৱাত স্থানীয় লোকৰ নিযুক্তিৰ ওপৰত তেওঁ প্ৰশ্ন উত্থাপন কৰিছিল। সিদিনাই তেওঁ এটা সুদীৰ্ঘ বক্তৃতা দাঙি ধৰিছিল, বিশেষকৈ ২৫ মাৰ্চত দাঙি ধৰা বিত্তীয় বাজেট (Financial Statement) প্ৰতিবেদনৰ ওপৰত। এইটোৱে আছিল তেওঁ প্ৰথম ভাষণ। তেওঁ তেওঁৰ ভাষণ এইদৰে আৰম্ভ কৰিছিল—

'Your Honour, it is my first and foremost duty to tender, on behalf of my countrymen, their heartfelt gratitude to Your Honour's Government for the appointment of one of their number to this Council, and being myself the recipient of the great honour, I beg to express my own sense of deep obligation to Your Honour I am also deeply indebted to the Assamese members of the Local Boards, who to a great extent represent the people of Assam,for unanimously electing me as their representative, ans also to those European ans Bengali friends of mine who very kindly supported me '

গতিকে ইয়াৰ পৰাই প্ৰতীয়মান হয় যে ৰাজনৈতিক ইতিহাসত উল্লেখ কৰা মাণিক চন্দ্ৰ বৰুৱাই প্ৰথম ভাষণ ২৩ ফেব্ৰুৱাৰী, ১৯০৭ত দিয়া উদ্ধৃতি সম্পূর্ণ মিছা। প্ৰথম ভাষণ দিছিল ৬ এপ্ৰিল, ১৯০৯ত। তদুপৰি যিখিনি উদ্ধৃতি ভাষণৰ পৰা দিয়াৰ উল্লেখ কৰা হৈছে, সেইখিনি বাক্যৰ গাঁথনিও ভুলকৈ প্ৰকাশ কৰা হৈছে। কিতাপখনত উল্লেখ কৰা হৈছে এইদৰে—

'We are reminded of the early days of the British rule during which our best interest were sacrificed.'

কিন্তু বৰুৱাই দিয়া ভাষণত এইদৰেহে উল্লেখ আছে— 'Now that Assam has again been annexed to a part of Bengal, we are naturally reminded of the early days of British rule during which our best interests were overlooked '

ওপৰত উল্লেখ কৰা 'sacrificed' শব্দৰ উল্লেখ তেওঁৰ ভাষণত নাই, 'overlooked' শব্দটোহে আছে। দুয়োটাৰে অৰ্থ বেলেগ বেলেগ। ইয়াৰ পাছত টীকাৰ ১০ নম্বৰত উল্লেখ আছে যে ১৯০৯ চনৰ ৯ এপ্ৰিলত তেওঁ ভাষণ দি কৈছিল— 'By partition 'Assam has suffered most and under new arrangements' both the Ahoms and the Assamese Hindus are in great danger of being elbowed out of all Government as well as industrial employment by the people of West Bengal' and that unless special measures were taken he was afraid, Assamese and their language was 'in great danger of being crushed out '

এইখিনি ভাষণৰ ক্ষেত্ৰতো তথ্যৰ বিভ্ৰান্ত ঘটিছে। কাৰণ ৯ এপ্ৰিল, ১৯০৯ত তেওঁ এই কথাখিনি কোৱা নাই। সিদিনা কোনো ব্যৱস্থাপক সভা নাছিল। এইখিনি বক্তব্য ৬ এপ্ৰিলতহে তেওঁ ব্যৱস্থাপক সভাত দিছিল আৰু পশ্চিমবংগৰ উল্লেখ ভাষণত নাছিল, কেৱল পূৰ্ববংগৰ কথাহে আছিল। কিন্তু ইচ্ছাকৃতভাৱে পূৰ্ববংগৰ সলনি পশ্চিমবংগকহে বুৰঞ্জীত লিপিবদ্ধ কৰা হৈছে। তদুপৰি ইয়াতো তেওঁ দিয়া বক্তব্যক কিছু বিকৃত কৰা হৈছে। আচলতে এই বক্তব্যখিনি তেওঁ লেফটেনেণ্ট কৰ্ণেল গৰ্ডনে দিয়া বক্তব্যৰ আধাৰতহে দাঙি ধৰিছিল। সেই আচল তথ্য কিন্তু লুকুৱাই ৰখা হৈছে। তেওঁ উল্লেখ কৰিছিল—

"It has been truly remarked by Lieutenant-Colonel Gurdon, Commissioner of the Assam Valley, that 'both the Ahoms and the Assamese Hindus are in great danger of being elbowed out of all Government as well as industrial employments by the people of Eastern Bengal ' Lieutenant-Colonel Gurdon also seems to apprehend that not only our language, but we ourselves, are in great danger of being crushed out unless special measures are taken to protect us And it is for such special measures that we earnestly appeal to Your Honour, and we have every reason to believe that Your Honour will take an indulgent view of our case and see that being in the minority our interests are duly protected "

১১ নং টীকা মতে নিম্নোক্ত ভাষণৰ অংশখিনি ৯ এপ্ৰিলত দিয়া বুলি উল্লেখ আছে। কিন্তু তেওঁ ৯ এপ্ৰিলত কোনো ভাষণ দিয়া নাই। পাছৰ অংশ ভাষণ ৬ এপ্ৰিলতহে দিছিল। তাকো মূল ভাষণৰ বাক্যৰ লগত বিকৃত কৰা দেখা গৈছে। তেওঁ কৈছিল—

"According to the test of population Assam should contribute less than 10 percent of the total Provincial revenues, *whereas* she actually contributes over 33 percent, thus showing that she is over

four times more heavily taxed than the other and more fortunate part of the enlarged Province. The disparity of taxation between the two parts of the new Province has all the more been felt in consequence of Assam being by far the poorer of the two, enjoying, as she does, only a small or a rather insignificant share, in the public services, in return."

কিন্তু কিতাপখনত এইদৰে উল্লেখ কৰা আছে— He, therefore, appealed to the Government to take special interest concerning the people of Assam as they formed a minority in the new province In support of his argument, he pointed out, that in proportion to her population Assam should pay ten per cent of the total revenue while she actually contributed thirty-three per cent She was thus four times more heavily taxed than Eastern Bengal Since Assam was much more highly assessed than the other and more fortunate part of the province in relation to population, he maintained "Assam is entitled to a much larger share of revenue for improvement of her material condition "[11]

২০৩ পৃষ্ঠাত উল্লেখ কৰা হৈছে, মাণিক চন্দ্ৰ বৰুৱাৰ বাহিৰে আৰু তিনিজন সদস্য ভুবনৰাম দাস, প্ৰভাত চন্দ্ৰ বৰুৱা আৰু চৈয়দ আব্দুল মজিদ ১৯০৯ চনৰ কাউঞ্চিল আইনমতে সদস্য হিচাপে অন্তৰ্ভুক্ত হোৱাত মাণিক চন্দ্ৰ বৰুৱাই তেওঁৰ বক্তব্য সাহসেৰে ৰাজ্যখনৰ স্বাৰ্থত দাঙি ধৰিছিল। প্ৰথম কথা হ'ল— ১৯০৯ চনৰ আইনমতে ভুবন চন্দ্ৰ বৰুৱা, প্ৰভাত চন্দ্ৰ বৰুৱা, চৈয়দ আব্দুল মজিদ ব্যৱস্থাপক মণ্ডলীৰ সভাত প্ৰথম অংশগ্ৰহণ কৰিছিল ৪ জানুৱাৰী, ১৯১০ত। কিন্তু তলত উল্লেখ কৰা ১২ নম্বৰ টীকামতে এইখিনি ভাষণ ৬ এপ্ৰিল, ১৯০৯তে দিছিল।

তেওঁ ভাষণত প্ৰকৃততে এইদৰে কৈছিল— "The policy of increasing the land revenue at every resettlement without reference to the productive power of the land or the condition of the people is most objectionable "

কিতাপখনত প্ৰকাশ হোৱা মতে "The productive Capacity of the land or the condition of the ryots" শব্দকেইটা মূল ভাষণত নাই। কিতাপখনত প্ৰকাশিত শব্দৰ গাঁথনিয়ে ভাষণৰ মূল গাঁথনিকে সলনি কৰি পেলাইছে।

কিতাপখনত তেওঁৰ ভাষণৰ পৰা উদ্ধৃত কৰি বৰুৱাই ব্যৱস্থাপক সভাত নিজে দাবী কৰা বুলি তলত উল্লেখ কৰা বাক্যকেইশাৰীও তথ্যভিত্তিক নহয়। কিতাপখনত এইদৰে উল্লেখ কৰা হৈছে— "He demanded exclusive rights of the chil-

dren of the soil" to the public service of the country এই কথাখিনিও অশুদ্ধ আৰু বিকৃত। বৰুৱাই ফুলাৰ চাহাবৰ উদ্ধৃতি দি এইদৰেহে বক্তব্য ৰাখিছিল— "Sir Bampfylde Fuller, in his most laudable desire to improve the condition of the Assamese, had the Assamese language recognised by the Calcutta University, and this has infused a new life, as it were, into the rising generation of Assam He further emphasised the principle of 'Assam for the Assamese' by officially recording in unambiguous words the exclusive rights of the children of the soil to the public services of their country"

কিতাপখনত মাণিক চন্দ্ৰ বৰুৱাই ৫ এপ্ৰিল, ১৯০৯ত দিয়া ভাষণৰ উদ্ধৃতি দাঙি ধৰিছে ১৩ নং টীকামতে। কিন্তু সেই তাৰিখত কোনো সভা অনুষ্ঠিত হোৱা নাছিল।

শব্দৰ সংক্ষিপ্তকৰণ পৃষ্ঠাৰ ইতিহাস/বুৰঞ্জীখনত E B A P মানে East Bengal and Assam Council Proceedings বুলি উল্লেখ আছে। কিন্তু হ'ব লাগিছিল Eastern Bengal and Assam Council Proceedings দুয়োটা শব্দই কিন্তু বেলেগ বেলেগ অৰ্থ প্ৰকাশ কৰে।

ইয়াৰ পৰা প্ৰমাণ হয় প্ৰকাশন পৰিষদে প্ৰকাশ কৰি উলিওৱা 'অসমৰ ৰাজনৈতিক ইতিহাস'ৰ প্ৰথম খণ্ড (১৮২৬ৰ পৰা ১৯১৯ চনলৈ) সময়ছোৱাৰ ভুলৰ এটা অংশ দাঙি ধৰিলোঁ— কেনেকৈ বিদগ্ধ অসমীয়া ইতিহাসবিদসকলে ভুল তথ্যৰে আমাক ইতিহাস শিকাইছে। ১৯০৯ চন বহু দূৰৰ ইতিহাস নহয়। সৌ সিদিনাৰ। এইখিনি তথ্যকো শুদ্ধভাৱে দাঙি ধৰিব নোৱাৰিলে বুৰঞ্জীবিদসকলে। তাতকৈ লাজ আৰু দুখৰ কথা কি থাকিব পাৰে। তাকো প্ৰকাশ কৰিছে প্ৰকাশন পৰিষদৰ নিচিনা অনুষ্ঠানে। সেয়াই নহয়, ১৯১৯ চনলৈ ব্যৱস্থাপক সভাত অসমীয়া প্ৰতিনিধিসকলৰ ভূমিকাৰ ওপৰতো ৰাজনৈতিক ইতিহাসখনত এখন শুদ্ধ চিত্ৰ দাঙি ধৰা নাই। গতিকে অপূৰ্ণাংগ আৰু অশুদ্ধ এই বুৰঞ্জীখনে যাতে আমাৰ মূৰ খাব নোৱাৰে তাৰ বাবে চৰকাৰ আৰু প্ৰকাশন পৰিষদে এতিয়াই ব্যৱস্থা গ্ৰহণ কৰক। কিতাপখনৰ অন্ততঃ শুদ্ধ তথ্য অন্তৰ্ভুক্ত নোহোৱালৈকে গ্ৰন্থখনৰ বিক্ৰী বন্ধ ৰাখক। অন্ততঃ প্ৰকাশন পৰিষদৰ লজ্জা নিবাৰণ হ'ব।■■

---

*অসমীয়া খবৰ, ৮ জুলাই, ২০০৭*

# ভাৰত গৌৰৱ, সম্বৰ্ধনা সভা ইত্যাদি...

দুদিনমান আগেয়ে বাতৰিকাকতকেইখনমানত এজন ৰাজনৈতিক বন্ধুৰ ফটো প্ৰকাশ পাইছিল। ফটোখনৰ তলত লিখা আছিল— তেওঁক 'ভাৰত গৌৰৱ' সন্মানেৰে সন্মানিত কৰা হৈছে। ফটোখন আৰু ফটোখনৰ তলত প্ৰকাশিত বাতৰিটোৱে সঁচাকৈয়ে মোৰ মনক আনন্দ দিলে। অন্ততঃ এজন ৰাজনৈতিক সহকৰ্মীয়ে বহু বছৰৰ মূৰত ৰাষ্ট্ৰীয় সন্মান পাবলৈ সক্ষম হৈছে। তাৰ দুদিনমান পাছতে 'ভাৰত গৌৰৱ' সন্মান দিবলৈ কেইখনমান পত্ৰ আমালৈও আহিল বিভিন্ন সংগঠনৰ পৰা। এজন বন্ধু মন্ত্ৰীৰ কাষলৈ যাওঁতে তেওঁৰ ঘৰতো এনেকুৱা কেইবাখনো পত্ৰ দেখা পালোঁ। মনটো সন্দেহৰ ডাৱৰে আবৰি ধৰিলে। মাজে মাজে বাতৰিকাকতত এনেকুৱা সন্মানৰ অধিকাৰীসকলৰ ফটো আৰু তেওঁলোকৰ কৃতিত্ব ভৰা জীৱন গাথাৰ প্ৰকাশ হৈ আহিছে। মানুহৰ মন, সন্মান কাক নালাগে বাৰু? মোৰো মনতো কুটকুটাইছিল। পাছত মোৰ বন্ধু মন্ত্ৰীগৰাকীয়ে এই সম্পৰ্কে সোধাত এইদৰে ক'লে—'এনেকুৱা বহুত সংগঠন ভাৰতবৰ্ষত আছে যিসকলে ভাৰত গৌৰৱ, ভাৰত যশ ইত্যাদি সন্মান আপোনাক দিবলৈ সাজু হৈ আছে। কেৱল খৰচৰ বাবদ ৩০-৪০ হাজাৰ টকা তেওঁলোকলৈ প্ৰেৰণ কৰিলেই হ'ল।' বন্ধু মন্ত্ৰীৰ লগত আলোচনা সিমানতে সামৰি উঠি আহিলোঁ। তথাপি মনত লোভ সন্মানৰ প্ৰতি। বন্ধুজনৰ কথা সঁচা নে মিছা মনে মনে তদন্ত আৰম্ভ কৰিলো। তদন্তত জোলোঙাৰ মেকুৰী ওলাল। সঁচা। কেইদিনমান পাছত মোৰ মূৰত সন্মানৰ অলংকাৰ জাপিবলৈ অনুষ্ঠানটোৰ প্ৰতিনিধি আহি ঘৰ ওলাল। প্ৰথমতে আহিয়েই ক'লে টকা ৫০ হাজাৰ দিব লাগিব বুলি। ময়ো জুখি-মাখি দাম-দৰ কৰিলোঁ। শেষত ২৫ হাজাৰ টকালৈ তেওঁলোক নামি আহিল। তেওঁলোকৰ ভাৰত গৌৰৱৰ সন্মানৰ আচল স্বৰূপ মোৰ আগত প্ৰকাশ পালে। মই পিছে পৰে চিন্তা কৰি চাম বুলি চাহ একাপ খুৱাই মনৰ মাজৰ পৰা 'ভাৰত গৌৰৱ' হোৱাৰ লোভটো আঁতৰাই পেলালোঁ লগে লগে।

আজিকালি, বিশেষকৈ উত্তৰ-পূৰ্বাঞ্চলত এনেকৈ সন্মান দিবলৈ বিচাৰি ফুৰা অনুষ্ঠান-প্ৰতিষ্ঠানৰ অন্ত নাই। কি বিচিত্ৰ দেশ এই ভাৰতবৰ্ষ। সন্মান বিক্ৰী কৰিবলৈ, উপাধি দিবলৈ অনুষ্ঠানৰ হেতা-ওপৰা। ভাৰতবৰ্ষত কমেও ৪ হাজাৰ বিধায়ক আছে।

দুয়ো সদন মিলি প্ৰায় ৯শৰ ওচৰা ওচৰি এম পি আছে। হাজাৰ হাজাৰ বিজ্ঞানী, অধ্যাপক, অভিযন্তা, ডাক্তৰ, কৃষিবিজ্ঞানী আৰু দেশখন গঢ়োঁতা বহুজন বিখ্যাত লোক ভৰি আছে। তাৰে মাজত তেওঁলোকে বিচাৰি ফুৰিছে উত্তৰ-পূৰ্বাঞ্চলৰ বিধায়কসকলক আৰু সৰু-সুৰাকৈ সমাজসেৱা কাৰ্যত জড়িত দুই এজন ব্যক্তিক। কি দুখ আৰু দুৰ্ভাগ্যৰ কথা! ইয়াতকৈ লজ্জাজনক আৰু নীচ কাম কিবা থাকিব পাৰে নেকি? বন্ধুজনৰ ফটোখন্ আগত লৈ তাকেই ভাবিছোঁ। বেচেৰাক অনুষ্ঠানটোৱে ঠগালে আৰু অৱশ্যে তেওঁ ঠগ খোৱাত দুখ পাবলগীয়াও নাই। কাৰণ সমাজসেৱা কৰিবলৈ অহা যিজন মানুহে নিজৰ কৰ্মৰ জৰিয়তে নিজক প্ৰতিষ্ঠা কৰাৰ সলনি পইচাৰে যেতিয়া তেওঁ নিজৰ মান-সন্মান কিনিব খোজে, তেওঁতকৈ বোধ কৰোঁ জধামূৰ্খ কোনো নাই। কাৰণ তেওঁ বুজা নাই। ভাৰত গৌৰৱ সন্মানেৰে সন্মানিত হোৱাৰ পাছত তেওঁৰ ড্ৰয়িং ৰুমত হয়তো সেইখন সুন্দৰকৈ ফটোসহ অলংকাৰ কৰি ৰাখি থ'ব। তেনেকুৱা ভাৰত গৌৰৱ উপাধি পোৱা কেবাজনো বিশেষ ব্যক্তিৰ ঘৰত এনে ফলক বা প্ৰমাণপত্ৰ সুন্দৰকৈ সজাই থোৱা দেখিছোঁ। কিন্তু সেইখন ফটো চোৱাৰ পাছত ভাৰত গৌৰৱ সন্মানৰ অধিকাৰী ব্যক্তিজনৰ বিষয়ে মানুহৰ মনত যি উপলুঙাৰ ভাব সৃষ্টি হ'ব, সেই উপলুঙা আৰু উপহাসে মানুহজনক সৰু নকৰিবনে?

অলপতে এজন বন্ধু আহিছিল। ব্যৱসায়ী। সৰু অনুৰোধ। তেওঁৰ দেউতাকৰ সম্বৰ্ধনা অনুষ্ঠান পাতিছে। দেউতাক সম্পৰ্কে এখন সম্বৰ্ধনা গ্ৰন্থও ওলাব। সংকলনটোৰ বাবে লাখৰো অধিক টকা খৰচ কৰিব। বাজেটখন মোক দেখুৱালে। এজন প্ৰথিতযশা শিল্পীয়ে সংকলনটো সম্পাদনা কৰিব। কেবাজনো শিল্পী, সাহিত্যিক আৰু ৰাজনীতিবিদে তেওঁৰ দেউতাকৰ কৰ্মময় জীৱনৰ ওপৰত আলোকপাত কৰি প্ৰবন্ধ-পাতি লিখিছে। মোকো দেউতাকৰ জীৱনৰ ওপৰত সৰুকৈ এটা প্ৰবন্ধ লিখাৰ কাৰণে অনুৰোধ কৰিলে। বিচাৰিলে কিছু ধন দিয়াৰ লোভো দেখুৱালে। মই না বুলি পোনছাটেই নাকচ কৰিলোঁ। বন্ধুৰ দেউতাকৰ বিষয়ে লিখিবলৈ যাওঁতে দুপইচা ল'ম! এই নীচ কাম কৰিব নোৱাৰোঁ বুলি তাক ধমকি দি পঠিয়ালোঁ। তাতে দেউতাক বিখ্যাত মানুহ বন্ধুজনৰ ভাষাত। মই দেউতাকৰ বিষয়ে ভালদৰে নাজানো। গতিকে মই লিখিবলৈ হ'লে দেউতাকৰ সম্পৰ্কে অলপ তথ্য দিবলৈ তেওঁক ক'লোঁ। লগতে দেউতাকক এবাৰ লগ পালে মোৰ লেখাখিনিত তেওঁৰ ব্যক্তিত্বৰ প্ৰকাশ ঘটিব বুলিও জনালোঁ। বন্ধুজন সন্মত হ'ল। এদিন মোক নিবলৈ গাড়ী পঠিয়ালে। গাড়ীত উঠি ঘৰ পালোঁগৈ। প্ৰকাণ্ড বিৰাট ৰাজহাওলি সদৃশ ঘৰ। কোনোদিনে নহা ঘৰখনত সোমায়ে ভাবিলোঁ— বোধকৰো মোৰ বন্ধুৰ ইমান দিনৰ ব্যৱসায়িক কৃতিত্বৰ ই স্বাক্ষৰ। কিছু সময় পাছত দেউতাক আহিল। সুন্দৰ চেহেৰা, গহীন-গম্ভীৰ স্বৰ। দেখিলেই শ্ৰদ্ধাত মূৰ দোখাই

যায়। তেওঁৰ লগত বহি কিছু সময় কথা পাতিলোঁ। দেউতাকে আহিয়ে তেওঁৰ চাকৰি জীৱনত কি কি কৰিলে, কিমানজন ওপৰৱালা বিষয়াক তেওঁ বিভাগৰ বিষয়ে শিকাইছিল, কিমানজনক তেওঁ চাকৰি দিছিল, কিমানখন স্কুলৰ তেওঁ সভাপতি আছিল, দুৰ্গাপূজা কমিটীৰ সম্পাদক আছিল এই সম্পৰ্কে বুকু ফিন্দাই আত্মগৌৰৱেৰে মোৰ আগত প্ৰকাশ কৰি গ'ল। মই অধৈৰ্যৰে কিছু সময় শুনি থাকিলোঁ। প্ৰায় এঘণ্টামান বকলা মৰাৰ পাছত মই জৰুৰী কাম আছে বুলি কৈ কোনোমতে তেওঁৰ কবলৰ পৰা মুক্ত হৈ ওলাই আহিলোঁ। বন্ধুজনে তেওঁলোকৰ ঘৰলৈ অহাৰ কৃতজ্ঞতা স্বৰূপে তেওঁৰ গাড়ীখনেৰে পুনৰায় মোক ঘৰত নমাই থৈ গ'ল। বন্ধুজনৰ দেউতাকৰ কথাবিলাকে মোৰ মনটো কৌতূহলী কৰি তুলিলে। বন্ধুজনৰ দেউতাকে কাম কৰা বিভাগৰ বিষয়াজনক ফোন কৰি দেউতাকৰ সম্পৰ্কে কিছু খা-খবৰ ল'লোঁ। তেওঁ মোক ফোনত এইদৰে ক'লে— 'ছাৰ, তেওঁৰ কথা নক'ব। গোটেই বিভাগটো লুটি-পুতি খাইছিল। তেওঁ চাকৰি জীৱনত কোনো তলতীয়া কৰ্মচাৰীক শান্তিত থাকিবলৈ দিয়া নাছিল। আমাৰ এই বিভাগটো লাম-লাকটু নোহোৱা হ'ল তেওঁৰ দুৰ্নীতিগ্ৰস্ত চৰিত্ৰটোৰ বাবে, যাৰ বাবে এই গুৰুত্বপূৰ্ণ বিভাগটো আজিলৈকে ঠন ধৰি উঠিব পৰা নাই। কোটি কোটি টকা তেওঁ লুটিলে। আজিকালি তেওঁৰ নাম শুনিলেই পিয়ন-চকীদাৰেও থু-থুৱায়।'

কথাখিনি শুনি মই বিচুৰ্তি খালোঁ। তাৰ মানে এই বৃহৎ ৰাজহাওলিটো এটা গুৰুত্বপূৰ্ণ বিভাগৰ লুটি-পুতি তেজ শুহি খোৱা ধনেৰে নিৰ্মাণ কৰা। নিজৰ মনটো অপবিত্ৰ অপবিত্ৰ লাগিল। লিখিবলৈ ওলোৱা কলমটো আপোনা-আপুনি বন্ধ হ'ল। বন্ধুজনে কেবাদিনো ফোন কৰিছিল। অসুবিধা দেখুৱাই পিছুৱাই থাকিলোঁ। নিৰ্ধাৰিত জন্মদিনত তেওঁক ৰাজহুৱাভাৱে সম্বৰ্ধনা জনোৱা হ'ল কেবা লক্ষ টকা খৰচ কৰি। বন্ধুৱে বেয়া পালে মই দেউতাকৰ বিষয়ে নিলিখা বাবে। তথাপি তেওঁৰ সম্বৰ্ধনা গ্ৰন্থখন মোলৈ পঠিয়াই দিছিল। পাতবোৰ লুটিয়াই চাওঁতে দেখিছিলোঁ। অসমৰ বহুকেইজন বাঁওপন্থী ৰাজনৈতিক নেতাৰ উপৰি স্বনামধন্য লেখকৰ লেখাৰে অলংকৃত হৈছে গ্ৰন্থখন। প্ৰতিজনৰ লেখাত ব্যক্তিজনৰ মহান আত্মত্যাগৰ কথা সৰসভাৱে বৰ্ণনা কৰা হৈছে। সমাজ গঠনত, অসমীয়া জাতি গঠনত তেওঁৰ অৱদান কিমান আছিল, তাকো বৰ্ণনা কৰা হৈছিল। এজনে লিখিছিল— তেওঁ কাম কৰা বিভাগটোৱে অসমৰ সামগ্ৰিক উন্নতিৰ দিশত গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিছিল। মই পাতবোৰ লুটিয়াই চাওঁতে ভাবিছিলো— অসমৰ এই বুদ্ধিজীৱীসকলৰ লেখাবোৰো সেই ব্যক্তিজনৰ দুৰ্নীতিৰ ধনেৰে কিনা হৈছে। খণ্ডত একো নাই হৈ মই স্মৃতিগ্ৰন্থখনৰ পাতবোৰ এফালৰ পৰা ফালি টুকুৰা-টুকুৰ কৰি পেলনীয়া কাগজৰ টুকুৰাৰ মাজত

পেলাই দিলোঁ। অন্ততঃ মোৰ ঘৰত এজন অপবিত্ৰ মানুহক পবিত্ৰ কৰিবলৈ চেষ্টা কৰা তথাকথিত বুদ্ধিজীৱীসকলৰ লেখাই যাতে অপবিত্ৰ নকৰে।

**সম্বৰ্ধনা সভা**

অসম আন্দোলনৰ পাছত অসমীয়া মানুহৰ এটা নতুন সংস্কৃতিয়ে গা কৰি উঠিছে। সেয়া হ'ল সম্বৰ্ধনা সভা। বিশেষকৈ গাঁও অঞ্চলত এই সম্বৰ্ধনা সভাই কিমান যে বহুমূলীয়া সময় নষ্ট কৰি আহিছে, তাৰ হিচাপ নাই। সভা এখনলৈ গ'লেই প্ৰথমতে গামোচা, তাৰ পাছত শৰাই, তাৰ পাছত আহিব জাপি। তাৰ মাজতে মিটিঙত উপস্থিত থকা সাংবাদিকসকলে 'ছাৰ' এইফালে এবাৰ, বুলি কৈ ফটোৰ ক্লিপ দিব। হাঁহিবলৈ ইচ্ছা নাথাকিলেও শুকান হাঁহি এটা মাৰি ফটোখন ভাল কৰাৰ চেষ্টা কৰা হয়। তাৰ পাছত লাহেকৈ সাংবাদিকজনক মাতি আনি ফটোখন কিন্তু প্ৰকাশ হ'ব লাগিব বুলি হাতৰ তলুৱাত টিপ্‌চো দিব লাগে। এবাৰ এনেকুৱা এখন সভাত উপস্থিত থকাৰ সুযোগ ঘটিছিল। গামোছা আৰু শৰাই দিয়াৰ প্ৰকোপে মিটিঙৰ বহুমূলীয়া সময় নষ্ট কৰা দেখি উদ্যোক্তা এজনক মাতি ক'লোঁ—

'ইমানবোৰ গামোচা কিয়?'

'ছাৰ, আপুনি সম্বৰ্ধনা ল'বই লাগিব।' —ল'ৰাজনে ক'লে।

'এবাৰ যেতিয়া এখন গামোচা আৰু শৰাইৰে সম্বৰ্ধনা জনাইছাই, এতিয়া আকৌ ইমানবোৰ গামোচা আৰু শৰাইৰ কিহৰ দৰকাৰ?'

'নহয় ছাৰ, আপুনি আপত্তি নকৰিব। আমাৰ বিপদ হ'ব।'

'তোমাৰ আৰু কিহৰ বিপদ?'

এইবাৰ মোৰ কাণৰ ওচৰলৈ আহি ফুচফুচাই ল'ৰাজনে ক'লে— 'ছাৰ, মিটিঙৰ খৰচৰ টকাখিনি ব্লকৰ পৰা আনিছোঁ। বি ডি অ' ডাঙৰীয়াও আহিছে। তেওঁৰ ইচ্ছা হ'ল আনটো ব্লকৰ বি ডি অ'ই পূৰ্বে এনেদৰে সম্বৰ্ধনা জনাই যোৱাবাৰ বহু আঁচনিৰ ধন আত্মসাৎ কৰিছে। এইবাৰ ছাৰ, এই বি ডি অ'জনেও সম্বৰ্ধনাৰ সকলোখিনি খৰচ কৰি ভাল ব্লকলৈ ট্ৰেন্সফাৰ হোৱাৰ বাবে আপোনাক অনুৰোধ জনাবলৈ আমাক কৈছে। গতিকে আপোনাক সম্বৰ্ধনা দিয়াত তেওঁক সন্তুষ্ট কৰিব নোৱাৰিলে তেওঁ বেয়া পাব। কাৰণ আজিকালি সম্বৰ্ধনা গামোচা, জাপি আৰু শৰাই পালে লওঁতাজনো সন্তুষ্ট হয় আৰু পৰিয়ালৰ লোকো সন্তুষ্ট হয়। পাছত পৰিয়ালৰ লোকে সেইবোৰ বিক্ৰী কৰি ধন ঘটিবও পাৰে। আপুনি একেবাৰেই নতুন হৈ আছে। সেইবাবে জনা নাই। এইবোৰ ছাৰ কিটিপ।' এইবুলি কৈ সি মোৰ ওচৰৰ পৰা আঁতৰি গ'ল। মই বোবা হৈ সম্বৰ্ধনা লৈ থাকিলোঁ।■■

---

*আজিৰ দৈনিক বাতৰি, ২২ জুলাই, ২০০৭*

# নতুন বছৰটোৰ আৰম্ভণি ঃ এটা প্ৰক্ষেপ

আজি নৱবৰ্ষৰ মিঠা নৱপ্ৰভাত। পুৱতি নিশাৰ কুঁৱলিৰ চাদৰ ফালি ওলাই অহা লাজুকী ৰাঙলী আভাই ধীৰে ধীৰে নৃত্যৰ ছন্দ গাঁথিছে নতুন বছৰক আঁদৰিবলৈ।পুৱা চৰাই-চিৰিকটিৰ মাতত সাৰ পাই বিছনাতে এণ্ডামুৰি ভাঙি উঠিছোঁ। খিৰিকীৰ ফাঁকেৰে অহা হিমচেচা বতাহৰ নৃত্যৰ ছন্দই ক্ষন্তেকৰ বাবে মনটো কাব্যিক আৰু ফৰকাল কৰি তুলিছে। হাতৰ আঙুলিত কলমটো। বিছনাত বহি বহি কৰিবলৈ লৈছোঁ পাৰ হৈ যোৱা ২০০৭ চনৰ বৰ্ষটোৰ হিচাপ-নিকাচ। কিমান পাইছোঁ, কিমান হেৰাইছোঁ? কিমান বাকী ৰৈ গৈছে পোৱা-নোপোৱাৰ ৰঙা খাটাখনত। নতুন বছৰটোক আদৰিবলৈ গৈ পুৰণি বছৰটোৰ হিচাপৰ খাটা বহীটোৰ ৰৈ যোৱা হিচাপখিনি টানি আনি নতুন বছৰৰ হিচাপৰ নতুন বহীটো তুলি ধৰিম নে নাই তাকেই ভাবি মনটো উগুল-থুগুল লাগিছে। কি কৰিম, কি নকৰিম? প্ৰতিবছৰে পোৱাতকৈ নোপোৱাৰ হিচাপৰ তালিকাখন যেন দীঘলীয়া হৈ গৈ আছে। কেতিয়াও যেন টুটি অহাৰ লক্ষণ নাই। কেৱল নতুন বুলি ক'লেই প্ৰতিবছৰৰ ৩১ ডিচেম্বৰৰ ৰাতিটোৰ উৎসৱমুখৰ পৰিৱেশ, এটা বিশেষ শ্ৰেণীৰ লোকৰ আনন্দৰ বহিঃপ্ৰকাশ ঘটাবলৈ ফুটোৱা ফটকাৰ শব্দ, সুৰা-মাছ-মাংসৰ উভৈনদী ভোজ-ভাতৰ কথাই মনলৈ আহে। এয়াই যেন নতুনক আদৰি লোৱাৰ প্ৰস্তুতি। কি যে আমাৰ ৰুচিবোধ!

শীতৰ হাড় কঁপোৱা জাৰত কঁপি কঁপি নানা আশা-আকাংক্ষাৰে ৰৈ থকা কোটি কোটি মানুহৰ বাবে নতুন বছৰটোৱে কঢ়িয়াই অনা নাই কোনো নতুনত্বৰ প্ৰতিশ্ৰুতি। নতুন বছৰ কি, নতুন বছৰত তেওঁলোকলৈ কিবা সুখৰ বতৰা লৈ আহিব নেকি — সেই কথা ভাবিবলৈ তেওঁলোকেৰ অৱকাশো নাই। অৱকাশ থাকিলেও জানো বিকল্প আছে? পুৱাই সূৰুযে ভুমুকি মৰাৰ লগে লগে নিদ্ৰামগ্ন কংকালসাৰ শিশুকেইটাৰ পেটৰ ভোক নিবাৰণ কৰাৰ বাবে, দুমুঠি চাউল দিনটোৰ বাবে যোগাৰ কৰাৰ চিন্তাত মগ্ন হয় তেওঁলোক। উন্নতি-অধোগতি, জীৱনৰ স্বপ্ন-দুস্বপ্ন এইবোৰ কি? ইয়াৰ তাৎপৰ্য কি? ইয়াৰ অনুভূতি কি? এই চিন্তাবোৰক অন্তৰৰ নিভৃততম কোণত স্থান দিবলৈ তেওঁলোকৰ অৱকাশ নাই। কেৱল মাথোঁ জীয়াই থকাৰ বাবে, জুইৰ দৰে জ্বলি থকা ক্ষুধাতুৰ পেটটোক অন্ততঃ কিছু ইন্ধনৰ প্ৰয়োজন।

এই ইন্ধন বিচাৰি তেওঁলোক পুৰাৰ পৰাই মগ্ন।

কোনোবা কবিয়ে আজিৰ নতুন বছৰৰ পুৱাই হয়তো তেওঁৰ কাপৰ পৰা লিখিবলৈ লৈছে— কুঁৱলি ফালি অহা শুভ্ৰ বগা প্ৰেয়সীজনীয়ে দূবৰি বনৰ নিয়ৰৰ দলিছাৰ মাজেৰে তেওঁৰ ওচৰলৈ আগবাঢ়ি অহাৰ কল্প-কাহিনী। ৰঙীণ সপোন-সনা কল্পনা আৰু বিলাসিতাক লৈ তেওঁ কবি-প্ৰতিভাক বিকশিত কৰাৰ চেষ্টাত হয়তো একান্ত ব্ৰতী। কবিৰ কল্পনাপ্ৰিয় মনটোৱে ঢাপলি মেলা নাই হাড কঁপোৱা জাৰৰ পুৱা কোনোবা কাৰখানাত হাডভঙা পৰিশ্ৰম কৰা শিশু শ্ৰমিকজনৰ ওচৰলৈ। জীয়াই থকাৰ বাবে কৰা প্ৰাণান্তকৰ পৰিশ্ৰমক ভাস্বত ৰূপত পৰিস্ফূট কৰাৰ হেঁপাহো হয়তো নাই তেওঁৰ। নিজৰ সন্তানক পেট পূৰাই এমুঠি খাদ্য দিবলৈ শৰীৰ বিক্ৰী কৰা সেই 'চামেলীজনী'ৰ হৃদয়ভঙা অন্তৰৰ কৰুণ বিননিৰ শব্দই কবিৰ কাপ জঠৰ কৰি তুলিছে, ভয় খাইছে তেওঁ, জানোচা 'চামেলী'ৰ হৃদয়ৰ বিননি তেওঁৰ শব্দৰ মাজেৰে প্ৰকাশ পালে কোনোবা শাসকগোষ্ঠীৰ কোপত পৰিব! কেৱল সৌন্দৰ্য, প্ৰেম, অলীক ভালপোৱাৰ স্বপ্ন-বিলাসত আজি ঘূৰি ফুৰিছে কবি, সাহিত্যিক, শিল্পীৰ কল্পনাবোৰ। সমস্যাবোৰৰ ভয়াৱহতাই তেওঁলোকক ভীত আৰু সন্ত্ৰস্ত কৰি তুলিছে। সমস্যা দেখি তেওঁলোক পলাই ফুৰিছে অথবা আপোচৰ সন্ধান কৰিছে। বাট পোনাইছে মন্ত্ৰী-আমোলা, ব্যৱসায়ীৰ সুসজ্জিত অট্টালিকালৈ। তেওঁলোকৰ লগতে হয়তো শাৰী পাতিছে আমাৰ সাংবাদিকসকলে। সমস্যাবোৰে গাঁও-চহৰ সকলোকে উমি উমি জ্বলাই তুলিছে। এইবোৰ গ্যাপ দিবলৈ কৌশল ৰচাত ব্যস্ত ৰাজনীতিবিদ, অৰ্থনীতিবিদো। নতুন নতুন কৌশলেৰে ন ন মধু খুৱাবলৈ চেষ্টা কৰিছে এচাম সুবিধাবাদী ধুৰন্ধৰ বুদ্ধিজীৱীয়ে। মূল সমস্যাই কোটি কোটি মানুহৰ চেতনাক যাতে জাগ্ৰত কৰিব নোৱাৰে, তেওঁলোক যাতে সমাহিত হৈ থাকে, তাৰ বাবেই এই প্ৰয়াস।

যোৱা বছৰটো বিশ্ব-ৰাজনীতিৰ এক উত্থান-পতনৰ উত্তপ্ত বছৰ আছিল। গৰ্ডন ব্ৰাউনৰ ব্ৰিটেইনৰ প্ৰধান মন্ত্ৰিত্ব গ্ৰহণ, টনী ব্লেয়াৰৰ ৰাজনীতিৰ পৰা সন্ন্যাস, ৰাছিয়াৰ ৰাষ্ট্ৰপতি ভ্লাডিমিৰ পুটিনৰ দুটা কাৰ্যকালৰ অন্ত তথা ৰাজনীতিৰ পৰা সন্ন্যাস, অষ্ট্ৰেলিয়াত লেবাৰ দলৰ নেতা কেভিন ৰুডৰ প্ৰধান মন্ত্ৰী হিচাপে দায়িত্ব গ্ৰহণ, ভেনিজুৱেলাৰ ৰাষ্ট্ৰপতি বহুবৰ্চ্চী ছেভেজৰ ২০১২ চনৰ পিছত পুনৰ ক্ষমতাত বৰ্তি থকাৰ বাবে লোৱা সুযোগসন্ধানী 'সংবিধান সংশোধনী'ৰ মতদানত পৰাজয়, ফিডেল্ কাষ্ট্ৰোৰ ৰাজনীতিৰ পৰা সন্ন্যাস, ম্যানমাৰত সামৰিক বাহিনীৰ প্ৰতিবাদকাৰীৰ ওপৰত অত্যাচাৰ, থাইলেণ্ডত নিৰ্বাচনত তাকছিন চীনাৱাট্ৰা সমৰ্থিত দলৰ সংখ্যাগৰিষ্ঠতা লাভ, উজবেক ৰাষ্ট্ৰপতি ইছলাম কৰিমোভ দলৰ তৃতীয় বাৰৰ

বাবে ক্ষমতা দখল, তুৰ্কী সৈন্যৰ কুৰ্দিছ বিদ্ৰোহীৰ বিৰুদ্ধে অভিযান, ইৰাকৰ পৰা ব্ৰিটিছ সৈন্যবাহিনী আঁতৰাই অনাৰ প্ৰতিশ্ৰুতি, নেপালত গিৰিজাপ্ৰসাদ কৈৰালা চৰকাৰৰ পৰা আঁতৰি থকা মাওবাদীসকলৰ পুনৰ চৰকাৰত যোগদান আৰু ৰাজতন্ত্ৰ ওৰ পেলোৱাৰ সিদ্ধান্ত, পাকিস্তানত পাৰভেজ মুছাৰফৰ ৰাষ্ট্ৰপতি হিচাপে নিৰ্বাচন তথা জৰুৰীকালীন অৱস্থাৰ অৱসান, ন্যায়পালিকাৰ ওপৰত মুছাৰফৰ আক্ৰমণ, সাধাৰণ নিৰ্বাচন ঘোষণা, নৱাজ ছৰীফক নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰাত প্ৰতিবন্ধকতা, বিশ্বৰ শীৰ্ষস্থানীয় মহিলা নেত্ৰী বেনজিৰ ভুট্টোৰ মৰ্মান্তিক মৃত্যু, ফ্ৰান্সৰ ৰাষ্ট্ৰপতি হিচাপে নিকোলাছ ছাৰ্কোজিৰ নিৰ্বাচন তথা পত্নী-বিচ্ছেদ, তেওঁৰ নতুন প্ৰেয়সীক লৈ বাতৰিকাকতত ৰটনা-খোচনা, চীনৰ কমিউনিষ্ট দলৰ সপ্তদশ অধিৱেশন, উত্তৰ কোৰিয়া আৰু দক্ষিণ কোৰিয়াৰ ৰাষ্ট্ৰপ্ৰধানৰ মাজত পৰিস্থিতি সহজ কৰাৰ স্বাৰ্থত মত বিনিময় আৰু ২০০৮ চনত হ'ব লগা আমেৰিকাৰ ৰাষ্ট্ৰপতি নিৰ্বাচনক লৈ আলোচনা-বিলোচনা। মূলতঃ এইবোৰেই আছিল বিগত বছৰটোৰ আন্তঃৰাষ্ট্ৰীয় ৰাজনৈতিক বিষয।

ভাৰতবৰ্ষত বছৰটোৰ আৰম্ভণিৰ পৰা উত্তপ্ত হৈ আছিল দিল্লীৰ ৰাজনীতি। বিশেষকৈ ভাৰত-আমেৰিকা পাৰমাণৱিক সহযোগিতা চুক্তিলৈ মুহূৰ্তে মুহূৰ্তে দিল্লীৰ ৰাজনৈতিক সমীকৰণ সলনি হৈছিল। চি পি এম দলৰ চৰকাৰৰ পৰা সমৰ্থন প্ৰত্যাহাৰৰ ভাবুকি, সংযুক্ত প্ৰগতিশীল মৰ্চা চৰকাৰৰ অংশীদাৰ দলসমূহৰ অস্থিৰ আৰু থেৰো-গেৰো নীতিয়ে জটিল কৰি তুলিছিল ৰাজনৈতিক পৰিৱেশ। ৰাজনৈতিক বিশ্লেষকসকলে অনুভৱ কৰিছিল মধ্যৱৰ্তী নিৰ্বাচনৰ সম্ভাৱনা। কিন্তু বছৰটো পাৰ হৈ গ'ল এনে সম্ভাৱনাক চুই নোযোৱাকৈ। এই বছৰটো চি পি এমৰ কাৰণে আছিল অশুভ বছৰ। নন্দীগ্ৰামৰ ঘটনাপ্ৰৱাহে চি পি এমৰ ৰাজনৈতিক ইতিহাসক কলংকিত কৰিলে। গোধৰাৰ হত্যাকাণ্ডক ইছ্যু হিচাপে লৈ গুজৰাটৰ মুখ্য মন্ত্ৰী মোডীৰ বিৰুদ্ধে যুঁজি ধৰ্মনিৰপেক্ষ দলসমূহ যেন হাৰি গ'ল সদ্যসমাপ্ত নিৰ্বাচনত। লগে লগে হিমাচল প্ৰদেশতো। এতিয়া যেন ভাৰত-আমেৰিকা পাৰমাণৱিক সহযোগিতা চুক্তিৰ বিবাদে কাৰো মূৰ ঘমোৱা নাই, মূৰ ঘমাইছে আগন্তুক লোকসভা নিৰ্বাচনত কেনেকৈ এন ডি এ-ক তেওঁলোকে প্ৰতিৰোধ কৰিব পাৰে। শংকিত কিন্তু ৰাজনৈতিক মহলো, কাৰণ কঠোৰপন্থী নেতা লালকৃষ্ণ আদৱানিক ইতিমধ্যে প্ৰক্ষেপ কৰা হৈছে প্ৰধান মন্ত্ৰী হিচাপে।

অৰ্থনীতিত টকাৰ মূল্য হ্ৰাসে বছৰটোৰ আৰম্ভণিত কিছু খেলি মেলিৰ সৃষ্টি কৰিছিল যদিও লাহে লাহে সুস্থিৰতা আহিছে। একাদশ পৰিকল্পনা আয়োগে প্ৰায় ৩৫ লাখ কোটি টকাৰ পাঁচ বছৰীয়া পৰিকল্পনাৰ বাজেট ৰাষ্ট্ৰীয় উন্নয়ন পৰিষদত

দাখিল কৰিছে। বছৰটোত সৰ্বমুঠ ঘৰুৱা উৎপাদন বৃদ্ধি হৈছে প্ৰায় ৮ ৫ শতাংশ। এই বৃদ্ধিৰ হাৰ যাতে বৰ্তাই ৰাখিব পাৰে, তাৰ চেষ্টাত চৰকাৰী অৰ্থনীতিবিদসকল ব্যস্ত। মুকেশ আম্বানিকে আদি কৰি বহুকেইজন পুঁজিপতি বিশ্বৰ শীৰ্ষ হিচাপে ধনাঢ্য ব্যক্তিৰূপে স্বীকৃত হৈছে। ওপৰ চকুৰাৰ দৃষ্টিৰে চালে ভাৰতৰ বাবে গৌৰৱৰ কথা এয়া, অথচ ১৯৯৫ চনৰ পৰা এতিয়ালৈকে ভাৰতত ৩২ হাজাৰ খেতিয়কে আত্মহত্যা কৰিব লগা হৈছে। ৰাষ্ট্ৰসংঘৰ মানৱ উন্নয়ন বিভাগৰ প্ৰতিবেদনমৰ্মে মানৱ বিকাশৰ ক্ষেত্ৰত অৰ্থাৎ স্বাস্থ্য, শিক্ষা আদিৰ ক্ষেত্ৰত ভাৰতৰ স্থান ১৭৭খন দেশৰ ভিতৰত ১২৮ নং স্থানত। উন্নতি আৰু বিকাশৰ ই এক সঁচা চিত্ৰ, য'ত বুৰ্জোৱা আৰু সৰ্বহাৰাৰ মাজৰ পাৰ্থক্য সীমাহীন গতিত আগবাঢ়ি গৈছে, য'ত প্ৰকাশ পাইছে ভাৰতৰ বিকাশ কেৱল নগৰকেন্দ্ৰিক আৰু এচাম উদ্যোগপতিৰ মাজতে সীমাবদ্ধ হৈ আছে। বৃহৎ আৰু বিশাল সম্পদৰ অধিকাৰী ভাৰতৰ প্ৰায় ৩০ শতাংশ লোকে এতিয়াও এমুঠি ভাতৰ জ্বালাত নিদ্ৰাহীনভাৱে দিন কটাইছে। এই পাৰ্থক্য আঁতৰোৱাৰ বাবে কাৰো কাণসাৰ নাই। সকলো ব্যস্ত কেৱল ধনৰ প্ৰতিযোগিতাত, বিকাশৰ নামত তথাকথিত প্ৰতিযোগিতাত। সেই প্ৰতিযোগিতা কেৱল মুকেশ আম্বানিহঁতৰ বাবেহে। সেই বিকাশ কিন্তু সাধাৰণ সৰ্বহাৰা, খাব নোপোৱা মানুহৰ বাবে নহয়। এই চেতনাবোধৰ সময় খৰচ কৰিবলৈ কাৰো আহৰি নাই। কেৱল চিন্তা চীন, আমেৰিকা, জাপানৰ লগত বিকাশৰ ভুৱা প্ৰতিযোগিতাত কেনেকৈ মত্ত হ'ব পাৰে তাৰ বাবে।

অলপ আগেয়ে কাব্যিক কাব্যিক লগা কুঁৱলিৰ ওৰণি লৈ ওলাই অহা বেলিটোৱে ক্ৰমশঃ চোকা ৰ'দ লৈ আগবাঢ়ি আহিছে যেন প্ৰখৰ ৰ'দৰ উত্তাপত দহি নিব পৃথিৱীখন। কপৌৰ কূজন, পাৰৰ ৰুণ শুনাৰ সলনি পুৱাই ওচৰৰ গছজোপাৰ পৰা অহা কাউৰিৰ কা কা শব্দত মই উচপ খাই উঠিলোঁ। ক'ত আজিৰ পুৱাটোৱে নতুন বৰ্ষটোৰ বাবে কোনো পৰিৱৰ্তনৰ বা কঢ়িয়াই অনাৰ ৰেঙণি দেখা নাপালোঁ। একেই পুৱা, একেই সমস্যা— কেৱল মাথোঁ ম'বাইলত নতুন বছৰৰ শুভেচ্ছা জনাই বিভিন্নজনে কৰা এছ এম এছৰ বিৰক্তিদায়ক আমনি। মনত ধিক্কাৰ দি লাহেকৈ ম'বাইলটো বন্ধ কৰি থ'লোঁ। নতুনত্ব নোপোৱাৰ বিৰক্তিত। ■■

---

*আজিৰ দৈনিক বাতৰি, ১৬ জানুৱাৰী, ২০০৭*

# গান্ধী, প্ৰেম আৰু পুহ মাহ

পুহ মাহ। শীতৰ সেমেকা পুৱা। গৰম কাপোৰৰ মিঠা আমেজ। স্নিগ্ধতা ভৰা কুঁৱলীৰ লুকা-ভাকু। শীতে জঠৰ কৰি তোলা গছজোপাৰ ওপৰত আলফুলে কুঁৱলীয়ে ঢাকি দিছে মৰমভৰা দলিচাখন। মাজে মাজে নিযৰ সৰাৰ শব্দ। এইবোৰ প্ৰাকৃতিক নান্দনিক নৈসৰ্গৰ মাজতো পুহ মাহটোক কিয় বাৰু পবিত্ৰ মাহ বুলি নকয়? কিয় ঋতুমতী গাভৰুৰ দৰে পুহ মাহ এলাগী নেকি বাৰু! ঘৰৰ খিৰিকীৰ কাষত প্ৰেয়সী বেলিৰ বাবে অপেক্ষাৰত শুভ্ৰ টোপালবোৰৰ মাজতো বিচাৰি পোৱা নাযায় কবিতাৰ ছন্দ।

কিন্তু ইমানৰ মাজতো কিবা যেন ব্যতিক্ৰম এইবাৰৰ পুহ মাহটো। কিবা ব্যতিক্ৰম, কিবা ছন্দ পতন! একো একোবাৰ শোকৰ বন্যা ব'ব খোজে। হঠাৎ কুঁৱলীৰ মাজেৰে বেলি ওলোৱাৰ দৰে শুভ সংবাদো শুনো। জেচিকা লাল হত্যাকাণ্ডৰ অভিযুক্ত মনু শৰ্মাৰ যাৱজ্জীৱন কাৰাদণ্ডৰ আদেশ হ'ল। হত্যাকাণ্ড সংঘটিত হ'ল মিৰাট বিশ্ববিদ্যালয়ৰ অধ্যাপিকা কবিতাৰাণী চৌধুৰীৰ। ফলত পদত্যাগ কৰিবলগীয়া হ'ল তিনিজনকৈ মন্ত্ৰীয়ে। এই ঘটনা যেন যেন দেশৰ ইতিহাসত নাভূত-নাশ্ৰুত। পুহৰ ঠেৰেঙা লগা পৰতে হঠাৎ শুনিলোঁ ইৰাকৰ এসময়ৰ অখণ্ড প্ৰতাপী ৰাষ্ট্ৰপতি ছাদ্দাম হুছেইনৰ ফাঁচিৰ হুকুম. মুঠতে শুভ-অশুভ হাজাৰ বতৰা। অৱশ্যে প্ৰধান মন্ত্ৰিত্ব যোৱাৰ পাছত আঁঠুৰ বিষত কোঙা হৈ পৰা অটল বিহাৰী বাজপেয়ীৰ কাপৰ পৰা ওলোৱা নাই এই মাহত নতুন কবিতা। মকবুল ফিদা হুছেইনৰ তুলিকাতো ন-ৰূপ লোৱা নাই অভিনেত্ৰী অমৃতা ৰাৱে। বাজপেয়ীয়েও কোনো কবিতা বা লিমাৰিকেৰে তন্ময় কৰা নাই ভাগি পৰা দলীয় কৰ্মীসকলক। হয়, বিগত লক্ষ্ণৌ জাতীয় অধিৱেশন যেন উদ্দীপনাহীন আছিল। অবিবাহিত বাজপেয়ীয়ে কাৰ বাবে অপেক্ষাত বৈ বৈ ভাগি পৰা অন্তৰৰ তনুবোৰ জোৰা দিবলৈ চেষ্টা কৰিছে বাৰু? অতীত স্মৃতিবোৰক কবিতাৰ মাজেৰে গুঠা কবিতাবোৰেও যেন আকাশ উজ্জ্বল কৰি তোলা নাই।

জৱাহৰলাল নেহৰু-লেডী মাউণ্টবেটেন, সৰোজিনী নাইডু, বিল ক্লিণ্টন-মণিকা লিউনাস্কি আদি অলেখ খ্যাত-অখ্যাত প্ৰেমিক-প্ৰেমিকাৰ মাজত থকা সঁচা প্ৰেমৰ উপলব্ধিবোৰক আমি কিমান দুঃসহ আৰু নিৰ্দয়ভাৱে প্ৰহাৰ কৰিছোঁ? কিমান নিষ্ঠুৰ

আমাৰ মনবোৰ, হৃদয়বোৰ? কেনেকৈ বাৰু নিষ্ঠুৰ হাতোৰাৰ মাজত নিঃশেষ হৈছে তেওঁলোকৰ স্বৰ্গীয় উপলব্ধিবোৰ! দোষ কাৰ— সময়ৰ নে বাস্তৱ পৰিস্থিতিৰ? নোপোৱাৰ বেদনাই উদ্বেলিত কৰাবোৰৰ অভিশাপবোৰ কাৰ পাপৰ কাৰক? তাৰ বিচাৰ কৰাৰ বাবে নিষ্ঠুৰ সময়বোৰ যেন ৰৈ থকা নাই— গতিশীল চকৰিৰ দৰে পিছে পিছে যেন ঘূৰি আছে কোনো শক্তি, সুন্দৰৰ স্বপ্নবোৰ-কল্পনাবোৰ।

যুগৰ গতিশীলতা আৰু যান্ত্ৰিক সভ্যতাৰ মাজতে যেন চেতনাৰ উপলব্ধিবোৰ জঠৰ হৈ আছে গভীৰ অন্ধকাৰৰ মাজত, ৰক্ষণশীলতাৰ অটল গহ্বৰত। অকল যে আপুনি, মই ভুগিছো এনে নহয়, মহাত্মা গান্ধীৰ দৰে দেৱতুল্য লোকো ৰেহাই পোৱা নাই আপোনাৰ ঈৰ্ষা আৰু জ্বলনত। তাকেই প্ৰকাশিত হৈছে পুহ মাহত, মহাত্মা গান্ধীৰ প্ৰেমৰ অমৰ গাঁথাৰ সৰস এক অপ্ৰকাশিত কাহিনী। কোনো কোনো চকুচৰহাৰ মতে, মীৰা সেন, সৰোজিনী নাইডুৰ মাজতো গান্ধীয়ে বিচাৰিছিল প্ৰেমৰ মধুৰ বন্ধন। কিমানখিনি হৃদয কম্পনেৰে এজনে আনজনৰ বুকুৰ মাজত খলকনি তুলিছিল, সেয়া অৱশ্যে অপ্ৰকাশিত। কিন্তু কিহৰ আকৰ্ষণত মহাত্মা গান্ধীৰ আত্মাৰ পৰা কাহানিও তেওঁলোক আঁতৰি যোৱা নাছিল? এযা অকল দেশপ্ৰেমৰেইনে? ব্যক্তিত্বৰ প্ৰতি গভীৰ ভালপোৱা যদি আছিলো, সেযা কিন্তু এতিযাও অপ্ৰকাশিত। মহাত্মা গান্ধীৰ এক অলিখিত, সাধাৰণ মানুহৰ দৃষ্টিৰ পৰা আঁতৰি থকা প্ৰেমভৰা কাহিনীৰ উন্মোচন হৈছে ৰাজমোহন গান্ধীয়ে লিখা 'মোহন দাস, এ ট্ৰু ষ্টোৰি অব্ এ মেন, হিজ পিপুল এণ্ড এন আম্পায়াৰ' (Mohan Das, A true story of a man, his people and an empire)ত। অহা সাত জানুৱাৰীত কিতাপখন উন্মোচন কৰা হ'ব অৰ্থাৎ পুহ মাহত অশুভ মাহত। এই কাহিনী যেন মোহন দাস কৰমচান্দ গান্ধীয়ে গুঠি থৈ যোৱা প্ৰেমভৰা মুকুতাৰ মালা, কেৱল মাত্ৰ ই নতুন ৰূপত প্ৰকাশ হ'ব। স্বাধীনতা আন্দোলনৰ কঠোৰ সময়ছোৱাৰ মাজতো স্বাধীনতা সংগ্ৰামৰ অন্য নেতাসকলৰ অগোচৰে আজৰি উলিযাই হিয়া উজাৰি প্ৰেমালাপত মত্ত হৈছিল গান্ধীজী। অৱশেষত গান্ধীজীৰ এই দুৰ্বলতা সকলোৰে চকুত ধৰাও পৰিছিল। পত্নী কস্তুৰবা, তেওঁৰ ব্যক্তিগত সচিব মহাদেৱ দেশাই, চতুৰ্থ পুত্ৰ দেৱদাস, বিঁয়েক চক্ৰৱৰ্তী ৰাজা গোপালচাৰীয়ে জানিছিল বহু কথা।

কোন বাৰু এইগৰাকী মহীয়সী দ্ৰৌপদী— যাৰ সম্মোহিনী চকুত গান্ধীজীৰ দৰে ফকিৰৰ তপস্যা ভংগ হৈছিল— ঠিক মৎস্যগন্ধাক দেখি ব্যাস মুনিৰ কঠোৰ সাধনা ভংগ হোৱাৰ দৰে। ভাৰতৰ কোটি কোটি মানুহৰ মুক্তিৰ সপোন ৰচা, সকলো শ্ৰেণীৰ মাজত ভেদাভেদ ভাঙি ৰামৰাজ্যৰ সপোন দেখা গান্ধীজীক কি আকৰ্ষণেৰে আপ্লুত কৰিছিল এইগৰাকী নাৰীয়ে? কি তাগিদাত নিজৰ পতিব্ৰতা পত্নী, চাৰিটাকৈ সন্তান আদিৰে ভৰা ঘৰখনকো পাহৰি গৈছিল গান্ধীয়ে? তেওঁ যেন শয়নে-সপোনে দেখিছিল

এই সম্মোহিনী নাৰীগৰাকীক, উদগ্ৰীৱ হৈছিল তেওঁ পাবলৈ— স্বপ্নৰ মায়াজালত বন্দী হৈ গান্ধীয়ে হেৰুৱাইছিল দিক্-বিদিক। ক্ষণিকৰ বাবে পাহৰি গৈছিল ভাৰতীয় জনসাধাৰণক দিয়া প্ৰতিশ্ৰুতি। যাৰ বাবে চক্ৰৱৰ্তীয়ে আন্দোলনকাৰীক সকীয়াই দিব লগা হৈছিল— এই সম্পৰ্কৰ অন্ত পেলাবলৈ।

যিগৰাকী মহিলাৰে প্ৰেমালাপত গান্ধী নিমজ্জিত হৈছিল তেওঁৰ বাৰু কি অসাধাৰণ গুণ আৰু ব্যক্তিত্ব আছিল? গান্ধীয়ে পতিব্ৰতা পত্নী কস্তুৰবাৰ দৰে মহীয়সী নাৰীগৰাকীকো পাহৰি গৈছিল নে গান্ধীৰ অসাধাৰণ ব্যক্তিত্ব, জনপ্ৰিয়তাই কাবু কৰা মহিলাগৰাকীয়ে নিজৰ স্বামী আৰু পুত্ৰ থকাৰ পাছতো উন্মাদিনীৰ দৰে তেওঁক বিচাৰিছিল? নে এয়া আছিল ক্ষণিক প্ৰেমৰ এক নাটকীয পৰিসমাপ্তি? কোন বাৰু এওঁ যাক বংগৰ জোৱান অব্ আৰ্ক বোলা হৈছিল স্বাধীনতা সংগ্ৰামত তেওঁৰ সাহসী আৰু উৎসাহী অৱদানৰ বাবে?

এক অৰ্থত তেওঁ আছিল গান্ধীৰ শেষ সময়ছোৱাৰ প্ৰেৰণাৰ প্ৰতীক। বুদ্ধিদীপ্ত নীলাভ চকুযুৰিৰে ওখ, শুধ বগা ৰঙৰ এই নাৰী কণ্ঠত অনবৰত ৰবীন্দ্ৰ সংগীতৰ গুণগুণনি শুনা গৈছিল। তেওঁৰ ওপৰত মৰমৰ আস্থা ৰাখিছিল স্বয়ং স্বামী বিবেকানন্দযো। সেইগৰাকী নাৰী আছিল ৰবীন্দ্ৰনাথ ঠাকুৰৰ উচ্চ শিক্ষিত ভনী, স্বৰ্ণকুমাৰীৰ জীয়ৰী সৰলা দেৱী যাৰ প্ৰেমত ধৰাশায়ী হৈছিল গান্ধীজী। ১৯২০ চনৰ জানুৱাৰীৰ পৰা মে' মাহৰ ভিতৰত গান্ধীজী কিমান উদ্বাউল হৈছিল তাৰ প্ৰমাণ তেওঁ সৰলা দেৱীলৈ লিখা চিঠিখনৰ পৰাই প্ৰমাণিত হয। তেওঁ লিখিছিল— তেওঁ প্ৰায়েই সপোনত তেওঁক দেখা পায় আৰু সৰলা দেৱী গান্ধীৰ বাবে মহান শক্তি। সৰলা দেৱীক গান্ধীযে দেখা পাইছিল ১৯০১ চনৰ কলিকতাৰ কংগ্ৰেছ অধিৱেশনত, সুললিত কণ্ঠেৰে ৫৮জনী গায়ক-গায়িকাৰ সৈতে একেলগে গীত পৰিৱেশন কৰিছিল তেওঁ। কংগ্ৰেছৰ প্ৰতিনিধিসকলক উৎফুল্লিত কৰা সৰলা দেৱীয়ে প্ৰথম দৃষ্টিতেই গান্ধীৰ হৃদয় জয় কৰে। অৱশ্যে সংযমী গান্ধীয়ে এই বন্যাক সাময়িকভাৱে বাধা দি ৰাখিছিল যদিও ১৯২০ চনত ই আকৌ পৰিস্ফুট হৈ পৰিল। ইয়াৰ পূৰ্বে আমি উভতি যাব লাগিব ১৯০৫ চনলৈ।

তেতিয়া বংগ ভংগৰ উত্তেজনাই উত্তেজিত কৰি ৰাখিছিল কলিকতাবাসীক। ভয়, সন্দেহ, শংকাই আৱৰি ধৰিছিল সকলোকে— জানকী নাথ ঘোষাল, ৰবীন্দ্ৰনাথ ঠাকুৰৰ ভনী জোঁৱাই আৰু সৰলাৰ দেউতা আছিল কংগ্ৰেছ সংগঠনৰ সম্পাদক— পুলিচ-মিলিটাৰীৰ সঘন আহ-যাহ ঘোষাল পৰিয়াললৈ। ঘোষাল চিন্তিত হৈ পৰিল পৰিয়ালৰ নিৰাপত্তাক লৈ। তেওঁ জীয়ৰী সৰলা দেৱীৰ বিবাহৰ বাবে দৰা ঠিক কৰিলে ৰামভুজ দত্ত চৌধুৰী নামৰ লাহোৰৰ এজন লোকক। চৌধুৰী আছিল 'হিন্দুস্থান' নামৰ কাকতখনৰ

সম্পাদক। দুবাৰকৈ বিপত্নীক হোৱা চৌধুৰীৰ বয়স আছিল সৰলা দেৱীতকৈ প্ৰায় দুগুণ। বিয়াৰ সময়ত সৰলা দেৱীৰ বয়স মাথোঁ ১৩ বছৰ। স্বাধীনতা সংগ্ৰামী, আৰ্য সমাজৰ কৰ্মী চৌধুৰী ব্ৰিটিছৰ ৰোষত পৰি জে'ললৈ যাব লগা হ'ল। সন্তান দীপকৰ সৈতে সৰলা দেৱী অকলশৰীয়া হৈ পৰিল। তেতিয়া ১৯১৯-২০ চন। অকলশৰীয়া সৰলাক সংগ দিয়াৰ বাবে গান্ধী তৎপৰ হৈ পৰিল। নিঃসংগ সৰলাই গান্ধীক পাই যেন নতুন জীৱন পালে। হেৰাই যাব ধৰা গীতৰ কলিৰ সুৰবোৰ তেওঁৰ হৃদয়ত গুণগুণাবলৈ ধৰিলে। গান্ধীও যেন হেৰাই গ'ল মনোমোহা কণ্ঠৰ সুৰৰ ৰাগিত । ইতিমধ্যে জে'লৰ পৰা মুক্তি লাভ কৰাৰ পাছত চৌধুৰীৰ পৰিয়ালটো পুনৰ একত্ৰিত হ'ল। আৰু গান্ধীও ব্যস্ত হৈ পৰিল ৰাজনৈতিক পৰিক্ৰমাত। কিন্তু কিমান দিন? গান্ধীৰ প্ৰেমে দুৰ্বল কৰি তোলা সৰলা দেৱীয়ে নিজ পুত্ৰ দীপকক এইবাৰ সবৰমতী আশ্ৰমলৈ লৈ আহিল আৰু কিছুদিন পাছত নিজেও আশ্ৰমত থাকিবলৈ ল'লে। ইতিমধ্যে সন্দেহৰ কলীয়া ডাৱৰে আবৰি ৰখা পৰিস্থিতি আৰু গহীন হৈ পৰিল যেতিয়া গান্ধীয়ে নিভৃতভাৱে বেছি সময় সৰলা দেৱীৰ লগতে কটাবলৈ ধৰিলে। জাণ্ডুৰ খাই উঠিল গান্ধীৰ নিকট সম্পৰ্কীয় আৰু অনুচৰসকল। সকলোৱে গান্ধীক এই সম্পৰ্ক ইতি কৰাৰ কাৰণে অনুৰোধ কৰিলে, বিশেষকৈ কস্তুৰবাৰ কথা মনত ৰাখি। পৰিয়ালটোৰ প্ৰতি থকা দায়বদ্ধতাৰ প্ৰতি লক্ষ্য কৰি এইক্ষেত্ৰত ৰাজাগোপালচাৰীয়ে আগভাগ ল'লে। সম্পৰ্কত তেওঁ গান্ধীৰ বিঁয়ৈ। চতুৰ্থ পুত্ৰ দেৱদাসৰ লগত তেওঁৰ ছোৱালীৰ বৈবাহিক সম্পৰ্ক। গান্ধীয়ে বুজি উঠিলে যে এই সম্পৰ্কই এদিন তেওঁৰ বাবে কাল হ'ল। সৰলা দেৱীৰ পৰা লাহে লাহে আঁতৰিবলৈ ধৰিলে গান্ধীয়ে। গান্ধীৰ ব্যৱহাৰত অতিষ্ঠ সৰলা দেৱীয়ে জানিবলৈ বিচাৰিলে এই আচৰণৰ কাৰণ কি? শেষত বাধ্য হৈ গান্ধীয়ে তেওঁৰে সম্পৰ্ক বজাই ৰখাৰ অক্ষমতা সৰলা দেৱীক জনাই দিলে। সৰলা দেৱী ভাগি পৰিল গান্ধীৰ নিষ্ঠুৰ সিদ্ধান্তত। অভিযোগ কৰি বাপুলৈ লিখিছিল— 'জীৱনৰ সৰ্বস্ব আশা-আকাংক্ষা আপোনাকেই সমৰ্পিছিলোঁ যদিও কিছুমান লোকৰ প্ৰতিহিংসাই ইয়াক থানবান কৰি দিলে।' ইয়াৰ উত্তৰত গান্ধীয়ে লিখিছিল—'মই তোমাৰ প্ৰতি থকা মোৰ ভালপোৱাক গভীৰভাৱে বিশ্লেষণ কৰিছোঁ, যাক আমি আধ্যাত্মিক বৈবাহিক জীৱন-যাত্ৰা বুলি ক'ব পাৰোঁ— কাৰণ আমাৰ মাজত নাছিল কোনো শাৰীৰিক সম্পৰ্ক, ই যেন আছিল পৰস্পৰৰ মাজত প্ৰেমৰ বন্ধন যাক আমি ভাই-ভনী, দেউতা আৰু ছোৱালীৰ লগত ৰিজাব পাৰোঁ। তোমাৰ লগত থকা গভীৰ সম্পৰ্কক মই যিমান সন্মান দিব লাগিছিল, তাৰ বাবে মই অসমৰ্থ। গভীৰ ভালপোৱাৰে. তোমাৰ এল জি (অৰ্থাৎ মহাত্মা গান্ধীক মৰমতে সৰলা দেৱীয়ে দিয়া নাম)। কিন্তু ইমানখিনিৰ মাজতো সৰলা দেৱীৰ লগত গান্ধীৰ সম্পৰ্ক চলি আছিল চোগা-চোৰোককৈ। ১৯৪০ চনত সৰলা দেৱীৰ অনুৰোধতেই

গান্ধীয়ে জৱাহৰলাল নেহৰুক দীপকৰ লগত ইন্দিৰা গান্ধীক বিয়া দিয়াৰ প্ৰস্তাৱ আগবঢ়াইছিল। কিন্তু জৱাহৰলালৰ জীয়ৰীয়ে ফিৰোজৰ লগতহে বিবাহ সম্পন্ন কৰাৰ প্ৰস্তাৱ আগবঢ়ায়। ১৯৩৫ চনত সৰলা দেৱী আধ্যাত্মিক গুৰু হ'ল। অৱশেষত ১৯৪৫ চনত ঢুকাই থাকিল— তেওঁৰ মৃত্যুৰ লগে লগে অন্ত হ'ল এক ৰোমাঞ্চিত প্ৰেম কাহিনীৰ, অমৰ প্ৰেমৰ। সেই সময়ত গান্ধীৰ পৰিয়ালবৰ্গই সংগোপনে এই ঘটনা গাপ দি নাৰাখিলে ইয়ে হয়তো গান্ধীৰ জীৱনত এক সুদূৰপ্ৰসাৰী প্ৰভাৱ পেলালেহেঁতেন। হয়তোবা ভাৰতৰ স্বাধীনতা সংগ্ৰামতো গান্ধীজীৰ নেতৃত্ব আৰু ভূমিকাৰ সততাত আঁচোৰ পৰিলেহেঁতেন। সম্প্ৰতি গান্ধীজীৰ এই কাহিনী উন্মোচিত কৰিছে তেওঁৰেই নাতি ৰাজমোহন গান্ধীয়ে। এই কাহিনীৰ এতিয়া আৰু কোনো ৰাজনৈতিক তাৎপৰ্য নাই যদিও গান্ধীৰ ৰাজনৈতিক পৰিক্ৰমাৰ মাজতো সৰলা দেৱীৰ তেওঁৰ প্ৰতি থকা আকুণ্ঠ ভালপোৱাই যে এক প্ৰভাৱ বিস্তাৰ কৰিছিল, তাক নুই কৰিব নোৱাৰি। গান্ধীৰ পত্নী কস্তুৰাবাৰ পত্নী হিচাপে থাকিবলগীয়া গুণাৱলীৰ অভাৱৰ বাবেই গান্ধীয়ে বিচাৰি পাইছিল সম্ভ্ৰান্ত শিক্ষিত, সামাজিক, ৰাজনৈতিক চেতনাবোধ থকা সৰলা দেৱীক। নিজৰ মানুহগৰাকী হৈ পৰিছিল সৰলা দেৱী, যিগৰাকীক শয়নে-সপোনে তেওঁ দেখিছিল— যি আছিল গান্ধীৰ প্ৰেৰণা আৰু শক্তিৰ প্ৰতীক। এই সম্পূৰ্ণ প্ৰেম গাঁথা প্ৰকাশ পাব এই পুহ মাহতেই। কি যে অভিশপ্ত এই পুহ মাহটো।■■

*অসমীয়া খবৰ, ৩ জানুৱাৰী, ২০০৭*

# উইনষ্টন চাৰ্চিল আৰু ভাৰতীয় চিগাৰ

ব্ৰিটিছ প্ৰধান মন্ত্ৰী উইনষ্টন চাৰ্চিলৰ গান্ধী আৰু ভাৰতবিদ্বেষ সৰ্বজনবিদিত। খ্ৰীষ্টপূৰ্ব দ্বিতীয় শতিকাত মাৰ্কছ কেটোৱে কাৰ্থেজ প্ৰদেশৰ চালে চকুৰোৱা উন্নতি দেখি দেশখন ধ্বংস কৰিবলৈ নামিবিয়াৰ প্ৰশাসনক কৈছিল— 'Karth must be destroyed'। সেই একেই শব্দৰ দ্বিৰুক্তি কৰিছিল বিংশ শতিকাত ব্ৰিটিছ প্ৰধান মন্ত্ৰী চাৰ্চিলে 'Gandhism must be Crushed'। তেওঁৰ আত্মজীৱনীত চাৰ্চিলে ক'ৰবাত ক'ৰবাত হিটলাৰকো সাহসী বুলি মন্তব্য কৰিছিল। অৱশ্যে তেওঁৰ দৃষ্টিত হিটলাৰ আছিল তেজপিপাসু। ক'ৰবাত ক'ৰবাত তেওঁ হিটলাৰৰ সাহসিকতাৰ শলাগ লৈছিল। আনহাতে মুচোলিনিক তেওঁ আখ্যা দিছিল হিটলাৰৰ ভৃত্য আৰু শিয়াল বুলি। অতুলনীয় বাগ্মিতাৰ অধিকাৰী চাৰ্চিলৰ বৰ্ণাঢ্য জীৱনত তেওঁৰ চৰিত্ৰৰ তুলনা পাবলৈ বৰ্তমানৰ ইতিহাসত কম লোকেই পোৱা যায়, অথচ এই চাৰ্চিলে কোনোদিনেই গান্ধীক সঁচা অৰ্থত স্বীকৃতি দিবলৈ বিচৰা নাছিল। দ্বিতীয় ঘূৰণীয়া মেজমেলৰ সময়ত গান্ধীয়ে পুত্ৰ ৰেণ্ডল্‌ফ চাৰ্চিলৰ আগত চাৰ্চিলক দেখা কৰাৰ ইচ্ছা ব্যক্ত কৰিলেও চাৰ্চিলে কিন্তু সেই সুযোগ দিয়া নাছিল। গান্ধীৰ নিচিনাকৈ নেহৰুৰ প্ৰতিও তেওঁৰ সদ্ভাব নাছিল। কেৱল তেওঁ এবাৰেই ১৯৩১ চনত উল্লেখ কৰিছিল যেতিয়া নেহৰুৱে চাৰ্চিলক দেখা কৰিছিল। তেওঁ কৈছিল— ভাৰতীয় কংগ্ৰেছত নেহৰু হ'ল মহাত্মা গান্ধীৰ ডেকা শত্ৰু— যিয়ে গান্ধীক অতিক্ৰম কৰাৰ চেষ্টা কৰিছে অহৰহ।

চাৰ্চিল ভাৰতবিদ্বেষী কিয় আছিল, তাৰ কাৰণ উলিওৱাটো সম্ভৱ নহয়। যেতিয়াই ভাৰত সম্পৰ্কে হাউছ অব কমনৃছ আদিত আলোচনা হৈছিল, তেতিয়াই তেওঁ তীৰ্যক মন্তব্য কৰিছিল। ভাৰতৰ জনসাধাৰণৰ স্বাৰ্থত যাতে স্বাৰ্থত যাতে কোনো আইন প্ৰণয়ন কৰা নহয় তাৰ বাবেও হেঁচা প্ৰয়োগ কৰিছিল তেওঁ। ভাৰত চৰকাৰ আইন ১৯৩৫ৰ বিতৰ্কৰ সময়ত বাৰে বাৰে চাৰ্চিলে প্ৰতিবন্ধকৰ সৃষ্টি কৰিচিল। এবাৰ-দুবাৰ নহয়, তিনিবাৰকৈ বিভিন্ন অজুহাতত এই বিল বন্ধ কৰি ৰাখিছিল তেওঁ। অৱশেষত সেই চনৰে ৬ জুনৰ দিনা সেই আইনখন ব্ৰিটিছ সংসদত গৃহীত হৈছিল। আইনখন গৃহীত হোৱাৰ পাছত তেওঁ মন্তব্য কৰিছিল— 'The bill is dead It is as dead as mutton. But neverthless the government assures us that it must be placed

on the statute book The corpse must b carried forward as a trophy'।

এয়াই আছিল চাৰ্চিল। চেম্বাৰলিনৰ পৰা ১৯৩৯ চনত প্ৰধান মন্ত্ৰীৰ দায়িত্ব গ্ৰহণ কৰি লেবাৰ পাৰ্টীৰ সৈতে যৌথভাৱে চৰকাৰ গঠন কৰি মহাশক্তিৱান জাৰ্মানী, ইটালী আৰু জাপানক পৰাস্ত কৰিবলৈ সক্ষম হৈছিল ১৯৪৫ চনৰ আগষ্ট মাহত; অথচ দ্বিতীয় মহাসমৰত সবাতোকৈ বিচক্ষণ কূটনীতিবিদ হিচাপে স্বীকৃত চাৰ্চিলক কিন্তু ১৯৪৫ চনত হোৱা নিৰ্বাচনত ব্ৰিটিছ জনসাধাৰণে নাকচ কৰে। সেই নিৰ্বাচনত লেবাৰ পাৰ্টীৰ দুই তৃতীয়াংশ সদস্য নিৰ্বাচিত হয় আৰু এটলি প্ৰধান মন্ত্ৰীৰ আসনত বহে। চাৰ্চিল দুখত ভাগি পৰিছিল। এটলিক উদ্দেশ্য কৰি তেওঁ হিটলাৰে প্ৰাগ যুদ্ধৰ সময়ত জাৰ্মান ডেকাসকলক উৎসাহিত কৰাৰ উদ্দেশ্যে উলিওৱা শ্লোগানটো আন ধৰণে ব্যক্ত কৰিছিল। হিটলাৰে কৈছিল— 'Strenth through Joy'। চাৰ্চিলে লেবাৰ পাৰ্টীক সমালোচনা কৰি কৈছিল 'Strength through misery' অৱশ্যে ১৯৪৯ চনত পুনৰ প্ৰধান মন্ত্ৰী হিচাপে নিৰ্বাচিত হৈছিল আৰু ১৯৫৩ চনত তেওঁক 'নাইট' উপাধিৰে বিভূষিত কৰা হৈছিল। সেই বছৰৰে অক্টোবৰ মাহত তেওঁ সাহিত্যৰ ন'বেল পুৰস্কাৰ লাভ কৰে। এই বৰ্ণাঢ্য ব্যক্তিগৰাকীয়ে ব্ৰিটিছ সংসদীয় ইতিহাস এক বৈচিত্ৰ্যময় ৰূপেৰে আজিও উজলাই ৰাখিছে।

চাৰ্চিলৰ বিষয়েই আন এক প্ৰসংগ। ১৯৪৩ চনৰ কথা। চাৰ্চিলৰ আটাইতকৈ দুৰ্বলতা আছি ফৰাচী মদ আৰু হাভানা চিগাৰৰ প্ৰতি। কিন্তু যুদ্ধৰ প্ৰখৰতাৰ কাৰণে আৰু কিছু কিছু ক্ষেত্ৰত বাণিজ্যিক প্ৰতিবন্ধকৰ বাবেই হাভানাৰ পৰা জাহাজত চিগাৰ অনাটো বন্ধ হ'ল। অনবৰতে মুখত চিগাৰ থকা চাৰ্চিলক এই কথাটো গৃহ তদাৰকী বিষয়াই জনোৱাৰ সাহস নকৰিলে। গতিকে তেওঁ মনে মনে ভাৰতত তেনেকুৱা চিগাৰ পাই নেকি অনুসন্ধান চলালে মাদ্ৰাজৰ গৱৰ্নৰৰ জৰিয়তে। গৱৰ্নৰজনে তুচিপল্লীত চিগাৰ প্ৰস্তুতকাৰী কোম্পানী এটা বিচাৰি উলিয়ালে আৰু অনুৰোধ কৰিলে যাতে বুঢ়া চাহেবৰ বাবে উৎকৃষ্ট মানৰ হাতেৰে প্ৰস্তুত কৰা হাভানাৰ চিগাৰৰ দৰে দুই মুখ খোলা চিগাৰ প্ৰস্তুত কৰে। কোম্পানীয়ে ক'লৈ পঠাব, কোনে ব্যৱহাৰ কৰিব গোটেই কথাটো গোপনে ৰখা হ'ল। কিন্তু প্ৰশ্ন উঠিল— চিগাৰৰ মানক লৈ? তাৰ বাবেও গৱৰ্ণৰজনে নিজাববীয়াকৈ ইয়াৰ সোৱাদ, মান হাভানাৰ সমপৰ্যায়ৰ কৰি ৰখাৰ বাবে চেষ্টাৰ ত্ৰুটি নকৰিলে। তদুপৰি তেওঁ এই গোটেই বিষয়টো চোৱাৰ বাবে ইংৰাজী জনা এজন বুধিয়ক সহায়কাৰী নিয়োগ কৰিলে আৰু ভাৰতৰ প্ৰতিৰক্ষা আইনৰ অধীনত এটা নতুন পদ সৃষ্টি কৰিলে যাৰ নাম দিয়া হ'ল চি চি এ। তেওঁক ৰখা হ'ল মুখ্য সচিবৰ গোপন চেলত। তেওঁক দিয়া দায়িত্ব সম্পৰ্কে কেৱল মুখ্য সচিব, গৱৰ্নৰ আৰু নিযুক্ত বিষয়াজনেহে

গম পাইছিল। বাকীসকলে ভাবিছিল তেওঁ চীফ কন্‌ফিডেন্সিয়েল এছিছটেন্ট। কিন্তু কোনেও জনা নাছিল আচল ৰহস্য ক'ত। লাহে লাহে তৃচিৰ পৰা হোৱাইট হললৈ চিগাৰৰ ৰপ্তানি আৰম্ভ হ'ল। চাৰ্চিলৰ অগোচৰে তৃচিৰ চিগাৰ তেওঁ হাভানাৰ চিগাৰ বুলি ব্যৱহাৰ কৰি থাকে। যদিও মানৰ অলপ-অচৰপ হীন-ডেটি আছিল। ১৯৪৫ চনত এট্‌লি প্ৰধান মন্ত্ৰী হোৱাত গৃহ তদাৰকী বিষযাজনে গোটেই বিষযটো এট্‌লিৰ দৃষ্টিগোচৰ কৰিলে। সেই সময়ৰ বিৰোধী পক্ষৰ নেতা, যাক Shadow প্ৰধান মন্ত্ৰী বুলি কয়, তেওঁলৈ যাতে চিগাৰৰ যোগান তৃচিৰ বাহিৰৰ পৰা যায়, সেই বিষযেও অনুৰোধ জনোৱা হ'ল। এট্‌লিযে সমৰ্থন কৰিলে। কাৰণ তেওঁ মাজে মাজে এই চিগাৰৰ সোৱাদ লৈছিল। এট্‌লিয়ে ভাৰতক স্বাধীনতা দিলে। তৃচিৰ পৰা যোৱা চিগাৰৰ ৰপ্তানিও বন্ধ হ'ল। কিন্তু চি চি এ জনৰ চাকৰি বৈ গ'ল মাদ্ৰাজত। চাকৰি সংক্ৰান্তত ১৯৭৩ চনত তামিলনাডু চৰকাৰে দৰমহা অয়োগ গঠন কৰিলে। এখন দৰ্খাস্ত দৰমহা আয়োগৰ অধ্যক্ষৰ হাতত পৰিল। দৰ্খাস্তখন দিছিল চি চি এজনে, যিজন সেই পদত তেতিয়ালৈকে অধিষ্ঠিত হৈ আছিল। চি চি এৰ অৰ্থ বুজিব নোৱাৰি তেওঁক মাতি অনা হ'ল। তেতিয়াহে গোটেই কথাটো ওলাই পৰিল— চি চি এৰ আচল অৰ্থ কি? চি চি এৰ অৰ্থ হ'ল চাৰ্চিল চিগাৰ এছিছটেন্ট।

চাৰ্চিলক অশ্বাৰোহী সৈনিকৰ প্ৰশিক্ষণ সমাপ্তিৰ পাছত প্ৰথমে তেওঁ কিউবাত বিদ্ৰোহ দমনৰ বাবে চতুৰ্থ Hussars ৰেজিমেণ্টৰ লগত পঠিযাইছিল। কেইমাহমান পাছতেই তেওঁ ভাৰতলৈ আহিবলগীয়া হয়। ২৩ দিনৰ মূৰত ১২০০ সৈনিকৰ সৈতে বোম্বাই আহি পোৱা তেওঁলোকৰ জাহাজখন বোম্বাই বন্দৰত লংগৰ পেলোৱাৰ পাছত সৰু সৰু নাৱেৰে পাৰ হৈ উঠি আহে। আহিবলৈ ধৰোঁতে সাগৰৰ ঢৌৱে তেওঁ উঠি অহা নাওখন আঁতৰাই লৈ যায। চিৰিত উঠিবলৈ থোৱা সৰু সৰু ঘূৰণীয়া ৰিংবোৰক আশ্ৰয় কৰিহে তেওঁ কোনোমতে ৰক্ষা পৰিল। কিন্তু তেনেকৈ ওলমি থকাৰ ফলত সেইদিনা তেওঁ ভীষণ দুখ পাইছিল। কোনোমতে বাঁওহাতেৰে আন এটা ৰিঙত ধৰিহে তেওঁ ভাৰতৰ ভূমিত পদাৰ্পণ কৰিছিল। সেই যাত্ৰাত তেওঁ ৰক্ষা পৰিলেও গোটেই জীৱন সোঁহাতৰ বিষ লৈযেই থাকিব লগা হয। বাংগালোৰৰ পল গ্ৰাউণ্ডত সেউজীয়া ঘাঁহনিৰ দলিচাত কেবাবছৰো তেওঁ পাৰ কৰিছিল পল' খেলি। পাখতুনসকলৰ বিৰুদ্ধে ব্ৰিটিছে কৰা যুদ্ধ অগ্ৰগামী বাহিনীক সৈনিক হিচাপে তেওঁক অন্তৰ্ভুক্ত কৰা নহ'ল। কিন্তু চাৰ্চিলে এলাহাবাদৰ পৰা তেতিয়া প্ৰকাশিত 'পায়নিযাৰ' আৰু 'ডেইলী টাইমৃছ'ৰ সাংবাদিক হিচাপে সৈন্যবাহিনীৰ লগত ঘূৰি ফুৰিছিল সেই সময়ত। সেই যুদ্ধৰ বিষয়ে 'The Story of Malakind' নামৰ এখন উপজীব্য গ্ৰন্থ ৰচনা কৰিছিল তেওঁ। প্ৰকৃতাৰ্থত ভাৰততেই তেওঁৰ সাংবাদিক জীৱনৰ আৰম্ভ হৈছিল। অৱশ্যে তাৰ আগতেও কিউবাত

থকা সময়ত তেওঁ 'ডেইলী গ্ৰাফিক্‌ছ' নামৰ কাকতত যুদ্ধৰ খবৰ যোগান ধৰিছিল। কিন্তু উত্তৰ-পূব সীমান্ত অঞ্চলৰ যুদ্ধৰ কাহিনী আছিল মনোগ্ৰাহী আৰু সাৱলীল— যিযে ইংলেণ্ডত পাখতুনসকলৰ বীৰত্ব আৰু ইংৰাজ সামৰিক বাহিনীৰ ৰণকৌশল সম্পৰ্কে বিস্তৃত ব্যাখ্যা দাঙি ধৰিছিল। তেওঁৰ লেখক সত্তাটোৰ বিকাশতো এই অভিজ্ঞতাই সাৰ-পানী যোগাইছিল বুলি ভাবিবৰ থল আছে। ভাৰত-বিদ্বেষৰ আঁৰত সৌহাৰ্দ্যৰ বিষটোৱে ক্ৰিয়া কৰিব পাৰে বুলিও বহুতে সন্দেহ কৰে।

ধন্যবাদ। মহাত্মা গান্ধী আৰু ভাৰতক আটাইতকৈ বেযা পোৱা চাৰ্চিলক অন্ততঃ তেওঁৰ গোপনীয হ'লেও গৃহ পৰিচালক বিষযা এজনে ভাৰতীয চিগাৰ খুৱাই আমেজ দিয়াইছিল— যি বিষয চাৰ্চিলৰ মৃত্যুলৈ অগোচৰে আছিল। হযতো চাৰ্চিল জীযাই থকা অৱস্থাত এই গোপনীয চিগাৰ সৰবৰাহৰ কৰ্মকাণ্ড জানিলে চিঞৰি উঠিলেহেঁতেন— 'ইণ্ডিযান চিগাৰ মাষ্ট বি ষ্টপ্‌ড'। ■■

*দৈনিক জনসাধাৰণ, ১০ নৱেম্বৰ, ২০০৬*

# ১৫ আগষ্টৰ চিন্তা

আজি ১৫ আগষ্ট। ভাৰতবৰ্ষৰ স্বাধীনতা লাভৰ ৬০ বছৰ পূৰ্তি। 'দৈনিক বাতৰি'ৰ সম্পাদক শ্ৰদ্ধাৰ ৰাধিকামোহন ভাগৱতীদেৱ কামৰ মানুহ। ১৫ আগষ্টৰ দোকমোকালিত মনৰ মাজত সৃষ্ট ৰাজ্যখনৰ অৰ্থ-সামাজিক বিকাশৰ চিন্তা-চৰ্চাৰে এটি নিবন্ধ লিখাৰ নিৰ্দেশ দিছে। এনে নিৰ্দেশে অৱশ্যে মানসিক আনন্দ দান কৰে। হাতত থকা কলমটো কামুৰি এনে চিন্তা-চৰ্চাবোৰ আঁত লগাবলৈ চেষ্টা কৰিলোঁ। এনেতে হঠাৎ টিভিত ভাহি উঠা কাৰ্বি আংলং জিলাৰ নাৰকীয় হত্যাকাণ্ডৰ দৃশ্যাৱলীয়ে চিন্তাৰ আঁতবোৰ টুকুৰা-টুকুৰ কৰিলে। টিভিত আঠ বছৰীয়া ল'ৰা এজনে লোমহৰ্ষক হত্যাকাণ্ডৰ বৰ্ণনা দিওঁতে চকুৰ পৰা নিগৰি অহা টোপালবোৰে মোৰ চকু সেমেকাই তুলিলে। মন-প্ৰাণ শিহৰিত কৰা লোমহৰ্ষক দৃশ্যাৱলী চাই থকাৰ শক্তি যেন নাইকিয়া হৈ গ'ল। ভয় আৰু ত্ৰাসৰ এখন বীভৎস পৃথিৱী। টিভিত ফুটি উঠা তাৰ ভয়াৰ্ত শব্দবোৰে মোৰ অন্তৰাত্মা বিধবস্ত কৰিলে। অসমৰ ভৱিষ্যৎ অন্ধকাৰময় পৰিৱেশৰ এয়া যেন এক খণ্ডচিত্ৰহে। অসমত অ'ত বছৰে পৰিদৃষ্ট এই অন্ধকাৰৰ আৱৰণ ফালি পোহৰৰ জিলিকনি পৰিব জানো? উন্নতিৰ প্ৰকৃত পৰিকল্পনা, চিন্তা কাৰোবাৰ মনৰ মাজত উদয় হ'ব জানো?

আজিৰ স্বাধীনতা দিৱসৰ প্ৰাক্‌মুহূৰ্তত মোৰ মনত এটা প্ৰশ্নই জাগ্ৰত হৈছে— আমি ক'লৈ গৈ আছোঁ? কি আদৰ্শ আৰু কি দৰ্শনৰ পিছে পিছে আমি মৰীচিকা খেদি ফুৰিছোঁ? মোৰ ভৱিষ্যৎ প্ৰজন্মৰ শিশুসকলৰ তেজৰ চেকুৰা ৰাজপথত পৰাৰ পাছতো অসমৰ মানুহবোৰ, আমি অন্ধ আৰু বোবাৰ দৰে নিমাত আৰু নিথৰ হৈ আছোঁ। ইয়াতকৈ লজ্জাজনক কথা এটা জাতিৰ বাবে, ইয়াত বাস কৰা মানুহখিনিৰ বাবে, চৰকাৰৰ বৰমূৰীয়া আৰু জনপ্ৰতিনিধিসকলৰ বাবে কি হ'ব পাৰে? আৰু আমি নিৰ্লজৰ দৰে সান্ত্বনা লভিছোঁ? 'অসমীয়া নহয় বিহাৰী মাৰিছে'— এই ভাবত? কিন্তু আমি চিন্তা কৰা নাই এইপাট শেলে আপোনাৰ-মোৰ বুকুও বিন্ধিব পাৰে!

দুৰ্ভাগ্য গোটেই অসমীয়া জাতিৰ বাবে। মানৰ আক্ৰমণৰ পাছত এনে অৰাজকতা, অস্থিৰতা, নেতৃত্বহীনতা অসমৰ ইতিহাসত নাছিল। আজি সেই পৰিস্থিতিৰ পুনৰ সৃষ্টি হৈছে। বিশেষকৈ '৭০ৰ দশকৰ পাছৰ পৰা। আজি আমি কাৰ লগত

তুলনা কৰিম এই ঘৃণনীয় হত্যাক? দাফুৰৰ লগত, চোমালিয়াৰ লগত নে ইৰাক আৰু আফগানিস্তানৰ লগত। আজি অসমত যিমান নিৰীহ মানুহক হত্যা কৰা হৈছে, ভাৰতৰ বহুবছৰীয়া স্বাধীনতা সংগ্ৰামৰ ইতিহাসতো তেনেদৰে মানুহৰ মৃত্যু হোৱা নাই। ইয়াত নাই নিৰাপত্তা, নাই জীয়াই থকাৰ অধিকাৰ, সামান্য স্বাধীনতা। ৬০ বছৰীয়া স্বাধীনতাই আমাক ইয়াকেই দিলে নেকি? আমি অসমীয়াবোৰ পশু হৈছোঁ। হত্যাকাৰীসকলৰ লগত আমি আপোচ কৰি সহৱস্থান কৰিবলৈ লৈছোঁ। অথচ এই নৃশংস আৰু নিষ্ঠুৰ হত্যাকাৰীসকলক আমি অস্ত্ৰেৰে নহ'লে, ভাষাৰেও গৰিহণা দিব পৰা নাই কিয়। আমি হয় দুৰ্বল, নহয় নিশকতীয়া হৈছো— নহ'লে হত্যাকাৰীসকলতকৈও আমাৰ হৃদযবোৰ পাষাণ হৈছে। চকুৰ সন্মুখতে আমি হত্যাকাৰীসকলৰ লগত সহৱস্থান কৰিবলৈ লৈছোঁ। এই সহৱস্থান এটা জাতিৰ ধ্বংসৰ আগজাননী। এই কথা আমি পাহৰি গৈছোঁ।

অসমৰ আৰ্থিক উন্নতি, অসমৰ ভাষা-সংস্কৃতি ৰক্ষা এইবোৰ শ্লোগান যিসকলে দিযে, তেওঁলোকে জাতিটোৰ বাবে আটাইতকৈ ডাঙৰ শত্ৰু। আমি সকলোতে আপোচ কৰিবলৈ লৈছোঁ। সন্মুখত নিজৰ মাতৃক, পত্নীক, শিশুক নিৰ্যাতন, অত্যাচাৰ কৰাৰ পিছতো আমি নিৰ্লজৰ দৰে হাঁহিছোঁ। যি জাতিয়ে সাহসেৰে প্ৰত্যাহ্বান জনাব নোৱাৰে, সেই জাতি জীয়াই থাকিব নোৱাৰে। আমি পাহাৰৰ দৰে গঢ়ি তোলা সমস্যাবোৰে এতিয়া আমাৰ ডিঙি পাইছেহি। এই সমস্যাবোৰ আমিযেই সৃষ্টি কৰিছোঁ। সন্ত্ৰাসবাদ আমাৰেই সৃষ্টি। ৰাজনৈতিক স্বাৰ্থৰ তাগিদাত আমি তেওঁলোক উচটনি দিছিলোঁ। সহায় কৰিছিলোঁ। এতিয়া তেওঁলোকে আমাক ডিঙিত টিপি ধৰিছে। পৰিত্ৰাণৰ উপায় আমাৰ নোহোৱা হৈছে।

আজি অসমত অসমীয়া মানুহক খেদাৰ আন্দোলন আৰম্ভ হৈছে। তাৰ প্ৰতিবাদ কৰাৰ কাৰণে আমাৰ মানসিকতা আমি হেৰুৱাই পেলাইছো। ইযাৰ গুৰিত কোন? আমাৰ দুৰ্বলতা আৰু নেতৃত্বহীনতা নহয় জানো? ইয়াতকৈ দুৰ্ভাগ্য কি হ'ব পাৰে! এতিয়া আমি নিজকে প্ৰশ্ন কৰোঁ— আমি জাতি হিচাপে জীয়াই থকাৰ অধিকাৰ ক'ত?

চিন্তাৰ আউলবোৰে মনটোক আৰু বেছি আউল লগাইছে। প্ৰতিবছৰে তামিলনাডু, পশ্চিমবংগ, কৰ্ণাটক, অন্ধ্ৰ, উৰিষ্যা আনকি বিহাৰতো লক্ষাধিক টকাৰ বিনিযোগ হৈছে। মাওবাদী সংগঠনসমূহৰ প্ৰবল প্ৰতিৰোধৰ মাজতো সেইবোৰ অঞ্চল উন্নতিৰ জখলাৰে বগাই গৈছে, অথচ অসমত দহ টকা বিনিয়োগ কৰিবলৈ কোনেও আগবাঢ়ি অহা নাই। কিছুদিন আগেযে 'দ্য আছাম ট্ৰিবিউন' কাকতত প্ৰকাশ পাইছিল ৰাজনৈতিক দলসমূহৰ লগত উগ্ৰপন্থী সংগঠনৰ গভীৰ সম্পৰ্কৰ সম্ভেদ কেন্দ্ৰীয় চোৰাংচোৱা সংস্থাই পাইছে। তেতিয়াহ'লে কি সাহসত কোন বিনিয়োগকাৰীযে অসমলৈ

ধন বিনিয়োগ কৰিবলৈ আহিব? ৰাজনীতি কৰিবলৈ এতিয়া উত্তৰ-পূবত প্ৰযোজন জনসাধাৰণ নহয়, কেইজনমান বন্দুকধাৰী সন্ত্ৰাসবাদীহে। তেওঁলোকৰ লগত সম্পৰ্ক ৰাখিলেই ক্ষমতা পাব, মন্ত্ৰী হ'ব আৰু ৰাইজক শাসন কৰিব পাৰিব। এইখনেই হৈছে উত্তৰ-পূবৰ ৰাজনীতিৰ সঁচা চিত্ৰ। যিসকলে বন্দুকৰ গুলীক বিশ্বাস কৰি এই হত্যাকাণ্ড সংঘটিত কৰিছে, এদিন তেওঁলোকৰো কিন্তু বন্দুকৰ গুলীয়ে দিব। এই সামান্য উপলব্ধিটো তেওঁলোকৰো হোৱা উচিত। স্বাধীনতা আৰু সন্ত্ৰাসবাদ দুটা পৃথক বিষয। স্বাধীনতাৰ নামত সন্ত্ৰাসবাদ কেতিয়াও বিশ্বত সফল হোৱা নাই। যি সংগঠনৰ নীতি-আদৰ্শ আৰু ৰাজনৈতিক পৰিকল্পনা নাথাকে, তেওঁলোক সকলোৰে ঘৃণাৰ পাত্ৰ। কাৰণ স্বাধীনতা তেওঁলোকৰ লক্ষ্য নহয। শোষণ আৰু সন্ত্ৰাস তেওঁলোকৰ মূল লক্ষ্য। এই কথা সকলোৱে উপলব্ধি কৰা উচিত।

অসমৰ বৰ বৰ কথা কোৱা সামাজিক সংগঠনসমূহৰ ফোপোলা স্বৰূপটো বিগত সময়ছোৱাৰ সন্ত্ৰাসবাদী সংগঠনৰ দ্বাৰাই সংঘটিত ঘটনা প্ৰবাহৰ মাজত স্পষ্ট হৈ পৰিছে। তেওঁলোকেও কেনেকৈ কাকতলীযভাৱে অসমৰ ৰাইজক বিভিন্ন কৌশলেৰে প্ৰতাৰণা কৰি আহিছে এই কথা এতিয়া লাহে লাহে দিনৰ পোহৰৰ দৰে স্পষ্ট হৈ পৰিছে। সঁচা আৰু বাস্তৱ পৰিস্থিতিৰ লগত মোকাবিলা কৰিব নোৱাৰা এই সংগঠনসমূহে অসমীয়া জাতিক আন্দোলনৰ নামত ধ্বংসাত্মক পথলৈ ১৯৭৮ চনৰ পৰা লৈ গৈছে। আজিও তেওঁলোক সেই পথৰ পৰা আঁতৰি অহা নাই। এতিয়াও তেওঁলোকে অসমীয়া জাতি ৰক্ষাৰ নামত অসমীয়া জাতি, ভাষা-সংস্কৃতিৰ ধ্বংসযজ্ঞত ধাৰক আৰু বাহক হৈ আছে। সেইবোৰ কোন অপশক্তি ৰাইজে জানে।

আজিৰ ১৫ আগষ্টত অসমৰ সকলো শ্ৰেণীৰ লোকৰ মাজত এটাই চেতনাবোধৰ উপলব্ধি হোৱাটো দৰকাৰ— সেইটো হৈছে সন্ত্ৰাসবাদৰ বিৰুদ্ধে সম্মিলিতভাৱে প্ৰতিৰোধ। অন্যথাই এই সন্ত্ৰাসবাদৰ বিষবৃক্ষই জাতিটোক, ৰাজ্যখনক অক্টোপাছৰ দৰে গিলি পেলাব। অসমৰ সামাজিক, অৰ্থনীতিৰ প্ৰথম ঢাপটো হ'ব এইটোৱেই। অন্যথা অসমীয়া জাতিৰ, সমাজৰ বিকাশ হোৱাৰ পৰিৱৰ্তে বিনাশ প্ৰক্ৰিয়াহে আৰম্ভ হ'ব। এদিন আমি পুনৰ মান অথবা মোগলৰ গোলাম হোৱাৰ দৰে আকৌ কাৰোবাৰ গোলামি কৰিব লাগিব। মান আহোঁতে ব্ৰিটিছে সহায় কৰিছিল, অসমীয়া জাতিক ৰক্ষা কৰিছিল। এতিয়া কিন্তু অসমীয়া জাতিক ৰক্ষা কৰিবলৈ এটাই মাত্ৰ শক্তি আছে, সেইটো হৈছে জাতীয চেতনাবোধ, স্বাধীন চিন্তা-চৰ্চা আৰু অপশক্তি সন্ত্ৰাসবাদীৰ বিৰুদ্ধে সজাগ আৰু সচেতনতা। তেতিয়াহে আমি ৰক্ষা পৰিম। আৰু ইয়ে হ'ব এক বিকল্প পথ।■■

---

*আজিৰ দৈনিক বাতৰি, ১৫ আগষ্ট, ২০০৭*

# বিধায়ক বিষ্ণুপ্ৰসাদ ৰাভা

'নিষ্পেষিত, নিৰ্যাতিত, নিপীড়িত, দুখীয়া অসমীয়াক বচাব লাগিব বিপ্লৱৰ মাজেদি। সেই ধনীসকলৰ বিপক্ষে যুঁজি— যি ধনীৰ জাত নাই, সমাজ নাই, ধৰ্ম নাই।' বিপ্লৱী সত্তা বিষ্ণু ৰাভাৰ ধমনীৰে প্ৰবাহিত এইষাৰ বক্তব্যৰ পৰাই উমান ল'ব পাৰি বিষ্ণু ৰাভাই যে লেনিনৰ সেই বিখ্যাত উক্তি 'We want to abolish classes and in that respects we are in favoure of equality' -ক মৰ্মে মৰ্মে উপলব্ধি কৰিছিল। হয়তো তেওঁ সদায় অনুপ্ৰাণিত হৈছিল লেনিনৰ আদৰ্শৰ দ্বাৰা। তাৰেই প্ৰেৰণাতেই তেওঁ শ্ৰেণীশত্ৰু নিপাত কৰাৰ কাৰণে হাতত তুলি লৈছিল বন্দুক। বিপ্লৱী কমিউনিষ্ট পাৰ্টীৰ অন্যতম নেতা বিষ্ণু ৰাভা বিপ্লৱী কমিউনিষ্ট পাৰ্টীৰ সশস্ত্ৰ সংগ্ৰামৰ আদৰ্শক জনসাধাৰণৰ মাজত জাগ্ৰত কৰিবলৈ ঘূৰি ফুৰিছিল গাঁৱে গাঁৱে। কৃষক আৰু শ্ৰমিক সমাজ তেওঁৰ আত্মাৰ এফাল আছিল। কিন্তু বিপ্লৱী কমিউনিষ্ট পাৰ্টীৰ আদৰ্শ আৰু লক্ষ্যৰ ভুল পৰিণতিয়ে সশস্ত্ৰ সংগ্ৰামৰ পাতনিক এক দুঃখজনক পৰিণতিলৈ পৰ্যবসিত কৰে। কমিউনিষ্ট পাৰ্টীয়ে অসফল সশস্ত্ৰ সংগ্ৰামৰ কাৰ্যসূচী গ্ৰহণ কৰিছিল ১৯৫২ চনত বাসুগাঁও অধিৱেশনত। পৰৱৰ্তী সময়ত নেতৃত্বৰ প্ৰতি বিষোদ্‌গাৰ কৰি আগশাৰীৰ বহুকেইজন নেতাই এই আদৰ্শক বিসৰ্জন দিয়ে আৰু ভাৰতীয় কমিউনিষ্ট পাৰ্টীত যোগদান কৰে। তাৰ ভিতৰত অন্যতম আছিল বিষ্ণু ৰাভা। হঠকাৰী সশস্ত্ৰ সংগ্ৰামৰ পথ এৰি গণতান্ত্ৰিক ব্যৱস্থাক সমাজ বিৱৰ্তনৰ এক পন্থা হিচাপে তেওঁলোকে গ্ৰহণ কৰে। ইয়াৰে কিছুসংখ্যকে নিৰ্বাচনত অংশগ্ৰহণ কৰিছিল সৰ্বসাধাৰণ ৰাইজৰ হেঁচাত। তেনে কেইজনমান পুৰণি কমৰেডৰ লগতে বিষ্ণু ৰাভায়ো সংসদীয় পদ্ধতিৰ নিৰ্বাচনত অংশগ্ৰহণ কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰে। ১৯৬৭ চনত বিষ্ণু ৰাভাই তেজপুৰ বিধানসভা সমষ্টিৰ পৰা নিৰ্বাচনত অংশগ্ৰহণ কৰিছিল। তেওঁ নিৰ্দলীয় সদস্য হিচাপে জয়লাভ কৰিছিল যদিও সততে বিধানসভাৰ মজিয়াত সম্পৰ্ক ৰক্ষা কৰি চলিছিল কমিউনিষ্ট দলৰ সদস্যসকলৰ লগত। বিধানসভাত তেওঁ আছিল মাত্ৰ দুবছৰৰ কাৰণে। সেই সময়ত অসম বিধানসভা বহুকেইজন শিল্পী, সাহিত্যিক, ৰাজনীতিবিদে শুৱনি কৰিছিল। ইয়াৰ ভিতৰত উল্লেখনীয় আছিল বিষ্ণুৰাম মেধি, ডঃ ভূপেন হাজৰিকা, লক্ষ্যধৰ চৌধুৰী, দেৱেশ্বৰ শৰ্মা, ফণী বৰা, গোবিন্দ কলিতা, কামিনীমোহন শৰ্মা, মইনুল হক চৌধুৰী, দেৱকান্ত বৰুৱা, চামচুল হুদা,

গৌৰীশংকৰ ভট্টাচাৰ্য আদি। মুখ্য মন্ত্ৰী আছিল বিমলা প্ৰসাদ চলিহা। বিধানসভাত নতুন বিধায়ক এজনৰ বাবে প্ৰথম অৱস্থাত বিভিন্ন বিষয়ত বক্তৃতা কৰাটো সহজ কথা নাছিল। পিছে নৱাগত হ'লেও বিষ্ণু ৰাভা কিন্তু বহি থকা নাছিল। তেজপুৰীয়া ৰাইজৰ অভাৱ-অভিযোগ বিৰোধী দলৰ বিধায়ক হিচাপে দাঙি ধৰা প্ৰতিশ্ৰুতি লৈ তেওঁ বিধানসভালৈ গৈছিল। সেই প্ৰতিশ্ৰুতি পালনৰ ক্ষেত্ৰত তেওঁ ত্ৰুটি কৰা নাছিল সামান্যতমো।

বিধানসভাত প্ৰথম প্ৰশ্নটো তেওঁ সেই সময়ৰ ৰাজহমন্ত্ৰী মহেন্দ্ৰ মোহন চৌধুৰীক কৰিছিল। প্ৰশ্নটো আছিল— তেজপুৰ মহকুমাত আবাদযোগ্য পতিত মাটি কিমান আছে আৰু উক্ত মহকুমাত জলাহ, পিটনি, বিল আদি কিমান আছে? এইবিলাক উদ্ধাৰ Reclamation কৰি আবাদযোগ্য কৰাৰ ব্যৱস্থা চৰকাৰে কৰিছেনে? মহেন্দ্ৰ মোহন চৌধুৰীয়ে খেতিৰ উপযোগী কৰি মাটিবোৰ উদ্ধাৰ কৰাৰ ব্যৱস্থা কৰাৰ লগতে প্ৰযোজন সাপেক্ষে ভূমি আবাদীকৰণ আঁচনিৰ ভিতৰত সামৰি ল'বলৈ বিভাগক নিৰ্দেশ দিয়া বুলি উত্তৰ দিছিল। সেই বছৰৰে ১৯৬৮ চনৰ ২৩ মাৰ্চত বিধানসভাৰ বাজেট অধিৱেশন অনুষ্ঠিত হৈছিল। শিক্ষা বিভাগৰ ২৮ নং গ্ৰাণ্ট সন্দৰ্ভত হোৱা বিতৰ্কত অংশগ্ৰহণ কৰি তেওঁ কৈছিল— 'মাননীয় উপাধ্যক্ষ মহোদয়, শিক্ষাই আমাৰ ডেকাসকলক আদৰ্শ শিকাব লাগে আৰু তেনে আদৰ্শ লৈযে আমাৰ শিক্ষা বিভাগ আগবাঢ়িব লাগে। বিশেষকৈ এই কাৰণে যে শিক্ষাৰ দ্বাৰা মানুহৰ জ্ঞান হয়, সেই জ্ঞানৰ পৰা প্ৰজ্ঞান আৰু বিজ্ঞান ই আয়ত্ত কৰে। তাৰপাছত নিজ নিজ আৱশ্যক মতে শিক্ষা আহৰণ কৰি দায়িত্বশীল নাগৰিক হয়। ইয়াৰ বলতে পাছত জাতিৰ দেশৰ সমস্যা দূৰ কৰিব পাৰে। গতিকে শিক্ষাৰ ওপৰত এটা জাতিৰ সকলো ভৱিষ্যৎ নিৰ্ভৰ কৰিছে, বিশেষকৈ আজি আমাৰ দেশে শিক্ষাৰ ক্ষেত্ৰত যেনেকৈ আগবাঢ়ি যাব লাগিছিল, ঠিক তেনেকৈ যোৱা নাই। যিখিনি গৈছে, সিও সুপথেৰে যোৱা নাই আৰু আমাৰ ইচ্ছা অনুপাতে আগবঢ়া নাই। আমাৰ পাঠশালা স্কুলবোৰ দেখিলে দুখ লাগে— ঘৰবোৰৰ চাল-বেৰ নাই— আমাৰ দেউলীয়া চৰকাৰৰ ধন নাই, গ্ৰাণ্ট দিব নোৱাৰা বাবে ল'ৰা-ছোৱালীৰো দুৰ্দশাৰ সীমা নাই। ৰ'দে-বৰষুণে, বোকাই-পানীয়ে, পথে-বিপথে বোকা গচকি যাব লাগে। তাতো তেওঁলোকৰ শান্তি নাই। আজি চৰকাৰৰ পক্ষৰ পৰা গ্ৰাণ্ট যথেষ্ট নেযায়— সঁচাকৈ দিব নোৱাৰাটো দুখৰ কথা। গতিকে আমাৰ প্ৰাথমিক শিক্ষাত জোৰ দিব লাগে। আনকি Statewise Lottery কৰি যিখিনি টকা থাকে, তাৰ সমবণ্টন কৰিব লাগে। আমাৰ পাঠশালা স্কুলবিলাককো সহায় কৰিব লাগে। তাৰ পাছত একোখন ঠাইতে ওচৰা-ওচৰিকৈ এম ভি আৰু এম ই স্কুল থকা দেখোঁ— কিন্তু তাৰ পৰা খেলিমেলিহে হয়, তাৰ একো দৰকাৰ নাই। সেই নীতি পৰিৱৰ্তন কৰি হয় এম ইখন, নহয় এম ভিখনহে ৰাখিব লাগে। পাঠ্য

পুস্তকবোৰ যিসময়ত পাব লাগে, সেই সময়ত নোপোৱা কাৰণে ছাত্ৰসকলে নোট বুকৰ ওপৰতে নিৰ্ভৰ কৰি পাঠ্যপুস্তক পঢ়া এৰি দিয়ে। তাৰ দ্বাৰা প্ৰকৃত জ্ঞান নহয়— পাঠ্যপুস্তকলৈকো আগ্ৰহ কমি যায়। নোট, শ্বৰ্ট কাট আদি লৈ পঢ়াত অভ্যস্ত হয়। গতিকে পাঠ্যপুস্তকৰ লগত তেওঁলোকৰ সম্বন্ধ নোহোৱা হয়। মোৰ বোধেৰে এই নোট আদি সহায়ক কিতাপবিলাক উঠাই দিয়াই মংগল। তাৰ উপৰি এই নোটবিলাক আমাৰ ৰাজ্যত তৈয়াৰী নহয়, বাহিৰৰ পৰা আহে আৰু এই পইচাখিনি ৰাজ্যৰ বাহিৰলৈ ওলাই যায়। প্ৰাইমাৰী স্কুলৰ ১ম শ্ৰেণীৰ আৰম্ভ কৰি হাইস্কুলৰ ৬ষ্ঠ শ্ৰেণীলৈকে ফাইণ্টেইন পেন যাতে ব্যৱহাৰ কৰিব নোৱাৰে, তাৰ ব্যৱস্থা হ'ব লাগে। তেওঁলোকক পাখি কলম বা খাগৰী কলম ব্যৱহাৰ কৰিবলৈ দিব লাগে। প্ৰত্যেক স্কুলত নাটঘৰ থাকিব লাগে। তেওঁলোকৰ পাঠ্যপুথিত থকা ডাঙৰ ডাঙৰ পুৰুষৰ জীৱনীৰ পৰা নাট হিচাপে ৰংগমঞ্চত কৰিবৰ বাবে উৎসাহ দিব লাগে। প্ৰত্যেক হাইস্কুলতে যাতে পূৰ্ণাংগ ছায়েন্স ৰুম থাকে সেইটো চাব লাগে। হাইস্কুলবিলাকক ৰাজহ বিভাগে মাটি কিছু বেছিকৈ দিব লাগে, যাতে তল শ্ৰেণীৰ ছাত্ৰবিলাকে কৃষি, পশুপালন, মৎস্যপালন আদি অতি আৱশ্যকীয় বিষয়ৰ শিক্ষা কিছু স্কুলতে পাব পাৰে। তেওঁলোকৰ স্বাস্থ্য, শৃংখলা, চৰিত্ৰ আদি বিষযক পাবৰ কাৰণে বিশেষজ্ঞ শিক্ষক নিযুক্ত কৰিব লাগে। গাৰ্লছ স্কুলবিলাকত তলৰ পৰা নাৰ্ছিং, নিটিং, উইভিং শিক্ষা দিযাৰ ব্যৱস্থা থাকিব লাগে। জাপানৰ দৰে তেওঁলোকক স্কুলত পুতলা সজাৰ শিক্ষাও দিব পাৰি। স্কুলৰ কিতাপবিলাক স্কুল সমবায় পাতি তাৰ পৰা কিতাপ যোগান ধৰাৰ ব্যৱস্থা হ'ব লাগে। ছাত্ৰ-ছাত্ৰীবিলাকক এক্সকাৰছন লৈ নিয়া আৰু মিউজিক, পেইণ্টিংৰ শিক্ষা দিয়াৰ ব্যৱস্থা থাকিব লাগে। ছাত্ৰ-ছাত্ৰীসকলক স্কুলীয়া জীৱনতে জাতীয়তাবোধৰ বিষয়ে সচেতন কৰি তুলিব লাগে। স্কুলবোৰত কলাশিল্পৰ শিক্ষা যদি দিয়া হয়, তেওঁলোকে নানা ক্ষেত্ৰত জীৱিকাৰ পথ পোৱাৰ উপৰি বৈদেশিক মুদ্ৰা অৰ্জন কৰিব পাৰিব বুলি আশা কৰিব পাৰি।'

বিষ্ণু ৰাভাই বিজ্ঞান শিক্ষাৰ লগতে ছাত্ৰসকলে যাতে কৃষি, পশুপালন, মৎস্যপালন আদি অতি আৱশ্যকীয় বিষয়ৰ শিক্ষা স্কুলতে পাব পাৰে, তাৰ ওপৰত গুৰুত্ব দিছিল। আমাৰ নৱ-প্ৰজন্মৰ স্বাৱলম্বী ভৱিষ্যৎ গঢ়ি তোলাই তেওঁৰ উদ্দেশ্য আছিল। বিষ্ণু ৰাভাই ১৯৬৮ চনত কৰা বাস্তৱ চিন্তা বৰ্তমান পৰিস্থিতিত যে প্ৰাসংগিক সেই কথা কোনেও নুই কৰিব নোৱাৰে। ৰাভাই বাজেট বক্তৃতাৰ সময়ত উত্থাপন কৰিছিল সেই কথা। তদুপৰি তেওঁ স্কুল পৰ্যায়ৰ পৰা গান, নাটক, ছবি আঁকা আদিৰ ওপৰতো গুৰুত্ব আৰোপ কৰিছিল, যাতে সৰু অৱস্থাৰ পৰাই সাংস্কৃতিক আৰু জাতীয়তাবোধৰ শিক্ষাৰে শিক্ষিত তুলিব পাৰি। সেই বছৰৰে ১৯৬৮ চনৰ মাৰ্চ মাহৰ বাজেট অধিবেশনত তেতিয়াৰ সাংস্কৃতিক বিভাগৰ মন্ত্ৰী জয়ভদ্ৰ হাগজেৰক

সুধিছিল জাতীয় নাট্যশালা আৰু চৰকাৰী কলা বিদ্যালয়ক চৰকাৰীকৰণ সম্পৰ্কত। মাননীয় মন্ত্ৰীগৰাকীয়ে সদনত উত্তৰ দি কৈছিল যে মাননীয় মুখ্য মন্ত্ৰীয়ে আজি সিদ্ধান্ত গ্ৰহণ কৰিছে গুৱাহাটী কলা বিদ্যালয়ক চৰকাৰীকৰণৰ সন্দৰ্ভত। কিন্তু ১৯৬৮ চনতে বিষ্ণু ৰাভা আৰু ডঃ ভূপেন হাজৰিকাই বিধানসভাৰ মজিয়াত দাঙি ধৰা জাতীয় নাট্যশালাৰ প্ৰস্তাৱ আজিলৈকে বাস্তৱত পৰিণত নহ'ল। ১৯৬৮ চনৰ ১০ ছেপ্টেম্বৰত অনুষ্ঠিত হোৱা বিধানসভাৰ অধিৱেশনত তেওঁ তেজপুৰৰ পাঁচমাইলত এখন চৰকাৰী চিকিৎসালয় এখন স্থাপন কৰাৰ দাবী জনাইছিল আৰু চৰকাৰী চিকিৎসালয নথকাৰ কাৰণে ২০-২৫ হাজাৰ মানুহৰ অসুবিধা হোৱাৰ কথা উত্থাপন কৰিছিল। চিকিৎসালয়ৰ অভাৱত তেজপুৰলৈ গৰুগাড়ীৰে মানুহ অনা-নিযা কৰোঁতে বহুজনৰ মৃত্যুমুখত পৰাৰ তথ্যও তেওঁ দাঙি ধৰিছিল। স্বাস্থ্যমন্ত্ৰী ছত্ৰসিং টেৰণে প্ৰতিশ্ৰুতি দিছিল পাঁচমাইলত এখন চিকিৎসালয় স্থাপন কৰা হ'ব বুলি। ১৯৬৮ চনৰ ২০ ছেপ্টেম্বৰৰ দিনা তেওঁ নগাঁও আৰু দৰং জিলাৰ সীমা বিবাদে সাধাৰণ মানুহক হাৰাশাস্তি কৰা বুলি বিধানসভাৰ মজিযাত আপত্তি দৰ্শাইছিল আৰু অতি সোনকালে বিষযটো নিষ্পত্তি কৰাৰ কাৰণে চৰকাৰক অনুৰোধ কৰিছিল। বিধানসভাত তেখেতে পাঁচ বছৰ কাল সম্পূৰ্ণ কৰিব নোৱাৰিলে। নিযতিযে ১৯৬৯ চনৰ ২০ জুনৰ দিনা আঁতৰাই লৈ গ'ল। প্ৰায় এবছৰৰো অধিক কাল তেখেত চিকিৎসাধীন অৱস্থাত আছিল। তথাপি ক্ষন্তেকীযা সময়তে বিধানসভাৰ মজিয়াত ৰাজ্যখনৰ শিক্ষা ব্যৱস্থা, সাধাৰণ মানুহৰ দুখ-যন্ত্ৰণাৰ বাস্তৱ ছবি এখন দাঙি ধৰিছিল। আমি বিষ্ণু ৰাভাক শিল্পী, সাহিত্যিক আৰু বিপ্লৱী নেতা হিচাপে জানো। কিন্তু বিধানসভাত তেখেতে যে এজন সফল বিধাযক হিচাপে ৰাইজৰ আশা আকাংক্ষাক প্ৰতিফলিত কৰিবলৈ চেষ্টাৰ ত্ৰুটি কৰা নাছিল, সেই বিষয়ে এতিয়ালৈকে আলোচনা হোৱা নাই। তেওঁৰ মৃত্যুৰ পাছত ২৯-০৭-৬৯ৰ দিনা বিধানসভাৰ অধ্যক্ষ মহীকান্ত দাসৰ অধ্যক্ষতাত বিষ্ণুপ্ৰসাদ ৰাভা আৰু প্ৰথিতযশা সাহিত্যিক পদ্মধৰ চলিহাৰ শোকসভা হৈছিল। মুখ্য মন্ত্ৰী বিমলাপ্ৰসাদ চলিহা, গৌৰীশংকৰ ভট্টাচাৰ্য, ফণী বৰা, লক্ষ্যধৰ চৌধুৰী, চামচুল হুদা আৰু কন্দৰ্প বণিক্যই বিষ্ণু ৰাভাৰ বিষযে, তেওঁৰ সংগ্ৰামী জীৱনৰ বিষয়ে, অসমীয়া সংস্কৃতি আৰু শিল্প-সংস্কৃতিলৈ তেওঁৰ অৱদানৰ বিষয়ে বক্তব্য আগবঢ়াইছিল। আটাইকেইজন বক্তাই বিধায়ক হিচাপে বিধানসভাত ৰাভাৰ ভূমিকাক শ্ৰদ্ধাৰে সুঁৱৰিছিল আৰু তেখেতৰ মৃত্যুৱে অসমৰ ৰাজনৈতিক আৰু সাংস্কৃতিক দিশত সৃষ্টি হোৱা অপূৰণীয় ক্ষতিৰ কথা আলোকপাত কৰিছিল।■■

---

*অসমীয়া প্ৰতিদিন, ২০ জুন, ২০০৭*

# ৰাজনৈতিক পৰিধিৰ বাহিৰত ডঃ হাজৰিকা

ডঃ ভূপেন হাজৰিকাৰ ৰাজনৈতিক চিন্তা-চৰ্চা আৰু দৰ্শন সম্পৰ্কে বিস্তৃত আৰু সূক্ষ্ম পৰ্যালোচনা এতিয়ালৈকে হোৱা নাই। তেওঁৰ সাংস্কৃতিক ক্ষেত্ৰখনৰ পৰিধি বিশাল। স্বৰচিত গীত, নিবন্ধ আৰু আন আন ৰচনাৰাজিৰ মাজেৰে প্ৰকাশিত হৈছে তেওঁৰ জীৱনাদৰ্শ। এই ভাব, চিন্তা আৰু আদৰ্শ সম্পৰ্কে বিভিন্ন স্থানত আলোচনাও হৈছে। গ্ৰন্থও প্ৰকাশিত হৈছে একাধিক। বিভিন্নজনে বিভিন্ন দৃষ্টিকোণৰ পৰা আলোচনা কৰিছে সংস্কৃতিৰ বহল পথাৰখনত তেওঁ যোগোৱা অৱদান সম্পৰ্কে। নিজৰ মনৰ মাজত থূপ খাই থকা ৰাজনৈতিক চিন্তা-দৰ্শন যোৱা শতিকাৰ সত্তৰৰ দশকত সম্পাদনা কৰা 'আমাৰ প্ৰতিনিধি' আলোচনীৰ পাততো প্ৰকাশ কৰিছিল ৰাজ্যখনৰ সাংস্কৃতিক প্ৰহৰীজনে। এই কথাও সঁচা যে ডঃ ভূপেন হাজৰিকাৰ লেখাবোৰ ফহিয়াই চালে তেওঁৰ ৰাজনৈতিক দৰ্শন আৰু চিন্তা-চৰ্চা সম্পৰ্কে এক অস্থিৰ চিত্ৰহে পৰিস্ফুট হয়। সূক্ষ্মভাৱে পৰ্যালোচনা কৰিলে দেখা যায়, তেওঁ কংগ্ৰেছবিৰোধী আৰু প্ৰতিষ্ঠানবিৰোধী আছিল আজন্ম। ইয়াৰ কাৰণসমূহ সঠিক ৰূপত এতিয়াও পৰ্যালোচনা হোৱা নাই। বিধানসভাৰ মজিয়াত দিয়া ভাষণসমূহৰ বেছিভাগতে সেই সময়ৰ কংগ্ৰেছ দলৰ চৰকাৰখনৰ বিৰুদ্ধে দুৰ্নীতি আৰু ভ্ৰষ্টাচাৰৰ অভিযোগ তেওঁ উত্থাপন কৰিছিল। হাজৰিকাই নিৰ্দিষ্ট ৰূপত তথ্যভিত্তিক অভিযোগ অনা নাছিল যদিও চৰকাৰখনৰ বিৰুদ্ধে অনা প্ৰতিটো অভিযোগৰ সময়ত সুযোগ উলিয়াই সমালোচনাত সৰৱ হৈ উঠিছিল। যেতিয়াই বিধানসভাৰ মজিয়াত চৰকাৰখনৰ প্ৰতি অনাস্থা প্ৰস্তাৱ উত্থাপন হৈছিল, তেতিয়াই তেওঁ উভতি ধৰিছিল চৰকাৰক। তেওঁৰ জাতীয়তাবোধো অনুকৰণীয়। ৰাজ্যখনৰ প্ৰতি ভালপোৱাও মজ্জাগত। বঙালী আৰু অসমীয়াৰ মাজত থকা সম্প্ৰীতি আৰু সৌহাৰ্দ্যৰ বাতাবৰণ অটুট ৰাখিবলৈকো বদ্ধপৰিকৰ হৈছিল তেওঁ। পৰ্বত-ভৈয়ামৰ সম্প্ৰীতিৰ এনাজৰী সুদৃঢ় কৰা আৰু শিল্প-সংস্কৃতি বিকাশৰ বাবে বিধানসভাত সজোৰে বক্তব্য উপস্থাপন কৰিছিল। ৰাজনৈতিক দৰ্শনৰ এটা নিৰ্দিষ্ট পৰিধিৰ মাজত তেওঁ ঘূৰি ফুৰা নাছিল। বিধানসভাত তেওঁৰ চিন্তা আৰু মনৰ মাজত পৰিভ্ৰমণ কৰা বিষয়বস্তুবোৰৰ ওপৰতহে বেছিকৈ গুৰুত্ব দিছিল। তেওঁ কেতিয়াবা কেতিয়াবা দুখীয়া মানুহৰ সমস্যাৰ কথাও

বিধানসভাৰ মজিয়াত দাঙি ধৰিছিল। কিন্তু সমস্যাবিলাকৰ গভীৰতালৈ সোমাই নোযোৱা বাবে বিষয়বোৰ উত্থাপন কৰাত তেওঁ সফল হ'ব পৰা নাছিল। ইয়াৰ কাৰণ কি? তেওঁৰ নীতি আৰু আদৰ্শ কিহৰ দ্বাৰা চালিত হৈছিল ইয়াকো বিশ্লেষণ কৰি চোৱা প্ৰয়োজন।

১৯৪২ৰ ভাৰত ত্যাগ আন্দোলনৰ পাছৰ পৰ্যায়ত অসমত কংগ্ৰেছ দলৰ অখণ্ড প্ৰতাপ আছিল যদিও কমিউনিষ্ট পাৰ্টী, আৰ চি পি আই, ছ'চিয়েলিষ্ট দল আদি বিৰোধী শক্তিসমূহৰ আদৰ্শই সেই সময়ৰ ডেকাশক্তিক বহুলাংশে আকৰ্ষিত কৰিছিল। আনকি কটন কলেজৰ নিচিনা শিক্ষানুষ্ঠানতো কংগ্ৰেছ বিৰোধী বাঁওপন্থী ছাত্ৰ সংগঠনসমূহে ছাত্ৰ একতা সভাৰ নিৰ্বাচনত প্ৰাধান্য লাভ কৰিছিল। বহুতৰে ধাৰণা আছিল যে গান্ধীৰ অহিংস নীতিয়ে ভাৰতবৰ্ষৰ পৰা ব্ৰিটিছ উপনিবেশ নিশেষ কৰাৰ কাৰণে সক্ষম নহ'ব। তদুপৰি ছোভিয়েট ৰাছিয়া, চীন, যুগোশ্লাভিয়া, পোলেণ্ড আদি বহুকেইখন ৰাষ্ট্ৰত কমিউনিষ্ট দলে শক্তিশালী ৰূপত অৱতীৰ্ণ হোৱাত ভাৰতৰো বিভিন্ন ৰাজ্যত তাৰ প্ৰভাৱ পৰিছিল। বিশেষকৈ পশ্চিমবংগত এচাম শক্তিশালী বুদ্ধিজীৱী আৰু ৰাজনৈতিক নেতা কমিউনিষ্ট ভাবাদৰ্শৰ প্ৰতি আকৃষ্ট হৈ ভাৰততো-সশস্ত্ৰ সংগ্ৰামৰ দ্বাৰাই মেহনতী জনগণৰ মুক্তিৰ সপোন দেখিছিল। পশ্চিমবংগৰ পৰা বহু নেতা আহি অসমত কমিউনিষ্ট আদৰ্শৰ প্ৰচাৰ আৰম্ভ কৰিছিল। দলীয় সংগঠন বৃদ্ধিৰ বাবে তেওঁলোকে পৰিভ্ৰমণ কৰিছিল সমগ্ৰ উত্তৰ পূৰ্বাঞ্চল। সেই সময়ৰ অসমৰ শিক্ষিত প্ৰায়বোৰ বঙালী লোকৰ লগতে অসমীয়া মধ্যবিত্ত শ্ৰেণীৰ শিক্ষিত ডেকা ল'ৰাবোৰো কমিউনিষ্ট আদৰ্শৰ প্ৰতি আকৃষ্ট হৈছিল পৰিৱৰ্তনৰ এক নতুন স্বাদত। সেই সময়ত ভূপেন হাজৰিকাদেৱ এই সংগঠনৰ লগত ওতপ্ৰোতভাৱে জড়িত নাথাকিলেও পশ্চিমবংগ আৰু অসমৰ এচাম প্ৰগতিশীল বাঁওপন্থী নেতাৰ সান্নিধ্য লাভ কৰিছিল। পৰোক্ষভাৱে ৰাজনৈতিক দলত যোগদান নকৰাকৈয়ে বাঁওপন্থী দলসমূহৰ সাংস্কৃতিক সংগঠনসমূহৰ লগত তেওঁ নিজকে জড়িত কৰিছিল। সেই সময়ত তেওঁ হেমাংগ বিশ্বাস আদি বিশিষ্ট বাঁওপন্থী সাংস্কৃতিক কৰ্মীৰ লগত ওতপ্ৰোত সম্পৰ্ক ৰক্ষা কৰি চলিছিল। কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভা আদি ৰাজনৈতিক গণশিল্পীসকলক তেওঁ শৈশৱৰে পৰা পাইছিল। তেওঁলোকৰ ৰাজনৈতিক দৰ্শন আৰু চিন্তা-চৰ্চাই হাজৰিকাক আকৃষ্ট কৰাটো সত্য। সেইবাবেই তেওঁৰ গীতত প্ৰকাশ পাইছিল সাধাৰণ মানুহৰ সংগ্ৰামৰ কাহিনী। আনহাতে জ্যোতিপ্ৰসাদ আগৰৱালাৰ সান্নিধ্যই তেওঁক জাতীয়তাবোধ, দেশপ্ৰেমত উদ্বুদ্ধ কৰিছিল বুলি অনুমান কৰিব পাৰি। শ্ৰেণীহীন সমাজ, সাধাৰণ মানুহ আৰু দেশপ্ৰেমৰ বিষয়ে তেওঁ গীতৰ মাজেদি প্ৰকাশ কৰিছিল বাবেই তেওঁ এগৰাকী

মহান শিল্পী হিচাপে স্বীকৃত হৈছে। কিন্তু ৰাজনৈতিক নেতা হিচাপে যিমানখিনি তেওঁ সফল হ'ব লাগিছিল, সিমানখিনি নহ'ল। ইয়াৰ মূল কাৰণ হ'ল তেওঁ কোনো ৰাজনৈতিক দলৰ নিৰ্দিষ্ট আদৰ্শ তথা বৃত্তৰ মাজত সোমাই থকা নাছিল। নিৰ্দলীয় প্ৰাৰ্থী হিচাপে জয়লাভ কৰিছিল যদিও পাছত উপলব্ধি কৰিছিল যে এক ৰাজনৈতিক আদৰ্শৰ মাজেৰেহে অসমৰ জ্বলন্ত সমস্যাসমূহ সমাধান কৰিব পাৰি। সেয়ে গৌৰীশংকৰ ভট্টাচাৰ্যকে আদি কৰি কেইজনমান ৰাজনৈতিক নেতাৰ লগত লগ হৈ অসমৰ সমস্যাসমূহ বৈজ্ঞানিক দৃষ্টিভংগী আৰু আদৰ্শ আগত ৰাখি সমাধান কৰাৰ কাৰণে গঠন কৰিছিল 'জন গণতান্ত্ৰিক দল' নামৰ এটি আঞ্চলিক দল। কিন্তু এই দলৰ নেতাসকলে দলটোক জনমুখী কৰাৰ কাৰণে কোনো কাৰ্যব্যৱস্থা গ্ৰহণ নকৰাত নেতাকেন্দ্ৰিক দল হৈয়েই থাকিল আৰু সময়ত এই দলটোৰ পৰিধি সম্প্ৰসাৰিত নহ'ল। কিন্তু হ'লেও এই দলেই প্ৰথমবাৰৰ কাৰণে ৰাজ্যখনত আঞ্চলিক ৰাজনীতিৰ ভেটি স্থাপন কৰিছিল। অসমৰ আঞ্চলিক সমস্যাসমূহ বৈজ্ঞানিক উপায়েৰে সমাধান কৰাৰ কাৰণে তেওঁলোকে সাজু কৰিছিল খচৰা কাৰ্যসূচী । এই দলৰ প্ৰাৰ্থী হিচাপে ১৯৭১ চনৰ লোকসভা নিৰ্বাচনত অংশগ্ৰহণ কৰিছিল ডঃ হাজৰিকাই। ২০০৪ চনত তেওঁ বিজেপিত যোগদান কৰে। ১৯৭১ চনৰ লোকসভা নিৰ্বাচনৰ পাছৰ পৰা ২০০৪ চনলৈ তেওঁ ৰাজনীতিৰ পৰা নিষ্ক্ৰিয় হৈ থকাৰ মূৰকত কি কাৰণত বিজেপিত যোগদান কৰিছিল সেয়া তেওঁৰ শিল্পীসত্তাক ভালপোৱাসকলৰ পক্ষে অদ্যাপি ৰহস্যৰ বিষয়। ২০০৪ চনৰ নিৰ্বাচনত তেওঁৰ দৰে এজন বিৰল প্ৰতিভাধৰৰ পৰাজয়ো অসমৰ সমাজ জীৱনৰ দুৰ্ভাগ্যজনক অধ্যায় । হয়তো ভাৰতৰ ৰাজনৈতিক অস্থিৰতাৰ মাজত বিজেপিৰ দৰে দলে সুস্থিৰতা দিব পাৰিব বুলিয়েই তেওঁ এই দলত যোগদান কৰিছিল। কিন্তু তেওঁৰ সেই সিদ্ধান্ত শুদ্ধ আছিল বুলি আমি নাভাবোঁ।

তেওঁৰ এই দীঘলীয়া জীৱনত সময়ে সময়ে তেওঁ ৰাজনীতিৰ নেঘেৰিখোপা বান্ধিছিল, কিন্তু কোনো ক্ষেত্ৰতে এই বান্ধোন স্থায়ী নহ'ল। এজন বিখ্যাত ৰাজনৈতিক বিশ্লেষকে কোৱাৰ দৰে Democrecy in India is Government of the politician, by the politician and for the politician

এই জটিল শব্দটোৰ গূঢ়াৰ্থ ভূপেন হাজৰিকাৰ দৰে সংস্কৃতিৰ পূজাৰীৰ বাবে বুজাটো কিমান জটিল, সেইটো তেওঁৰ হয়তো উপলব্ধি হোৱা নাছিল। সেইবাবে ৰাজনীতিৰ পথ তেওঁৰ কাৰণে মসৃণ নহ'ল। সেয়ে আত্মশ্লাঘাত ভুগি তেওঁ অলপতে ৰাজনীতিৰ পৰা সন্ন্যাস ঘোষণা কৰিছে। ■■

*অসমীয়া প্ৰতিদিন, ৮ ছেপ্টেম্বৰ, ২০০৭*